# স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ

ডঃ সূৰ্যকুমাৰ ভূঞা




অসম প্ৰকাশন পৰিষদ

গুৱাহাটী—৩

# ভূমিকা

১৭৫১ খৃষ্টাব্দৰপৰা ১৭৬৯ খৃষ্টাব্দলৈ স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ এই ওঠৰ বছৰীয়া কালছোৱা অসম বুৰঞ্জীৰ এক স্বৰ্ণমণ্ডিত অধ্যায় হিচাপে পৰিগণিত হৈ ৰ'ব। এই নাতিদীৰ্ঘ কালছোৱাত ভাৰতৰ ভাগ্য-আকাশত স্বাধীনতাৰ ৰবি ক্ৰমাৎ অস্তমিত হৈ আহিছিল। ইংৰাজ, ফৰাচী আৰু পৰ্তুগীজ—এই তিনিটা প্ৰধান য়ুৰোপীয় শক্তিৰ সৈতে হোৱা মুখামুখি যুদ্ধ আৰু প্ৰতিদ্বন্দ্বিতাত ভাৰতীয় ৰাজশক্তি প্ৰায় সম্পূৰ্ণৰূপে বিনষ্ট হৈছিল। ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ যুদ্ধ-বিগ্ৰহত বিধ্বস্ত ৰাজশক্তিৰ মৰিশালিৰ স্তূপত য়ুৰোপীয় শক্তিৰ উত্থান পৰাধীন ভাৰতৰ এক সকৰুণ ইতিহাস।

তাৰ বিপৰীতে অসমৰ এই কালছোৱাত পৰম ধাৰ্মিক পাণ্ডিত্যানুৰাগী ৰাজনীতিজ্ঞ স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ বিচক্ষণ ৰাজ্য পৰিচালনাত দেশৰ অৱস্থা হৈছিল চাৰিওফালে নদন-বদন। অসমৰ ভাগ্য-আকাশত বিচৰণ কৰা স্বাধীনতা-ৰবিক তেতিয়াও ভাৰতৰ পৰাধীনতাৰ ডাৱৰে স্পৰ্শ কৰিব পৰা নাছিল। বৰং সুখী, সমৃদ্ধিশালী ৰাজ্যৰ প্ৰজাসৱে জাতি-বৰ্ণ-নিৰ্বিশেষে নিজ কৰ্তব্য শান্তি আৰু মিলা-প্ৰীতিৰে কৰি গৈছিল।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাই স্বৰ্গদেৱ ৰাজেশ্বৰসিংহক কোৱা তলৰ কথাখিনিয়েই স্বৰ্গদেৱৰ ৰাজত্বকালত অসমৰ গৌৰৱময় অৱস্থাৰ সৰ্বোৎকৃষ্ট নিদৰ্শন হিচাপে উল্লেখ কৰিব পাৰি।

> "স্বৰ্গদেৱ ঈশ্বৰ, স্বৰ্গদেৱৰ পুণ্য-প্ৰতাপৰ বলে মই বন্দীয়ে মণিপুৰীয়া ৰজা জয়সিংহক আৰু কছাৰী ৰজাৰ মাকত চপা সন্দিকাৰী ৰজাকো অনা হৈছে, হৰ-গৌৰীৰ মূৰ্তি এখনিও অনা হৈছে, পাচে স্বৰ্গদেৱে ৰংপুৰৰ বাহৰৰ বৰচোৰাতে কছাৰী, মণিপুৰীয়া দুয়ো ৰজাক সম্ভাষা হ'ল। দুয়ো ৰজা স্বৰ্গদেৱক সেৱা কৰিলে। সভাও অতি বিচিত্ৰ হৈছিল। সেই বেলা জয়ানন্দৰ জোৰাই স্বৰ্গদেৱৰ আগত পাসৌজ গান কৰিছিল। ৰজাবোৰে দেখি বিস্ময়।"

ডঃ সূৰ্যকুমাৰ ভূঞাৰ দৰে এগৰাকী কৃতবিদ্য লোকে তেখেতৰ নিজস্ব অননুকৰণীয় ভঙ্গীত অসম বুৰঞ্জীৰ এনে এক গৌৰৱপূৰ্ণ অধ্যায় নিৰ্ভৰযোগ্যভাৱে এই গ্ৰন্থত বিধৃত কৰাত নিসন্দেহে এই গ্ৰন্থ অসমীয়া সাহিত্যৰ বুৰঞ্জীত এক মূল্যবান সংযোজন ৰূপে স্বীকৃত হ'ব।

গ্ৰন্থখনি প্ৰকাশ কৰিবলৈ অনুমতি প্ৰদান কৰাত ডঃ ভূঞাৰ সুযোগ্যা পত্নী শ্ৰীমতী লক্ষেশ্বৰী ভূঞালৈ আমাৰ গভীৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

গুৱাহাটী
২০ মাৰ্চ, ১৯৭৫

চন্দ্ৰপ্ৰসাদ শইকীয়া

# পাতনি

মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনৰ এই বুৰঞ্জীখনিৰ সঙ্কলনৰ কাম ১৯২৫ খৃষ্টাব্দৰ জানুৱাৰী মাহত আৰম্ভ হয় আৰু সেই বছৰৰ ডিচেম্বৰ মাহত সমাপ্ত হয়। গ্ৰন্থৰ সৰহভাগ অংশ মই নিজহাতে লিখিছিলোঁ, মাজে মাজে এইসকলে মোক সহায় কৰিছিল— শ্ৰীমান প্ৰমোদলাল বৰুৱা, শ্ৰীমান মাধৱচন্দ্ৰ বৰুৱা, শ্ৰীমান আলোকচন্দ্ৰ ৰাজখোৱা, শ্ৰীমান প্ৰফুল্লপ্ৰাণ চাংকাকতী, শ্ৰীমান যজ্ঞেশ্বৰ শৰ্মা আৰু শ্ৰীমান কালিৰাম কলিতা। ইয়াৰ ভিতৰত প্ৰথম পাঁচজন আছিল কটন কলেজৰ ছাত্ৰ আৰু শেহৰজন অৰ্থাৎ শ্ৰীমান কালিৰাম কলিতা আছিল পাণবজাৰৰ নিম্ন প্ৰাইমাৰী স্কুলৰ শিক্ষক।

এই বুৰঞ্জীখন চৈধ্যটা অধ্যায়ত বিভক্ত, তাৰে প্ৰথম বাৰটা অধ্যায় পঞ্চদশ বছৰৰ 'বাঁহী'ত প্ৰকাশিত হয়, শক ১৮৪৭। ত্ৰয়োদশ আৰু চতুৰ্দশ অধ্যায় 'বাঁহী'ৰ ষোলশ বছৰত প্ৰকাশিত হয়, শক ১৮৪৮। তেতিয়া বাঁহীৰ সম্পাদক আছিল শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া, আৰু ই গুৱাহাটীত নিউপ্ৰেছত ছাপা হৈ তাৰেপৰা প্ৰকাশিত হৈছিল।

এই গ্ৰন্থ সংকলন কৰোঁতে মোৰ হাতত সৰহসংখ্যক অসম বুৰঞ্জী পৰা নাছিল। তাৰ পিচত ভালেমান অপ্ৰকাশিত সাঁচিপতীয়া অসম বুৰঞ্জী হাতলৈ আহে, যথা আমেৰিকান বেপ্টিষ্ট মিচনত পোৱা বুৰঞ্জীসমূহ, স্বৰ্গীয় পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ঘৰত পোৱা বুৰঞ্জী-সমূহ, আৰু মণিৰাম দেৱানে সঙ্কলন কৰা বুৰঞ্জী বিবেক-ৰত্ন। এইবোৰ নকৈ আবিষ্কৃত হোৱা বুৰঞ্জীসমূহো পঢ়ি মোৰ ধাৰণা হ'ল যে ৰাজেশ্বৰসিংহৰ বুৰঞ্জীখনি বহু পৰিমাণে পৰিবৰ্দ্ধিত কৰিব পাৰি।

এই অৰ্থে বহু পৰিশ্ৰম কৰি হাতে লিখা বুৰঞ্জীবোৰ অধ্যয়ন কৰি ৰাজেশ্বৰ-সিংহৰ মূল বুৰঞ্জীখনি বহল কৰিবলৈ আৰম্ভ কৰিলোঁ। ১৯৩৬ চনৰ মাজভাগত এই কাম সমাপ্ত হয়। এই গ্ৰন্থখনি ফুলস্কেপ কাগজত প্ৰায় ৪৫০ পৃষ্ঠা পৰিমাণ দীঘল হয়। এই গ্ৰন্থ দপ্তৰীৰ হতুৱাই শকতকৈ বান্ধি ১৯৩৬ চনত বিলাতলৈ যাওঁতে লগত লৈ যাওঁ। এই পৰিবৰ্দ্ধিত সংস্কৰণত ২২টা অধ্যায় আছে।

এই বৃহৎ গ্ৰন্থখনি কেতিয়াবা যে প্ৰকাশ কৰিব পাৰিম তাক ভাবিবই নোৱাৰি। বুৰঞ্জীখন পৰিপাটিকৈ পুনৰ সংশোধন কৰিব লাগিব। তাৰ পিচত প্ৰেছৰ কাৰণে পাণ্ডুলিপি যুগুত কৰিব লাগিব। ছপাওঁতে খৰচো পৰিব প্ৰায় দহ-বাৰ হেজাৰ টকা। কেতিয়াবা কোনো সমানধৰ্মা পুৰুষৰ দৃষ্টিত এই গ্ৰন্থখন পৰিলে তাৰ উদ্ধাৰ হ'ব।

আজি কিছুদিনৰ পূৰ্বে ইংৰাজী ১৬।৯।১৯৫০ তাৰিখে শ্ৰীবেণুধৰ শৰ্মাদেৱে আগছোৱাৰ এঠাইত নিজহাতে এইদৰে লিখিছে, "এনে মূল্যবান পুথি যিমান সোনকালে পৰা যায় সিমান সোনকালে ছপাই উলিয়ালে অসম আৰু অসমীয়াৰ এটি অপূৰণীয় সম্পত্তি হ'ব।"

কাম বহুত, সময় তাকৰ, জীৱন চুটি। ইয়াৰ ভিতৰত সকলো সঙ্কল্প যে সিদ্ধ হ'ব তাক আশা কৰিব নোৱাৰি।

ইং ৩০।৭।১৯৬১ চন, দেওবাৰ

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

# সূচীপত্ৰ

## প্ৰথম আধ্যা

# শান্তি আৰু সমৰ

মহাৰাজ ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱ আহোম ৰাজপাটত অধিষ্ঠিত হৈ থকা কালত অসমৰ অৱস্থা জয়জয়-ময়ময়। দেশত যুদ্ধ-বিগ্ৰহ নাই। মিকিৰ আৰু ডফলাই যি অলপ সৰু-সুৰাকৈ দ্ৰোহ আচৰিছিল, মোগল বিক্ৰমক পৰাস্ত কৰা অসমীয়াৰ ৰণ-কৌশলে তাক হেলাৰঙ্গে দমন কৰিলে। গদাধৰ সিংহ মহাৰাজৰ দিনত ইটাখুলি ৰণত বঙ্গালৰ অসম আক্ৰমণৰ আশঙ্কা সমূলে নিৰ্বাপিত হোৱাত নাতিয়েক স্বৰ্গদেৱে বিচক্ষণ কাৰিকৰৰ হতুৱাই ৰংঘৰ সাজি ৰং-ধেমালি চোৱাৰ সূচল কৰি লৈছিল। মায়ামৰা মহন্তৰ শিষ্য-সম্প্ৰদায়ে বৰৰজা ফুলেশ্বৰী কুঁৱৰীৰ হাতত পোৱা লাঞ্ছনা-অপমানৰ দুঃসহ বেজাৰ নিজৰ অন্তৰতে সংগোপনে পুহি আছিল ; তেতিয়ালৈকে সেই বেজাৰত কটা-ঘাত খাৰণিৰ ছাতি পৰা নাছিল। গতিকে, সাম্প্ৰদায়িক অশান্তিত টিঙ্গিৰি-তুলা লগাই দেশত বিপ্লৱৰ মহা-অগ্নি তেতিয়ালৈকে প্ৰজ্বলিত হোৱা নাছিল। ৰজা সন্তুষ্ট, পাত্ৰ-মন্ত্ৰী সন্তুষ্ট, প্ৰজাসকলে ৰণ-বিগ্ৰহৰপৰা মুক্তি লাভ কৰি নিজ নিজ খেতি আৰু ব্যৱসায়ত লাগিছে, আৰু অসমীয়াৰ ঐশ্বৰ্য-বিভূতিৰ পৰিমাণ দিনক দিনে বঢ়াবলৈ ধৰিছে। স্বৰ্গদেৱে শান্তিৰ কালত সন্তুষ্ট হোৱা সকলো কামে-কাজে নিজকে নিয়োজন কৰিছে। ৰজাই নিজে পণ্ডিতবৃন্দৰে সৈতে শাস্ত্ৰ, পুৰাণ, ইতিহাস আৰু কাব্য আলোচনা কৰিছে, নিজে নাটক ৰচিছে, নাটকৰ ভাৱনা চাইছে, বিদেশৰপৰা বাজীকৰ আনি ৰং-তামাচা কৰাইছে, কাঁড়-হিলৈ লৈ চৰাই-পহু মাৰি বীৰোচিত গুণবোৰ সতেজ ৰাখিছে, আৰু দেশৰ নানা ঠাইত ফুৰি প্ৰজাৰ সুখ-দুখ আৰু ৰাজ্যৰ অৱস্থাৰ তলা-নলা সন্ধেদ লৈছে। ধৰ্মপ্ৰাণ স্বৰ্গদেৱে মঠ-মন্দিৰ সাজি আৰু তীৰ্থাদিত দান-দক্ষিণা দি ৰাজ্যৰ সুমঙ্গল কামনা কৰিছে। দুৰ্দ্ধৰ্ষ ৰজাৰ আক্ৰমণৰপৰা অব্যাহতি পাবলৈ পলাতক ৰজা আহি কন্যা দি স্বৰ্গদেৱৰ শৰণাপন্ন হৈছেহি। স্বৰ্গদেৱে শৰণীয়া ৰজাক অভয় প্ৰদান কৰি স্বৰাজ্যত সংস্থাপন কৰিবলৈ সৈন্য-সামন্ত দি পৰাক্ৰমী সেনাপতিক পঠিয়াইছে। যুদ্ধ-বিগ্ৰহৰপৰা নিষ্কৃতি লাভ কৰি দূৰদৰ্শী বুদ্ধিমন্ত বিষয়াই দাঁতিয়লীয়া, পাঁচৰজীয়া, সাতৰজীয়া সামন্ত-নৃপতিসকলৰ কৰ-কাটলৰ নিবন্ধ কৰি সীমান্তত চকী-ফাট স্থাপন কৰিছে। ইউৰোপীয় সদাগৰে বেপাৰৰ ছলেৰে অসমত খোপনি পুতিবলৈ চেষ্টা কৰাত দূৰৈৰ বিধিনি দূৰৈতে মাৰ নিয়াৰৰ কাৰণে স্বৰ্গদেৱে বিদেশীৰ বাণিজ্য-প্ৰয়াস দুপতীয়াতে ধ্বংস কৰিছে।

এই দৃশ্য কেনে মনোৰম! অসম ৰাজ্যৰ ভোগালী কালৰ দিনকেইটা কেনে বিতোপন।

ইয়াৰ লগত ৰণ-পৰাথৰ দিনকেইটাৰ তুলনা কৰক। মোগলৰ ফৌজদাৰে আঙুলি জোকাৰি অসমীয়া স্বৰ্গদেৱৰপৰা পেছকছুৰ দাবী কৰিছে। দেশৰ মৰ্যাদা হানিত

ক্ষুন্ন হোৱা স্বৰ্গদেৱে দেশপ্ৰেমিক পাত্ৰ-মন্ত্ৰীৰে সমালোচন কৰি তাৰ পোটক তুলিবলৈ যুদ্ধৰ বিপুল আয়োজন কৰিছে। কমাৰে হিলৈ তৈয়াৰ কৰিছে, চাউল-সমলীয়াই সৈন্যৰ কাৰণে ৰচদ-পাতি যোগাৰ কৰিছে; নাওশলীয়া বাঢ়ৈয়ে তিনিকুৰি-চাৰিকুৰিহতীয়া দীঘল হিলৈ চ'ৰা নাও সাজিব ধৰিছে; ভাজি যোৱা কোঠ-বুৰুজ আৰু গড় প্ৰাচীৰ মেৰামতি চলিছে; হিলৈদাৰী সৈন্যই হাতত হিলৈ, কাঁড়ীয়ে ধেনু-কাঁড়, বাৰুৱতীয়ে ঢাল-যাৰু লৈ ক্ষতিক্ষণ নোহোৱাকৈ কাৱাজ কৰিছে; স্বৰ্গদেৱে নিজে সৈন্যৰ মহলা চাই যাক যেনেকৈ দিব লাগে সেইমতে বটা-প্ৰসাদ, কেৰু-মণি উপহাৰ দি ৰণুৱাৰ উৎসাহ বঢ়াইছে; পৰ্বতে-ভৈয়ামে ঠাকে ঠাকে পালীয়ে পালীয়ে বুৰুজ সাজি, বৰহিলৈ পাতি বিদেশীৰ আক্ৰমণৰ কাৰণে ৰণুৱা সষ্টম হৈ আছে, বালিত বালিগড় বান্ধিছে, এথাউনি পানীত বিয়াগোম খুটা আৰু চাঁটি লগাই পানীগড় সাজিছে; যখৰীয়া আৰু খাৰঘৰীয়াই খাৰ-বাখৰ তৈয়াৰ কৰি ৰণৰ অস্ত্ৰ-শস্ত্ৰ আহিলা-সম্ভাৰ বুগুত কৰি ৰাখিছে; চোৰাংচোৰাই চোৰাং কৰি শত্ৰু সেনাৰ গতিবিধি আৰু আলেখলেখ চাই ফুৰিছে; বিজুলী-বেগৰ খপুৰা ঘোঁৰাত উঠি চেৱাৰী কটকীয়ে স্বৰ্গদেৱ পাত্ৰ-মন্ত্ৰী নেওগ-সেনাপতিৰ খা-খবৰ আদেশ-দিহা অনা-নিয়া কৰি উজনী-ভাটী কম্পমান কৰি তুলিছে। উজনী-নামনিৰ সেনাপতি, ফুকন, ৰাজখোৱা, চৌধাৰী, বৰুৱা যুঁজাৰুসকলে লতাশিলৰপৰা ফটাশিললৈকে, হাজোৰপৰা বশিষ্ঠলৈকে সকলো প্ৰজাৰ হৃদয় ৰণ জেউতিত মতলীয়া কৰিছে। সেই সময়ত সকলো প্ৰজাৰ মন-প্ৰাণ শঙ্কিত, সচকিত, সুতীক্ষ্ণ, উদ্বিগ্ন, কম্পমান, চিন্তাকুল! ইয়ো এক দৃশ্য!

বাস্তৱিক অসমীয়াসকলে বলবীৰ্য, বুদ্ধি-কৌশল, স্বাৰ্থত্যাগ আদিৰদ্বাৰা সোণৰ সফুঁৰা অসম ভূমিত বিদেশীৰ প্ৰতিপত্তি আৰু পৰাভৱৰ ঘূণে ধৰিবলৈ নিদিবৰ কাৰণে প্ৰাণ-পৰিশ্ৰমে যি চেষ্টা কৰিছিল, সেই সকলোৰে ফল ভোগ কৰিছিল, মহাৰাজ ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে।

অতি পূৰ্বৰ কথা এৰি দিলেও জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দিনৰপৰা ধৰিবলৈ গ'লে কোনোজনা আহোম স্বৰ্গদেৱে অবিশ্ৰান্তভাৱে শান্তিৰ মুখ দেখা নাপাইছিল। ১৫৬১ শকত মোমাই-তামুলী বৰবৰুৱা আৰু আহ্লাৱাৰ খাঁই কৰা সন্ধিসূত্ৰে গুৱাহাটীৰপৰা মানাহালৈকে এই ৰাজ্যখণ্ড মোগলৰ অধীন হ'ল। মোগল ফৌজদাৰে হাজো বা গুৱাহাটীত থাকি এই ৰাজ্য শাসন কৰিবলৈ ধৰিলে। ১৫৭০ শকত জয়ধ্বজ সিংহ স্বৰ্গদেৱ ৰাজপাটত উঠি পশ্চিম বা ভাটী অসমত বঙ্গালৰ আধিপত্য ধ্বংস কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। এনে সময়তে দিল্লীৰ বাদশ্যাহ শ্যাহজাহানৰ নৰীয়া হোৱাত তেওঁৰ চাৰি পুতেকৰ ভিতৰত সশস্ত্ৰ কন্দল লাগিল। সেই অৱস্থাত মোগল সেনাপতিসকলে দাঁতিকাষৰীয়া ৰাজ্যৰ কথালৈ মন-কাণ দিব নোৱাৰা হ'ল। এই ছলতে মোগলৰ কৰতলীয়া কোচবেহাৰৰ ৰজা প্ৰাণনাৰায়ণে মোগলক কৰ-কাটল দিয়া বন্ধ কৰি স্বাধীনভাৱে প্ৰৱৰ্তিব ধৰিলে। জয়ধ্বজ সিংহ স্বৰ্গদেৱে সৈন্য-সামন্ত পঠিয়াই গুৱাহাটী উদ্ধাৰৰ অভিপ্ৰায় কৰিলে। ইপিনে কোচবেহাৰৰ সেনাপতি ভৱনাথ কাজিয়ে মোগল ফৌজদাৰৰ বিৰুদ্ধে যাত্ৰা কৰি সসৈন্যে হাজোত ৰলহি। আহোম আৰু কোচান সৈন্যৰ হেঁচাত তিষ্ঠিব নোৱাৰি গুৱাহাটীৰ ফৌজদাৰ লুৎফুল্লা চিৰাজীয়ে ঢাকালৈ পলাই সাৰিল। জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ সৈন্যই ভৱনাথ কাজিক পৰাস্ত কৰি মানাহালৈকে এই খণ্ড ৰাজ্য পুনৰ উদ্ধাৰ কৰি মানাহামুখত টানকৈ কোঁঠ দিয়ালে। ইয়াৰ পিচত অসমীয়া সৈন্যই ঢাকাৰ সমীপৱৰ্তী হাতীচলালৈকে মোগলৰ ৰাজ্য উবাৰ কৰি অসংখ্য মোগল প্ৰজা বন্দী কৰি অসমলৈ ধৰি আনিলে।

দাৰাচুখ আৰু মুৰাদ বক্‌চক হত্যা কৰি আৰু শ্যাহচুজাক খেদি দিল্লীৰ সিংহাসনত গজগজীয়াকৈ বহাৰ পিচত আওৰংজেব বাদশ্যাহে মীৰজুমলা নবাবক কোচবেহাৰ আৰু অসমৰ বিৰুদ্ধে পঠিয়ালে। নবাবে কোচবেহাৰ অধিকাৰ কৰি অসম অভিমুখে যাত্ৰা কৰিলে। বেজদলৈৰ পুতেক মনথিৰ ভৰালী বৰুৱা নামে এগৰাকী অনাহোম বিষয়াক পূৰ্বাপৰ নিয়ম লংঘন কৰি বিশেষ ক্ষমতা দি গুৱাহাটীলৈ সবাৰে ওপৰত যুদ্ধৰ চৰ্দাৰ কৰি পঠিওৱাত মানাহামুখৰপৰা গুৱাহাটীলৈকে সকলো আহোম বিষয়াই ঠেহ পাতি যুদ্ধলৈ মন এৰাত মীৰজুমলা নবাবে অবাধে উজাই আহি চামধৰাত ৰ'লহি। বুৰঞ্জী লিখকে এইখিনিতে আক্ষেপ কৰি কৈছে, "কাও-কাঠিও মাৰোতা নহ'ল পাণ্ডু-শৰাইঘাটত।" চামধৰা গড়ৰ যুদ্ধত মীৰজুমলাই জয়লাভ কৰি উজাই গৈ লখৌত নাও-নাৱৰা থৈ গড়গাওঁ অভিমুখে যাত্ৰা কৰিলে। ১৫৮৩ শকৰ চ'ত মাহত দিগ্বিজয়ী মোগল সৈন্যবাহিনীয়ে গড়গাওঁ নগৰ প্ৰৱেশ কৰিলে। জয়ধ্বজ সিংহ স্বৰ্গদেৱে মুখিয়াল বিষয়া আৰু অনেক লোক-লস্কৰ লগত লৈ নামৰূপৰ দুৰ্গম চৰাই খোৱোঙলৈ পলাই গ'ল। স্বৰ্গদেৱৰ শহুৰেক ৰাজমন্ত্ৰী খামুন নাওবৈচা ফুকন আৰু বাঁহগড়ীয়া আতন বুঢ়াগোহাই ডাঙৰীয়াই বহু প্ৰবন্ধে মোগলক দগা-দি কাটি-মাৰি হাৰাশাস্তি কৰি ১৫৮৪ শকৰ মাঘ মাহত তিপামৰ ঘিলাঝাৰিত সন্ধি স্থাপন কৰিলে। সেই সন্ধিমতে স্বৰ্গদেৱে নিজৰ ছ-বছৰীয়া কন্যা ৰমণী গাভৰু আৰু তিপাম ৰজাৰ জীয়েকক মোগল সম্ৰাটৰ অন্তেষপুৰলৈ সম্প্ৰদান কৰিলে, আৰু যুদ্ধৰ খৰচৰ বাবদ মোগলক তিনিলক্ষ টকা আৰু নব্বৈ হাতী আৰু বছৰি একুৰি হাতী পেছ্‌কচ্ দিবলৈ অঙ্গীকাৰ কৰিলে। মীৰজুমলা নবাবে গড়গাওঁ এৰি গুৱাহাটীলৈ গৈ তাত মোগল ফৌজাদাৰ ৰাখি ঢাকালৈ উভতি যাওতে বাটতে কবৈবাৰীৰ ওচৰত প্ৰাণত্যাগ কৰিলে। ঘিলাঝাৰি ঘাট সন্ধিমতে কাজলীমুখৰপৰা মানাহালৈকে সমুদায় ৰাজ্য মোগলৰ খাচ তলতীয়া হ'ল। জীয়েক গাভৰুৰ শোকত আৰু মোগল আহোতে ৰাজ্য এৰি পলাই যোৱাৰ মৰ্মান্তিক অনুতাপত দগ্ধ হৈ নিৰন্তৰে চকুপানী টুকি ১৫৮৫ শকৰ কাতি মাহত জয়ধ্বজ সিংহ স্বৰ্গদেৱে ইহলীলা সম্বৰণ কৰিলে।

জয়ধ্বজ সিংহৰ মৃত্যুত চাৰিং ৰজা চকৰাই চক্ৰধ্বজ সিংহ নাম লৈ সিংহাসনত উঠিল। মূৰত অপমানজনক সন্ধিৰ পেছ্‌কচ্‌ৰ বোজা আৰু অসমৰ ভাটী অঞ্চলত মোগলৰ সদৰ্প পদাঙ্ক, তাৰ উপৰিও পেছ্‌কচ্ দিয়াত অলপ তাৰতম্য ঘটিলে মোগল ফৌজাদাৰৰ অসহনীয় মাত-কথা, ইয়াকে দেখি চক্ৰধ্বজ সিংহই লাজ-অপমানৰ বিষম যন্ত্ৰণা সহিব নোৱাৰি ক'বলৈ ধৰিলে, "বঙ্গালৰ অধীন হৈ থাকিবতকৈ মৰণেসে উচিত।" নিজৰ লুপ্ত আত্মমৰ্যাদা পুনৰ প্ৰতিস্থাপিত কৰিবলৈ সৈন্যক শিকাই-বুজাই, মোমাইতামুলী বৰবৰুৱাৰ পুতেক লাচিতক বৰফুকন পাতি সকলোৰে মূৰ কৰি গুৱাহাটীৰ অভিমুখে পঠিয়ালে। ১৫৮৯ শকত বঙ্গালক পৰাস্ত কৰি গুৱাহাটী উদ্ধাৰ কৰিলে। এইবাৰ চক্ৰধ্বজ সিংহ মহাৰাজে ক'লে, "মই এতিয়াহে ভাত এগৰাহ সুখেৰে খাওঁ।" অসমে গুৱাহাটী লোৱাৰ বাৰ্তা শুনি সম্ৰাট আওৰংজেৱে অম্বেৰৰ মীৰ্জা—ৰাজা জয়সিংহৰ পুতেক ৰামসিংহক সেনাপতি পাতি গুৱাহাটী উদ্ধাৰ কৰিবলৈ অসম ৰণলৈ পঠিয়ালে। ৰামসিংহই সাম-দান-ভেদ-বিগ্ৰহ এই চাৰিওপন্থা অৱলম্বন কৰি গুৱাহাটী ল'বলৈ চেষ্টা কৰিছিল। ইতিমধ্যে বিজয় গৌৰৱ নিশুভ নোহোৱাকৈ চক্ৰধ্বজ সিংহ স্বৰ্গদেৱ স্বৰ্গী হ'ল। তাৰ পিচত উদয়াদিত্য সিংহৰ ৰাজত্বৰ ১৫৯২ শকৰ বহাগ মাহত শৰাইঘাটৰ যুদ্ধত অসমৰ হাতত ৰামসিংহ পৰাস্ত হৈ ৰোগলখানা ৰঙামাটিলৈ গৈ তাতে থাকি পুনৰ অসম আক্ৰমণৰ ছল বিচাৰিবলৈ ধৰিলে।

শৰাইঘাটৰ যুদ্ধৰ কিছুদিনৰ পিচত বীৰকেশৰী লাচিত বৰফুকনৰ মৃত্যু ঘটাত তেওঁৰ ককায়েক নিমাতী লালুকসোলা বৰফুকন পদত নিযুক্ত হয়। অসমৰ পশ্চিম সীমা মানাহানুৰৰ ওচৰত ৰঙ্গামাটি থানাত মোগল সেনাপতি ৰামসিংহ ৰজা আক্ৰমণ অভিলাষে সষ্টম হৈ থকা দেখি অসমীয়া সেনাপতিসকলে বিদেশীৰ আগন্তুক আক্ৰমণ ব্যৰ্থ কৰিবৰ মনেৰে বিশেষৰূপে চেষ্টা কৰিবলৈ ধৰিলে। অসমীয়াৰ বুদ্ধি আৰু সমৰ-কৌশল গুৱাহাটীত কেন্দ্ৰীভূত হ'ল। উজনীৰ গড়গাওঁত থাকিল মাথোন দ্বিতীয় খাপৰ বিষয়াসকল। গড়গঞা বিষয়াৰ কাৰ্যত হকাবধা কৰিবলৈ ৰজাৰ শক্তিয়ে নুকুলুৱাত সেই বিষয়াসকলে নিজৰ অভিসন্ধি সিদ্ধ কৰিবৰ মনেৰে ক্ৰমে ৰাজক্ষমতা গ্ৰাস কৰিবলৈ ধৰিলে। সিংহাসনত ৰজা উঠিছে—নামিছে, ৰাজসিংহাসনৰ উপযোগী কোঁৱৰসকলে চাওডাঙৰ হাতত প্ৰাণ হেৰুৱাইছে, বা প্ৰাণৰ কাতৰে দিহিঙ্গে-দিপাঙ্গে পলাই ফুৰিছে। চক্ৰান্তকাৰী বিষয়াৰ প্ৰতাপত ৰজা-প্ৰজা কাৰো জীৱনৰ স্থিৰতা নোহোৱা হৈছে। চক্ৰধ্বজ সিংহৰ মৃত্যুৰপৰা গদাধৰ সিংহ সিংহাসনত উঠালৈকে এই এঘাৰ বছৰৰ ভিতৰতে উদয়াদিত্য, ৰামধ্বজ, চামগুৰীয়া চুহুং ৰজা, তুংখুঙ্গীয়া গোবৰ ৰজা, দিহিঙ্গীয়া চুজিনফা ৰজা, পৰ্বতীয়া চুদৈফা ৰজা, চামগুৰীয়া চুলিকফা ৰত্নধ্বজ সিংহ ল'ৰাৰজা—এই সাতগৰাকী স্বৰ্গদেৱ আহোম ৰাজপাটত অধিষ্ঠিত হয়।৵ প্ৰথম ছোৱাত ৰাজ্য নিয়ন্তা আছিল দেবেৰা বৰবৰুৱা। ৰামধ্বজৰপৰা গোবৰ ৰজাৰ দিনলৈকে দেবেৰাই ৰজাক হাতৰ তলুৱাত ৰাখি নিজে সকলো ৰাজক্ষমতাৰ অধিপতি হৈছিল। দেবেৰাৰ অকাৰ্যৰ গতিৰোধ কৰিবলৈ শৰাইঘটীয়া বিষয়াসকলে ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঁই ডাঙৰীয়াৰ নেতৃত্ব গ্ৰহণ কৰি উজনীলৈ যাত্ৰা কৰিলে। শৰাইঘটীয়াসকলে দেবেৰাক বধি দেবেৰাই পতা গোবৰ ৰজাক হত্যা কৰিলে। ৰাজ্যৰ ৰজা নোহোৱাত পাত্ৰ-মন্ত্ৰী বিষয়াসকলে আতন বুঢ়াগোহাঁইক ৰাজ্যভাৰ সমৰ্পণ কৰিছিল। ডাঙৰীয়াই "ৰজাৰ গোষ্ঠীয়েহে ৰজা হ'ব পাৰে, মন্ত্ৰীৰ ই কৰ্ম অযোগ্য"—এই বুলি ৰাজমুকুট প্ৰত্যাখ্যান কৰি কোঁৱৰ বিচাৰি আনি সিংহাসনত বহুৱালে, প্ৰথমতে চুজিনফা দিহিঙ্গীয়া ৰজা তাৰ পিচত চুদৈফা পৰ্বতীয়া ৰজা। বুঢ়াগোহাঁই ডাঙৰীয়াই ৰাজ্যৰ গুৰিয়াল হৈ প্ৰৱৰ্তিবলৈ ধৰিলে ; কিন্তু তেখেতে ৰাজ্যৰ কুশলৰ কাৰণেহে নিজৰ ক্ষমতা প্ৰয়োগ কৰিছিল, স্বাৰ্থসিদ্ধি আতন বুঢ়াগোহাঁই ডাঙৰীয়াৰ স্বপ্নৰো অগোচৰ আছিল।

কিন্তু ক্ষমতাশালী দেশনায়কৰ কপালত বিপক্ষদলৰ চকু-পোৰণিৰ অভাৱ কোনো কালেও ঘটা নাই। তেওঁৰ কাৰ্যাৱলী যিমানেই স্বাৰ্থহীন নহওক তাত আত্মসিদ্ধি স্বাৰ্থপৰতা আৰোপণ কৰিবলৈ শত্ৰুপক্ষ সদায় উন্মুখ হৈ থাকে। আতন বুঢ়াগোঁহাই ডাঙৰীয়া আৰু গুৱাহাটীৰ লালুকসোলাৰ মাজত টোটক-নাটক লগাই কিছুমান খলুৱা বিষয়াই মনোবিবাদৰ সৃষ্টি কৰিলে। বুঢ়াগোহাঁইৰ বাঢ়ি অহা ক্ষমতা দেখি লালুকসোলা শঙ্কিত হ'ল। লোকৰ শক্তিৰ ওপৰত ভৰসা কৰি থাকিলে পিচলৈ অনিষ্ট হ'বলৈ ভয় আছে বুলি নিজে নিজৰ ক্ষমতাত বলীয়ান হ'বৰ মনেৰে আৰু অসম ৰাজ্যৰ ৰজা হ'বৰ অভিপ্ৰায়ে লালুকসোলা বৰফুকনে বঙ্গৰ চুবেদাৰ পাদশ্যাহজাদা আজমতৰা চুলতানৰ প্ৰতিনিধি মনচুৰ খাঁ নবাবক 'দেৱৰো দুৰ্গম বিশ্বকৰ্মানিৰ্মিত গুৱাহাটীৰ গড়' চাৰিলাখ ৰূপলৈ এৰি দি গড়গাওঁলৈ গৈ স্বয়ংৰূপে প্ৰৱৰ্তিব ধৰিলে, আৰু বুঢ়াগোহাঁয়ে পতা চুদৈফা পৰ্বতীয়া ৰজাক বধ কৰি চৈধ্য বছৰীয়া ল'ৰাৰজাক সিংহাসনত বহুৱালে। নিজৰ ক্ষমতা সুদৃঢ় কৰিবৰ নিমিত্তে নিজৰ পাঁচ বছৰীয়া কন্যা আৰু ভায়েক ভাতধৰাৰ বাৰ বছৰীয়া জীয়েকক ল'ৰাৰজালৈ বিয়া দিলে। অসমৰ ৰজা হ'ল চুলিকফা নামতহে, ৰাজ্যৰ সৰ্বনিয়ন্তা হ'ল লালুকসোলা

বৰফুকন। অসমৰ ভাটী অঞ্চলৰ অধিপতি হ'ল মোগল; আজমতৰা নবাবে কটকী পঠিয়াই লালুকক অসমৰ উজনী বা পূৰ্ব অঞ্চলৰ অধিকাৰী পাতিলে। কোনো সুচতুৰ বুদ্ধিমন্ত ৰাজকোঁৱৰ ৰাজপাটত বহিলে নিজ ক্ষমতা লোপ পাব বুলি ভয় কৰি লালুকসোলা বুঢ়াফুকনে বাহুবলী গদাপাণি কোঁৱৰক ধৰি বধ কৰিবৰ মনেৰে চাওডাং পঠিয়ালে। চাওডাঙে কোঁৱৰক বিচাৰি নাপাই কোঁৱৰৰ ভাৰ্যা জয়মতী কুঁৱৰীক ধৰি আনিলে। আইকুঁৱৰীদেৱ গৰ্ভে সহিতে শাস্তিতে মৰিল।

সতীৰ শোণিতেৰে মাতৃভূমি ৰঞ্জিত হোৱাত বিষয়াসকলৰ চেতন হ'ল। অসমৰ ৰজা হ'ব খোজা লালুকসোলা বুঢ়াফুকনে নগঞা শইকীয়া ভোটাই ডেকা আৰু মাধৱ তামুলীয়ে ৰাতি নিজঘৰতে খুচি মাৰিলে। গুৱাহাটীত বঙ্গালৰ পযোভৰ, উজনীত ৰাজ্য-বিপ্লৱ আৰু অশান্তি, এনে দুৰ্যোগৰ কালত ৰজা শক্তিমন্ত হৈ ৰাজ্য ৰক্ষা নকৰিলে স্বদেশ-স্বজাতি ধ্বংস হ'ব—এইটো ঠাৱৰ কৰি কলীয়াবৰীয়া বিষয়াসকলে গড়গঞা ডাঙৰীয়া, ফুকন, বৰুৱা, হাজৰিকা আদিক মাতি আনি মেল কৰি গদাপাণি কোঁৱৰক ৰজা পাতিবলৈ মন কৰিলে। ১৬০৩ শকৰ শাওণ মাহত কলীয়াবৰ বাহঘতে গদাপাণি কোঁৱৰক ৰজা পাতি বিষয়াসকল উজাই গৈ ন-জনা ৰজাৰ হাতে ল'ৰাৰজাক বধ কৰালে।

বহু দুখ-কষ্টে দেশ-দেশান্তৰে ভ্ৰমি গদাধৰ সিংহ স্বৰ্গদেৱ সিংহাসনত বহিল সঁচা; কিন্তু শান্তিৰ সোৱাদ তেওঁ উপভোগ কৰিব নাপালে। বিষয়াসকলে ক্ষমতাৰ নটা পাই তাক সহজে এৰিবলৈ ইচ্ছা নকৰিছিল। ভৱিষ্যৎ ষড়যন্ত্ৰৰ বীজ নষ্ট কৰিবৰ মনেৰে স্বৰ্গদেৱে আগৰ আমোলৰ চক্ৰান্তকাৰী বিষয়াসকলক ধৰি আনি বধ কৰিলে। লালুক বৰফুকনৰ ভায়েক ভাতধৰাই কৰায়েকৰ মৃত্যুৰ পিচত মনচুৰ খাঁ নবাবৰ শৰণাগত হৈছিল। স্বৰ্গদেৱে ভাতধৰাক ধৰি আনি পুতেকক কুঠাৰেৰে হিয়া ফালি আগমঙহ উলিয়াই ৰান্ধি বাপেকক খুৱালে, পাচে বাপেক ভাতধৰাকো কাটিলে। ইয়াৰ বাহিৰে অন্যান্য কুচক্ৰী মানুহকো স্বৰ্গদেৱে বধ কৰিলে। ৰজাই টানমুখীয়াকৈ ৰাজ্য শাসন কৰাত দেশত চোৰ-ডকাইত নাইকিয়া হ'ল। ৰাজ্যৰ চাৰিওফালে ঢক উঠি গ'ল যে গদাধৰ সিংহ বৰ একাচেকা ৰজা; ষড়যন্ত্ৰ বা বিদ্ৰোহৰ সন্দেহ পালে তেওঁ কাকো সুদাই নেৰে। এইদৰে বহুদিন লুপ্ত হোৱা আৰু মন্ত্ৰীৰ প্ৰভাৱে ছাটি ধৰা ৰাজশক্তিক সুদৃঢ় ভেটিত স্থাপন কৰি স্বৰ্গদেৱে গুৱাহাটী ৰাজ্য উদ্ধাৰৰ কাৰণে মনচুৰ খাঁৰ বিৰুদ্ধে সৈন্য পঠিয়ালে। ১৬০৪ শকৰ শাওণ মাহত দিলিহীয়াল লাঙি বুঢ়াগোহাঁই আৰু পিকচাইৰ হুলো ফুকন আদি অসমীয়া সেনাপতিয়ে ইটাখুলি ৰণত মনচুৰ খাঁক পৰাস্ত কৰি মোগল সৈন্যক খেদি নি মানাহা নদীৰ সিপাৰ কৰি থৈ আহিল। তেতিয়াৰেপৰা মানাহা নৈ অসম আৰু মোগলৰ সীমাৰূপে প্ৰৱৰ্তিব ধৰিলে। বৃটিছ অহা কাললৈকে এই সীমা নবচৰ হোৱা নাছিল।

গদাধৰ সিংহ স্বৰ্গদেৱে কোঁৱৰালি কালত পলাই ফুৰোতে সত্ৰীয়া গোসাই-মহন্তসকলৰ অসাধাৰণ ঐশ্বৰ্য-বিভূতি দেখি স্তম্ভিত হৈছিল। ৰজা হোৱাৰ পিচত বেজদলৈ ৰজাচৰণ ভণ্ডাৰী বৰুৱাই স্বৰ্গদেৱত জনালে, "ভকতক ধন কেলৈ লাগিছে? চাউল কঠাহে লাগে, তাকো সেৱক-শৰণীয়াই দিছে। যদি স্বৰ্গদেৱৰ আজ্ঞা হয় সেই ধন আনিব পাৰো।" স্বৰ্গদেৱে ৰজাচৰণৰ প্ৰস্তাৱত সন্মতি দিয়াত বেজদলৈয়ে চাওডাঙৰ হতুৱাই মহাজনসকলক

দাঁড়ি-বাদ্ধি তেওঁলোকৰ ধন-সম্পত্তি লুটি আনিলে আৰু কেবাগৰাকীও মহন্তক নাৰকৰূপলৈ নি সংহাৰ কৰিলে।

১৬১৭ শকৰ ফাগুন মাহত গদাধৰ সিংহৰ মৃত্যু হয়। ৰুদ্ৰসিংহ দেৱতা ৰাজপাটত উঠি ভাৰতৰ চকুত অসমৰ গৌৰব-মৰ্যাদা বঢ়াবলৈ আৰু অসমীয়াক ভাৰতৰ আন আন জাতিৰ সমকক্ষ কৰিবলৈ প্ৰাণপণে যত্নবান হ'ল। তেওঁ পোন প্ৰথমে নিৰ্যাতিত বন্দী মহন্তসকলৰ বান্ধোন মোকোলাই দিলে। তাৰ পিচত বৈৰাগী আৰু খাউন্দৰ খেল সৃষ্টি কৰি ভিন ভিন দেশৰ দৰ-দস্তুৰ, সাজ-পাৰ, শিক্ষা-সঙ্গীত, ৰণ-নীতি আৰু শাসন-পদ্ধতি চাই-চিতি আহিবলৈ স্বৰ্গদেৱে ভাৰতৰ নানা ঠাইলৈ মানুহ পঠিয়ালে। জয়ন্তীয়া আৰু কছাৰী ৰাজ্য বশবৰ্তী কৰি স্বৰ্গদেৱে এই দুই ৰাজ্যৰপৰা কৰ-কাটলৰ ব্যৱস্থা কৰি ভৱিষ্যতে যুদ্ধ-বিগ্ৰহত মানুহ-আহিলাৰে ভৰ দিবলৈ স্বৰ্গদেৱে তাৰ ৰজাৰপৰা প্ৰতিশ্ৰুতি ল'লে। অসমৰ অন্তৰ্গত দৰং, বেলতলা, গোভা, নেলী, চহৰী, ৰাণী, লুকী, বনগাওঁ, ভোলাগাওঁ, মৈৰাপুৰ, পাণতল, পাণবাৰী আদি কৰতলীয়া ৰজাক ভৱিষ্যতে যুদ্ধৰ কাৰণে সাজু হৈ থাকিবলৈ সৈন্য আৰু সম্ভাৰৰ দিহা কৰিবলৈ আদেশ দিলে। ডফলা আদি সামৰিক জাতিৰ লগত মিত্ৰতা স্থাপন কৰি অসমৰ ক্ষত্ৰশক্তি বৃদ্ধি কৰিলে। ৰাজ্যৰ আভ্যন্তৰিক অৱস্থা টনকিয়াল কৰি উঠি ৰুদ্ৰসিংহ স্বৰ্গদেৱে দিগ্বিজয় বাঞ্ছা কৰি সৈন্য-সেনা আৰু আহিলা-সম্ভাৰ যুগুত কৰিবলৈ ধৰিলে।

পৌৰাণিক যুগৰেপৰা কামৰূপ বা বৰ আসামৰ স্বাভাৱিক পশ্চিম সীমা আছিল কৰতোৱা নদী। কনচেং বৰপাত্ৰগোহাঁই ডাঙৰীয়াই বঙ্গাল শত্ৰুক কাটি-মাৰি খেদি নি এই কৰতোৱা গঙ্গাত খাওা পখালিছিল। স্বৰ্গদেৱ ৰুদ্ৰসিংহই অসমৰ এই প্ৰাচীন সীমা উদ্ধাৰ কৰিবলৈ মনস্থ কৰিলে। স্বৰ্গদেৱৰ পাত্ৰ-মন্ত্ৰীয়ে উৎসাহ দি ক'লে, "কৰতীয়া-গঙ্গা সীমা কৰি আমাৰেহে ৰাজ্য। আমি মন-কাণ নেদিবৰ বাবাইহে শত্ৰুএ লৈছে। ৰাজা হ'লে পৰ শত্ৰুক মাৰি আপুনাৰ সীমনা ৰাখি লবলেসে যোগ্য। স্বৰ্গদেৱৰ পূৰ্বে পুলিন ৰজাদেৱে তেজশক্তিৰ বলে বঙ্গামাটি চৰাই কৰতোৱা গঙ্গাত খাওা পখালি গৈছে। তেতিয়া তাক আচল হেন দেখি গুৱাহাটীত থানা কৰি মানাহা সীমা কৈ গৈছে।" তাৰ উপৰিও অসমীয়া তীৰ্থ-যাত্ৰীয়ে ভাগীৰথী গঙ্গা আৰু কৰতোৱা গঙ্গাত স্নান কৰিবলৈ যাওঁতে বঙ্গৰ বিষয়াসকলৰপৰা নানান উৎপীড়ন আৰু হকা-বধা সহিব লগাত পৰিছিল। বঙ্গ বিজয় কৰিব পাৰিলে হিন্দুৰ পবিত্ৰ গঙ্গা অসমৰ অন্তৰ্ভুক্ত হ'ব, তাৰ লগে লগে অসমীয়া তীৰ্থ পৰ্যটকে নিৰ্বিবাদে তাত স্নান কৰিব পাৰিব।

সেই সময়ত মুৰ্চিদ-কুলি খাঁ বঙ্গদেশৰ দুৱলীয়া শাসনকৰ্তা আছিল। বঙ্গৰ ৰাই চুবেদাৰ চুলতান আজিমুদ্দীন কাৰ্য তৎপৰ নোহোৱাত মুৰ্চিদ-কুলি খাঁ বঙ্গদেশৰ প্ৰকৃত প্ৰস্তাৱে শাসনকৰ্তা হয়। এই মুৰ্চিদ-কুলিয়ে তলতীয়া ৰজালৈ পঠিওৱাৰ গতেৰে স্বৰ্গদেৱ ৰুদ্ৰসিংহলৈকো খিলাত পঠিয়াইছিল। বঙ্গ আক্ৰমণ কৰি এই অপমানৰ প্ৰতিশোধ লোৱাত স্বৰ্গদেৱৰ উদ্দেশ্য আছিল।

১৬২৯ শক বা ১৭০৭ খৃষ্টাব্দত সম্ৰাট আওৰংজেবৰ মৃত্যু হয়। তেওঁৰ ৰাজত্বৰ কালতে ভাৰতত মোগল আধিপত্যত ঘূণে বিন্ধিবলৈ আৰম্ভ কৰে। আওৰংজেবৰ একনিষ্ঠতা, সতৰ্ক দৃষ্টি আৰু অনিদ্ৰ পৰিশ্ৰমৰ বলত মোগল সাম্ৰাজ্য প্ৰকাশ্যভাৱে উভালি পৰা নাছিল। তেওঁৰ মৃত্যুৰ পিচত পুতেকসকলৰ মাজত দিল্লীৰ পাদশ্যাহীৰ কাৰণে

সশস্ত্ৰ প্ৰতিদ্বন্দ্বিতা আৰম্ভ হয়, শিখ আৰু মাৰাঠা জাতিয়ে এনেকি ভাৰতত বসতি কৰি থকা আফগান জাতিয়েও মূৰ দাঙ্গিবলৈ সুযোগ পায়। সম্ৰাট আওৰংজেবৰ টান্‌হতীয়া শাসনৰপৰা মুক্তি লাভ কৰি বহুদিন নিৰ্যাতিত হিন্দু ৰজাসকলে মোগলৰ অধীনতা দলিয়াই পেলাবলৈ ভিতৰে-বাহিৰে চেষ্টা কৰিছিল। এই ছেগতে ঠনকা হালি পৰা দিল্লীৰ পাদশ্যাহী অধিকাৰ কৰাৰ প্ৰতিও স্বৰ্গদেৱ ৰুদ্ৰসিংহই লক্ষ্য ৰাখিছিল। সেই অৰ্থে স্বৰ্গদেৱে ভাৰতৰ হিন্দু ৰজাসকলেৰে মিত্ৰতা স্থাপন কৰিবৰ মনেৰে তেওঁলোকলৈ পত্ৰ-সন্দেশ সহিতে কটকী আৰু বৈৰাগী আদি পঠিয়াইছিল। অসমৰ স্বৰ্গদেৱে পঠিওৱা কটকীসকলে যথাসময়ত ভাৰতৰ হিন্দু ৰজাসকলৰপৰা যি প্ৰত্যুত্তৰ আনিলে, তাৰ মৰ্ম এই— "মোগলক আমি চেলাম কৰিব লাগে আৰু আমাৰ বহুতৰ জাতিও নষ্ট কৰিছে। অসমৰ স্বৰ্গ-মহাৰাজাৰ প্ৰতাপ আমি শুনিছো। স্বৰ্গ-মহাৰাজা উদয়গিৰিৰ পাদশ্যাহ, তেওঁক চেলাম কৰাত আমাৰ নিষেধ নাই। স্বৰ্গদেৱৰ প্ৰস্তাৱ আমাৰ মনোনীত হৈছে। স্বৰ্গ-মহাৰাজাই দিল্লী অধিকাৰ কৰিবলৈ উদ্যোগ কৰিলে আমি তেওঁক সম্পূৰ্ণ মদত দিম।"

প্ৰকাশ্যে বঙ্গ আক্ৰমণ আৰু ভিতৰি দিল্লী অধিকাৰৰ আকাংক্ষাৰে স্বৰ্গদেৱে সৈন্য-সামন্ত লগত লৈ ৰংপুৰৰপৰা যাত্ৰা কৰি উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰত বাহৰ কৰি থাকিলহি। তেওঁৰ লগত আছিল খাচ আহোম ৰাজ্যৰ সৈন্য ৩৬,০০০। দাঁতিকাষৰীয়া ৰজাসকলে সৰ্বমুঠ চাৰি লাখ সৈন্য লৈ স্বৰ্গদেৱক উত্তৰ গুৱাহাটী বাহৰত যোগ দিলেহি। স্বৰ্গদেৱে বাছুকবনীয়া সেনাবোৰ নিজৰ লগত ৰাখি বাকীবোৰক খেতি-বাতি কৰিবলৈ নিজ নিজ গাৱঁলৈ ওভোতাই পঠিয়ালে, আৰু কিছু সৈন্য আগ কৰি মানাহামুখত কোঁঠ কৰি থাকিবলৈ দিলে। ১৬৩৬ শকৰ আষোণৰ দিনত স্বৰ্গদেৱে গুৱাহাটীৰপৰা দিগ্বিজয়-যাত্ৰা কৰিবৰ প্ৰস্তাৱ কৰিলে। কিন্তু ইয়াৰ কাৰণে আয়োজন চলি থাকোতেই সেই শকৰ ভাদৰ ১৩ দিন যাওঁতে উত্তৰ গুৱাহাটীৰ বাহৰত ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ লোকান্তৰ হয়। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মৃত্যুৰ লগে লগে অসমীয়াই ভাৰত সাম্ৰাজ্যৰ আধিপত্য ভোগ কৰাৰ সম্ভাৱনা চিৰকাললৈ চুৰমাৰ হৈ গ'ল।

ৰুদ্ৰসিংহৰ পিচত শিৱসিংহ ৰজা হ'ল। নায়কৰ অভাৱত গুৱাহাটীত গোট খোৱা বিপুল সৈন্য-বাহিনী যূথভ্ৰষ্ট হৈ নিজ নিজ ঠাইলৈ গুচি গ'ল। বঙ্গৰ শান্তিপুৰ নিবাসী কৃষ্ণৰাম ন্যায়বাগীশ পণ্ডিত ৰাজগুৰু হৈ ৰজাঘৰত শাক্তধৰ্মৰ প্ৰৱৰ্তন কৰিলে। স্বৰ্গদেৱ আৰু মুখিয়াল বিষয়াসকলে নতুন ধৰ্ম গ্ৰহণ কৰি দুসাধ্য তান্ত্ৰিক মন্ত্ৰ সিদ্ধ কৰিবলৈ দুৰ্ঘোৰ সাধনা কৰিবলৈ ধৰিলে। পণ্ডিতসকলে গণিতা কৰি পালে ৰজাৰ ছত্ৰভঙ্গ যোগ আছে বুলি। চিনাতলীয়া নটৰ জীয়ৰী ফুলমতীয়ে ফুলেশ্বৰী আৰু প্ৰমথেশ্বৰী নাম লৈ বৰৰজা উপাধিৰে স্বামীৰ পৰিবৰ্তে বিস্তৃত অসম ৰাজ্যৰ সৰ্বনিয়ন্ত্ৰী হৈ পৰিল। শাক্তধৰ্মানুচাৰিনী ৰাণীৰ আদেশত বৈষ্ণৱ নিষিদ্ধ দুৰ্গাপূজাৰ বলিৰ তেজেৰে বৈষ্ণৱ মহন্তৰ ললাট ৰঞ্জিত হ'ল। তাৰ লগে লগে অসমৰ ভাগ্যলক্ষ্মীৰ শুভ্ৰ-ললাটত কালিমা ৰেখাৰ চেকা পৰিল। ৰজাই হেজাৰো তামৰ ফলি মাৰি ভূমিদান কৰক বা দেৱীঘৰত মন্ত্ৰসাধনা কৰি কাল কটাওক, সেই কলঙ্কৰেখা আৰু মচিব পৰা নগ'ল। বিদ্ৰোহৰ বৃক্ষ একেদিনাই গজি নুঠে; প্ৰজাৰ অসন্তুষ্ট ভাব বিয়পিবলৈ দিন লাগে। যদি সেই বিদ্ৰোহ ভাব বিশদব্যাপী হ'ল তেন্তে ৰজাঘৰীয়া বিষয়া এক কিৱিজতিয়ান অসাৱধানতা আৰু

অত্যাচাৰে খাণ্ডৱদাহ কৰিব পাৰে। শিৱসিংহৰ দিনত তিনিটা নতুন কথা সোমাল, ৰজাঘৰত আৰু ৰাজ বিষয়াৰ মাজত শাক্তধৰ্মৰ প্ৰৱেশ, তিৰোতাৰ ৰাজেশ্বৰী পদ লাভ আৰু ৰাজশাসন সংক্ৰান্ত বিবিধ কৰ্তব্যৰপৰা ৰজাৰ বিদায় গ্ৰহণ। এই তিনিওৰে সাৰসমষ্টি পৰিণাম হ'ল—নিৰীহ কৃষিকুশল প্ৰজাৰ অসিব্ৰত গ্ৰহণ আৰু আহোম ৰাজ্য পতন।

১৬৬৬ শকত শিৱসিংহৰ মৃত্যু হয়, তেওঁৰ পিচত ভায়েক প্ৰমত্তসিংহ সিংহাসনত উঠে। এইজনা ৰজাৰ দিনত কোনো অদ্ভুত-অত্যাচাৰ হোৱা নাছিল। প্ৰমত্তসিংহ স্বৰ্গদেৱে ৰংঘৰ, ৰুদ্ৰেশ্বৰৰ দৌল আদি সাজি কামৰূপ পিয়লৰ কাগজ-পত্ৰ নিবদ্ধ কৰি ১৬৭৩ শকত লোকান্তৰ হয়।

১৬৭৩ শক বা ১৭৫১ খৃষ্টাব্দত ৰাজেশ্বৰ সিংহ সিংহাসনত উঠে। আৰু ১৭৬৯ খৃষ্টাব্দত তেওঁৰ মৃত্যু হয়। এই ওঠৰ বছৰৰ ভিতৰত ভাৰতৰ ভাগ্য আকাশত যুগান্তৰকাৰী পৰিবৰ্তন ঘটিছিল। যিপিনে চোৱা যায়, সিপিনে মাত্ৰ যুদ্ধ আৰু প্ৰতিদ্বন্দ্বিতা, ভাৰতীয় ৰাজশক্তিৰ পতন আৰু তাৰ ঠাইত ইউৰোপীয় শক্তিৰ অভ্যুদয়। টিমুৰলঙৰ সন্ততিসকলৰদ্বাৰা সংস্থাপিত আৰু সংবৰ্দ্ধিত মোগল ক্ষমতাৰ জঁকা মাত্ৰ অৱশেষ ৰ'লগৈ। আওৰংজেৱ পাদশ্যাহৰ মৃত্যুৰ পিচত তেওঁৰ পৰবৰ্তী মোগল সম্ৰাট বাহাদুৰ শ্যাহ, জাহান্দাৰ শ্যাহ, ফাৰোকশ্যাৰ, মহম্মদ শ্যাহ, এওঁলোকৰ দিনত পৰাক্ৰমশালী মোগলৰ নিচান নিষ্প্ৰভ হ'বলৈ ধৰিলে। শিখ জাতিৰ সামৰিক জাগৰণ, মহাৰাষ্ট্ৰীয়সকলৰ উত্তৰ ভাৰতলৈকে ৰাজ্য বিস্তাৰ, পাৰস্য সম্ৰাট নাদিৰ শ্যাহৰ ভাৰত আক্ৰমণ, তাৰ লগে লগে ইউৰোপীয় বণিকৰ ভাৰতত ৰাজশক্তি প্ৰতিস্থাপনৰ উদ্যম, এইবোৰৰ খকা-খুন্দা আৰু ঘাত-প্ৰতিঘাতৰ কাৰণে ভাৰতত অবিৰত তোলপাৰ, অশান্তি, অৰাজকতা আৰু শোণিত ক্ষয়। ১৭৪৮ খৃষ্টাব্দত মহম্মদ শ্যাহৰ মৃত্যুৰ পিচত আহমদ শ্যাহ দিল্লীৰ সম্ৰাট পদত অধিষ্ঠিত হয়। তেওঁৰ পিচত দ্বিতীয় আলমগীৰৰ দিনত কাবুলৰ আহমদ শ্যাহ দুৰাণীয়ে পঞ্জাব অধিকাৰ কৰে। বিদেশীৰ অস্ত্ৰচালনাত দিল্লী নগৰ হত্যা আৰু লুণ্ঠনৰ লীলাভূমি হয়। ১৭৬১ খৃষ্টাব্দত আহমদ শ্যাহ দুৰাণীৰ সৈতে পাণিপথ নামে ঠাইত মহাৰাষ্ট্ৰীয়সকলৰ তুমুল সংগ্ৰাম হয়। এই যুদ্ধত মহাৰাষ্ট্ৰীয় সেনা মূৰ তুলিব নোৱাৰাকৈ পৰাস্ত হয়, তাৰ লগে লগে মহাৰাষ্ট্ৰীয়ই ভাৰতত একছত্ৰী সাম্ৰাজ্য স্থাপন কৰাৰ সম্ভাৱনা সমূলে নিৰ্বাপিত হয়। ১৭৫৯ খৃষ্টাব্দত দ্বিতীয় আলমগীৰৰ হত্যাৰ পিচত তেওঁৰ পুতেক শ্যাহ আলম মোগল ৰাজপাটত বহিল সঁচা, কিন্তু তেওঁ ৰাজধানী এৰি বঙ্গদেশত পলাতকভাৱে কাল কটাবলৈ বাধ্য হয়। ক'বলৈ গ'লে, এইখিনিতে মোগল সাম্ৰাজ্যৰ যবনিকা পতন হ'ল।

ইউৰোপীয় জাতিবৃন্দৰ ভিতৰত পোন-প্ৰথমে পৰ্টুগীজ জাতিয়ে ভাৰতত সদাগৰী আৰু ৰাষ্ট্ৰীয় আধিপত্য স্থাপন কৰে। খৃষ্টীয় ষোল শতিকাত পৰ্টুগীজে ভাৰতৰ সমীপবৰ্তী দ্বীপপুঞ্জ আৰু পাৰস্য উপসাগৰত নানা ঠাইত কেন্দ্ৰ স্থাপন কৰে। আৰু মাদ্ৰাজ মছলীপতন, গোৱা আদি ঠাইৰ শাসনভাৰ হস্তগত কৰে। কিন্তু খৃষ্টীয় সোতৰ শতিকাত হলেণ্ডীয় বা ডাট্‌চ্‌ জাতিৰ অভ্যুদয় হোৱাত পৰ্টুগীজৰ প্ৰভাৱ ক্ৰমান্বয়ে টুটি আহে। হলেণ্ডবাসী বা ওলন্দাজ নাবিক সেইকালৰ মোগল সেনাপতিৰ নাৱৰীয়া হৈ অসমলৈকো আহিছিল। মহাৰাজ প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত শোৱালকুছিৰ ওচৰত অসমীয়া সৈন্যই এটা ওলন্দাজ ফিৰিঙি পাই ধৰি লোৱা লগাই গড়গাৱঁলৈ পঠিয়াই দিছিল। ১৬৬২ খৃষ্টাব্দত মীৰজুমলাই

অসম আক্ৰমণ কৰোঁতে তেওঁৰ লগত ডালেজন ওলণ্ডাজ আৰু পৰ্টুগীজ নাৱৰীয়া অসমলৈ আহিছিল। তাৰে এজন ওলণ্ডাজে অসম অভিযানৰ প্ৰত্যক্ষ বিৱৰণ লিখি থৈ গৈছে। খৃষ্টীয় ওঠৰ শতিকাত ইংৰাজৰ উত্থানৰ ফলত ওলণ্ডাজ জাতি ভাৰতত ক্ষীণ হৈ আহিবলৈ ধৰিলে। ১৮২৪ খৃষ্টাব্দত বৃটিচে ওলণ্ডাজৰ শেষ দখল চুচুঁড়া কিনি লোৱাত ভাৰতত হলেণ্ডৰ ৰাজশক্তিৰ চিন-মোকাম নাইকিয়া হ'ল।

খৃষ্টীয় অষ্টাদশ শতিকাত ভাৰতত প্ৰতিপত্তি লাভৰ কাৰণে ফৰাচী আৰু ইংৰাজৰ মাজত তুমুল প্ৰতিদ্বন্দ্বিতা হয়। ১৬০০ খৃষ্টাব্দত 'ইংৰাজী ইষ্ট ইণ্ডীয়া কোম্পানি' স্থাপিত হয়, আৰু ১৬০৪ খৃষ্টাব্দত জয়জয়তে 'ফৰাচী ইষ্ট ইণ্ডীয়া কোম্পানি' স্থাপিত হয়। লাহে লাহে ফৰাচী সদাগৰে সুৰাট, পণ্ডিচেৰী আৰু চন্দন নগৰত ফ্যাক্টৰী বা কুঠি পাতি লয়, আৰু পণ্ডিচেৰী সকলো কাৰ্য কামৰ থাই কেন্দ্ৰ হয়। খৃষ্টীয় সপ্তদশ শতিকাত ইংৰাজ কোম্পানিয়ে মাদ্ৰাজ, বোম্বাই, সুৰাট, কাছিম-বাজাৰ, পাটনা, ঢাকা আৰু হুগলিত গোলা-গঞ্জ পাতি বেপাৰ-বাণিজ্য চলাই আছিল। নিজৰ মালবস্তু আৰু কৰ্মচাৰীক ৰক্ষা কৰিবৰ কাৰণে কুঠিয়ে প্ৰতি কিছু কিছু সৈন্যও ৰাখিব লগাত পৰিছিল। ১৭০০ খৃষ্টাব্দত ইংৰাজে হুগলি এৰিবলৈ বাধ্য হোৱাত তেওঁলোকৰ অধ্যক্ষ জব্ চাৰ্ণকে সুতানুটি, গোবিন্দপুৰ আৰু কলিকতা নামে তিনিখন গাওঁ কিনি বৰ্তমান কলিকতা মহা-নগৰীৰ মূলভেটি স্থাপন কৰে।

১৭৪৪ খৃষ্টাব্দত ইউৰোপত ইংৰাজ আৰু ফৰাচীৰ যুদ্ধ আৰম্ভ হয়। সেই সময়ত ভাৰতত থকা এই দুই জাতিৰ বেপাৰী সৈন্যৰ মাজতো যুদ্ধৰ সূত্ৰপাত হয়। ফৰাচীবিলাকৰ নেতা আছিল ডুপ্লে আৰু ইংৰাজৰ সেনাপতি আছিল ক্লাইৱ। এওঁলোক দুয়োজনাৰ প্ৰতিযোগিতা আৰু চক্ৰান্তৰ ফলত দুয়ো জাতিৰ মনোমালিন্য সুবিস্তৃত আৰু ঘণীভূত হৈ আহিবলৈ ধৰিলে। ভাৰতীয় ৰজা আৰু নবাবো ঠায়ে ঠায়ে সেই অৰিয়া-অৰিৰ মাজত সোমাবলৈ বাধ্য হ'ল। ১৭৫৬ খৃষ্টাব্দৰপৰা ১৭৬৩ খৃষ্টাব্দলৈকে ফৰাচী আৰু ইংৰাজৰ মাজত সাতবছৰীয়া ৰণ হ'ল। এই দীঘলীয়া ৰণৰ ফল স্বৰূপে পণ্ডিচেৰী আৰু চন্দন নগৰ ইংৰাজৰ তলতীয়া হ'ল। কৰ্ণাটিক অঞ্চলত ইংৰাজৰ প্ৰতিপত্তি বাঢ়িল আৰু ভাৰতত ফৰাচীয়ে মূৰ দাঙিব নোৱাৰাকৈ সমূলে ধ্বংস হ'ল। ১৭৬৩ চনত প্যাৰী-সন্ধিসূত্ৰে পণ্ডিচেৰী আৰু চন্দন নগৰ পুনৰ ফৰাচীৰ হাতলৈ গ'ল সঁচা, কিন্তু ফৰাচী শক্তিয়ে আৰু ভাৰতত গা টঙাব নোৱাৰিলে।

দিল্লীৰ সম্ৰাটসকলৰ ক্ষমতা ক্ৰমান্বয়ে কমি অহাত মোগলৰ অধীনে প্ৰৱৰ্তা বঙ্গৰ চুবেদাৰৰ ক্ষমতা আৰু প্ৰভাৱ লাহে লাহে বাঢ়িবলৈ ধৰিলে। ১৬৬৩ খৃষ্টাব্দত বঙ্গৰ শাসনকৰ্তা মীৰজুমলাৰ মৃত্যু হোৱাত চায়েষ্টা-খাঁ চুবেদাৰ হয়। ইয়াৰ পাচত ফেদাই খাঁ, চুলতান মহম্মদ আজমতৰা, পুনৰ চায়েষ্টা খাঁ, দ্বিতীয় ইব্ৰাহিম, আজিমুদ্দীন বা আজিম হুচেইন, মুৰ্চিদ-কুলি খাঁ, চুজাউদ্দিন খাঁ, তাৰ পাচত আলিবৰ্দি খাঁ। শেষোক্ত আলিবৰ্দি খাঁ নবাবে মাহাৰাষ্ট্ৰাক চৌথ দিম বুলি অঙ্গীকাৰ কৰি বঙ্গৰ স্বাধীনতা ৰক্ষা কৰে। ১৭৫৬ চনত আলিবৰ্দি খাঁৰ মৃত্যু হোৱাত নাতিয়েক চিৰাজৌদ্দৌলা নবাব বঙ্গৰ মচনদত বহিল। ইংৰাজৰ প্ৰতিপত্তি বাঢ়ি অহা দেখি শঙ্কান্বিত হৈ চিৰাজৌদ্দৌলা নবাবে তাৰ প্ৰতিৰোধৰ উপায় চিন্তিবলৈ ধৰিলে। নবাবে কাছিম-বাজাৰত থকা ইংৰাজৰ কুঠি অধিকাৰ কৰি কলিকতা অভিমুখে সসৈন্যে যাত্ৰা কৰিলে। ইয়াৰ পাচত ১৭৫৬

খৃষ্টাব্দৰ জুন মাহত কলিকতাৰ অন্ধকূপ হত্যা ; ডিচেম্বৰত নবাবৰ হাতৰপৰা ইংৰাজৰ কলিকতা উদ্ধাৰ ; ১৭৫৭ চনৰ জুন মাহত পলাশীৰ যুদ্ধত ক্লাইবৰ হাতত চিৰাজৌদ্দুল্লাৰ পৰাজয়, নবাবৰ মীৰবক্সী মীৰজাফৰক বঙ্গ-বিহাৰ-উৰিষ্যাৰ শাসনকৰ্তা নিয়োগ ; মীৰ-জাফৰৰ পুতেকৰ হাতত নবাব চিৰাজৌদ্দুল্লাৰ প্ৰাণ হত্যা, ১৭৫৮ চনত বঙ্গত থকা ইংৰাজ বসতিবোৰৰ ওপৰত ক্লাইবৰ শাসনকৰ্তা পদত নিয়োগ, মীৰজাফৰৰ পদচ্যুতি ; ১৭৬১ চনত মীৰকাছিমৰ বঙ্গৰ নবাব পদত নিয়োগ ; বৰ্দ্ধমান, মেদিনীপুৰ আৰু চট্টগ্ৰামত ইংৰাজৰ আধিপত্য লাভ ,—এইদৰে বঙ্গত তল-ওপৰ চলিবলৈ ধৰিলে।

ইতিমধ্যে দিল্লীসম্ৰাটে পুতেক শ্যাহ-আলমক বঙ্গ, বিহাৰ, উৰিষ্যাৰ চুবেদাৰ পাতি বেহাৰলৈ পঠিয়ালে। ইংৰাজ সৈন্য যুদ্ধৰ অভিপ্ৰায়ে পাটনালৈ আহিল। শ্যাহ-আলমে যুদ্ধ কৰক চাবি নিজৰ আহাৰ-পাতিৰ খৰচৰ কাৰণে ক্লাইবৰ মুখাপেক্ষী হ'ব লগাত পৰিল। তাৰ পাচত শ্যাহ-আলম দিল্লী সম্ৰাটৰ গাদীত বহি পুনৰ পাটনালৈ আহে। মীৰকাছিম আৰু ইংৰাজৰ হাতত পৰাজিত হৈ শ্যাহ-আলমে বঙ্গ, বিহাৰ, উৰিষ্যাৰ শাসনভাৰ মীৰকাছিমৰ হাতত অৰ্পণ কৰে। তাৰ পাচত ইংৰাজৰ স্বতন্ত্ৰ হৈ প্ৰৱৰ্তিৰ খোজাত ইংৰাজৰ লগত মীৰকাছিমৰ সৈন্যৰ সংঘৰ্ষণ হয়। পাটনা আৰু বক্চাৰ ৰণত পৰাস্ত হৈ প্ৰাণৰ কাতৰে মীৰকাছিমে দেশ এৰি পলাই গ'ল। মীৰজাফৰ পুনৰ বঙ্গৰ শাসনকৰ্তা হৈ ১৭৬৫ চনত লোকান্তৰ হয়। তেওঁৰ মৃত্যুত নাজিমৌদ্দুল্লা বঙ্গৰ নবাব পদত অধিষ্ঠিত হ'ল।

মোগলৰ শাসনপ্ৰথা মতে কোনো প্ৰদেশৰ নবাব বা চুবেদাৰৰ তলত দেৱান উপাধিধাৰী এজন বিষয়াই ৰাজহ সংগ্ৰহ কৰি বাদ্‌শ্যাহী ভঁৰাললৈ পঠিয়াইছিল। ১৭৬৫ খৃষ্টাব্দত দিল্লীৰ সম্ৰাট শ্যাহ-আলমে ইংৰাজ ইষ্ট ইণ্ডিয়া কোম্পানিক বঙ্গ, বিহাৰ, উৰিষ্যাৰ দেৱানী পদত অধিষ্ঠিত কৰিলে। সৈন্য সামন্ত ৰাখি ৰাজ্য-ৰক্ষাৰ ভাৰো ইংৰাজৰ হাতত পৰিল। এইদৰে বঙ্গ, বিহাৰ, উৰিষ্যাত মোগলৰ পৰিবৰ্তে প্ৰকৃত প্ৰস্তাবে ইংৰাজ অধিপতি হ'ল।

এইদৰে ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ বিপ্লৱ আৰু বিভ্ৰাট, সদাগৰী আৰু ৰাষ্ট্ৰীয় খকাখুন্দা। অসমত কিন্তু পযোভৰ শান্তি-সুখ। অসমৰ স্বাধীনতা-সূৰ্যক তেতিয়াও ডাৱৰে ঢাকিব পৰা নাছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱক কৈছে, "স্বৰ্গদেৱ ঈশ্বৰ, স্বৰ্গদেৱৰ পুণ্য-প্ৰতাপৰ বলে মই বন্দীয়ে মণিপুৰীয়া ৰজা জয়সিংহকে আৰু কছাৰীৰ ৰজাৰ মাকত চপা সন্দিকাৰী ৰজাকো অনা হৈছে. হৰ-গৌৰীৰ মূৰ্তি এখনিও অনা হৈছে, পাচে স্বৰ্গদেৱে ৰংপুৰৰ বাহৰৰ বৰচোৰাতে কছাৰী, মণিপুৰীয়া দুয়ো ৰজাক সম্ভাষা হ'ল। দুয়ো ৰজা স্বৰ্গদেওক সেৱা কৰিলে। সভাও অতি বিচিত্ৰ হৈছিল। সেই বেলা জয়ানন্দৰ জোৱাই স্বৰ্গদেৱৰ আগত পাসৌজ গান কৰিছিল। ৰজাবোৰে দেখি বিস্ময়।"

## দ্বিতীয় আধ্যা

# তুংখুঙ্গীয়া ফৈদ

১৫৭৮ শকৰপৰা আহোম ৰাজত্বৰ শেষলৈকে সিংহাসনত বহা স্বৰ্গদেৱসকল, চামগুৰীয়া চুহুং ৰজা, চুজিনফা দিহিঙ্গীয়া ৰজা, পৰ্বতীয়া চুডেফা ৰজা আৰু চামগুৰীয়া চুলিকফা ল'ৰাৰজাৰ বাহিৰে, আটাইকেজন তুংখুঙ্গীয়া ফৈদৰ। আহোম ৰাজত্বৰ শেষ ১৪৫ বছৰ এই তুংখুঙ্গীয়া ফৈদৰ কোঁৱৰসকলে অকণ্টকা ৰাজ্য ভোগ কৰে। কোনো আহোম ৰাজফৈদে ইমান দীঘল কাল ৰাজ্যৰ সৰ্বনিয়ন্তা হ'ব পৰা নাছিল। চুহুংমুং দিহিঙ্গীয়া ৰজাদেৱে তেওঁৰ কোঁৱৰসকলক ফৈদ ফৈদ কৰি দিহিং, তিপাম, চাৰিং আৰু তুংখুঙত মাটি-বাৰী দি স্থাপন কৰে। সেই সময়তে এই মহাপৰাক্ৰমী তুংখুঙ্গীয়া ফৈদৰ সৃষ্টি হয়। দিহিঙ্গীয়া ৰজাদেৱৰ প্ৰথম পুত্ৰ চুক্লেনমুঙক দিহিঙত পতা হয়। এওঁ পাচলৈ চুক্লেনমুং গড়গঞা ৰজা নামে জনাজাত হয়। দ্বিতীয় পুত্ৰ চুৰেং চাৰিং ৰজা চাৰিঙ্গীয়া ফৈদৰ আদি পুৰুষ হয়। তৃতীয় পুত্ৰ চুতেং নামৰূপীয়া ৰজা তুংখুঙ্গীয়া ফৈদৰ প্ৰতিস্থাপক ; সেইদৰে চতুৰ্থ পুত্ৰ চুখ্ৰেং তিপাম ৰজা তিপমীয়া ফৈদৰ প্ৰতিষ্ঠাতা। ৰজাদেৱৰ পঞ্চম কোঁৱৰ চুক্ৰঙ্গক একো বিষয়-বাসনা নিদি পৰ্বতলৈ খেদি পঠিওৱা হ'ল ; তাতে থাকি তেওঁৰ নাতি-পুতি বঢ়াত তেওঁৰ সতি-সন্ততিসকল পৰ্বতীয়া ফৈদ বুলি জনাজাত হ'ল। তুংখুঙত থকা চুতেং নামৰূপীয়া ৰজাৰ পুত্ৰ সাৰঙ্গ গোহাঁই ; সাৰঙ্গ গোহাঁইৰ পুত্ৰ গোবৰ আৰু নিশাংঙ্গ গোহাঁই।

তুংখুং গাওঁ তিংখাং নামেও অভিহিত। তুংখুং লক্ষীমপুৰ জিলাৰ ৰাজগড় আলিৰ কাষৰত আৰু আসাম-বেঙ্গল ৰেলৰ নাহৰকটীয়া ষ্টেচনৰ উত্তৰ-পশ্চিমে আঠ মাইলমান অন্তৰত। এই গাৱঁৰ ওচৰতে এখন চাহ বাগিচা আছে। বৰ্তমানে এই গাৱঁত আহোম আৰু কছাৰী মানুহৰ বসতি। তুংখুঙ্গীয়া কোঁৱৰসকলৰ বিষয়ে এতিয়াও মানুহৰ মুখত নানান কিম্বদন্তী আৰু প্ৰবাদ শুনা যায়। গদাপাণি কোঁৱৰৰ ঘৰৰ ভেটি বা বাৰীৰ সাঁচ এতিয়াও দেখিবলৈ পোৱা যায়।

তুংখুং বা তিংখাং নামৰ উৎপত্তিৰ বিষয়ে কেবাটাও মত আছে। চুকাফা ৰজাৰ তিনিজনা পুতেকে গায়েপতি এটা এটা খাং লৈ এই গাৱঁলৈ আহি থকাত ইয়াৰ নাম তিন্-খাং বা তিংখাং হয়, পাচলৈ মানুহৰ মুখত এই তিংখাং শব্দ তুংখুঙত পৰিণত হয়। আহোমৰ আদি বুৰঞ্জীৰ লগত মিলখোৱা শ্যামদেশৰ বুৰঞ্জীমতে দেৱপুত্ৰ খুনলুং আৰু খুনলাই ৪৯১ শকত স্বৰ্গৰপৰা নামি আহি মেংগী নৈৰ উপত্যকাত ওলালহি। খুনলুং ৰজা হ'ল। তেওঁৰ সাতোটা পুতেকৰ প্ৰথম জনাৰ নাম আছিল আই খুনলুং। শ্যাম বুৰঞ্জীমতে এই আই খুনলুং তুংখুং নামে ঠাইৰ অধিপতি হয়। সেই তুংখুং ৰাজ্য

টাগজ নামে প্ৰসিদ্ধ হয়। শ্যাম দেশৰ বুৰঞ্জীমতে খুনলুং-খুনলাইৰ পিতৃ-দেৱতাৰ নাম আছিল তুংখাং। এওঁৰ সন্ততিসকল য'তে বাস কৰিছিল তাৰে কোনো ঠাইৰ নাম তুংখুং বা তিংখাং বৈ গ'ল। আসামৰ তুংখুং বা তিংখাং নামটো টাই বা দেওসঁচ মানুহৰ বসতি বুজোৱা নাম।

১৫৯৭ শকৰ বহাগৰ ১২ দিন যাওঁতে ষড়যন্ত্ৰকাৰী দেবেৰা বৰ-বৰুৱাই তুংখুঙ্গৰপৰা এজনা কোঁৱৰক আনি সিংহাসনত বহুৱাই নিজৰ জীয়েক অহল্যাক বৰকুঁৱৰী পাতে। এৰেঁই তুংখুঙ্গীয়া ফৈদৰ সৰ্বপ্ৰথম স্বৰ্গদেৱ। দিনচেৰেক ৰাজত্ব কৰাৰ পাচত এই নাম নজনা ৰজাজনে দেবেৰাৰ হাতত প্ৰাণ হেৰুৱায়। তাৰ পাচত চামগুৰীয়া চুছং কোঁৱৰক দেবেৰাই ডেৰমাহৰ কাৰণে ৰাজ-সিংহাসনত বহুৱাই তেওঁক মাৰি আকৌ তুংখুঙ্গীয়া ফৈদৰ কোঁৱৰ গোবৰ গোহাঁইক সিংহাসনত বহুৱায়। গোবৰ ৰজাক হাতৰ পুতলা কৰি ৰাখি দেবেৰাই ভালেমান কোঁৱৰৰ প্ৰাণ হত্যা কৰিলে আৰু উজনীয়াল বিষয়াসকলক নিজ ইচ্ছামতে ভঙ্গা-পতা কৰিবলৈ ধৰিলে।

১৫৯৫ শকত হোৱা শৰাইঘাটৰ যুদ্ধত অম্বৰৰ ৰজা ৰামসিংহ সেনাপতি অসমৰ হাতত মূৰ তুলিব নোৱাৰাকৈ পৰাস্ত হয়। ৰামসিংহই অসমৰপৰা আঁতৰি গৈ অসম আৰু মোগলৰ সীমান্তত থকা ৰঙ্গামাটী থানাত বছৰচেৰেক বৈ পুনৰ অসম আক্ৰমণৰ চেষ্টাত আছিল। ইয়াকে জানি অসমীয়াৰ সুচতুৰ বিষয়া আৰু সেনাপতিসকল যুদ্ধৰ কাৰণে সষ্টম হৈ গুৱাহাটীৰ গড়ত আছিল। উজনীৰ গড়গাৱঁত আছিল মাত্ৰ দ্বিতীয় থাপৰ বিষয়াসকল। তেওঁলোকে দেবেৰাৰ মহতালিত হস্তক্ষেপ কৰিবলৈ সাহ নকৰিছিল।

দেবেৰাৰ অকাৰ্যৰ কথা শৰাইঘটীয়াসকলৰ কাণত পৰিলহি। তেওঁলোকে বাঁহগড়ীয়া আতন বুঢ়াগোহাঁইক নেতা পাতি তাম-তুলসী আৰু ভাগৱত আগত লৈ 'কোনেও এৰাএৰি নকৰো' বুলি তিনিসইত খাই উজনী অভিমুখে যাত্ৰা কৰিলে। শৰাইঘাটৰ যুদ্ধৰ কিছুদিনৰ পাচতে লাচিত বৰফুকনৰ মৃত্যু হোৱাত তেওঁৰ ককায়েক লালুকসোলা উক্ত পদত নিযুক্ত হৈছিল। বাঁহগড়ীয়া বুঢ়াগোহাঁইৰ লগত বৰফুকনো উজাই গ'ল।

দেবেৰা বৰবৰুৱাই সৈন্য পঠিয়াই শৰাইঘটীয়াসকলক আগভেটি ধৰিলে। বাঁহগড়াৰ যুদ্ধত দেবেৰা পৰাস্ত হ'ল। দেবেৰাক বন্দী কৰি লালুকসোলা বৰফুকনে সুধিলে, "দেবেৰা, তই কিয় এনে কাম কৰিলি?" দেবেৰাই মাত লগালে, "নুশুনিছ-হঁকনে? এক দেহ, দশমৰ পদ মইহে কৰিছোঁ, তয়ো কৰিবি।" তাৰ পাচত দেবেৰাক হাৰীৰ হতুৱাই ভৰিৰপৰা মূৰলৈকে কুৰিয়াই মৰা হ'ল, আৰু কুৰিদিন ৰাজত্ব কৰাৰ পাচত গোবৰ ৰজাকো শৰাইঘটীয়াসকলে বধ কৰিলে।

দেবেৰা আৰু গোবৰ ৰজাৰ মৃত্যুৰ পাচত আতন বুঢ়াগোহাঁই ডাঙৰীয়া ৰাজ্যৰ সৰ্বনিয়ন্তা হ'ল। ফুকনসকলে বুঢ়াগোহাঁইক ৰজা পাতিলে। দেশপ্ৰেমিক বুঢ়াগোহাঁই ডাঙৰীয়াই একে আষাৰেই উত্তৰ দিলে, "মন্ত্ৰীয়ে ৰজা হ'ব নোৱাৰে।" তাৰ পাচত বুঢ়াগোহাঁই ডাঙৰীয়াই কোঁৱৰ বিচাৰি দিহিঙ্গৰপৰা অৰ্জুন কোঁৱৰক আনি সিংহাসনত বহুৱালে; ৰজা হৈ নাম ল'লে চুজিনফা।

ৰাজ্যৰ বিষয়াসকলে বুঢ়াগোহাঁই ডাঙৰীয়াকে ৰাজ্যৰ গুৰিয়াল বুলি মানিছিল। চুজিনফা দিহিঙ্গীয়া ৰজাদেৱৰ আইকুঁৱৰীদেৱে ৰজাক ক'বলৈ ধৰিলে,—"তুমি নামতহে ৰজা,

সকলো বুঢ়াগোহাঁইৰহে হ'ল।" ৰজাই পোনতে কুঁৱৰীৰ কথালৈ কাণ দিয়া নাছিল। ৰজাই বাৰম্বাৰ কৈছিল, "সকলো ৰাইজে গোট খাই বাঁহগড়ীয়া বুঢ়াগোহাঁই ডাঙৰীয়াক ৰজা পাতি ল'লে। সেই কথাক নৰ্গে ডাঙৰীয়াসকলেৰে আলচি বুঢ়াগোহাঁয়ে মোকহে ৰজা পাতিলে। সেইদেখি মই বুঢ়াগোহাঁইক বেথাহে কৰিব লাগে।" কিন্তু এজনী খাৰছাই অসতী তিৰোতাই স্বৰ্গদেৱ আৰু বুঢ়াগোহাঁইৰ মাজত কন্দল সৃষ্টি কৰিলে। ৰজাদেৱে বুঢ়াগোহাঁইক ধৰি মাৰিবলৈ মন কৰিলে। আগৰ অঙ্গীকাৰ মতে শৰাইঘনীয়া বিষয়াসকলে বুঢ়াগোহাঁইৰ পক্ষীয় হৈ স্বৰ্গদেৱৰ লগত যুদ্ধ কৰিলে। ৰজা পৰাস্ত হ'ল, পাচলৈ স্বৰ্গদেৱক বন্দী কৰি চকু কাঢ়িলে। খেনোৱে কয় স্বৰ্গদেৱে শিলত মূৰ আফালি আত্মহত্যা কৰিলে; খেনোৱে কয়, লালুকসোলা বৰফুকনৰ ভায়েক ভাতধৰাই ৰজাদেৱক হিলৈৰে খুন্দিয়াই মাৰিলে।

দেশ আৰু অৰাজক হ'ল। পাত্ৰ-মন্ত্ৰী সকলোৱে আতন বুঢ়াগোহাঁই ডাঙৰীয়াকে ৰজা বুলি মানি চলিছিল। ডাঙৰীয়াই তিনিপক্ষ কাল ৰাজ্য ৰক্ষা কৰি আছিল। ৰজা নোহোৱা দেশত মন্ত্ৰীয়ে ৰজাৰ বাব লৈ থকাটো অযোগ্য কাম বুলি বিবেচনা কৰি বুঢ়া-গোহাঁই ডাঙৰীয়াই ৰাজকোঁৱৰ বিচাৰিবলৈ ধৰিলে। পৰ্বতীয়া ফৈদৰ কোঁৱৰ এজনাক আনি সকলোৱে ৰজা মানি সেৱা কৰিলে, নাম থ'লে চুডৈফা। চুডৈফা পৰ্বতীয়া ৰজা-দেৱে ক'লে, "সকলোৱে বুঢ়াগোহাঁইকে ৰজা মানি ল'লে। তেওঁ বুঢ়াগোহাঁয়ে এই ভাৰ গাত নলৈ মোক আনি ৰজা পাতিলে। মযো বুঢ়াগোহাঁইক যি হয় দিব লাগে।" এইবুলি ৰজাদেৱে বুঢ়াগোহাঁই ডাঙৰীয়াক দোলা, হেঙ্গদান, সোণৰ বঁটা, টেমী, খাৰু, কেৰু, চেওমণি, আঙঠি, হাতী-ঘোঁৰা, বন্দী-বেটীৰে সৈতে দুলুঙত খাট এখন দি ক'লে, "মোৰ গোষ্ঠী ৰজা হৈ থাকেমানেলৈকে বুঢ়াগোহাঁইৰ পো-নাতিৰ হাতৰপৰা নুগুচাব।" চুডৈফা ৰজা সিংহাসনত বহাৰ পাচত লালুক বৰফুকন প্ৰমুখ্যে শৰাইঘটীয়াসকল আকৌ গুৱাহাটীলৈ উভতি আহিল। গড়গাৱঁত ৰজাৰ ওচৰত থাকিল আতন বুঢ়াগোহাঁই ৰাজ-মন্ত্ৰী ডাঙৰীয়া।

এনে সময়তে ৰঙাচিলা ফুকনৰ পুতেক মেচা বৰবৰুৱাই ৰামধ্বজ সিংহ স্বৰ্গদেৱৰ কুঁৱৰীৰে সৈতে ঘৰ-বসতি কৰিছিল। এই দায়তে মেচাক ভাঙি স্বৰ্গদেৱে চক্ৰপাণিক বৰবৰুৱা পাতিলে। মেচা পলাই গৈ গুৱাহাটীত লালুক বৰফুকনৰ লগ ল'লেগৈ। এনেতে ৰজাদেৱক চোৰে হত্যা কৰিবৰ মনেৰে গাৰ পাঁচ ঠাইত কোৰ মাৰিলে। কথমপিহে ৰজাদেৱৰ মৃত্যু নহ'ল। শৰাইঘটীয়াসকলেৰে সৈতে যোত্ৰ হৈ মেচাই মানুহ ফেতাই ৰজাদেৱক মাৰিবলৈ চেষ্টা কৰিছে বুলি সকলোৰে বিশ্বাস হ'ল। বুঢ়াগোহাঁইৰ পৰামৰ্শমতে স্বৰ্গদেৱে এই অপৰাধত লিপ্ত থকা মানুহক শাস্তি দি মাৰিলে।

বুঢ়াগোহাঁই ডাঙৰীয়াই যদিও দেশ-দস্তুৰ মতে অপৰাধীক দণ্ড বিহিছিল তেওঁৰ কাৰ্যাৱলীত দোষ আৰোপণ কৰি তিলকে তালটো কৰি উজনীৰপৰা মানুহ গৈ গুৱাহাটীৰ লালুক বৰফুকনক নানান কথা লগাবলৈ ধৰিলে। বৰফুকনে ভয় কৰিলে কিজানিবা তেওঁকো কেতিয়াবা বুঢ়াগোহাঁই ডাঙৰীয়াই ধৰি বধ কৰে। বৰফুকনে নিজৰ শক্তিত শক্তিমন্ত হ'বৰ মনেৰে ৰজালক বিনাযুদ্ধে গুৱাহাটী এৰি তাৰ পুৰস্কাৰ স্বৰূপে ৰজালৰ সহায়ত "অচম ৰাজ্যৰ অধিকাৰী" হ'বৰ নিমিত্তে আওৰংজেৱ পাদশ্যাহৰ পুত্ৰ ৰজৰ

শাসনকৰ্তা চুলতান আজমতৰালৈ কটকী পঠিয়ালে। আজমতৰাৰ সেনাপতি নবাব মনচুৰ খাঁ আহি চাৰি লাখ টকা বিচপত্ত দিব বুলি লালুক বৰফুকনৰপৰা গুৱাহাটীৰ গড় ল'লেহি।

লালুক বৰফুকনে বঙ্গালৰে কটকী চলাচল কৰা কথা আতন বুঢ়াগোহাঁই ডাঙৰীয়াই জানিছিল। নিজে বৰফুকনৰ কাৰ্যত শঙ্কিত হ'লেও শক্ৰৰে নাই পাব বুলি তেওঁ এইবুলি উৰুৱাই দিছিল, "বৰফুকন জানন্তা মানুহ, ই কথা কিয় কৰিব ?" গড়গঞা বিষয়াসকলে বৰফুকনৰ বিৰুদ্ধে সৈন্য পঠিয়াব লাগে বুলি বুঢ়াগোহাঁইক টানি ধৰাত ডাঙৰীয়াই কৈছিল, "আমাৰ ভিতৰত লাগে যেইকি নহওক, ঠাইতে বঙ্গাল শত্ৰু আছে, আমি খেদি গৈ ধৰা কথা ভাল নহয়, শত্ৰুৰ উৎসাহ বাঢ়ে।" সেই বুলি বুঢ়াগোহাঁই ডাঙৰীয়া হাত সাৰটি নিশ্চেষ্ট হৈ বহি থকা বিধৰ মানুহ নাছিল। মীৰজুম্লাৰ আক্ৰমণৰ সময়ত চামধৰাত অসমৰ ভৰি পিছলাত মোগল সৈন্য সোঁ সোঁ কৰে গড়গাওঁ পালেগৈ। উজনীত শত্ৰুক ভেটিব পৰা এনে কোনো দুৰ্জয় গড় নাই। সেইদেখি আতন বুঢ়াগোহাঁই ডাঙৰীয়াই দোৱাল মানুহ তুলি তুলসীজানৰ পৰ্বতৰপৰা দিহিঙত লগাই এটা গড় বান্ধিবলৈ আয়োজন কৰিলে। গড়ৰ নাম থলে চিন্তামণি গড়।

লালুক বৰফুকনে বঙ্গালক গুৱাহাটী গড় এৰি উজনীলৈ যাত্ৰা কৰিলে। কলিয়াবৰত থাকি বৰফুকনে বিষয়া ভঙ্গা-পতা কৰি স্বয়ংৰূপে প্ৰবৰ্তিব ধৰিলে। নামনিৰ সকলো বৃত্তান্ত বুঢ়াগোহাঁইৰ কাণত পৰাত ডাঙৰীয়াই সসৈন্যে ভাটিয়াই আহি বিশ্বনাথত ৰলহি, লগৰ ফুকন-ৰাজখোৱা গৈ দুইমুনিশিলাত ৰ'ল। লালুক বৰফুকন আদি শৰাইঘটীয়াসকলেও উজাই গৈ দুইমুনিশিলা পাই গড়গঞা ফুকন, হাজৰিকা আদিক ধৰি বন্দী কৰিলে। কথা বিষম দেখি আৰু বিশেষকৈ লগৰ বিষয়া আৰু সেনাপতি আদি বৰফুকনৰ হাতত বন্দী হোৱা গম পাই আতন বুঢ়াগোহাঁই ডাঙৰীয়াই লুইত পাৰ হৈ নগাদেশলৈ যাবলৈ দিহা কৰিছিল। এনেতে বৰফুকনৰ মানুহে বুঢ়াগোহাঁই ডাঙৰীয়াক ধৰি দুইমুনিশিলাতে নিগ্ৰহ কৰি ৰখীয়া দি থ'লে। তাৰ পাচত লালুক বৰফুকন আৰু তেওঁৰ পক্ষীয় বিষয়াসকল গড়গাওঁ অভিমুখে উজাবলৈ ধৰিলে। এই বাৰ্তা পাই চুডেফা পৰ্বতীয়া ৰজাদেৱে গড়গাওঁ এৰি পৰ্বতলৈ ভাগি গ'ল। লালুক বৰফুকনে নানান আশ্বাস দি স্বৰ্গদেৱক গড়গাৱঁলৈ ওভোতাই আনিলে। শৰাইঘটীয়াসকলে স্বৰ্গদেৱক যথাবিধি সেৱা জনাই আকৌ কলিয়াবৰলৈ ভটিয়াই আহিল।

আতন বুঢ়াগোহাঁই ডাঙৰীয়া আৰু ফুকন-হাজৰিকাসকল দুইমুনিশিলাত বন্দী ; বঙ্গাল আহি গুৱাহাটীৰপৰা মানাহলৈকে নামনি অসমৰ অধিকাৰী ; এই সকলো কাৰ্য, এক লালুকসোলা বৰফুকনৰদ্বাৰা সংঘটিত হৈছে। স্বৰ্গদেৱ চুডেফা ৰজাদেৱে ভাবিলে, এনেতে লালুকৰ মহতালিৰ গতিৰোধ নকৰিলে দেশত আৰু অনিষ্ট হোৱাৰ সম্ভাৱনা। ভায়েক ভাতধৰাই ককায়েক লালুকক ধৰি দিবলৈ গাত ল'লে, ৰজাদেৱে ভাতধৰাকে বৰফুকন পাতিলো বুলি আজ্ঞা প্ৰচাৰ কৰিলে। লালুকৰ ভায়েক মৰঙ্গী বৰবৰুৱাক স্বৰ্গদেৱে গড়গাৱঁতে বন্দী কৰিলে। বৰবৰুৱা কলিয়াবৰলৈ পলাই গৈ ককায়েক লালুকক সকলো কথা ভাঙ্গি কোৱাত বৰফুকন উজাই গড়গাৱঁলৈ গৈ চুডেফা ৰজাদেৱক বন্দী কৰি চামগুৰীয়া চৈধ্য বছৰীয়া সৰু গোহাঁইক ৰজা পাতিলে। সৰুগোহাঁয়ে ৰজা হৈ নাম ল'লে হিন্দুমতে ৰত্নধ্বজ সিংহ আৰু আহোম মতে চুলিকফা। কিন্তু কোমল

বয়সত ৰজা হোৱাৰ কাৰণে তেওঁক মানুহে ল'ৰাৰজা বুলিছিল। লালুক বৰফুকনৰ পাঁচবছৰীয়া জীয়েক স্বৰ্গদেৱৰ বৰকুঁৱৰী হ'ল, আৰু ভাতধৰাৰ বাৰবছৰীয়া জীয়েক পৰ্বতীয়া কুঁৱৰী হ'ল।

তাৰ পাচত লালুকে ন-জনা ৰজাৰ হতুৱাই চুডৈফা পৰ্বতীয়া ৰজাক বধ কৰালে আৰু আতন বুঢ়াগোহাঁই ডাঙৰীয়াক কলিয়াবৰতে সবংশে মৰালে। ইতিমধ্যে চুলতান আজমতৰাই গোবিন্দৰাম কটকীৰ হাতত নিজৰ হস্ত-পঞ্জা নিচান দি এই মৰ্মে এখন পত্ৰ পঠিয়ালে, "আসামৰ ৰাজ্য তোমাক দিলোঁ। তোমাৰ ৰজাক ধৰি দি পঠোৱা আৰু তিনিজনা ডাঙৰীয়াকো। আৰু তোমাৰ যি দোচ্মন আছে তাকো ধৰি দি পঠোৱা। যি প্ৰকাৰে তোমাৰ আমোল হয়, তাকে কৰিবা।" লালুক বুঢ়াফুকনে ৰজাৰ ভঁৰালৰপৰা চন্দ্ৰতাপ, বস্ত্ৰ-অলঙ্কাৰ আদি চুৰকৈ আনি ৰাজবেশ পিন্ধি স্বৰ্গদেৱৰ পয়োভৰেৰে ৰজালৰ কটকী গোবিন্দৰামক তুলিছিল।

ল'ৰাৰজা সিংহাসনত অধিষ্ঠিত থকালৈকে বুঢ়াফুকনৰ একচোটিয়া ক্ষমতাত কোনেও হস্তক্ষেপ কৰাৰ সম্ভাৱনা নাছিল। কিন্তু কোনো ক্ষমতাৱন্ত ৰজা সিংহা-সনত বহিলে বুঢ়াফুকনৰ ৰাজক্ষমতা লুপ্ত হোৱা ধ্ৰুৱপ। আৰু কোনো পৰাক্ৰমী ৰাজকোঁৱৰ সিংহাসনপ্ৰাৰ্থী হৈ ওলালে ৰাইজে তেওঁকে ৰজা পাতিবলৈ চেষ্টা কৰিব পাৰে। সেইদেখি বুঢ়াফুকনে ৰাজ্যৰ কোঁৱৰসকলক বিচাৰ কৰি অঙ্গক্ষত বা হত্যা কৰিবলৈ ধৰিলে। বুঢ়াফুকনৰ ভয়ত গোবৰ ৰজাৰ পুত্ৰ গদাপাণিয়ে ঘৰ-বাৰী, ভাৰ্যা-পুত্ৰ এৰি পলাই দেশান্তৰী হৈ উত্তৰে-দক্ষিণে, পৰ্বতে-হাবিয়ে, গাৱেঁ-ভূঞে, দেশে-বিদেশে ফুৰিবলৈ ধৰিলে। গদাপাণিক বিচাৰি নাপাই তেওঁৰ ভাৰ্যা জয়মতী কুঁৱৰীক পাই শাস্তি দি কোঁৱৰৰ বাতৰি সুধিলে। কুঁৱৰীয়ে কোনোপধ্যে স্বামীৰ বাৰ্তা নোকোৱাত গৰ্ভে সহিতে শাস্তিতে মৰিল। জয়মতী কুঁৱৰীক শাস্তি দি মৰাৰ প্ৰধান কাৰ্যকাৰক আছিল দক্ষিণপতীয়া হাজৰিকা গিদাগাঠি। কিন্তু এই দক্ষিণপতীয়া গিদা-গাঠি লালুক বৰফুকনৰ আজ্ঞা বহনকাৰী মাত্ৰ আছিল।

লালুক বৰফুকনৰ অকাৰ্য লাহে লাহে বাঢ়িবলৈ ধৰাত সকলো অসন্তুষ্ট আৰু সন্ত্ৰস্ত হ'ল। বুঢ়াফুকনৰ লগত থকা নগঞা ডেকা ভোটাই শইকীয়াই ফুকনৰ বাৰীত সোমোৱা ভালুক এটাক খুচি মৰাত তাৰ সাহ-পিত দেখি ফুকনে ভোটাইক শদিয়াৰ কেচাইখাঁতী গোসানীলৈ বলি দিবলৈ অভিসন্ধি কৰিলে। ভোটাই ডেকাই লগৰ মাধৱ তামুলী আৰু আঘোণা কছাৰী এই দুয়োৰে যোত্ৰ হৈ ৰাতি লালুক বুঢ়াফুকনক খাটতে খুচি মাৰিলে।

চুলিকফা ল'ৰাৰজা সিংহাসনত উঠে ১৬০১ শকৰ আঘোণৰ ৫ দিন যোৱাত বৃহস্পতিবাৰে। আতন বুঢ়াগোহাঁই ডাঙৰীয়া কলিয়াবৰত নিহত হয় সেই ১৬০১ শকৰে আঘোণৰ শুক্লা দ্বিতীয়াত। লালুক বুঢ়াফুকনৰ মৃত্যু হয় ১৬০২ শকৰ আঘোণৰ ১০ দিন যোৱাত মঙ্গলবাৰে। আতন বুঢ়াগোহাঁইৰ মৃত্যু হয় সতী জয়মতীৰ প্ৰাণত্যাগৰ পূৰ্বে। গতিকে ১৬০১ শকৰ আঘোণৰ শুক্লা দ্বিতীয়া আৰু ১৬০২ শকৰ আঘোণৰ ১০ তাৰিখ, এই এবছৰৰ ভিতৰতে সতী জয়মতীৰ মৃত্যু বুলি ধাৰ্য কৰিব পাৰি।

লালুক বুঢ়াফুকনৰ হত্যাৰ পাচত ভায়েক ভাতধৰাই নবাব মনচুৰ খাঁৰ জৰিয়তে চুলতান আজমতৰাৰ ওচৰলৈ গৈ "আহমক মাৰি নিশঙ্ক কৰি দিও" বুলি সৈন্য প্ৰাৰ্থনা

কৰিলে। সেই সময়ত কলিয়াবৰত আছিল লানমাখৰু বন্দৰ বৰফুকন, লাইথেপেনা বৰগোহাঁই, গড়গঞা সন্দিকৈৰ পুতেক নেওগ ফুকন, পেলন বৰবৰুৱাৰ পুতেক খাৰবাক চাৰিঙীয়া ফুকন। ভাতধৰাই বঙাল আনিবলৈ যোৱা বাৰ্তা পাই কলিয়াবৰীয়া সেনাপতি সকলে ভাবিলে, "এতিয়া সৰ্বনাশ, ৰজা নিশকতীয়া আৰু পাত্ৰৰ অধীন হোৱাৰ কাৰণে সোণৰ সঁফুৰা অসম ৰাজ্যৰ এডোখৰত বঙালে ৰাজপাট খাইছে। বাকী যিডোখৰ স্বাধীন হৈ আছে সিয়ো বঙালৰ তলতীয়া হয় হে লাগে।" সেইদেখি তেওঁলোকে আলচ কৰি গুৱাহাটীত বঙালক ধৰোঁগৈ বুলি বুঢ়াগোহাঁই, বৰবৰুৱা আদি গড়গঞা বিষয়াসকলক কলিয়াবৰলৈ আনিলে। সেই সময়ত গদাপাণি দেশ-দেশান্তৰে ভ্ৰমি বন্দৰ বৰফুকনৰ ভাৰ্যা বায়েক বাউলী গাভৰুৰ আশ্ৰয়ত কলিয়াবৰতে আছিল। কলিয়াবৰীয়া আৰু গড়গঞা বিষয়াসকলে একে ঠাই হোৱাত তেওঁলোকে ৰাজ্যৰ অৱস্থাৰ কথা আলচ কৰি যুক্তি কৰিলে, "অসামৰ্থ্য ৰজাযে কিকৈ ৰাজ্য ৰক্ষা কৰিব? সামৰ্থ্য হ'লেহে ৰাজ্য ৰাখিব পাৰিব।" এই বুলি গদাপাণি কোঁৱৰক আনি সকলোবোৰ বিষয়াই ৰজা বুলি সেৱা কৰিলে, ১৬০৩ শকৰ শাওণৰ কুৰি দিন যাওতে বৃহস্পতি বাৰে। সকলোৱে নতুন ৰজাক লগত লৈ উজাই সাত দিনৰ মূৰত গড়গাওঁ পালেগৈ। শ্ৰীশ্ৰীগদাধৰ সিংহ মহাৰাজাৰ আজ্ঞাৰে ল'ৰাৰজাক নামৰূপলৈ নি হত্যা কৰা হ'ল। এই গদাধৰ সিংহ মহাৰাজেই তুংখুঙীয়া ফৈদৰ প্ৰথম পূৰ্ণহতীয়া স্বৰ্গদেৱ।

অসমৰ পাত্ৰ-মন্ত্ৰী বিষয়াসকলে যি আশাৰে গদাপাণি কোঁৱৰক সিংহাসনত বহুৱাইছিল, সেই আশা পূৰ্ণমাত্ৰা ফলৱতী হ'ল। স্বৰ্গদেৱে ৰাজপাটত বহি আগৰ বিপ্লৱত লিপ্ত থকা বিষয়াসকলক শাস্তি দিবলৈ ধৰিলে। আৰু নকৈ যিসকলে বিদ্ৰোহৰ চেষ্টা কৰিছিল, তেওঁলোককো গদাধৰ সিংহ স্বৰ্গদেৱে উগ্ৰ শাস্তি দি ভৱিষ্যৎ বিদ্ৰোহৰ আশঙ্কা নিৰ্মূল কৰিলে। ৰজা হোৱাৰ বছৰেকৰ মূৰত স্বৰ্গদেৱে ইটাখুলি ৰণত মঙ্গল খাঁক পৰাস্ত কৰি নামনি অসমক আকৌ আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত কৰি ল'লে। অসমৰ ৰাজ্যত পুনৰ শান্তি-সূৰ্যৰ উদয় হ'ল। চৈধ্য বছৰ আঠ মাহ ৰাজত্বৰ পাচত ১৬১৭ শকৰ আঘোণত মহাৰাজ গদাধৰ সিংহ স্বগদেৱৰ মৃত্যু হয়।

স্বৰ্গদেৱ গদাধৰ সিংহৰ মৃত্যু হোৱাত তেওঁৰ বৰজনা কোঁৱৰ লাই গোহাঁইদেৱ সিংহাসনত বহিল, নাম ল'লে ৰুদ্ৰসিংহ। স্বৰ্গদেৱৰ দদাইদেৱেক জাম্বৰ গোহাঁইদেৱে চাৰিং ৰজা আৰু ভায়েক লেচাই গোহাঁইদেৱে নামৰূপীয়া ৰজাৰ বাব ভোগ কৰিছিল। জাম্বৰ গোহাঁয়ে তুংখুঙীয়া মানুহেৰে যোত্ৰ হৈ স্বৰ্গদেৱৰ বিৰুদ্ধে বিদ্ৰোহৰ চেষ্টা কৰাত ৰজাদেৱে নামৰূপলৈ খেদি আঠুৰ খিলা কঢ়ালে। ইয়াৰ বছৰচেৰেকৰ পাচত লেচাই নামৰূপীয়া গোহাঁইদেৱেও দ্ৰোহ চিন্তা কৰাত তেওঁকো নামৰূপলৈ খেদি চকু কঢ়া হ'ল। দুৰভিসন্ধিকাৰী মানুহৰ মন্ত্ৰণা-চক্ৰত পৰি কোমলমতি কোঁৱৰৰ মন কিৰূপে বিদ্ৰোহী হয় আৰু তাৰপৰা ৰাজ্যৰ কেনে অনিষ্ট সাধন হয়, ৰুদ্ৰসিংহ স্বৰ্গদেৱে ভালকৈ জানিছিল। নিজৰ দদাইদেৱেক জাম্বৰ গোহাঁই চাৰিং ৰজা আৰু ভায়েক লেচাই নামৰূপীয়া ৰজা—এওঁলোক দুজনাই যে বিদ্ৰোহী হ'ব খুজিছিল সেই কাৰণে ৰুদ্ৰসিংহ স্বৰ্গদেৱে বৰ দুখ কৰিছিল আৰু একে মাতৃ সতী জয়মতীৰ গৰ্ভৰ সন্তান লেচাই কোঁৱৰক লগনীয়া-টুটকীয়া মানুহৰ কথা শুনি চকু কাঢ়ি নামৰূপলৈ খেদিছিল তাৰ কাৰণে তেওঁ সদাই অনুতাপ কৰিছিল।

মোগল সাম্রাজ্য অধিকাৰ কৰিবৰ মনেৰে সৈন্য-সামন্ত সহিতে গুৱাহাটীৰ উত্তৰে বাহৰ কৰি থকা কালত স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ মৃত্যু হয়। মৃত্যুৰ অলপ পূৰ্বে তেওঁৰ পাঁচজনা পুতেকক মৃত্যু-শয্যাৰ কাষলৈ মাতি নি হেঁপাহেৰে আলিঙ্গন কৰি এইবুলি উপদেশ দিলে—

"পোনাহঁত বহাঁ! তোমালোক সদাই মিলা-প্ৰীতিৰে থাকিবা। তোমালোকে এজনৰ পাচত এজন ৰজা হ'ব পাৰিবা। তোমালোক অমিল হ'লে কোনো কাৰ্য সিদ্ধ নহ'ব। তোমালোকৰ ভিতৰত শত্ৰুভাৱ সৃষ্টি কৰিবলৈ বহুতে চেষ্টা কৰিব। তেনে কোনো সঙ্কেত পালে তালৈ কাণ নিদিবা। বৰঞ্চ সদায় মিলি-জুলি একগোট হৈ থাকিবা। আমি দুই ভাই-ককাই আছিলোঁ। কিন্তু শত্ৰুৰ কথা শুনি মই মোৰ সোদৰৰ ভাইক ৰাজ্যৰপৰা খেদি দিলোঁ। মোৰ ভ্ৰম মই এতিয়াহে বুজিব পাৰিছোঁ, সেইদেখি সদাই মিত্ৰভাৱে বৰ্তিবা। তেনেহ'লে তোমালোকৰ সকলো কাৰ্য-কাম সিদ্ধ হ'ব। অমিল হৈ থাকিলে একো সিদ্ধ নহ'ব। বুঢ়া হোৱা, ডেকা হোৱা তোমালোক আটাই-কিজনে জ্যেষ্ঠানুক্ৰমে ৰজা হ'বা। মই মোৰ দাঁতিকাষৰীয়া ৰাজ্যবোৰক মাৰি বশ কৰিলোঁ, আৰু কৰতোয়া নৈৰ ওচৰে-পাজৰে থকা দেশবোৰ কৰতলীয়া কৰিবলৈ মই সংকল্প কৰিছিলোঁ। মোৰ সংকল্প মোৰ মৃত্যুৰ লগে লগে ধ্বংস হ'ব। হায়, মোৰ মনোবাঞ্চা চৰিতাৰ্থ কৰিবলৈ কাৰ সামৰ্থ্য আছে?"

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পাঁচোটি পুত্ৰ আৰু এটি কন্যা আছিল। কচুকলীয়া বৰগোহাঁইৰ জীয়েক পৰ্বতীয়া কুঁৱৰীৰ ফালৰ এটি ছোৱালী আৰু বৰজনা গোহাঁই, পাচলৈ শিৱসিংহ; বৰমাহী কুঁৱৰীৰ ফালৰ চাৰিং ৰজা পাচলৈ প্ৰমত্ত সিংহ পানীফুকনৰ জীয়েক চমুৱা কুঁৱৰীৰ ফালৰ বাটখৰীয়া মোহনমালা বা মন গোহাঁইদেৱ, মঠাদঙীয়া ফুকনৰ জীয়েকৰ ফালৰ ভোবোলা বা বোন্দা বা ৰমানাথ গোহাঁই, পাচলৈ ৰাজেশ্বৰ সিংহ; আৰু সৰুকুঁৱৰীৰ ফালৰ কালশিলীয়া গোহাঁই, পাচলৈ লক্ষ্মী সিংহ। ৰুদ্ৰসিংহৰ পাচত তেওঁৰ চাৰিজনা পুতেকে তিনিকুৰি ছবছৰ ৰাজপাট খাইছিল, শক ১৬৩৬–১৭০২।

গুৱাহাটীৰ বাহৰত, ৰুদ্ৰসিংহৰ মৃত্যু হোৱাত সেই ঠাইতে বৰজনা কোঁৱৰক তিনিজনা ডাঙৰীয়া আৰু বৰুৱা-ফুকনসকলে ৰজা পাতি সেৱা কৰিলে। স্বৰ্গদেৱ শিৱসিংহৰ ৰাজত্বত ছত্ৰভঙ্গ যোগ আছে বুলি পণ্ডিতসকলে গণিতা কৰি পোৱাত তেওঁৰ তিনিগৰাকী কুঁৱৰীয়ে বৰৰজা উপাধি লৈ ক্ৰমানুয়ে ৰাজ্য শাসন কৰিবলৈ ধৰিলে। প্ৰথম, চিনাতলীয়া নটৰ জীয়ৰী ফুলমতী বা ফুলেশ্বৰী বা প্ৰমথেশ্বৰী দেৱী, দ্বিতীয় ফুলেশ্বৰীৰ সৰু ভনীয়েক পোনতে মিৰি সন্দিকৈৰ সলাল বৰগোহাঁইৰ ভাৰ্যা দ্ৰৌপদী বা অম্বিকা দেৱী, তৃতীয়, মাদুৰিয়াল লাইথেপেনা বৰগোহাঁইৰ নাতিয়েক অনাদৰী বা আকৰী গাভৰু বা সৰ্বেশ্বৰী দেৱী, এওঁক পোনতে কালুগঞা বৰপাত্ৰ গোহাঁয়ে বিয়া কৰাইছিল। ইয়াৰ ভিতৰত অম্বিকা দেৱীৰ ফালৰ স্বৰ্গদেৱৰ এটি পুত্ৰসন্তান হয়, নাম উগ্ৰসিংহ। স্বৰ্গদেৱে পুতেকক তিপাম ৰজাৰ খিতাপ দিছিল।

দেৰকুৰি বছৰ ৰাজত্বৰ পাচত শিৱসিংহ মহাৰাজৰ মৃত্যু হোৱাত ডাঙৰীয়াসকলে ভায়েক চাৰিং ৰজাক ৰজা পাতিবলৈ মনস্থ কৰিলে। উগ্ৰসিংহ তিপাম ৰজাই ভিতৰুৱাল মানুহ আৰু লিগিৰা একৌজ গোটাই ৰজা হবলৈ উদ্যোগ কৰিলে। পুখুৰীপৰীয়া বুঢ়াগোহাঁই ডাঙৰীয়াই হকাবধা কৰাত লিগিৰাৰ ফৌজ ভাগি পলাল। চাৰিং ৰজাক ৰবচ'ৰালৈ আনি ৰজা পাতি ডাঙৰীয়া ফুকন-বৰুৱা প্ৰমুখ্যে সকলোৱে সেৱা কৰিলে।

সোণাই বুঢ়াগোহাঁই ডাঙৰীয়াই ৰজাদেৱক উপদেশ দিলে, "তোমাক মহাপ্ৰভুৱে ৰাজপদক দিলে। সন্তক পালন, দুষ্টক দণ্ডি, প্ৰাণীৰ সুখ-দুখ বিচাৰ, তোমাৰ ইহে ধৰ্ম। আৰু ডাঙৰ বৃক্ষৰ আশ্ৰয়ত যেনেকৈ তাপ আদিক নাপায়, ককাই ৰজাদেৱৰ আশ্ৰয়তে তেনেকৈ দেৱকো দেশৰ প্ৰজাৰ দোষ-গুণে নাপাইছিল। আজি ধৰি পৰমেশ্বৰে দোষ-গুণৰ আশ্ৰয় কৰালে। যি কাৰ্যৰপৰা দোষ হয়, যি কাৰ্যৰপৰা গুণ হয়, তাকো স্বৰ্গ-দেৱে নিয়ম কৰিব লাগে। আৰু তোমাৰ তিনিটি ভাই আছে, ইবোৰকো পুত্ৰৱতে প্ৰতিপাল কৰিব লাগে। ইবোৰেয়ো পিতৃবোধে সেৱা কৰিব লাগে। পাচলৈকো বৰ-সৰু ক্ৰমে প্ৰৱৰ্তিব লাগে। আৰু তিপাম ৰজাকো নেৰিবা, পুত্ৰৱতে স্নেহ-দয়া কৰিবা।"

প্ৰমত্তসিংহ স্বৰ্গদেৱে ৰাজনৈতিক ৰাংচালী বুঢ়াগোহাঁই ডাঙৰীয়াৰ উপদেশ মতে বৰ সুনিয়মে ৰাজ্য শাসন কৰিছিল। তেওঁৰ ৰাজত্বৰ কালত ৰাজ্যত কোনো অপায়-অমঙ্গল যুদ্ধ-বিঘিনি ঘটা নাছিল। সাত বছৰ ৰাজত্বৰ পাচত ১৬৭৩ শকৰ আহিনৰ ২৮ দিন ৰাওঁতে প্ৰমত্ত সিংহ স্বৰ্গদেৱৰ মৃত্যু হয়।

প্ৰমত্ত সিংহৰ মৃত্যুৰ পাচত ভায়েক ৰাজেশ্বৰসিংহ ৰজা হয়। ৰাজেশ্বৰসিংহৰ পাচত ভায়েক লক্ষ্মীসিংহ, লক্ষ্মীসিংহৰ পাচত পুতেক গৌৰীনাথসিংহ, গৌৰীনাথ সিংহৰ পাচত লেচাই নামৰুপীয়া গোহাঁইৰ প্ৰপৌত্ৰ কমলেশ্বৰসিংহ, কমলেশ্বৰসিংহৰ পাচত ভায়েক চন্দ্ৰকান্তসিংহ। চন্দ্ৰকান্তসিংহৰ দিনত মানে অসম আক্ৰমণ কৰে। মানৰে মিত্ৰতা কৰি দেশলৈ শত্ৰু আনিছে বুলি সন্দেহ কৰাত ৰুচিনাথ বুঢ়াগোহাঁই ডাঙ-ৰীয়াই চন্দ্ৰকান্তক ভাঙি ৰাজেশ্বৰসিংহ ৰজাৰ পুতেক ৰত্নেশ্বৰ সৰুগোহাঁইদেৱৰ প্ৰপৌত্ৰ পুৰন্দৰসিংহক ৰাজপাটত বহুৱায়। মানে এই কথাৰ সম্ভেদ পাই ফৌজ পঠিয়াই আকৌ চন্দ্ৰকান্তক সিংহাসনত বহুৱায়। চন্দ্ৰকান্তই তলে তলে মানৰ ভৱিষ্যৎ আক্ৰমণৰ বাট বন্ধ কৰিবলৈ চেষ্টা কৰাত মানে সেই কথা গম পাই সৈন্য পঠিয়াই চন্দ্ৰকান্তক সিংহাসনচ্যুত কৰি জাঙৰ গোহাঁইৰ ঠালৰ বগা কোঁৱৰৰ পুতেক যোগেশ্বৰসিংহক সিংহা-সনত বহুৱায়। যোগেশ্বৰসিংহ নামতহে ৰজা আছিল, সকলো কাৰ্য-কামৰ গৰাকী আছিল মানৰ সেনাপতিহে। তাৰ পাচত ইংৰাজৰ লৈতে মানৰ যুদ্ধত মান পৰাস্ত হোৱাত ইয়াণ্ডাবু সন্ধিসূত্ৰে অসম দেশ ইংৰাজৰ অধীনলৈ আহে, শক ১৭৪৭, খৃঃ ১৮২৬। এইদৰে ১৪৫ বছৰ ৰাজক্ষমতা ভোগ কৰাৰ পাচত তুংখুঙীয়া ফৈদৰ অৱনতি ঘটে। ইংৰাজে অসম দেশ লোৱাৰ পাচত কৰতলীয়া বা লালবন্দীৰূপে পুৰন্দৰসিংহ মহাৰাজে পাঁচ বছৰ কাল উজনী আসামৰ ৰাজ্যভাৰ পাইছিল। কিন্তু ইংৰাজক দিবলগীয়া ধন দিব নোৱাৰা গতিকে উজনী খণ্ড পুৰন্দৰসিংহৰ পৰা এৰুৱাই পুনৰ ইংৰাজৰ পোনপটীয়া শাসনৰ অন্তৰ্ভুক্ত কৰা হ'ল।

তুংখুঙীয়া ফৈদৰ দৰে আহোমৰ আন কোনো ৰাজফৈদে ইমান দিন একে লেথাৰিয়ে ৰাজ্য ভোগ কৰিব পৰা নাছিল। মানুহে কয়, তুংখুঙীয়া ফৈদৰ নাম শুনিলে বনৰ বাঘো ত্ৰস্ত হৈছিল। তুংখুঙীয়া ফৈদৰ কোঁৱৰ বুলিলে মানুহে সম্ভ্ৰম আৰু বিস্ময়ৰ চকুৰে চাইছিল। এতিয়াও কোনোবাই ডাংকোপ মাৰি কথা ক'লে মানুহে খিতাতে কয় "ইস্ নেদেখিছা, এওঁ জানিবা তুংখুঙীয়া ফৈদৰহে।" চন্দ্ৰকান্তসিংহৰ প্ৰধান বল্লভ সভাৰ চাৰিঙীয়া ফুকনে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছিল। সেই

ষড়যন্ত্ৰ ধৰা পৰাত বুঢ়াগোহাঁই ডাঙৰীয়াই বৰচ'ৰাত মেল পাতি সত্ৰামক শাস্তি দিবলৈ মনস্থ কৰিছিল। সত্ৰাম তেতিয়া স্বৰ্গদেৱৰ চাঙত ৰজাৰ লগত আছিল। বাৰম্বাৰ মাতি পঠিওৱাতো স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহই সত্ৰামক লগৰপৰা এৰি নিদিলে। বৰচ'ৰাত মেল পতা পাত্ৰ-মন্ত্ৰী বিষয়াসকলে অগত্যা উপায় নাপাই অপৰাধীক ধৰি আনিবৰ নিমিত্তে বুঢ়াগোহাঁই ডাঙৰীয়াৰ পুতেক মৰঙিখোৱা গোহাঁই, জগন্নাথ ঢেকিয়াল ফুকন আৰু বুঢ়াগোহাঁই-পৰীয়া কাপ্তেইন চন্দ্ৰা গোহাঁইক স্বৰ্গদেৱৰ চাঙলৈ পঠিয়ালে। বুঢ়াগোহাঁই ডাঙৰীয়াই এই তিনিজনাক ডাঢ়াই ডাঢ়াই সতৰ্ক কৰি দিছিল, "সাৱধান, তুংখুঙীয়া ফৈদৰ ৰজাৰ যেন অপমান নহয়।" তাৰ পাচত ৰাজ্য হেৰুৱাই চন্দ্ৰকান্তসিংহ গুৱাহাটীত ইংৰাজৰ পেন্‌চন্ ভোগী হৈ থকা কালত হাজোৰ গাভৰু এজনীক নিজৰ চাঙলৈ আনি ভাৰ্যাৰূপে খোৱা-বোৱা কৰিছিল। চন্দ্ৰকান্তৰ নিয়মীয়া ভাৰ্যা নিমিলীয়া কুঁৱৰী ব্যৱহৃত কেকোৰা-দোলা এই হাজোৱনীক দিবলৈ প্ৰস্তাৱ কৰাত কুঁৱৰীয়ে হকাবধা কৰিলে। তাতে চন্দ্ৰকান্তসিংহ ক্ৰুদ্ধ নিমিলীয়া কুঁৱৰীক খামটি দা এখনেৰে গা কেইবাঠাইতো ঘৈয়ালে। কথমপি কুঁৱৰীৰ প্ৰাণ বিয়োগ নহ'ল। কামৰূপৰ বৰচাহাব মেজৰ আদাম হোৱাইটে এই ঘটনা শুনি আগলৈ তেনে কাম নকৰিবলৈ চন্দ্ৰকান্তক সতৰ্ক কৰি দিলে। তাতে চন্দ্ৰকান্তই চাহাবক কৈছিল, "মই তুংখুঙীয়া ফৈদৰ কোঁৱৰ। ৰাজ্য গ'ল বুলিও মোৰ তিৰোতাক ধৰি মাৰিবলৈ মোৰ ক্ষমতা নোহোৱা হ'লনে?"

তুংখুঙীয়া ফৈদৰ কোঁৱৰসকলে অবিচ্ছিন্নভাৱে প্ৰায় ডেৰশ বছৰ কাল ৰাজপাট ভোগ কৰাৰ কাৰণে তুংখুঙীয়া নামটোৰ চাৰিওফালে অপৰিসীম প্ৰতাপৰ এটি পৰিসৰ সৃষ্টি হৈছিল। কিন্তু আক্ষেপৰ বিষয় এই যে, তেওঁলোকৰ দূৰদৰ্শিতাৰ অভাৱত আহোম ৰাজ্যৰ স্বাধীনতা-ৰবি চিৰকাললৈ অস্তমিত হ'ল।

## তৃতীয় অধ্যায়

# সিংহাসন আৰোহণ

প্ৰমত্তসিংহ স্বৰ্গদেৱৰ মৃত্যুৰ পাচত ৰুদ্ৰসিংহ মহাৰাজৰ অন্তিম ব্যৱস্থামতে বাটঘৰীয়া মোহনমালা গোহাঁইদেৱ ৰাজপদৰ উত্তৰাধিকাৰী আছিল। প্ৰমত্তসিংহৰ পাচত ৰুদ্ৰসিংহ স্বৰ্গদেৱতাৰ জীৱিত কোঁৱৰসকলৰ ভিতৰত মোহনমালা গোহাঁইদেৱ জ্যেষ্ঠ আছিল, সেই দেখি তেওঁৰ ভায়েক্ৰ ৰাজেশ্বৰসিংহ আৰু লক্ষ্মীসিংহৰ ৰাজত্বৰ কালত তেওঁক সকলোৱে ৰৰজনা গোহাঁই বুলি অভিহিত কৰিছিল, পাচলৈকো তেওঁ এই নামেৰেই জনাজাত হৈছিল। বাটঘৰীয়া গোহাঁইদেৱৰ মাক আছিল স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ চমুৱা কুঁৱৰী। দেশৰ ৰীতিমতে বৰকুঁৱৰী আৰু পৰ্বতীয়া কুঁৱৰীৰ সন্তানহে সিংহাসনৰ উপযোগী বুলি বিবেচিত হৈছিল। তাৰ উপৰিও এবাৰ বসন্ত ওলাই মোহনমালা গোহাঁইদেৱৰ মুখত গুটিসাঁচ বহিছিল। শত্ৰুপক্ষীয়সকলে এই দুই কাৰণত মোহনমালা গোহাঁইক ৰাজপাটৰ অযোগ্য বুলি ভাবিছিল। কিন্তু ৰুদ্ৰসিংহ স্বৰ্গদেৱে স্পষ্টকৈ নিবন্ধ কৰিছিল যে তেওঁৰ পাঁচোজনা পুতেক জ্যেষ্ঠানুক্ৰমে সিংহাসনত বহিব। এই ব্যৱস্থামতে শিৱসিংহ স্বৰ্গদেৱৰ বৰকুঁৱৰী চেটিয়া পৰিয়ালৰ অম্বিকা দেৱীৰ পুত্ৰ উগ্ৰসিংহ তিপাম ৰজা জীয়াই থকা সত্ত্বেও ডাঙৰীয়াসকলে প্ৰমত্তসিংহক সিংহাসনত বহুৱাইছিল। সেইদেখি ভালেমান আহোম বিষয়াই প্ৰমত্তসিংহৰ মৃত্যুৰ পাচত ৰৰজনা গোহাঁইদেৱ মোহনমালাকে আহোম সিংহাসনৰ ন্যায্য অধিকাৰী বুলি স্বীকাৰ কৰিছিল।

তাৰ উপৰিও মোহনমালা গোহাঁইদেৱৰ নিজৰে অসাধাৰণ আকৰ্ষণী শক্তি আছিল। দেখাত তেওঁ বৰ সুশ্ৰী আছিল আৰু তেওঁৰ মাত-কথাও বৰ অমায়িক আছিল। সেইদেখি মানুহে তেওঁক মোহনমালা নাম দিছিল। ভালেমান বিষয়াই মোহনমালা গোহাঁইদেৱৰ খাটনিৰ প্ৰভাৱত বিষয় লাভ কৰিছিল। এনে কি ৰূপচন্দ্ৰ বৰবৰুৱা লোকান্তৰ হোৱাত শিৱসিংহ মহাৰাজে কীৰ্তিচন্দ্ৰক বৰবৰুৱা পদত নিযুক্ত কৰিবলৈ অনিচ্ছা কৰিছিল। মোহনমালা গোহাঁইদেৱে কীৰ্তিচন্দ্ৰৰ হৈ ৰুকাইদেৱেক স্বৰ্গদেৱক টানি ধৰাতহে ৰজাদেৱে তেওঁক বৰবৰুৱা পাতিছিল। এইবোৰ কাৰণত মোহনমালা গোহাঁইদেৱ প্ৰজা আৰু বিষয়াসকলৰ আলাসৰ লাৰু আছিল।

বাটঘৰীয়া মোহনমালা গোহাঁইদেৱৰ নিচিনা সমদৰ্শী প্ৰজাৰঞ্জক কোঁৱৰ সিংহাসনত বহিলে কীৰ্তিচন্দ্ৰ বৰবৰুৱাই একচেটিয়া প্ৰভাৱ বিস্তাৰ কৰা টান হ'ব বুলি ঠাৱৰ কৰি তেওঁক সিংহাসনৰপৰা বঞ্চিত কৰি ভায়েক ৰমানাথ গোহাঁইক ৰজা পাতিবলৈ উদ্যোগ কৰিলে। ইমানবোৰ বিষয়া মোহনমালাৰ অনুগত ৰজা হৈ তেওঁ অকল কীৰ্তি-

চন্দ্ৰৰ কথামতে চলিব কিয় ? সেইদেখি মোহনমালা গোহাঁইদেৱ সিংহাসনত নবহাটোৱেই কীৰ্তিচন্দ্ৰৰ মঙ্গল।

প্ৰমত্তসিংহ স্বৰ্গদেৱ নৰীয়া শয্যাত পৰি থকাৰে দিন ধৰি বৰবৰুৱাই বৰজনা গোহাঁইৰ বিৰুদ্ধে হুল চাচিবলৈ ধৰিলে। কীৰ্তিচন্দ্ৰই গোহাঁইদেৱক প্ৰমত্তসিংহৰ নৰীয়া খোটালীলৈ যাবকে নিদিছিল। প্ৰমত্তসিংহৰ মৃত্যুৰ পাচত ডাঙৰীয়া বিষয়াসকলে মোহন-মালাকে ৰজা পাতিবৰ সংকল্প কৰিছিল। কিন্তু কীৰ্তিচন্দ্ৰ বৰবৰুৱাই উপায়-মন্ত্ৰণাৰে মোহনমালাক ধৰি বন্দী কৰি নামৰূপৰ দুৰ্গম হাবিলৈ ৰখীয়া লগত দি খেদি পঠিয়ালে। এই কথাত বিষয়াসকল মৰ্মাহত হ'ল, আৰু বিশেষকৈ মৰ্মাহত হ'ল ৰাজপাটৰ আগন্তুক অধিকাৰী ৰমানাথ গোহাঁইদেৱ। প্ৰমত্তসিংহ মৃত্যু হোৱা বাৰ্তা দুদিন ধৰি বৰবৰুৱাই গোপনে ৰাখিছিল। বৰজনা গোহাঁইদেৱে নামৰূপলৈ যাত্ৰা কৰাৰ পাচতহে বাইছে স্বৰ্গদেৱৰ মৃত্যু-সম্বাদ শুনা পাইছিল।

ৰাজপাট কেতিয়াও শূন্য হৈ থাকিব নোৱাৰে। এজন স্বৰ্গদেৱৰ মৃত্যুৰ পাচতে নতুন ৰজা পাটত বহুওৱাৰ নিয়ম আছিল। কীৰ্তিচন্দ্ৰৰ অভিসন্ধি সিদ্ধি হোৱাত পলম ঘটাৰ কাৰণে প্ৰমত্তসিংহৰ মৃত্যুৰ পাচত এদিন-এবেলা আহোম ৰাজ্য অৰাজক হৈ আছিল। চেনেহৰ ককাইদেৱেকৰ ন্যায্য অধিকাৰ লংঘন কৰি ৰমানাথ গোহাঁইদেৱে ৰাজপাট খাবলৈ একেবাৰে অনিচ্ছুক আছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ছল-চক্ৰান্তেৰে ডাঙৰীয়া আদি বিষয়াসকলক সন্মত কৰি ৰমানাথ গোহাঁই দেৱৰ ওপৰত ৰাজ্যভাৰ অৰ্পণ কৰে। সিংহাসন শূন্য হৈ থাকিলে নানান জঞ্জাল হ'বৰ আশঙ্কা কৰি ৰমানাথ গোহাঁই-দেৱে অগত্যা ৰাজ্যভাৰ ল'বলৈ গাত ল'লে।

ওপৰৰ কথাৰপৰা দেখা গৈছে যে মোহনমালা গোহাঁইদেৱক সিংহাসনৰপৰা বঞ্চিত কৰি নামৰূপলৈ খেদা কাৰ্যত ভায়েক ৰমানাথ গোহাঁইদেৱৰ অকণো দোষ নাছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই নানান ছল-বুদ্ধি কৰি অখণ্ড প্ৰতাপৰ অধিকাৰী হৈছিল। তেওঁৰ ক্ষমতা অকল তেতিয়াৰে নহয়। শিৱসিংহ ৰজাৰ দিনৰেপৰা তেওঁ এইদৰে ক্ষমতা চলাই আহিছিল। বিশেষতঃ বিষয়া বা সেনাপতিসকলে বৰবৰুৱাৰ কথা যিমান মানিব ৰাজ-কোঁৱৰ অমন্ত্ৰী ৰমানাথ গোহাঁইৰ কথা তিমান মনাটো সম্ভৱ নহয়। বৰবৰুৱাই ৰাজ্য শাসনৰ তলা-নলা ভালকৈ গম পাইছিল আৰু ৰাজ্যৰ চুকে-কোণে তেওঁৰ প্ৰভাৱ বিস্তৃত হৈ পৰিছিল। সেই প্ৰভাৱক ব্যৰ্থ কৰিবলৈ ৰাজবিষয়ত অনভিজ্ঞ কোঁৱৰ অসমৰ্থ হোৱাটো স্বাভাৱিক।

মোহনমালা গোহাঁইদেৱে ভালকৈ জানিছিল যে তেওঁক ৰাজ্যৰপৰা বঞ্চিত কৰাৰ বাবে ভায়েক জগৰীয়া নহয়, ই মাত্ৰ বৰবৰুৱাৰ কূটনীতিৰ ফলহে। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত মৰাণৰ বিদ্ৰোহ আৰম্ভ হয়। মৰাণে মোহনমালা গোহাঁইদেৱক লোকদৰ্শক নায়ক পাতি যেতিয়া আহোম সেনাৰ কোঁঠ আক্ৰমিবলৈ যায়, তেতিয়া গোহাঁইদেৱে বিপক্ষৰ সেনাপতি হৰনাথ ভিতৰুৱাল ফুকনক এইদৰে কৈছিল—"ফুকন, তই দুৰৰাৰ ঘৰৰ, এদিনীয়া নহয়, তোৰ সপ্তম পুৰুষে আমাক সেৱা কৰি গৈছে, মিত্ৰ সম্বন্ধো আছে। সম্প্ৰতি মইহে ৰজা। আৰু বকতিয়ালৰ বৰবৰুৱাই কূট-মন্ত্ৰণা কৰি স্বৰ্গদেৱক লগাই আমাক নামৰূপলৈ খেদালে। এতেকে বকতিয়ালৰ ঘৰক মাৰিবৰ নিমিত্তে আলচি ৰণ কৰিছোঁ। ডাঙৰীয়া কেইঘৰবো, যাৰ যি মৰ্যাদা সেইৰূপে থাকিব। আৰু সামান্য

পাইকাণ মানুহকো একো নকৰোঁ, কাকো কটা-মৰাও নকৰোঁ ।" প্ৰায় সেই সময়তে মৰাণৰ লগ লোৱা মোহনমালা কোঁৱৰৰ ৰবটি জীয়েক দুৰবাৰ গোপেশ্বৰৰ ঘৈণীয়েকে তেওঁৰ বহতীয়া হৰাপোৱাৰ মুখে খুৰাদেৱেক লক্ষ্মীসিংহ স্বৰ্গদেৱলৈ কৈ পঠিয়াইছিল, "স্বৰ্গদেৱলৈ মৰাণৰ একো কক্ষা নাই, মৰাণৰ ৰবৰুৱালৈহে খং ।"

ইয়াৰপৰা ভালকৈ বুজা যায় যে কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ কুটিল মন্ত্ৰণাৰ ফলতহে মোহনমালা গোহাঁইদেৱ সিংহাসনৰপৰা বঞ্চিত হৈছিল । ৰাজেশ্বৰসিংহ সেই কামত শঙ্কা আৰু দ্বিধা কৰিছিল । অন্যায়-অধৰ্ম কাৰ্যৰ প্ৰতি অনিচ্ছা—এয়ে ৰাজেশ্বৰসিংহৰ চৰিত্ৰক বিভোপন কৰি তুলিছে। সিংহাসনৰ কাৰণে কতই নিসঙ্কোচে ভাতৃহত্যা, নৰহত্যা কৰে ; কিন্তু ৰাজেশ্বৰসিংহই ককায়েক বাটষৰীয়া গোহাঁইদেৱৰ কাৰণে সিংহাসন এৰি দিবলৈকো সাজু আছিল আৰু বাধ্য কৰিহে তেওঁক সিংহাসনত বহুৱাব লগাত পৰিছিল । ইয়াৰপৰা ঠাৱৰ কৰিব পাৰি যে ৰাজেশ্বৰসিংহই ককায়েক মোহনমালা কোঁৱৰৰ সিংহাসন অধিকাৰৰ স্বত্ব ন্যায্য বুলি স্বীকাৰ কৰিছিল ।

১৬৭৩ শকৰ ৩০ আহিন কৃষ্ণা দশমী তিথিত ৰমানাথ গোহাঁইদেৱ সিংহাসনত উঠিল । শিঙৰীঘৰত সিংহসিনত নুঠালৈকে ৰজা পূৰ্ণহতীয়া নৃপতি হ'ব নোৱাৰে, তেওঁ চুলুং-ৰজা নামেহে অভিহিত হৈ থাকে । সেইদেখি শিঙৰী ঘৰত উঠা উৎসৱ বৰ সমাৰোহেৰে পতা হৈছিল । ১৬৭৪ শকত ৰংপুৰত শিঙৰীঘৰত উঠি স্বৰ্গদেৱে হিন্দুমতে ৰাজেশ্বৰ সিংহ আৰু আহোম মতে চুৰমফা নাম গ্ৰহণ কৰে । সেই উৎসৱ সাতদিন ধৰি ব্যাপ্ত আছিল । সকলো মহন্ত আহি সেই উৎসৱত যোগ দিছিল । সেই উৎসৱৰ উপলক্ষে স্বৰ্গদেৱে গড়গঞা গুৱাহটীয়া সকলো ডা-ডাঙৰীয়া আৰু বিষয়াক যোগ্যানুৰূপে বঁটা-প্ৰসাদ দিছিল । এই শিঙৰীঘৰত উঠা উৎসৱৰ দিন ৰজাক আশীৰ্বাদ দি অভিষিক্ত কৰাৰ মুহূৰ্তকৰ পাচতে ৰবচাকত কোব পৰাৰ লগে লগে টাকশালত পূৰ্বেই চাকলি কৰি খোৱা সোণ ৰূপৰ মোহৰত নতুন ৰজাৰ নাম আৰু শকৰ চাব থকা হাতুৰীৰ কোব পৰিছিল । ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে অসমীয়া, নাগেৰী আৰু ফাৰ্চী—এই তিনি ভাষাৰ আখৰত অভিষেকী মোহৰ মৰাইছিল । অসমীয়া মোহৰত লিখা হৈছিল —

শ্ৰীশ্ৰীস্বৰ্গদেৱ শ্ৰীৰাজেশ্বৰসিংহ নৃপস্য ।১৬৭৪
শ্ৰীশ্ৰীহৰগৌৰী চৰণকমল মকৰন্দ মধুকৰস্য ।।

নাগেৰী মোহৰত এইদৰে আছিল—

শ্ৰীশ্ৰীস্বৰ্গদেৱ শ্ৰীৰাজেশ্বৰসিংহ নৃপস্য ।১৬৭৪
শ্ৰীশ্ৰীমহেশ্বৰী চৰণামল মকৰন্দ মধুকৰস্য ।।

ফাৰ্চী মোহৰত আছিল—

জুদিম ছিকো চুলতান চাও খুৰচুদো মাহ শ্ৰীৰাজেশ্বৰ সিংহ ।
জুৰব্ ৰংপুৰ চুনা ১৬৭৪ জুলুচ মুয়েমুনুত মানুছ ।।

১৬৭৫ শকত স্বৰ্গদেৱ পাটঘৰত উঠে । সেই সময়তে তেওঁৰ এটি কোঁৱৰ জন্ম হয় । সেই কোঁৱৰৰ নাম থোৱা হয় পাটকোঁৱৰ ।

ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে ৰাজ-সিংহাসনত উঠিবলৈ যদিও দোধোৰ-মোধোৰ কৰিছিল, এবাৰ সেই গুৰুভাৰ কান্ধত লৈ নিজৰ সকলো শক্তি ৰাজ্যৰ সুমঙ্গলৰ কাৰণে

তেওঁ প্ৰয়োগ কৰিবলৈ ধৰিলে। ৰাজকাৰ্যত তেওঁ হেলা কৰা নাছিল আৰু বিষয়াসকলৰ ওপৰত ৰাজ্যভাৰ অৰ্পণ কৰি ৰং-তামাচাত মগ্ন হৈ তেওঁ কাল কটাবলৈ ভাল নাপাইছিল।

স্বৰ্গদেৱৰ বৰ সৌভাগ্য যে তেওঁৰ পাত্ৰমন্ত্ৰীসকল বৰ বিচক্ষণ ৰাজনীতিজ্ঞ পুৰুষ আছিল। প্ৰমত্তসিংহ স্বৰ্গদেৱৰ দিনৰেপৰা টেপৰতলীয়া সোণাই বুঢ়াগোহাঁই ৰাজমন্ত্ৰী আছিল। এওঁ দেখাত হাতী পোৱালিটিৰ দৰে লোপ-খোপ কৰে আছিল। সেইদেখি তেওঁক হাতী-পোৱালি বুঢ়াগোহাঁয়ো বোলা হৈছিল। এওঁ বৰ কৌতুক প্ৰিয় আছিল আৰু নানান হাঁহি উঠা কথা কৈ স্বৰ্গদেৱ আৰু পাত্ৰমন্ত্ৰীসকলৰ মনত আনন্দ লগাব পাৰিছিল। তেওঁৰ মুখৰপৰা ওলোৱা হাঁহি উঠা কথাবোৰ বহুদিনলৈকে ৰাইজৰ মাজত প্ৰচলিত আছিল। কিন্তু ইফালে সোণাই বুঢ়াগোহাঁই ডাঙৰীয়া সুনিপুণ ৰাজনীতিজ্ঞ বিষয়া আছিল। এওঁ কিদৰে তিপাম ৰজাৰ বিদ্ৰোহ ব্যৰ্থ কৰি প্ৰমত্তসিংহ ৰজাক সিংহাসনত বহুৱায় উপদেশ দিছিল পাঠকসকলৰ মনত আছে। সোণাই বুঢ়াগোহাঁইৰ মৃত্যুৰ পাচত লাংমাইকলীয়া ফৈদৰ এজন আৰু কুৰৈগঞা ফৈদৰ ভগী বুঢ়াগোহাঁই হয়। কম্বুকণ্ঠ আৰু লেচেঙ্গিয়াল বৰপাত্ৰগোহাঁই হয় আৰু দৌলবন্ধাৰ ভায়েক আৰু লাইথেপেনা বৰ-গোহাঁইৰ নাতি উগ্ৰতেজা নুমলী বৰগোহাঁই ৰাজমন্ত্ৰী হয়। গুৱাহাটীত বহিখোৱা দশৰথ আৰু তামুলীয়ে ইজনৰ পাচত সিজনে বৰফুকনৰ বাব খাইছিল। এইসকলৰ বাহিৰে বৰবৰুৱা পদবীধাৰী বকতিয়ালৰ গেন্ধেলা বা কীৰ্তিচন্দ্ৰ ৰাজ্যৰ ভিতৰত সবাতকৈ মুখিয়াল আৰু ক্ষমতাপন্ন বিষয়া আছিল।

## চতুৰ্থ আধ্যা

# কীৰ্তিচন্দ্ৰ বৰবৰুৱা

কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ মন্ত্ৰীত্ব আৰু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ ৰাজত্ব কাহিনীৰ ইমান ওচৰা-ওচৰি সম্বন্ধ যে সেই ৰাজত্ব বৰ্ণনা কৰাৰ পূৰ্বে কীৰ্তিচন্দ্ৰৰ বিষয়ে জয়জয়তে অলপ পৰিচয় দিয়া ভাল ।

এই কীৰ্তিচন্দ্ৰ বৰবৰুৱা বকতিয়ালৰ ৰূপচন্দ্ৰ বৰবৰুৱাৰ পুতেক । এওঁলোকৰ পূৰ্বপুৰুষ চুকাফা ৰজাৰ লগত মাউলুং দেশৰপৰা আহিছিল । তেওঁৰ সতি-সন্ততিক চুখিনফা স্বৰ্গদেৱে চয়জৰী জলমৰটা কৰি দিলে । আৰু বেজিৰ কামত লগালে, নাম থ'লে চেংচাই । আহোম মতে দজিক "গৰিয়া" বুলি কোৱা হৈছিল । সেই অনুসৰি জলমৰটাৰ ঘৰক মানুহে গৰিয়া বুলি আখ্যান দিছিল । পাচত এওঁলোকে বকতাত বাস কৰাৰ নিমিত্তে বকতিয়াল নাম পালে ।

ৰূপচন্দ্ৰ প্ৰথমতে সাধাৰণ আহোমৰ ঘৰৰ ল'ৰা আছিল । আহোম ৰজাৰ দিনত প্ৰজাৰ দুই বিভাগ আছিল—প্ৰথম কাঁড়ী পাইক আৰু দ্বিতীয় চমুৱা । কাঁড়ী পাইকে ৰাজ্যৰ যাৱতীয় কাৰ্য কৰিছিল, আৰু আৱশ্যক বুজি ধেনু-কাঁড়, হিলৈ-তৰোৱাল লৈ ৰণলৈ গৈছিল ; কিন্তু চমুৱাই মাথোন ৰাজ্যৰ কিছুমান ওখ তৰপৰ কাৰ্যহে সমাধা কৰিছিল । সেইদেখি মান-মৰ্যাদাত কাঁড়ী পাইক চমুৱাতকৈ হীন আছিল । অৱশ্যে গুণ অনুযায়ী এই কাঁড়ী পাইকৰপৰা চমুৱা শ্ৰেণীলৈ উন্নতি হৈ যোৱাত বিশেষ কোনো হকা-বধাও নাছিল । এই কাঁড়ী পাইক ৰাজ্যৰ সমৰ-শক্তি আৰু কাৰ্যশক্তিৰ মেৰুদণ্ড স্বৰূপ আছিল । সেইদেখি পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই এবাৰ কৈছিল, "কাঁড়ী কঠিয়াতলী" যেহেতু কাঁড়ী অৱস্থাত গুণ দেখুৱাব পাৰিলে পাইকক যথাস্থানত নিযুক্ত কৰা হৈছিল ।

কাঁড়ীৰ শ্ৰেণীৰপৰা চমুৱা শ্ৰেণীলৈ উঠি বৰবৰুৱা বিষয় লাভ কৰা স্বত্ত্বেও বকতিয়ালৰ ৰূপচন্দ্ৰৰ পৰিয়ালক বংশগৌৰৱত হীন বুলি মানুহে বিবেচনা কৰিছিল । বহুতে ভাবিছিল এওঁলোক প্ৰকৃত আহোম নহয়, অনিয়মৰ অৰ্থাৎ পাৱত গজা আহোম । তাৰ উপৰিও এওঁলোকে জলমৰটাৰ কাম কৰা বুলি মানুহে এওঁলোকৰ বিষয়ে ভিতৰি ফু-ফু ফা-ফা কৰিছিল । জলম আলজৰীৰে গুঠি মাছ-পছু-চৰাই আদি ধৰিবৰ নিমিত্তে কৰা এবিধ যতন, আৰু মৰাপাটৰ জৰীৰে গুঠি জমাৰ নিচিনাকৈ কৰা বহুৱাৰ সাজ । চয়জৰী দোলাত আৰু চৰাইদেৱৰ পূজা কাৰ্যত ব্যৱহৃত হৈছিল । ৰূপচন্দ্ৰৰ পূৰ্বপুৰুষে চয়জৰী জলম বাটি আৰু বেজীৰ কামত নিযুক্ত থাকি জীৱিকা মোকলাইছিল ; সেইদেখি

এওঁলোক জলমৰঁটা গৰীয়া বা দৰ্জী শ্ৰেণীত পৰিগণিত হৈছিল। ৰূপচন্দ্ৰই ৰাজবিষয় পোৱাৰ পূৰ্বে এজন মুছলমান মানুহৰ ঘৰত বনুৱা হিচাপে কাম কৰিছিল। গদাধৰসিংহ স্বৰ্গদেৱে তেওঁক মুছলমানৰ ঘৰৰপৰা নি বকতাত পাতে। খেণোৰ মতে ৰূপচন্দ্ৰ বুৰুক-চুটিয়া আছিল।

কিন্তু পঙ্কমগ্ন ঠাইতো পদুম ফুল ফুলে আৰু হীন কুলতো বিচক্ষণ বিচক্ষণ পুৰুষে জন্ম গ্ৰহণ কৰে। সুবিধা পালে তেওঁলোকে নিজৰ মনুষ্যত্বৰ আৰু প্ৰতিভাৰ বিকাশ কৰিব পাৰে। মোমাই তামুলী বৰবৰুৱা সাধাৰণ আহোমৰ ঘৰৰ ল'ৰা আছিল। পোনতে তেওঁ নাজিৰাহাটৰ এজন আহোমৰ ঘৰত ভাত-কোপোৰীয়া বনুৱা হৈ পেট প্ৰবৰ্তাইছিল। প্ৰতাপসিংহ স্বৰ্গদেৱৰ সেই সাধাৰণ আহোমৰ ল'ৰাৰ ওপৰত চকু পৰাত তাক ৰাজকাৰেঙলৈ আনি বিষয় মৰ্যাদা দি পাচলৈ এজন প্ৰভুভক্ত কৰ্তব্যপৰায়ণ দেশহিতৈষী যুঁজাৰু ৰাজবিষয়া কৰি ল'লে। এই ৰূপচন্দ্ৰয়ো স্বৰ্গদেৱ গদাধৰসিংহ আৰু ৰুদ্ৰসিংহৰ তেওঁৰ ওপৰত চকু পৰাত সুবিধা পাই পাচলৈ বৰবৰুৱাৰ আসন লাভ কৰেগৈ।

মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱ এদিন বকতালৈ শেন মেলিবলৈ গৈছিল। স্বৰ্গ-দেৱক চাবলৈ বহুত প্ৰজা গোট খাইছিল; কিন্তু তাৰ ভিতৰত সবাতকৈ দেখনিয়াৰ চকুত-লগা আছিল অতি জুৰুলা কাপোৰ-কানি পিন্ধা ৰূপচন্দ্ৰ। সেই দোৰা-ওলোমা কাপোৰ-কানিৰ মাজেদিও ৰূপচন্দ্ৰৰ স্বাভাৱিক প্ৰতিভা বিৰিঙি ওলাইছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে ৰূপচন্দ্ৰক ওচৰলৈ মাতি আনিলে। তাৰ সকলো দুখৰ বৃত্তান্ত শুনি ৰজাৰ দয়া জন্মাত স্বৰ্গদেৱে ৰূপচন্দ্ৰক কাৰেঙলৈ লৈ আহি ৰজাৰাৰীৰ পৰীয়া কামত লগালে।

স্বাভাৱিক প্ৰতিভা থাকিলে দুখীয়া অৱস্থাতো তাৰ পৰিচয় দিব পাৰি। এদিন ৰাতি ফেঁচা এটাই স্বৰ্গদেৱৰ শোৱনি ঘৰত পৰি কুৰুলিয়াবলৈ ধৰিলে। স্বৰ্গদেৱে অমঙ্গল আশঙ্কা কৰি ৰূপচন্দ্ৰক আদেশ দিলে,--"এই আপদীয়া ফেঁচাটোক কাঁড়েৰে দুই চকুৰেদি সি মোৰ ওচৰলৈ আনিব লাগে।" তেতিয়া চকা-চমকা পোহৰ। ৰূপচন্দ্ৰই সেই নামমাত্ৰ পোহৰতে ফেঁচাটোক কঁড়িয়াই মাৰি, তাহানি নিতায়ে চুটিয়া ৰজাৰ কন্যা সাধনীক লাভ কৰাৰ দৰে, স্বৰ্গদেৱ ৰুদ্ৰসিংহৰপৰা মনে নভবা শলাগনি আৰু বিষয়-মৰ্যাদা লাভ কৰিলে। ৰূপচন্দ্ৰই ৰজা-উঠা উগ্ৰতেজী ঘোঁৰাবোৰক শিকাই এনে জাতি কৰিলে যে স্বৰ্গদেৱে ঘোঁৰাত উঠিলে, ঘোঁৰাত উঠা যেনেই নেপাইছিল। এনেকৈ স্বৰ্গদেৱে ৰূপচন্দ্ৰক যি কামতে লগাইছিল তাতে তেওঁৰ নিজৰ সকলো শক্তি প্ৰয়োগ কৰি ৰজাৰ বিশ্বাসভাজন খাটনিয়াৰ প্ৰিয়পাত্ৰ হৈছিল, আৰু ইয়াৰ গুণতে তেওঁ বৰবৰুৱাৰ বিষয় লাভ কৰিছিল।

স্বৰ্গদেৱ শিৱসিংহৰ আমোললৈকে বৰবৰুৱাৰ বিষয় ভোগ কৰি যেতিয়া ৰূপচন্দ্ৰ অলৰ-অথৰ হ'ল, তেতিয়া স্বৰ্গদেৱে এদিন ক'লে,—"তুমি এতিয়া জিৰোৱা, তুমি বুঢ়া হৈছা, তোমাৰ ল'ৰা গেন্ধেলাই কাম-কাজ শিকি-বুজি লৈছে, আৰু ৰাজ-কাৰ্যত পৈণত হৈছে। তাকে মই বৰবৰুৱা পাতোঁ।" বুঢ়া হ'লে কি হ'ল? —ৰূপচন্দ্ৰৰ শক্তি তেতিয়ালৈকে অটুট আছিল। তেওঁ কোনোপধ্যে বৰবৰুৱাৰ পদ এৰিবৰ ইচ্ছা নকৰি মৃত্যুৰ কাললৈকে ৰাজবিষয় খাবলৈ বাঞ্ছা কৰিলে। ৰূপচন্দ্ৰৰ প্ৰবল ইচ্ছা আৰু উৎসাহ দেখি স্বৰ্গদেৱে

তেওঁক বৰবৰুৱাৰ পদতে ৰাখিলে। ইয়াৰ দুবছৰৰ পাচত ৰূপচন্দ্ৰ বৰবৰুৱাৰ মৃত্যু হয় আৰু তেওঁৰ পুতেক গেন্ধেলাক ৰজাই বৰবৰুৱাৰ পদত নিযুক্ত কৰে। গেন্ধেলা বৰবৰুৱা হোৱাৰ দুবছৰৰ পাচত শিৱসিংহৰ মৃত্যু হয়। ৰূপচন্দ্ৰই বৰবৰুৱাৰ পদ ত্যাগ কৰি গেন্ধেলাই উচচ ৰাজবিষয় খোৱাৰ সুচল কৰি নিদিয়াত গেন্ধেলাই বৰ বিষম বেজাৰ পাইছিল। এনে কি পিতৃ দেৱতাৰ শৱ-সৎকাৰলৈ নিজে নগৈ গেন্ধেলাই পুতেকহঁতকহে পঠিয়াইছিল।

কাঁড়ী আৰু চমুৱাৰ নাম থকা পিয়লৰ কাকত আছিল। কাঁড়ীৰপৰা চমুৱালৈ কোনো পাইকক তুলিলে তাৰ নাম কটোৱা হৈছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত বকতিয়ালৰ কীৰ্তিচন্দ্ৰ বৰবৰুৱাই এদিন কাঁড়ীৰ হিচাপ লোৱাত এদল কাঁড়ীৰ মাজত এপোৱা পাইক পোৱা নগ'ল। সেই পাইকটো কলৈ গ'ল এই বিষয়ে বৰবৰুৱাৰ বিষয়াই অনুসন্ধান কৰিবলৈ ধৰিলে। তথাপি সেই হেৰোৱা পাইকটো বিচাৰি নোপোৱাত বৰবৰুৱা ক্ৰুদ্ধ হৈ বিষয়াক দণ্ড বিহিবলৈ মন কৰিলে। কিন্তু বৰবৰুৱা নিজেই যে হেৰোৱা পাইকটো তাক কোনেও ক'ব নোৱাৰে। পিচত এজন বৰাই এই কথা টলকি মৰণত শৰণ দি বৰবৰুৱাক জনালে, "দেউতা ঈশ্বৰ। ছাঁহে লেখিছে, গা লেখিলেই হেৰোৱা পাইক ওলাব।" সুবুদ্ধি বৰবৰুৱাৰ আৰু বুজিবলৈ বাকী নাথাকিল যে তেৱেঁই সেই হেৰোৱা পাইক। তাৰ পাচত যথাৰীতি স্বৰ্গদেৱৰ অনুমতিৰে বৰবৰুৱাই কাঁড়ীৰ কাকতৰপৰা ওলাই চমুৱা শ্ৰেণীত ভুক্ত হ'ল।

গেন্ধেলা ওৰফে কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ১৬২১ শকত জন্ম গ্ৰহণ কৰে। তেওঁ বৰ বুদ্ধিমন্ত আছিল আৰু পিতাক ৰূপচন্দ্ৰ বৰবৰুৱাৰ লগত থাকি ৰাজ-কাৰ্য চাই অতি কম বয়সতে শিকি-বুজি ৰজাঘৰীয়া কামত পৈণত হৈছিল। ১৬৬৪ শকত গেন্ধেলাই বৰবৰুৱাৰ বাব পায়। প্ৰমত্তসিংহ ৰজাৰ দিনত এওঁ আৰু সোণাই বুঢ়াগোহাঁই ডাঙৰীয়াৰ প্ৰতিপত্তি অতি বেছি আছিল। কিন্তু সেইবুলি পূৰ্বকালৰ দেৰেৰা বৰবৰুৱা আৰু লালুক বৰফুকনৰ দৰে এই ক্ষমতা অন্যায় কাৰ্যত আৰু স্বাৰ্থসিদ্ধিৰ কাৰণে এওঁলোকে প্ৰয়োগ কৰাৰ কথা বুৰঞ্জীত পোৱা নাযায়।

অৱশ্যে ভাতৃভক্ত ৰাজেশ্বৰসিংহ হোঁহকা-পিছলা কৰি থকা স্বত্ত্বেও কীৰ্তিচন্দ্ৰই বাধ্য কৰি তেওঁক ৰাজসিংহাসনত বহুৱাত ভাতৃপ্ৰেমত আঘাত পাই কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ প্ৰতি স্বৰ্গদেৱৰ অসন্তোষ ভাব জন্মিছিল। অতি পুৰণি কালৰেপৰা পুৰুষ-পৰম্পৰাই ৰাজ-বিষয় ভোগ কৰি অহা আহোম ডাঙৰীয়া ফুকন আদি বিষয়াসকলে বকতিয়াল পৰিয়ালে উচচ পদবী পোৱাত বিশেষ ক্ষুণ্ণ হৈছিল। বৰবৰুৱাৰ পদ লাহন, দুৱৰা, সন্দিকৈ আৰু দিহিঙ্গীয়া —এই চাৰি ফৈদৰ ভিতৰত আবদ্ধ আছিল। এতিয়া সেই চাৰি ফৈদৰ বাজ বকতিয়ালে বৰবৰুৱাৰ পদ পোৱাত পুৰাতন আহোমসকলে বিষম বেজাৰ পাইছিল। তাৰ উপৰিও কীৰ্তিচন্দ্ৰৰ গুৰি-গছ সম্পৰ্কে নানান মানুহৰ মুখে নানান কথা শুনা গৈছিল। ৰূপচন্দ্ৰ সাম্য প্ৰকৃতিৰ মানুহ আছিল। তেওঁ স্বিৰভাৱে ক'তো জেঙা নলগাকৈ নিজ কৰ্তব্য সম্পাদন কৰিছিল। কিন্তু কীৰ্তিচন্দ্ৰ আছিল মনচোকা আত্মম্ভৰী স্বভাৱৰ মানুহ। তেওঁৰ মহতালিত পূৰ্বৰ পুৰাতন ফৈদৰ বিষয়াসকলে বিশেষ অপমানিত হৈছিল। স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহয়ো কীৰ্তিচন্দ্ৰক পেটে পেটে ভাল নাপাইছিল। কিন্তু

কীৰ্তিচন্দ্ৰৰ প্ৰতিপত্তি অলংঘনীয় বুলি বুজি স্বৰ্গদেৱে বৰবৰুৱাৰ বিৰুদ্ধাচৰণ কৰিবলৈ সাহ নকৰিছিল। এনেস্থলত ডাঙৰীয়াসকলে কীৰ্তিচন্দ্ৰক অপঘাত কৰিবলৈ চেষ্টা কৰিলে স্বৰ্গদেৱে চকু মুদি থাকি কীৰ্তিচন্দ্ৰৰ পতনত আনন্দ লাভ কৰাই স্বাভাৱিক।

কীৰ্তিচন্দ্ৰ বৰবৰুৱা এজন বিচক্ষণ কাৰ্যদক্ষ ৰাজকৰ্মচাৰী আছিল। কিন্তু কাৰ্যদক্ষতা এক কথা আৰু নিজক আত্মবিলোপ কৰি প্ৰতিদ্বন্দ্বীক উপায়-মন্ত্ৰণাৰে নিজৰ পক্ষীয় কৰি ৰাখি ক'তো বিভ্ৰাত নঘটাই বিষয়-ভাৰ পৰিচালনা কৰা এক সুকীয়া কথা। কীৰ্তিচন্দ্ৰৰ ক্ষমতা অতুলনীয় আছিল, তেওঁৰ ইচ্ছাৰ গতিৰোধ কৰিবলৈ অতি কমৰহে শক্তি আৰু সাহ আছিল। সেইদেখি তেওঁ অপ্ৰতিহতভাৱে নিজৰ বেগৱতী ইচ্ছাক কাৰ্যত পৰিণত কৰিবলৈ সুবিধা পাইছিল। তেওঁ ৰাজনীতি, দেশৰ দৰ-দস্তুৰ ভালমতে জানিছিল, কিন্তু সেইমতে সুশৃঙ্খলভাৱে কাম কৰোঁতে তেওঁৰ মাজে মাজে ভৰি পিছলিছিল। যিসকল প্ৰাচীন ফৈদত ৰাজবিষয় অতি পূৰ্বৰেপৰা সংলগ্ন আছিল তেওঁলোকৰ কাৰ্য-কামৰ এটা সাম্যতা পৰিদৰ্শিত হৈছিল ; কাৰণ ক'ত কেনে কৰা উচিত, কোন কথাৰ দূৰ পৰিণাম কি, ইয়াৰ সম্ভেদ তেওঁলোকৰ হাড়ে-মগজুৰে সোমাই আছিল। কিন্তু ন-চহকী বকতিয়ালৰ পৰিয়ালত সেইবোৰ কথা নকৈ শিকা হৈছে মাথোন, সেইবোৰ এতিয়াও অস্থি-মজ্জাগত হোৱা নাছিল। কীৰ্তিচন্দ্ৰৰ চৰিত্ৰত আছিল কাৰ্যক্ষমতা. দাম্ভিকতা আৰু অহং গৰিমা ; তাত নাছিল বিনয়, আত্মবিলোপ আৰু দূৰদৰ্শিতা।

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত কীৰ্তিচন্দ্ৰৰ মহতালিৰ পৰিণাম ইমান ব্যাপ্ত নহৈছিল। বৰবৰুৱাৰ অকাৰ্যৰ প্ৰতিশোধৰ বাণ বৰবৰুৱাৰ বিৰুদ্ধে ব্যক্তিগতভাৱে নিক্ষিপ্ত হৈছিল। সেই বাণে ৰজা আৰু প্ৰজাসমষ্টিক ব্যাপকভাৱে হানিব নোৱাৰিছিল। ৰাজেশ্বৰ সিংহৰ মৃত্যুৰ পাচত কালশিলীয়া গোহাঁইদেৱে ঘাইকৈ কীৰ্তিচন্দ্ৰৰ অনুগ্ৰহত লক্ষ্মীসিংহ নাম লৈ সিংহাসনত উঠে। তেওঁ দেখাত আপচু ক'লা আছিল ; সেই দেখি বহুতে তেওঁক ৰুদ্ৰসিংহৰ ঔৰসজাত নহয় বুলি ভাবিছিল। সাধাৰণৰ মাজত তেওঁ 'কলীয়া বাব' আৰু 'এলাগী কোঁৱৰ' বুলিহে জনাজাত আছিল। কিন্তু এনে এলাগী কোঁৱৰক ৰাজপাটত বহুৱাই কীৰ্তিচন্দ্ৰই নিজৰ মহতালিৰ মাত্ৰা চৰাবলৈ ধৰিলে। তাৰ পৰিণামে বিস্তৃতভাৱে ৰাজ্যত হুলস্থূল আৰম্ভ হ'ল। কীৰ্তিচন্দ্ৰৰ হাতত পোৱা অপমানৰ প্ৰতিহিংসা ল'বলৈ যাওঁতে দেশৰ ৰজা আৰু প্ৰজা সকলোৱে থান-থিত নাইকিয়াত পৰিল। মোৱামৰীয়া বিদ্ৰোহৰপৰা এইটো সুদৃঢ়কৈ প্ৰমাণিত হ'ল যে সন্মিলিত প্ৰজাশক্তিয়ে ৰজা আৰু ৰাজপক্ষক ত্ৰিশূলৰ ওপৰত নচুৱাব পাৰে। কীৰ্তিচন্দ্ৰই ভাবিছিল. প্ৰজাবৃন্দই সন্মিলিত-ভাৱে ৰজাৰ বিৰুদ্ধে অস্ত্ৰ দাঙিব নোৱাৰে ; প্ৰজাৰ মাজত একতাৰ অভাৱেই ৰজাঘৰীয়াৰ অস্তিত্বৰ মেৰুদণ্ড। কিন্তু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে ভালকৈ জানিছিল যে প্ৰজা গোট খালে ৰজা আৰু ৰাজ্য ছাৰখাৰ কৰিব পাৰে।

এদিন ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ ৰংপুৰৰ ৰংঘৰত বহি হাতীৰ যুঁজ আদি ধেমালি চাই আছিল। ৰজাৰ ওচৰত কীৰ্তিচন্দ্ৰ বৰবৰুৱা বহিছিল। সেইদিনা ৰং চাবলৈ অহা প্ৰজাৰে ৰংঘৰৰ সম্মুখত থকা পথাৰখন তিল-দি-সন্ধি নোপোৱা হৈছিল। স্বৰ্গদেৱে সেই অসংখ্য প্ৰজাবৃন্দালৈ চাই এইদৰে ভাবিলে. "এই আটাইবোৰ প্ৰজাই গোট খাই এটা-

এটাকে টোকৰ মাৰিলে আমি ৰজা পাত্ৰ-মন্ত্ৰী বিষয়া সকলোকে ফুতে উবাব পাৰে ।" সেইবুলি স্বৰ্গদেৱে বৰবৰুৱালৈ চাই এটা আঙুলি দেখুৱাই টোকৰ এটা মাৰিলে। ইয়াৰ অৰ্থ এই, "প্ৰজাবোৰ একেলগকৈ গোট খালেই আমাৰ ফালে উদি।" বৰবৰুৱাই পোনতে দুটা, পাচে এটা আঙুলি দেখুৱাই মূৰ জোকাৰিলে। ইয়াৰ অৰ্থ এই, "ইয়াত হেজাৰ-বিজাৰ প্ৰজা আছে সঁচা ; কিন্তু ধানটোৰে প্ৰতি কণটো, মানুহটোৰে প্ৰতি মনটো। দুটা মানুহ একেলগে গোট খাই এটা হ'ব নোৱাৰে ।"

কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ হাতত পোৱা অপমানৰ প্ৰতিহিংসা সাধনেই মোৱামৰীয়া বিদ্ৰোহৰ মূল উদ্দেশ্য আছিল। মোৱামৰীয়া অহা শুনি লক্ষ্মীসিংহ স্বৰ্গদেৱে ৰংপুৰৰ-পৰা পলাই চিন্তামণি গড়ত আশ্ৰয় লৈছিল। সৈন্য-সামন্ত গোটাই যুদ্ধকে কৰিবনে নাই মৰাণত শৰণ ল'ব ইয়াৰ আলোচনা কৰোতে কীৰ্তিচন্দ্ৰই যি কৈছিল তাৰপৰা তেওঁৰ গভীৰ ৰাজনীতিজ্ঞানৰ পৰিচয় পোৱা যায়—

"ক্ষত্ৰিয়ৰ ধৰ্ম শৰীৰ থাকে মানে যুদ্ধ কৰিব। জয় লভিলে ৰাজ্যভোগ হয়, যুদ্ধত পৰিলে স্বৰ্গভোগ হয়। শৰীৰৰ লগত কাতৰ হ'লে পৰলোকলৈকো পাপ হয়, ইহলোকতো পৰাধীন হয়। লোকৰ আজ্ঞাত প্ৰৱৰ্তি অনেক ভয়, লাজ, ক্লেশক পায়, মৃত্যু বাঞ্ছা কৰি থাকিবলগা হয়, অতি কুচিত দুখ। আৰু পৰদেশৰ ৰজাৰ হাতত পৰাজয় হ'লে চাতুৰ হৈ তাক নিবন্ধ কৰি লৈ ৰক্ষা কৰিলে ভাল আছে, যাতে সি নিবন্ধ কৰি স্বদেশলৈ যায়। আৰু সেনায়ে সৈতে সষ্টম হৈ থাকি সুদিন হ'লে তাকে জিনি পূৰ্বপদত স্থিতি হ'ব পাৰে। যিহেতু জয়-পৰাজয়ৰ সেয়েই কাৰণ, এতেকে কাল বঞ্চিবৰ নিমিত্তে কাতৰতো আগেয়ে প্ৰৱৰ্তি গৈছে, সম্প্ৰতিও প্ৰৱৰ্তিছে, আগলৈকো প্ৰৱৰ্তিব।

"অতি কুচিত মহাম্লেচ্ছ আমি, স্বৰ্গদেৱৰ সেৱকৰ সেৱক। আমাৰ সেৱকৰ সেৱকতহে তাৰ সেৱা ঘটিছিলে। তেনে উপাসা নকৰাকৈ শৰীৰ এৰাকেহে প্ৰশস্ত দেখি। যেন সামান্য দাসে স্বামীজনক দাস কৰি সেই গৃহক্ষেত্ৰত স্বামী হৈ প্ৰৱৰ্তিলে স্বামীজনৰ মৰাহে প্ৰতিকাৰ, আতকৈ উপায় আনজন নাই, আৰু কোনোসকলে যদি মৰাণক বৰিবলৈ কয়, বৰিলেও এইৰূপহে হ'ব। মৰাণে এই ভোগ পালে সন্তানৰ কুচিত ভোগ কৰিবলৈ কিয় যাব ?

"আৰু মৰাণ দুষ্ট লোক, অনেক দুষ্টে তাৰ লগ লৈছেগৈ। ই ঠাইত যিবোৰ দুষ্টলোক আছে এইবোৰ তাতোকৈ চতুৰ। ইহঁতে উত্তমলোকৰ সঙ্গত ফুৰি নীতি পাই শুনি-দেখি আছে। এইহঁতেও তাৰ লগ ল'বহে। এইবোৰকে এঠাই হ'লে দুষ্টৰ উন্নতি হৈ অধৰ্মে দেশ জুৰিব, ধৰ্ম-নীতিক লোপ কৰি সন্ত-শিষ্ট উত্তম লোকক নষ্ট কৰিব। কোনোবোৰে স্বধৰ্ম এৰি দুষ্টৰ পালন হৈ তাৰে ধৰ্ম আচৰিব। এতেকে ধৰ্মত প্ৰৱৰ্তা উত্তমলোকৰহে কবুলো কয়, ক'তো বা ৰয়। দুষ্টলোকক কবুল-কাতৰ কোনো কালত নকয়। এতেকে উত্তমলোকে দুষ্ট লোকৰ বাক্যত কোনো কালত বিশ্বাস কৰি থোৱা নাই। এতিয়া যদি দুষ্টৰ বাক্যত বিশ্বাস কৰা যাব কদাচিতো তাৰপৰা শুভ নহ'ব, অশুভহে হ'ব, সন্ত-শিষ্ট উত্তমলোকৰ প্ৰণয়হে হ'ব। এতেকে স্বৰ্গদেৱে ই কথা নকৰিব।

"আৰু কোনোসকলে কয়, 'বৰবৰুৱালৈহে মৰাণৰ খং, বৰবৰুৱাকহে মাৰিব। স্বৰ্গদেৱবো, দেশৰ লোক, কাৰো প্ৰতি মৰাণৰ একো খং নাই, কাকো একো নকৰে। মৰাণৰ ৰজা হোৱাও নাই, ৰবজনা গোঁহাইদেৱৰ পুতেকটিকহে ৰজা পাতি

আনিছে।' ই কথা মিছা। আৰু' স্বৰ্গদেৱে নুশুনিব-নপতিয়াব। এই দুষ্টলোকৰহে ফন্দ—উপায়, মোৰ মানুহে ভালৰূপে জানি আছিছে, খোৱা মৰাণে কৈছে, 'গোহাঁইৰ পুতেকক পাতিছে ৰজা।' বৰজনা গোহাঁইদেৱক ৰজা পাতিম বুলি ফন্দেৰে চপাই লৈ তেওঁকে আগত থৈ দেশকে বৰাই মৰাণে কয়, 'বৰজনা গোহাঁইদেৱলৈ অস্ত্ৰ ধৰিব যি পাৰে ধৰক, পোৱে-পুতেও সবংশে কাটিব। জিকিলেও ৰাজদ্ৰোহ হ'ব।" এতেকে সি দুষ্টলোকৰ ফন্দহে।

"সেৱকৰ স্বৰ্গদেৱেহে ঈশ্বৰ। স্বৰ্গদেৱৰ যি আজ্ঞা তাকে আচৰাহে ধৰ্ম, নাচৰিলেহে ৰাজদ্ৰোহ হয়। ফন্দেৰে মোক বিপৰীত কৰিছে আৰু স্বৰ্গদেৱলৈ সাক্ষাতে অস্ত্ৰ 'ধৰি আছিছে। গোহাঁইদেও বুলিহে কৈছে, যদি মহা গুৰুজন হ'লেও তাক নষ্ট কৰিব লগা, নষ্ট নকৰিলে দোষ পায়। দুষ্টৰ ফন্দত থাকি ভাল লোকো গমিব নোৱাৰাকৈ মৰাণৰ সঙ্গতি হৈছেগৈ। শত্ৰুৰ সঙ্গতি হ'লে ৰাজদ্ৰোহ পাতক অৱশ্যে সিদ্ধি হ'ল। তাৰ ভ্ৰম নাই।

"আৰু মৰাণ ৰজা হোৱাৰ সাক্ষাৎ প্ৰমাণ হৈ আছে। সত্ৰ-সভাত, দেৱ-দেৱালয়ত ব্ৰাহ্মণত অপঘাত কৰি আছিছে। স্বৰ্গদেৱৰ বংশৰ ৰজা হ'লে এইসকলক সন্মানহে কৰিলেহেঁতেন, কদাচিতো অপঘাত নকৰে। দুষ্টৰ ফন্দত পৰিহে কোনোসকলে আতে স্বৰূপ বোলে।

"আৰু মৰাণে মোক মাৰি আনক এৰিব এইখিনি নহয়, স্বৰ্গদেৱে তাক নপতিয়াব। বিশেষতঃ দুষ্টলোকে উত্তমলোকক মিত্ৰ কৰি কোনোকালে মনা নাই। দুষ্টৰ ক্ষমা ধৰ্ম নাই। এতেকে কোনো নৰব। স্বৰ্গদেৱৰ একো নাই, মনত বহুত অসন্তোষ পাব, বন্দী-বেটাও পাব; তেতিয়া আমাৰ নিচিনা বন্দীবোৰ গোটাব নোৱাৰিব। আৰু মানুহে অনেক ব্যপাৰ কৰিও একুৰি পাইকৰ বৰা হয়হে, আমাক এশ পালেও দ্ৰব্য ব্যয় কৰিও তাকে ৰাখে, এৰিব নোৱাৰে। যদি মৰাণে ৰাজচক্ৰবৰ্তীৰ পদ পায়, তাক এৰি হাবিলৈ যাব বুলি যদি কোনোবোৰে কয় তাক স্বৰ্গদেৱে নপতিয়াব।

"এতেকে যেই-সেইৰূপে স্বৰ্গদেৱে মৰাণে নোপোৱাকৈ কলিয়াবৰলৈ শীঘ্ৰে যাব লাগে। আজিটো থাকিলেও কালিলৈ ই ঠাইত মৰাণে ধৰিবহি। মৰাণ পালেহি স্বৰ্গদেৱৰ লগত অহা বন্দী-বেটাও আঁতৰিব। ভাল লোককো কোনোক মাৰিব, সকলো উপায়-কাৰ্য গুচিব। এতেকেহে শীঘ্ৰ কৰিবলৈ প্ৰাৰ্থনা কৰিছোঁ। আজ্ঞা কৰিব লাগে।"

সেইদিনা ১৬৯১ শকৰ আঘোণৰ ৮ তাৰিখ, শনিবাৰ। এইদৰে আলোচনা কৰাৰ পাচত বাতৰি-যোগনীয়া মানুহবোৰ স্বৰ্গদেৱৰ গতি-বিধিৰ সম্ভেদ পাই চাৰিশ বৰতীয়া মৰাণে ৰাতি এপৰ হোৱাত চিন্তামণি বাহৰতে স্বৰ্গদেৱক সকলো সৈতে বেৰি ধৰিলেগৈ। মৰাণে স্বৰ্গদেৱক জয়দৌলত বন্দী কৰিলে, আৰু বৰবৰুৱাক সগোষ্ঠে লোৱা লগালে। সেই ১৬৯১ শকৰ মাঘৰ ১১ তাৰিখ দেওবাৰে মৰাণে সত্তৰি বছৰীয়া বুঢ়া কীৰ্তিচন্দ্ৰ বৰবৰুৱাক শালত দিলে, আৰু পুতেক মৰ্যাসিংহক কাটিলে। ইয়াৰ দহ দিনৰ পূৰ্বে আগেয়ে নাক-কাণ কাটি থোৱা চন্দ্ৰহাস ডেকা-বৰবৰুৱা আৰু উমা ঢেকিয়াল ফুকন আদি কৰি আনো পুতেকহঁতক কাটিছিল।

## পঞ্চম আধ্যা

# কীৰ্তিচন্দ্ৰৰ বুৰঞ্জীদাহ

কীৰ্তিচন্দ্ৰ বৰবৰুৱা দেশস্থ সকলো প্ৰজাৰ অপ্ৰিয় হোৱাৰ এটা প্ৰধান কাৰণ হৈছে তেওঁৰ বুৰঞ্জীদাহ যজ্ঞ। এজন মানুহৰ মৃত্যুত যিমান হানি, এখন বুৰঞ্জী নষ্ট হ'লে তাতোকৈ অধিক ক্ষতি। কাৰণ, সেই বুৰঞ্জীৰ নিমাত পত্ৰাৱলীত দেশৰ পূৰ্বকালৰ ৰজা-প্ৰজাৰ বিবিধ কাহিনী সংৰক্ষিত হৈছে। মানুহৰ মৃত্যু অনিবাৰ্য ; কিন্তু নিজৰ কাৰ্যাৱলীৰদ্বাৰা মানুহে চিৰজীৱন লাভ কৰে। এই চিৰজীৱনৰ আধাৰ হৈছে বুৰঞ্জী। কীৰ্তিচন্দ্ৰই যেতিয়া এই বুৰঞ্জী ধ্বংস কাৰ্যত লিপ্ত হ'ল, তেতিয়া দেশৰ মানুহে ঘোৰ বিভীষিকা দেখিবলৈ ধৰিলে।

আহোমসকলে অন্যান্য বস্তুৰ লগত আমাৰ দেশলৈ এটি সুন্দৰ প্ৰথা আনে— এয়ে হৈছে দেশৰ ৰজাঘৰীয়া যাৱতীয় ঘটনাৱলীৰ বিৱৰণ ৰক্ষা কৰা। চীনদেশীয় প্ৰজাৰ মাজত বুৰঞ্জী ৰচনা এটি চিৰ প্ৰচলিত প্ৰথা। অন্য দেশৰ বুৰঞ্জীয়ে চুকি নোপোৱা কালৰো বুৰঞ্জী চীন ভাষাত পোৱা যায়। জাতীয় কৃষ্টি আৰু উৎপত্তি সম্পৰ্কে আহোম, শ্যান, বৰ্মা আৰু শ্যাম এইবোৰ জাতি চীনৰ আজো-নাতি। শ্যান, বৰ্মা আৰু শ্যাম জাতিৰ অতীজ কালত সুবৃহৎ বিশদ বুৰঞ্জী পোৱা যায়। বৰ্মা ভাষাত এই বুৰঞ্জীক 'ৰাজৱান' বা 'আজাৱান' আৰু শ্যাম ভাষাত 'পংছৱিদন' বোলা হয়। অসমলৈ অহা ৬৬০ বছৰ পূৰ্বৰেপৰা আহোম বা টাই জাতিয়ে বুৰঞ্জী-বিদ্যা অনুশীলন কৰিছিল। সেইদেখি খুনলুং-খুনলাই আদি চুকাফা পূৰ্বপুৰুষসকলৰ কাহিনী আজিলৈকে পোৱা যায়।

খৃষ্টীয় ত্ৰয়োদশ শতাব্দীৰ আদি ভাগত চুকাফাই সৈন্য-সামন্তৰে পাটকাই পৰ্বত লঙ্ঘি অসম প্ৰৱেশ কৰোতে তেওঁৰ লগত বুৰঞ্জীৰ টোপোলা আৰু বুৰঞ্জী ৰচিব পৰা মানুহ জনচেৰেক আহিছিল। সেই কালত লিখা-পঢ়া চৰ্চা আৰু গ্ৰন্থ ৰচনা কাম পুৰোহিতসকলৰ মাজত আবদ্ধ আছিল। চুকাফাৰ লগত তেনে পুৰোহিত অহাৰ বিশেষ-প্ৰমাণ পোৱা যায়। চুকাফাই ককায়েক নড়া ৰজা ত'ৰপৰা চোমচেং মূৰ্তি সংগোপনে লৈ আহিছিল। মূৰ্তিৰ লগত মূৰ্তিক পূজা দিওঁতা পুৰোহিত-পণ্ডিতো আহিছিল। দেওধাই, বাইলুং, মোহন—এইসকলৰ আদি পুৰুষ চুকাফাৰ লগত সোমাবলৈ আহিছিল। বাটত আহোঁতে চুকাফাৰ লগত ভালেখিনি মানুহৰ মৃত্যু হৈছিল, আৰু অনেক নতুন মানুহে চুকাফাৰ লগ লৈছিল। চুকাফাই এই সকলো কথা লিখি থ'বলৈ আদেশ দিয়াৰ উক্তি এখন বুৰঞ্জীত পোৱা যায়। আৰু সেই বুৰঞ্জীৰ গ্ৰন্থকাৰ আছিল ৰাজনীতিজ্ঞ দেশ-প্ৰেমিক ধুঁজাৰু মহামন্ত্ৰী বাঁহগৰীয়া, আতন বুঢ়াগোহাঁই ডাঙৰীয়া। চুকাফাই কৈছিল,

"বেতিয়া যি কথা হয়, যি মৰে, যাক পাওঁ, সকল কথা পণ্ডিতে লেখি ৰাখিব।" দিগ্বিজয়ী দূৰদৰ্শী ৰাজনীতিজ্ঞ বীৰ চুকাফাৰ এই আদেশ-বাণীকে অসমৰ বুৰঞ্জী ৰচনাৰ আৰম্ভণি বুলি ক'ব পাৰি।

আহোম ৰাজত্বৰ আদিছোৱাত ৰজা আৰু ৰাজবিষয়াই ব্যৱহাৰ কৰা আহোম ভাষাত বুৰঞ্জীবোৰ লিখা হৈছিল। আৰু এইবোৰৰ গ্ৰন্থকাৰ আছিল আহোম পুৰোহিত-সকল। পাচলৈ আহোম ভাষাৰ অধ্যয়ন আৰু অনুশীলন যাইকৈ পুৰোহিতীয়া সমাজত প্ৰচলিত হোৱাত সাধাৰণ আহোমৰ মাজত অসমীয়া ভাষাৰ ব্যৱহাৰ চলিবলৈ ধৰিলে। তেতিয়াৰেপৰা আহোম ভাষাৰ উপৰিও অসমীয়া ভাষাত বুৰঞ্জী ৰচনাৰ সূত্ৰপাত হ'ল। এই বুৰঞ্জীবোৰত অসমীয়া পুৰণি গদ্যৰ চানেকি পোৱা যায়। দেশৰ যাবতীয় কথা এই বুৰঞ্জীবোৰত লিপিবদ্ধ হৈছিল। বিদেশলৈ পঠিওৱা আৰু বিদেশৰপৰা অহা চিঠি-পত্ৰবিলাকো এই বুৰঞ্জীবোৰত সন্নিবিষ্ট হৈছিল। আগৰ দিনত অসমীয়াৰ চিন্তাধাৰা, সামাজিক আৰু নৈতিক অৱস্থা জানিবলৈ হ'লে এই বুৰঞ্জীবোৰৰ বিশেষ প্ৰয়োজন। অসমীয়াৰ বিশেষ গৌৰৱ যে ভাৰতীয় কোনো জাতিৰে এনে ধৰণৰ সমসাময়িক শৃঙ্খলাবদ্ধ বুৰঞ্জী নাই।

ৰজাৰ বিষয়াসকলে ৰাজ্যৰ নানা ঠাইৰপৰা ৰজালৈ কটকীৰ হাতে খা-খবৰ দি পঠিয়াইছিল আৰু যুদ্ধ-বিগ্ৰহ আদিৰ কালত সেনাপতিসকলে দিনৰ ৰাতৰি দিনে মুখজেবানে বা পত্ৰদ্বাৰাই ৰণ-কাকতত ৰজালৈ পঠিয়াই আছিল। ৰজাই পাত্ৰ-মন্ত্ৰীৰে সৈতে সেইবোৰ পঢ়ি তাৰ ওপৰত যথাবিহিত আদেশ দিছিল। এই চিঠিবোৰ ৰজাৰ মহাফেজখানা বা গন্ধীয়া ভঁৰালত থোৱা হৈছিল। সেই ভঁৰালত তাৰ উপৰিও স্বৰ্গদেৱৰ পুথি-পাঁজি, খামটি, মান, চিংফৌ, মিচিমি, আবৰ, ডফলা, ভোট, গাৰো, মিকিৰ, নগা, এইবোৰ দেশৰপৰা অহা চিঠি-পত্ৰাদি থোৱা হৈছিল। দিল্লীৰ পাদশ্যাহ আৰু বঙ্গালৰ নবাব আৰু হিন্দুস্থান আৰু দাক্ষিণাত্য আদি ঠাইৰ ৰজা পাদশ্যাহৰ চিঠি-পত্ৰাদি যাতিবলৈ স্বৰ্গদেৱৰ চ'ৰাত সুশিক্ষিত পাৰ্চী-পঢ়ীয়া আছিল। সেইবোৰ চিঠিও সাৱধানে গন্ধীয়া ভঁৰালত সংৰক্ষিত হৈছিল। ৰজাঘৰীয়া দৈনন্দিন কথাবোৰ লিখি থবলৈ নিৰ্দিষ্ট লিখাৰু আছিল। এইবোৰ কাকত-পত্ৰ চাই-চিতি নকল আদি কৰি ভাগে ভাগে থ'বলৈ এদল লিখাৰু আৰু কাকতি আছিল। তেওঁলোকে লিখকৰ বৰুৱাৰ তত্ত্বাৱধানত কাম কৰিছিল। এইবোৰ পুথি-পাঁজি কাকত-পত্ৰ যত্ন কৰি পঢ়ি তাৰপৰা সাৰ সংগ্ৰহ কৰি বছৰে-ছমাহে বা কোনো এটা ডাঙৰ ঘটনাৰ পাচত ধাৰাবাহিক বিৱৰণ লিখাৰ প্ৰথা আছিল। সেইবোৰ বিৱৰণ আগৰ বুৰঞ্জীবোৰৰ লগত লগাই থোৱা হৈছিল। এইদৰে ৰজাঘৰৰ কাৰণে ৰাজ-কৰ্মচাৰীৰ তত্ত্বাৱধানত বুৰঞ্জী সংকলিত হৈছিল।

তাৰ বাহিৰেও উচ্চ বিষয়াসকলে নিজৰ ঘৰত পণ্ডিত ৰাখি ৰজাৰ ভঁৰালত পোৱা আৰু নিজৰ হাতত থকা কাকত-পত্ৰৰ সহায়েৰে বুৰঞ্জী লিখাইছিল। বুৰঞ্জী ৰাজ-কৰ্মচাৰীৰ দায়িত্বপূৰ্ণ তত্ত্বাৱধানত লিখিত হ'ল বুলি সি নিৰ্দোষ হ'ব নোৱাৰে। তাত শক-তাৰিখ ঘটনাৰ বিষয়ে ভুল-ভ্ৰান্তি নাথাকিব পাৰে; কিন্তু কোনো ঘটনা বা বিৱৰণে ঠাই পোৱা বা নোপোৱাটো কৰ্মচাৰীৰ ব্যক্তিগত বিচাৰ শক্তিৰ সীমাধিন। তাৰে প্ৰতিকাৰ কৰিবৰ নিমিত্তে ডাঙৰীয়া-ফুকনসকলে ভিতৰুৱাকৈ বুৰঞ্জী লিখাইছিল। ৰজাঘৰীয়া

বুৰঞ্জী বা ভিতৰুৱা বুৰঞ্জীৰ নকল দেশৰ নানান ঠাইত পোৱা গৈছিল। সেইবোৰৰ পুলি-পোখা মেলি নতুন নতুন বুৰঞ্জী লিখিত হৈছিল। সেইকাৰণে আগৰ দিনত অসমীয়া সম্ভ্ৰান্ত পৰিয়ালৰ ঘৰে ঘৰে বুৰঞ্জী পুথি পোৱা গৈছিল।

আজিকালিৰ দিনত সাময়িক ঘটনাবোৰ বাতৰি কাকতত লিপিবদ্ধ হয়। সেই সাময়িক ঘটনাবোৰ পঢ়ি তাৰ সাৰ মৰ্ম লৈ বিচাৰ-শক্তিৰ সহায়েৰে আগলৈ ঐতিহাসিকে ইতিহাস সঙ্কলন কৰে। সেইদেখি আজিকালি বুৰঞ্জীক জাবৰ-জেঙা নোহোৱা বাতৰি কাকত বুলি কোৱা হয়। আমাৰ দেশত তাহানি বাতৰি কাকত নাছিল, এই বুৰঞ্জীবোৰেই মন্থৰ গতিৰে বাতৰি কাকতৰ ঠাই পূৰাইছিল। বুৰঞ্জীত লিপিবদ্ধ হোৱাত যাৱতীয় ঘটনাবোৰ ইটোৰ মুখৰপৰা সিটোৰ মুখলৈ বাগৰি দেশত ৰাষ্ট্ৰ হৈ পৰিছিল। এইদৰে বুৰঞ্জীবোৰ ঠাকে ঠাকে লিখি থোৱা হৈছিল, সেইদেখি আগৰ বুৰঞ্জীবোৰ পঢ়িলে ভিন ভিন ভাষা আৰু বেলেগ বেলেগ গ্ৰন্থকাৰৰ প্ৰভাৱ স্পষ্ট দেখা পোৱা যায়। এনেকি অনেক বুৰঞ্জীৰ হাতৰ আখৰত ভিন ভিন যুগৰ চাব ধৰিব পাৰি। কিছুমান বুৰঞ্জীৰ হাতৰ আখৰ ইমূৰৰপৰা সিমূৰলৈকে একে যদিও ভাষা বেলেগ। ইয়াৰ কাৰণ হৈছে পুথি-প্ৰিয় বুৰঞ্জী অনুৰাগী অসমীয়াই নিজৰ পুথি-চাঙ্গত বুৰঞ্জী এখনি থাপনা কৰিবৰ কাৰণে আনৰ ঘৰৰপৰা বুৰঞ্জী ধাৰ কৰি আনি তাৰ নকল ৰাখিছিল; মূল বুৰঞ্জীখনত বেলেগ বেলেগ যুগ আৰু গ্ৰন্থকাৰৰ চিন থাকিলেও নকৈ নকল কৰা বুৰঞ্জীত ভিন ভিন লোকৰ চিন-চাব পোৱা নাযায়।

আগৰ দিনত আজিকালিৰ দৰে লিপিবদ্ধ আইন বা শাসন প্ৰণালী নাছিল। তেতিয়া পূৰ্বানুমত আৰু পূৰ্বপ্ৰচলিত প্ৰথা অনুসৰণ কৰাই একমাত্ৰ পন্থা আছিল। তাৰ বাহিৰেও কোনো পৰিয়ালে সু-কৰ্ম বা দুষ্কৰ্ম কৰিলে সি বুৰঞ্জীত ঠাই পাইছিল। ৰাজ্য শাসন কৰিবলৈ হ'লে পূৰ্বৰ মত, পূৰ্বৰ সিদ্ধান্ত, পূৰ্বৰ নীতি এইবোৰৰ সম্যক জ্ঞান থকা উচিত। এই কাৰণে ৰাজকোঁৱৰ আৰু বিষয়া আদিৰ ল'ৰাক ৰাজকাৰ্য শিক্ষা দিয়াৰ প্ৰধান ভেটি আছিল বুৰঞ্জী। যিসকলে পুথি পঢ়িব নাজানিছিল, তেওঁলোকক সাধুকথাৰ ছলেৰে মুখে মুখে বুৰঞ্জীৰ কাহিনী শিকোৱা হৈছিল; আৰু বুৰঞ্জীকোৱা এবিধ মানুহৰ কাম ৰজাৰ বিবাহ আদিত বৰ লাগতিয়াল আছিল।

ৰজাৰ শাসন-সংক্ৰান্ত সকলো ঘটনা লিপিবদ্ধ হোৱাৰ লগে লগে আগৰ দিনৰ বুৰঞ্জীবোৰত সেইকালৰ অসমীয়াৰ সুখ-দুখ, হেপাহ-হাবিলাস, দেশপ্ৰেম, ৰাজনীতি আদিৰ সম্পূৰ্ণ আভাস পাব পাৰি। কেতিয়াবা ভৱিষ্যতত অসমীয়া জাতিৰ জাতীয়ত্ব লোপ-পালেও এই বুৰঞ্জীৰ সাঁজুলিৰে পুনৰ সংগঠিত কৰিব পৰা যাব। এই বুৰঞ্জী অসমীয়াৰ প্ৰধান শাস্ত্ৰ, ইয়েই আমাৰ বেদ, ইয়েই আমাৰ সংহিতা আৰু ইয়েই আমাৰ পুৰাণ।

আগৰ দিনৰ মানুহে এই বুৰঞ্জী ৰচনা আৰু এই বুৰঞ্জীবোৰক কি চকুৰে চাইছিল তাক জানিবলগীয়া। একেটা ঘটনাৰ বিৱৰণ অলেখ বুৰঞ্জীত পোৱা যায়। প্ৰভেদ এই যে এটা কথা এখন বুৰঞ্জীত আছে, আন এখনত নাই, এটা কথা এখনত দুপাততে বৰ্ণাই অন্ত কৰিছে, আন এখনত দহপাত জুৰিছে আৰু কিছু ঘটনা সকলো বুৰঞ্জীতে সমভাৱে উল্লিখিত বা বৰ্ণিত হোৱা নাই। সেই দেখি কোনো দুখন অসম

বুৰঞ্জী হুবহু একে নহয়। অইন পাৰ্থক্য নাথাকিলেও ঠায়ে ঠায়ে বচন-ভঙ্গী আৰু ঠাঁচৰ প্ৰভেদ দেখা যায়। এই পৃথক পৃথক বুৰঞ্জীবোৰ একেখনত সুমুৱাই এখন কৰি সংকলন কৰা কিমান গুৰু কাম, তাৰ বিষয়ে এজন প্ৰাচীন বুৰঞ্জী লিখকে কৈছিল,

"নত্বা শ্ৰীকৃষ্ণপাদাব্জে সন্মনো মধুনেহকে।
লিখ্যতে শক্ৰবংশ্যানাং নৃপাণাং জন্মকৰ্ম্মনী॥
বিচিত্ৰ কৰ্ম্মণাং তেষাং নৃপাণাং কৰ্ম্মকীৰ্ত্তনে।
নাত্ৰ হাস্যাস্পদং বিজ্ঞা যতো হনেকত্ৰ সংস্থিতিঃ।
একত্ৰীকৰণে তেষাং শক্তিঃ কেষাং ন কুণ্ঠিতাঃ॥

অৰ্থাৎ সজ্জনৰূপ ভ্ৰমৰে চুহি থকা শ্ৰীকৃষ্ণৰ চৰণকমলত সেৱা কৰি ইন্দ্ৰবংশীয় নৃপসকলৰ জন্মচৰিত বা বুৰথী লিখিত হ'ল। হে বিজ্ঞসকল, বিচিত্ৰ কৰ্ম সম্পাদন কৰোঁতা সেই স্বৰ্গদেৱসকলৰ কাহিনী বৰ্ণনা কৰাত (ভুল-ভ্ৰান্তি হ'লে) মই আপোনাসকলৰ হাস্যাস্পদ হ'ব নালাগে, যেহেতু সেইবোৰ বিৱৰণ নানা ঠাইত পোৱা যায় আৰু তাক একেলগ কৰোঁতে কাৰ শক্তি কুণ্ঠিত নহয়?

বুৰঞ্জীবোৰত ৰজা-প্ৰজা আৰু বিষয়াসকলৰ ভাল বেয়া সকলো কথা লিপিবদ্ধ হৈছিল। সেইবোৰ কথা অপাত্ৰৰ হাতত পৰিলে তাৰপৰা ৰাজ্যত বিসম্বাদ ঘটিবৰ আশঙ্কা। সেইদেখি বাঁহগৰীয়া বুঢ়াগোহাঁই ডাঙৰীয়াই নিজৰ বুৰঞ্জীৰ আদিতে লিখিছিল,- "আক বিশ্বাসে ৰাখিব। অবৈৰ মিত্ৰ হই যদি তাকেহে বিশ্বাসে দেখাব। ৰাজাৰ ৰহস্য পণ্ডিতৰ বাধা।"

বুঢ়াগোহাঁইৰ কথাষাৰিকে অলপ বহলাই শ্ৰীনাথ দুৱৰা বৰবৰুৱাই স্বৰচিত বুৰঞ্জীৰ আৰম্ভণীতে এইদৰে লিখিছিল, "আক ৰহস্যে ৰাখিব। মন নাপালে পুত্ৰকো নিদিব। অবৈৰ মিত্ৰ হইলে তাক দেখাব। ৰাজাৰ বিশ্বাস-ভঙ্গ পণ্ডিতৰ বাধা। আৰ বিশ্বাস ভাঙ্গিলে মাতৃ-পৰিহাস পাপে পায়। হেন জানি বিশ্বাসে ৰাখিব। বিশেষত অগাধ শাস্ত্ৰ, আৰ কোনে অন্তক পায়? মহা মহা মুনিয়ে যাত মহা মোহক পায়, তথাপি মতি অনুসাৰে যিমান পায় তাক লেখাইছোঁ। আত পণ্ডিতে হঠাৎকাৰ দোষণ নধৰিবা। ধৰিলে দোষণ বিস্তাৰে পায়।"

ওপৰৰ কথা কেইআষাৰৰপৰা স্পষ্ট বুজিব পাৰি যে আগৰ দিনত মনস্বীসকলে বুৰঞ্জীক এবিধ গুপ্ত শাস্ত্ৰ বুলি বিবেচনা কৰিছিল। ইয়াত লিপিবদ্ধ হোৱা কথাবোৰৰ ভালকৈ তাৎপৰ্য গ্ৰহণ কৰিব নোৱাৰিলে পৰিয়ালে পৰিয়ালে ইজনে সিজনে অসূয়া-অপ্ৰীতি হোৱাৰ সম্ভাৱনা। গ্ৰন্থকাৰে শপত-শাতি দি "আক ৰহস্যে ৰাখিব" বুলি বুৰঞ্জীৰ মোখনি মাৰক, কালবশতঃ সি দহজনৰ মাজত প্ৰচাৰিত হোৱাতো অনিবাৰ্য। বুৰঞ্জীৰ গ্ৰন্থকাৰ কোন এই কথা জানিব পাৰিলে তেৱেঁই যে অপ্ৰিয় কাহিনী লিপিবদ্ধ কৰি কোনো মানুহ বা পৰিয়ালৰ গাত চিৰকাললৈ চেকা পেলালে তাৰ কাৰণে তেওঁৰ ওপৰত বা তেওঁৰ সতি-সন্ততিৰ ওপৰত প্ৰতিশোধ ল'ব পাৰিব, সেই কাৰণে বুৰঞ্জী লিখক বুৰঞ্জীৰ পাতত দেখা নিদি অদৃশ্য হৈ থাকিছিল। সেইদেখি আগৰ দিনত প্ৰায় বুৰঞ্জীত গ্ৰন্থকাৰৰ নাম নাই। নাম থকা বুৰঞ্জী দুখন কি এখনৰহে আমি সন্ধেদ পাইছোঁ। শিৱসিংহ স্বৰ্গদেৱৰ আদেশ অনুসাৰে মনোহৰ নামে এজন বাইলুং পণ্ডিতে ৰূপুত নামে এখন বুৰঞ্জী

ৰচনা কৰিছিল। স্বৰ্গদেৱে মনোহৰক এই বুলি আদেশ দিছিল, "মোৰ পুলিন-পুথাও ৰজাসকলৰ দিনত হোৱা ঘটনাবিলাক পণ্ডিতে বুৰঞ্জীত লিখিব, আৰু কোনজনৰ পাচত কোনজন ৰজা হ'ল তাকো বহলাই লিখিব। বুৰঞ্জীৰ নাম থ'ব ৰুপুত। বুৰঞ্জীত ৰজাসকলৰ নাম আৰু তেওঁলোকৰ দিনৰ ঘটনাবোৰকহে লিখিব পাৰিব।" স্বৰ্গদেৱে যদিও অকল ৰজাঘৰীয়া ঘটনাকহে লিপিবদ্ধ কৰিবলৈ আদেশ দিছিল তত্ৰাচ সেই বুৰঞ্জীত অন্য সামান্য প্ৰজাৰো কথা পোৱা যায়। কাৰণ প্ৰজা সংশ্লিষ্ট নাথাকিলে কোনো উল্লেখযোগ্য ৰজাঘৰীয়া ঘটনা ঘটিব নোৱাৰে। কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত ৰঙা-চিলা দুৱৰাৰ ঘৰৰ মান অনা বদন চন্দ্ৰ বৰফুকনৰ দদায়েক শ্ৰীনাথ বৰবৰুৱাই তুংখুঙীয়া ফৈদৰ এখন বুৰঞ্জী লিখিছিল। পুৰন্দৰ সিংহ স্বৰ্গদেৱে নিজ ৰাজ্য হেৰুৱাৰ পাচত চিনিজৰ ৰাধানাথ বৰবৰুৱা আৰু কাকতীয়াৰ কাশীনাথ তামুলী-ফুকনৰদ্বাৰাই এখন গদ্যত চমুকৈ বুৰঞ্জী লিখিছিল; আৰু এই জনা ৰজাৰ নিৰ্দেশ মতেই দুতিৰাম স্বৰ্ণকাৰ হাজৰিকাই পদ্যত এখন বুৰঞ্জী লিখিছিল। চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ আদেশ মতে দৈৱজ্ঞ বেজবৰুৱাৰ ঘৰত বিশ্বেশ্বৰ ওৰফে বিকাৰামে মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণৰ বিষয়ে এখনি পদ্য-বুৰঞ্জী ৰচনা কৰিছিল।

ৰাজেশ্বৰসিংহ- স্বৰ্গদেৱৰ দিনত লাইথেপেনা বৰগোহাঁইৰ নাতিয়েক নুমলী বৰগোহাঁই ডাঙৰীয়াই নিজে বা পণ্ডিতৰদ্বাৰাই 'চকৰী ফেটি' নামে এখন বুৰঞ্জী উলিয়াইছিল। এই 'চকৰী ফেটি' বুৰঞ্জীখন বাস্তবিকতে চকৰী-ফেঁটীৰ দৰে শত্ৰু পালেই খোট মৰা বিধৰ সাংঘাতিক আছিল। এই বুৰঞ্জীয়ে কাৰো মুখলৈ নাচাইছিল। কুৰুচিপূৰ্ণ অশ্লীল কথাও নিসঙ্কোচে এই বুৰঞ্জীত ঠাই পাইছিল। স্বৰ্গদেৱ জয়ধ্বজসিংহ মহাৰাজৰ সন্তান নাবালিকা কন্যা ৰমণী গাভৰুক মোগল পাদশ্যাহৰ অন্তেষপুৰলৈ লৈ যাওঁতে বাটত মিৰজুমলা নবাব, দিলাল খাঁ পাঠান, আৰু তেওঁলোকৰ লগৰ বাইশজন উমৰাও মিলি তিনিমাহ কাল ধৰি জাতিভ্ৰষ্ট কৰাৰ বিৱৰণ অতি কদৰ্য ভাষাৰে এই 'চকৰী ফেটি' বুৰঞ্জীত লিপিবদ্ধ কৰিছে।

'চকৰী ফেটি'ত লিখা হৈছিল যে ৰকতিয়ালৰ কীৰ্তিচন্দ্ৰ বৰবৰুৱা জলমৰটা দৰ্জী বা গৰীয়াৰ ঘৰৰ। তেওঁ যে প্ৰকৃত আহোম নহয়, তাকো এই বুৰঞ্জীত আকাৰে-ইঙ্গিতে বুজোৱা হৈছিল। প্ৰতাপী বৰবৰুৱাৰ এই কথাত বিষম ক্ৰোধ হ'ল আৰু বিশেষকৈ বুৰঞ্জীত লিখা মতে তেওঁ যে প্ৰকৃত আহোম নহয়, এই কথাটো মানুহৰ মাজত বু-বু-বা-বা হ'বলৈ ধৰিলে। অৱশেষত এনে হ'ল যে বৰবৰুৱাই নড়াদেশলৈ গৈ নিজৰ গোষ্ঠী বিচাৰি তাৰ মানুহ আনি প্ৰমাণ কৰিব লগাত পৰিল যে তেওঁ বাস্তৱতে আহোমৰ ঘৰৰ ল'ৰা, দেওসঁচ টাই জাতিৰ মানুহ। তেওঁৰ গুৰি-গোষ্ঠীত কোনো সন্দেহৰ কাৰণ নাই। বৰবৰুৱাই ভাবিলে, "বুৰঞ্জী লিখকক এইদৰে মিছা কথা ৰটাবলৈ আসৈ দিলে আগলৈ মহা অনিষ্টৰ সম্ভাৱনা আছে। তাৰপৰা কোনো দুৰভিসন্ধি থকা লোকে অন্য পাত্ৰ-মন্ত্ৰী আৰু স্বৰ্গদেৱৰো গুৰি-গছৰ ওপৰত সন্দেহৰ ৰমুমলা মেলিব পাৰে।" বৰবৰুৱাই এই কথা নিজে ৰবকৈ বিশ্বাস কৰিলে, আৰু স্বৰ্গদেৱকো ভালৰূপে বুজাই দিলে। যাতে কোনো বুৰঞ্জীত এইদৰে মানুহৰ গুৰি-গোষ্ঠীলৈ মিছা কথা লিপিবদ্ধ হৈ নাথাকে তাৰ অৰ্থে যাৱতীয় বুৰঞ্জীবোৰ পৰীক্ষা কৰি চাবৰ মনেৰে কাকতী, কটকী, ডাঙৰীয়া, বিষয়া আৰু সম্ভ্ৰান্ত প্ৰাচীন পৰিয়ালৰপৰা সকলো বুৰঞ্জী পুথি আনি গোটোৱা হ'ল। এইদৰে বুৰঞ্জী সংগ্ৰহ কৰাৰ প্ৰকাশ্য কাৰণ বৰবৰুৱাই প্ৰচাৰ কৰিলে যে সকলো বুৰঞ্জী

চাই এখন ডাঙৰকৈ নতুন বুৰঞ্জী সংকলনৰ আয়োজন কৰা হৈছে। এইদৰে কোনোত বুৰঞ্জীৰ গৰাকীসকলে নিৰ্বিবাদে ৰজাৰ ভঁৰাললৈ বুৰঞ্জীবোৰ পঠিয়াই দিলে। কিন্তু বুৰঞ্জীৰ গৰাকীসকলৰ ভিতৰত কিছুমান চতুৰ মানুহ আছিল। তেওঁলোকে বৰবৰুৱাৰ গুপ্ত অভিসন্ধি অনুমান কৰি বুৰঞ্জী কিছুমান ৰজাৰ ঘৰলৈ নপঠিয়াই সংগোপনে আঁতৰাই থ'লে।

ৰাজ্যৰ বুৰঞ্জীয়ে ৰজাঘৰ ভৰি পৰিল। বৰবৰুৱাৰ টেকেলাই ৰাজ্যৰ নানা ঠাইত ফুৰি কাৰ ঘৰত বুৰঞ্জী আছে আৰু সেই বুৰঞ্জী ৰজাঘৰলৈ পঠিওৱা হৈছে নে নাই তাক চাবলৈ ধৰিলে। বৰবৰুৱাই শিক্ষিত কাকতী আৰু বিষয়া লগাই আৰু নিজেও সংগৃহীত বুৰঞ্জীবোৰ এখন এখনকৈ লুটিয়াই চাই পৰীক্ষা কৰিবলৈ ধৰিলে। যিবোৰত তেওঁৰ পৰিয়ালক 'জলমৰটা গৰীয়া' বা 'অনাহোম' বোলা হৈছিল, বা যিবোৰত স্বৰ্গদেৱক বা স্বৰ্গদেৱৰ বংশক তাচ্ছিল্য কৰা হৈছিল, সেইবোৰক আঁতৰাই থোৱা হ'ল আৰু পাচলৈ সেইবোৰক পুৰি নষ্ট কৰা হ'ল। যিবোৰ বুৰঞ্জীত কোনো খুঁত থকা দোষণীয় কথা নাছিল, সেইবোৰ গৰাকীসকলক ওভোতাই দিয়া হ'ল। এইদৰে বুৰঞ্জী সংগ্ৰহ কৰি এখন এখনকৈ পৰীক্ষা কৰি চাই ৰজা আৰু বিষয়াসকলৰ গুৰি-গচত অযথা দোষাৰোপ কৰা বুৰঞ্জীবোৰ নষ্ট কৰি, বাকীবোৰ গৰাকীসকললৈ ওভোতাই পঠিয়াওঁতে দুবছৰ কাল অতিবাহিত হৈছিল। খেনোৱে কয়, বৰবৰুৱাই নুমলী বৰগোহাঁই সঙ্কলিত চকৰী ফেটি বুৰঞ্জীৰ নকল কেইখনহে বিচাৰি আনি পুৰিছিল। বাকীবোৰ বুৰঞ্জী নিৰ্দোষ বুলি ভাবি তাক ৰজাঘৰলৈ নানি গৰাকীৰ পুথি-চাঙতে এৰি থৈ অহা হৈছিল।

ৰাজেশ্বৰসিংহৰ পাচৰ স্বৰ্গদেৱসকলৰ আমোলত মৰাণ আৰু মানৰ উৎপাতে দেশখন চাৰখাৰ কৰি পেলালে। ক'ৰ মানুহ ক'লৈ গ'ল, ক'ৰ পুথি ক'ত থাকিল তাৰ একো ইয়ত্তা পোৱা নগ'ল। অসমৰ পুথিত কেতবিনিমান নগাঁৱ চাঙত, মান দেশত, গোৱালপাৰা, কোচবিহাৰ আৰু ৰংপুৰ জিলাত ওলাইছে। মান-মৰাণৰ উপদ্ৰৱৰ দৰে দুটা জাতীয় বিপ্লৱৰ পাচতো যে অসমৰ নানা ঠাইত বহুত পুৰণি অসম বুৰঞ্জী আজিলৈকে পোৱা যায়, সেয়ে আমাৰ পৰম সৌভাগ্যৰ কথা।

## ষষ্ঠ অধ্যায়

# কীৰ্তিচন্দ্ৰক হত্যাৰ চেষ্টা

কীৰ্তিচন্দ্ৰৰ প্ৰতি আগৰেপৰা ডাঙৰীয়া বিষয়াসকলৰ অসন্তোষ আৰু বিদ্বেষ ভাব আছিল। ৰবৰুৱাৰ অখণ্ড প্ৰতাপলৈ চাই স্বৰ্গদেৱে তেওঁৰ প্ৰতি বিৰুদ্ধাচৰণ কৰিব নোৱাৰিছিল। কিন্তু দেশত যেতিয়া ৰাষ্ট্ৰ হৈ পৰিবলৈ ধৰিলে যে ৰকতিয়াল ৰবৰুৱাই বুৰঞ্জীবোৰ পুৰি ছাই কৰিলে তেতিয়া কোনেও তাৰ প্ৰতিকাৰ নকৰাকৈ থাকিব নোৱাৰিলে।

মানুহে কয় বীয়নৰ ঘৰৰ বোন্দায়ো ৰাগ দিয়ে। কীৰ্তিচন্দ্ৰৰ অসীম ক্ষমতা হোৱা দেখি তেওঁৰ খেনো খেনো টেকেলাই গুচৰীয়া-পদকীয়াৰপৰা বছদ-পাতি দাঁড়ি লৈছিল। মহন্তসকলক তলৈ খা-খৰৰ অনা-নিয়া কৰি ৰবৰুৱাৰ টেকেলা আদি সদায় অহা-যোৱা কৰিব লগাত পৰিছিল। তাৰে ভিতৰত ডেকাচমুৱা চেৰাবুলীয়া নামে এজন টেকেলাই ৰংপুৰ নগৰৰ ৰবদুৱাৰ পাৰ হৈয়েই মহন্তৰপৰা চকোৰা চাউল ৪ দোন, ৰৰপানীকলচীয়া গাখীৰ ৪ কলহ, গুৰ একলহ, মালভোগ কল দুথোকা, পকা কঁঠাল দহ-বাৰটা, আম দুই-তিনি পোণ আদায় কৰিছিল। তাৰ পাচত নলামুখ পাই চাৰিপুৰা চাউল, মাটি বিয়লি ডাইল দুই পুৰা, মগুমাহ এপুৰা, লোণ চাৰি সেৰ, ৰৌ মাছ চাৰিটা, হৰিণা পহু এটা বা হাঁহ দহ-বাৰটা, দৈ একলহ, চবুৰা গুৰ এটা, কোমোৰা আঠোটা, কচু চাৰিটা, তামোল এপোণ, পাণ চাৰি গুছি, আৰু চূণ-ধপাত আদি মহন্তৰ মানুহে টেকেলাক দিব লাগিব। চাৰি দণ্ডৰ অন্তৰে অন্তৰে টেকেলাক সেইদৰে বস্তু-বাহানি যোগাব লাগিব। দুই-তিনি মাহ ধৰি গুচৰীয়া-পদকীয়া দুয়োপক্ষে টেকেলাক বগাহাতী পোহাদি পুহিব লাগে। তাতে দুয়ো পক্ষ হাইৰাণ হৈ নিজৰ ভিতৰতে ৰফাৰফি কৰি ৰাজীনামা কৰি টেকেলাক কাকত শোধাই যায়হি।

১৬৮৫ শকৰ কাতিমাহত এদিন ৰবৰুৱাই ৰংপুৰৰ বহাঘৰত দিনটো থাকি সন্ধ্যা এদণ্ড নিশা যোৱাত পৰলৈ আহিল। বুকুজ সোমাওঁতেই এটা চোৰে তেওঁক পাচফালৰপৰা ডিঙ্গিত দাৰে ঘা মাৰিলে, কথমপি ৰবৰুৱাৰ প্ৰাণহানি নহ'ল। এই চোৰক ৰবৰুৱাৰ প্ৰতি কক্ষা থকা বিষয়াসকলে ফেটাই সেই কামত নিযুক্ত কৰিছিল বুলি সকলোৰে বিশ্বাস হৈছিল। ৰবৰুৱাই আয়ুসৰ বলত কোনোমতেহে এইবাৰ ৰক্ষা পালে। তেওঁৰ ডিঙ্গিত দাৰ কোব নপৰি গলধনৰ গুৰিত দুৰীয়া কাপোৰ আৰু জোৰ এজাচোলা ভেদি চাৰি আঙুলমান বহিল।

ৰবৰুৱাৰ লগত টেকেলা ৰবা আছিল, সি তুৰন্তে গৈ চোৰক সাবট মাৰি ধৰি আটক কৰিলে আৰু ৰাদ তামুলীৰ পুতেক ৰামকৃষ্ণয়ে ৰবৰুৱাক সাৱটি ধৰি আৰু গোটা-চেৰেক মানুহে সৈতে লগ লাগি ৰবৰুৱাৰ ডিঙ্গিত কাপোৰ মেৰিয়াই তেজযোৱা বন্ধ কৰি

বৰবৰুৱাক ঘৰলৈ লৈ আহিল। বৰবৰুৱাৰ পুতেক উমা চোলাধৰা ফুকনে তেতিয়া চোলাধৰা ভাণ্ডাৰত কাম কৰি আছিল। দেউতাকৰ এনে আকস্মিক দুৰ্ঘটনাৰ বাতৰি পাই অতি বিহ্বল হৈ স্বৰ্গদেৱৰ চাঙলৈ গৈ স্বৰ্গদেৱক ক'লে, "স্বৰ্গদেৱৰ বন্দী বৰবৰুৱাক ৰঙদুৱাৰৰ ভিতৰতে চোৰে খৈয়ালে। কোনেবা খৈয়াইছে তাক বুজিব নোৱাৰি।" এই কথা শুনি স্বৰ্গদেৱে বিস্ময় মানি ক'লে,—"বাৰু, ইয়াক বিচাৰ কৰা যাব। মই বিদ্যমানে থকাত মোৰ বৰবৰুৱাক কোনে খৈয়াইছে তাক যথোচিত শাস্তি দিয়া যাব।"

সেইদিনা ৰাতি বৰবৰুৱাৰ আৰু কিবা দুৰ্ঘটনা হয় বুলি তেওঁৰ টোলত ডাঠকৈ পালী-পহৰীয়া ৰখা হৈছিল, আৰু স্বৰ্গদেৱে হিলৈদাৰী বৰুৱাক বৰবৰুৱাৰ বহাঘৰৰ ফালে হিলৈ টোৱাই হিলৈ পাতিবলৈ আদেশ দিছিল, যাতে ৰাতি ষড়যন্ত্ৰকাৰী শত্ৰুৱে বৰবৰুৱাৰ টোল প্ৰৱেশ কৰিব নোৱাৰে।

বৰবৰুৱাক মাৰিবলৈ কৰা ষড়যন্ত্ৰত লিপ্ত আছে বুলি মিৰি সন্দিকৈৰ নাওবৈচা ফুকনক বন্দী কৰি থোৱা হ'ল। তেওঁ আওপৰত বহাঘৰত বহি আছিল, আৰু গড়ৰ ভিতৰত উহ্মিহ্ লগা শুনি ৰজাৰ নগৰ সোমাইছিল। তেনে সন্দেহত ঢেকিয়াল বৰুৱাকো বন্দী কৰা হৈছিল।

বৰবৰুৱাই এই কামত স্বৰ্গদেৱৰ হাত আছিল বুলি সন্দেহ কৰিছিল। এই দুৰ্ঘটনাৰ কিছুদিনৰ পাচত বৰবৰুৱাই আৰোগ্য লাভ কৰি আপোনাৰ পালীঘৰলৈ দোলাৰে আহি ৰজালৈ জনাই পঠালে, "এনে কাম মহাৰাজৰ আদেশমতে হৈছে যদি এইদৰে লাঞ্ছনা কৰি মৰাবৰ ফিকিৰ কৰা আৱশ্যক নাছিল। যদিহে মহাৰাজৰ আদেশ নাই তেনেহ'লে মইনো কাক কি হিংসা বা অপকাৰ কৰিছোঁ? কি বাবেনো মোক ইহঁতে বধিবলৈ ধৰিছিল?" বৰবৰুৱাৰ হত্যা কামত স্বৰ্গদেৱৰ ভিতৰি সন্মতি আছিল বুলি আনেও বিশ্বাস কৰিছিল; কিন্তু এই সন্মতি দিওঁতে স্বৰ্গদেৱে এই দোষৰপৰা পাচলৈ অব্যাহতি পাবৰ কাৰণে পূৰ্বেই বাট চিকুণাই থৈছিল। বৰবৰুৱালৈ হিংসা থকা বিষয়া-সকলে এদিন বৰবৰুৱাৰ বিৰুদ্ধে নানান কথা লগাই স্বৰ্গদেৱৰ আগত বৰবৰুৱাক মাৰিবৰ প্ৰস্তাৱ কৰিলে। ৰজাই তাৰ উত্তৰত ক'লে, "যদি বৰবৰুৱা তোমালোকৰদ্বাৰা মৰে তেন্তে মোৰ আজ্ঞাতেই দণ্ড হ'ল বুলি ক'ম। যদিস্যাৎ নমৰে তেন্তে মোৰ আজ্ঞা নাছিল বুলি ক'ম।" বৰবৰুৱাই স্বৰ্গদেৱলৈ নিজৰ দুৰ্ঘটনাৰ কথা জনাই পঠিওৱাত স্বৰ্গদেৱে একেবাৰে আসৈ মাতিলে আৰু কৈ পঠিয়ালে বোলে, বৰবৰুৱাই নিজে বিচাৰ কৰি যাক দোষী পায় তাক দণ্ড কৰক, স্বৰ্গদেৱৰ তাত একো হকা-বধা নাই।

ৰসেন্দ্ৰৰ ঘৰৰ ধন্বন্তৰি সম বৈদ্য শূলপাণি বৰুৱাই বৰবৰুৱাৰ ঘা চিকিৎসা কৰিবলৈ ধৰিলে। অসমীয়া নিদানত তেনে বিধ কটা-ছিঙাৰ অতি উপকাৰী প্ৰতিকাৰ আছিল, তাৰ সহায়েৰে বেজে অতি সোনকালে বৰবৰুৱাৰ ঘা শুকুৱাই তেওঁক উঠি-লৰি ফুৰিব পৰা কৰিলে। তাতে বৰবৰুৱাই ৰসেন্দ্ৰৰ ঘৰৰ প্ৰতি কৃতজ্ঞতা পৰায়ণ হৈ তেওঁ-লোকক বহুত মাটি-বৃত্তি আৰু বঁটা-প্ৰসাদ দিলে। তেতিয়াৰেপৰা ৰসেন্দ্ৰৰ পৰিয়ালৰ ৰজাঘৰীয়া মান-সন্মান বাঢ়িবলৈ ধৰিলে। তেওঁলোকৰ কেইবাজনেও ভঁৰালী বৰুৱাৰ বিষয় খাইছিল। বদনচন্দ্ৰ বৰফুকনক ধৰিবলৈ অহা মহেশ্বৰ পৰ্বতীয়া ফুকন আৰু মণিৰাম দেৱানৰ লগত কাঁচি যোৱা মহেশ্বৰ বৰুৱা এই ৰসেন্দ্ৰৰ ঘৰৰে।

বৰবৰুৱাৰ শঙ্কা হ'ল তেওঁক আগলৈকো কোনোবাই প্ৰাণে মাৰিব পাৰে। সেইদেখি তেওঁ নিজৰ গা-ৰখীয়া কৰি স্বৰ্গদেৱক খুজি অকাইচুকীয়া এহেজাৰ মানুহ

ল'লে। সিইঁতে পাল অনুসাৰে টাঙোন লৈ বৰবৰুৱাৰ লগত ফুৰিছিল। বৰবৰুৱাই ৰজাৰ নগৰত থকা পানীঘৰটো টুপ লগোৱা কৰি ল'লে আৰু ৰজাৰ নগৰত বৰজাপি লৈ ফুৰিবলৈ ৰাজ-আজ্ঞা পালে।

সুস্থ হোৱাৰ পাচত বৰবৰুৱাই দোষীবোৰক বিচাৰ কৰিবলৈ ধৰিলে। হাতত জোৰ আৰিয়া নোহোৱাৰ কাৰণে দুৰ্ঘটনাৰ দিনা ৰাতি যৈওৱা মানুহটোক কোনেও চিনি নাপাইছিল। পিচদিনা পোহৰ হোৱাত তাক সকলোৱে চিনি পালে, তাৰ নাম ৰতিকান্ত গণক আৰু তাৰ আচল ঘৰ নাজিৰাহাটত। স্বৰ্গদেৱৰ আজ্ঞাৰে ৰতিকান্তক সোধা হ'ল, "এই কৰ্ম তই কাৰে সৈতে আলচ কৰি কৰিলি?" ৰতিকান্তই ক'লে, "মই ঘৈযাই-ছিলো সঁচা; কিন্তু মোৰ লগত এইকেইটা মানুহ আছিল, প্ৰথম চাওডাঙৰ বৰচমুৱা মনুধজ, দ্বিতীয় লুখুৰাসনৰ মণি ঢেকিয়াল বৰুৱা, তৃতীয় তেওঁৰে ভাগিনীয়েক সন্দিকৈৰ দৈয়ঙীয়া ডেকা। ৰতিকান্তই নাম কোৱা আটাইকিজন মানুহ দোষী বুলি প্ৰমাণ হোৱাত ৰৰদুৱাৰৰ মুখত হাতীশালত সিকেইজনক লোৱা দি খোৱা হ'ল। কিছু-দিনৰ পাচত বৰবৰুৱাৰ আদেশমতে চাওডাঙে মনুধজক তেলত ভাজি মাৰিলে, আন আন দোষী মানুহক কুঠাৰেৰে ফালিলে। প্ৰধান দোষী ৰতিকান্তক কুঠাৰেৰে ফলা হ'ল, আৰু যি কমাৰে মিত-দাখন গঢ়ি দিছিল, তাৰো নাক-কাণ কটা হ'ল।

মণি ঢেকিয়াল বৰুৱা বন্দীশালত থাকোঁতে মূৰত খেপিযাই হাছুটি নাপাই এদিন ৰাৰুকিয়াল বৰগোহাঁইৰ পৰীয়া ঘৰফলীয়া বৰুৱা ওচৰেদি যাওঁতে ঢেকিযাল বৰুৱাই মাত লগালে, "মোৰ মূৰত হাছুটিগছ নাই, তোমাৰ হাছুটিগছ মোলৈ দি পঠোৱা।" ঘৰফলীয়া বৰুৱাই সৰল চিতেৰে নিজৰ মূৰৰ হাছুটিগছি বন্দীশালত থকা মণি ঢেকিযাল বৰুৱালৈ দি পঠিয়ালে। বন্দীৰখীয়া টেকেলাই গৈ বৰবৰুৱাৰ ওচৰত এই কথাৰ গোচৰ দিলেগৈ। এই ঘৰফলীয়া বৰুৱা ৰকতিয়াল বৰবৰুৱাৰ আপোন ভিনিহি আছিল। ভিনিহিয়েকৰ এই অপৰাধৰ কথা বৰবৰুৱাই স্বৰ্গদেৱলৈ জনালে। তাতে স্বৰ্গদেৱে এই বুলি দায় ধৰিলে, "বন্দীত থকা মানুহক ঘৰফলীয়া বৰুৱাই কি বুলি হাছুটি দিয়ে?" এই অপৰাধত ঘৰফলীয়া বৰুৱাৰ বিষয়বাব কাঢ়ি তেওঁক ঘৰলৈ খেদি পঠিওৱা হ'ল।

এইদৰে ছমাহ ধৰি দোষীবোৰৰ বিচাৰ চলিবলৈ ধৰিলে। সোধত দোষী বুলি প্ৰমাণিত হোৱাত ঢেকিযাল বৰুৱা আৰু তেওঁৰ ভাগিনীয়েক দুয়োকে বৰবৰুৱাই শালত দিয়ালে, ভাগিনীযেকৰ কান্ধত হাছুটি দি দুযোকে ভুৰ বান্ধি উটুৱাই পঠিয়ালে, আৰু নাওবৈছা ফুকনক নাক-কাণ কাটি নিবোকত পাতিলে।

এই বিচাৰত দিহিঙীয়া বৰবৰুৱা কৈদৰ বুঢ়া ঢেকিয়াল ফুকনক দোষী বুলি শালত দিয়া হ'ল। মৃত্যুৰ সময়ত ঢেকিয়াল ফুকনে ক'লে, "অই গেন্ধেলা, অনাদোষত মোক যেনেকৈ চঁচা শালত দিলি, তয়ো অনাদোষত নচঁচা শালত যাবি।" এই অভিশাপ কালচক্ৰত গৈ ফলিয়ালে। ১৬৯১ শকৰ মাঘ মাহত মৰাণে বুঢ়া কীৰ্তিচন্দ্ৰ বৰবৰুৱাক নচঁচা শালত দি মাৰিলে। আগৰ নাওবৈচা ফুকন আৰু ঢেকিয়াল ফুকনৰ সলনি নিৰি সন্দিকৈৰ নাওবৈচা ফুকন আৰু তেওঁৰ পুতেক খঙীয়া ফুকন ঢেকিয়াল ফুকন হ'ল।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাই বিশ্বাস কৰিছিল যে স্বৰ্গদেৱ আৰু তেওঁৰ দুই পুতেক চাৰুসিংহ যুৱৰাজ আৰু বক্ৰেশ্বৰ তিপমীয়া গোহাঁইয়ে ভিতৰি উদ্‌গাই তেওঁক হত্যা

কৰিবলৈ চেষ্টা কৰিছিল। স্বৰ্গদেৱ জীয়াই থকা কালত বৰবৰুৱাই একো প্ৰতিশোধ ল'ব নোৱাৰি মৃত্যুৰ পাচত ৰজাৰ পুতেক আৰু কুঁৱৰীসকলক পোটক তুলিবসৈ চেষ্টা কৰিলে। ১৬৯১ শকৰ জেঠৰ ২০ দিন যাওঁতে মঙ্গলবাৰে দেৰগাওঁ বাহৰত ৰাজেশ্বৰ সিংহ দেৱতাৰ মৃত্যু হয়। তাৰ পিচদিনা বুধবাৰে স্বৰ্গী হোৱা ৰজাৰ আইকুঁৱৰী আৰু গোহাঁইদেওবোৰক গড়গাৱঁৰ বাহৰত থবলৈ নাৱেৰে পঠিয়াই দিলে। সেই শকৰে আহাৰৰ ১৬ দিন যাওঁতে মঙ্গলবাৰে বৰবৰুৱাই ৰাজেশ্বৰসিংহৰ দুই গোহাঁইক আৰু পৰ্বতীয়া কুঁৱৰীক নামৰূপলৈ পঠিয়ালে, লগত গ'ল—সুখুৰাসনৰ ওজালিগিৰা মিঠাকানু বুঢ়ামজুলাৰৰ পৰি-নাতিয়েক লিগিৰা-কাকতী নগা আৰু কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ পুতেক উমা ঢেকিয়াল ফুকন। কীৰ্তিচন্দ্ৰৰ আজ্ঞামতে পুতেক ঢেকিয়াল ফুকনে স্বৰ্গদেৱে সুধিব দিযাভাৱে পূৰ্বে বৰবৰুৱাক কটা কথা ৰত্নেশ্বৰ তিপমীয়া গোহাঁই আৰু ৰৰগাভৰুক সুধিলে, "গোহাঁইদেওহঁতে চেগতুৰুকীৰ হাতত লেখা দি বৰবৰুৱাক কাটিবলৈ স্বৰ্গদেৱতালৈ কি কৈছিলা কোৱা। এতিয়া নকলে নহ'ব। যোত্ৰৰ মানুহ বা কোন কোন হৈছিলাহঁক তাকো কোৱা।"

ইয়াৰ উত্তৰত তিপমীয়া গোহাঁয়ে জবানবন্দী দিলে। তাক তলত লিখাৰ দৰে যথাৰীতি সোধৰ কাকতত লিখি থোৱা হ'ল : "কাকতৰ ওপৰৰ চাবটি মোৰে হয়। কাকতৰ আখৰ খনি চেগতুৰুকীৰ। আৰু ঢেলায়ে মোত কৈছিলে বোলে বৰবৰুৱাইয়ে এনে-তেনে কৰে। মোৰ ৰাৰী লালমাৰী ল'লে। মোক বৰবৰুৱা খিয়াল কৰে। এনেকৈ দুআষাৰ চাৰি আষাৰ মোত কৈছিলে। আৰু শালত দিয়া দিহিঙ্গীয়া ঢেকিয়াল বৰুৱাও মোত কৈছিলে বোলে 'বৰবৰুৱাৰে মোৰে নপৰে, মোক দেখিব নোৱাৰে, দেৱতালৈকো মনচিত ভাল নহয়।' আৰু চেগতুৰুকীয়ে আখৰ লেখি কিবা সেই কথাত গোট খাইছিলে তাক মই কব নোৱাৰোঁ। যদি সেই কথাৰ আলচ মই জানো বুলি প্ৰমাণে সৈতে লগাব পাৰে মোক টঙ্গনিয়াই মাৰিব।"

এই অকথা প্ৰবৰ্তি স্বৰ্গদেৱৰ দুৰ্যশ অনাই বৰবৰুৱাক অপঘাত কৰা মানুহ তিপমীয়া গোহাঁইদেৱে নাও কাঢ়ি লেখাই দিয়ে,—দিহিঙ্গীয়া ঢেকিয়াল বৰুৱা ১, টপটপী ১, বৰচমুৱা ১, চেগতুৰুকী ১, বৰচমুৱাৰে গোট খোৱা মনু বামুণ ১, কামৰূপী প্ৰাণনাথ ঢেকেৰী ১, হিলৈধৰীয়া দা-ধৰা কৰুণা পুকুৰীৰ নাৰায়ণ ১, পুৰুহিতৰ ভৱদেৱ ১, মোলান ১, মথন ১, দুৱৰা ১।

ৰত্নেশ্বৰ তিপমীয়া গোহাঁয়ে আৰু ক'লে, "অতি পূৰ্বতে নাৰায়ণ বামুণে ভৱদেৱ বামুণে মোত ক'লে বোলে 'তোমালৈ বৰবৰুৱাৰ মন ভাল নহয়। স্বৰ্গদেৱত কৈ দিয়া আমি মানুহ নিয়ম কৈ লৈ বৰবৰুৱাক যি পাৰো কৰোঁ।' পাচে মই দেৱতাত ক'বলৈ নাপালোঁ। এনেতে সিহঁতে ই কাম কৰিলে। পূৰ্বে সকজনা তিপমীয়া গোহাঁই-দেৱৰ ত'ৰপৰা ভৱদেৱে নাৰায়ণে আহিহে মোত কৈছিলে বোলে 'তোমাৰ ককায়েৰে তাত মানুহ গোটাই যুগুতিকৈ লৈছে গোটাই। তুমি স্বৰ্গদেৱত মাতৰ কৈ দিয়া।' পাচে মই বুলিলোঁ বোলে 'তহঁত সামান্য মানুহ, লোকে ৰাজমন্ত্ৰী বৰবৰুৱা, অনেক প্ৰবন্ধেৰে আছিব, কিকৈ ধৰিবি।' বোলে 'তোমাৰ জগৰ নেপায়। তুমি দেৱতাত কৈ দিয়া মাতৰ। আমি মানুহ যুগুতিকৈ গোটাই লৈছোঁ।' বেজভণ্ডাৰী বৰুৱাৰ পুতেক লখীয়েও এই কথা জানে। আৰু ইহঁতৰ মুখৰপৰা কাক কেনেকৈ কোনে গোটাই লৈছিলে জানিব পাৰিব। মই নেজানো, সিহঁতে জানে। আৰু সেইদিনা মই ওলাই যোৱা নাই। যেতিয়া মোৰ

তাত থকা লাখটকীয়াৰ সৰু লিগিৰাটিয়ে মোত ৰৰবৰুৱাক অপঘাত কৰা কথা কওঁতে তেতিয়া মোৰ তাত আগতে আছিল ডেকাৰৰবৰুৱাৰ বান্ধনি নাৰায়ণ, পোৱালি গায়ন, এই দুয়ে প্ৰমাণ।"

বস্তেশ্বৰ তিপমীয়া গোহাঁইদেৱে উল্লেখ কৰা মনু আৰু নাৰায়ণে এইৰূপে জবানবন্দী দিছিল, "তিপমীয়া গোহাঁইদেৱক যুৱৰাজ পাতিবলৈ বিধি-বিধান কৰা, গোহাঁইদেৱৰ এখেলৈ অহা-যোৱা কৰা, মনে মনে ফোহ-ফোহ—ফাহ-ফাহ কৰা কামৰূপী শিৱৰাম বামুণ ১। আগে অহা-যোৱা কৰিছিল কামৰূপী উমা ১।"

নামৰূপৰপৰা উভতি আহি উমা ঢেকিয়াল ফুকনে এই সোধৰ কাকত-পত্ৰ দেউতাক কীৰ্তিচন্দ্ৰ ৰৰবৰুৱাক আনি গতালেনি। ৰৰবৰুৱাই ৰাইদঙ্গীয়া ফুকনক মাতি আনি পুতেকৰ লগত দি দুয়ো ফুকনক লক্ষ্মীসিংহ স্বৰ্গদেৱৰ তালৈ পঠিয়ালে। দুয়ো গৈ স্বৰ্গদেৱক কাকত যোগালেহি। কাকত পঢ়ি স্বৰ্গদেৱে অপৰাধীবোৰক এইৰূপে দণ্ড বিহিলে—

তিপমীয়া গোহাঁইদেৱে নামকৈ দিয়া অপৰাধী :—

কাণ এডোখৰ কাটি কোব কিল চৰ ৩০-কৈ মাৰি নিবোকত পাতিব দিলে,—লিগিৰা চেগতুৰুকী ১।

কোব কিল চৰ এইদৰে মাৰি নাক-কাণ এডোখৰকৈ কাটিলে আৰু নিবোকত পাতিব দিলে,—মনু বামুণ ১, নাৰাযণ বামুণ ১, মোলান লিগিৰা ১।

কোব কিল এইদৰে মাৰি কাণ এডোখৰ কাটি টোকলাইত পাতিব দিলে,—লিগিৰা মখন ১।

এইদৰে দণ্ড কৰি নিবোকত পাতিব দিলে,—লিগিৰা দুৱৰা ১।

প্ৰাণনাথ ঢেকেৰী কামৰূপতে থাকিল। বেজভণ্ডাৰী বৰুৱাৰ পুতেক লখী আগে দণ্ড কৰি খেদোঁতেই পচতীয়াৰ ঘৰতে থাকিল। আৰু বাজে যিবোৰ নাও কঢ়া মানুহ সিবোৰক আগেয়ে দণ্ড কৰা হৈছিল।

তিপমীয়া গোহাঁইদেৱে জবানবন্দীত সৰহ মানুহৰ নাম লেখাইছিল। কিন্তু তেওঁ নাম নকঢ়া কিছুমান মানুহকো ৰৰবৰুৱা আৰু ঢেকিয়াল ফুকনে মনেৰেই সেই কাৰ্যত প্ৰৱৰ্ত্তা বুলি নাম লেখোৱাইছিল। স্বৰ্গদেৱক সাক্ষী মাত্ৰ কৰি ৰৰবৰুৱা আৰু ঢেকিয়াল ফুকনে সিহঁতক দণ্ড দিছিল। সিহঁতৰ নাম এই :—

কোব চৰ ২০-কৈ মাৰি কাণ এখন কাটি নাকৰ ওপৰ চাঁচি টোকোলাইত পাতিলে,—চাওডাঙৰ পোৱালি বৰা ১।

কোব কিল চৰ ৩০-কৈ মাৰি কাণ এখন, নাক কাটি, চকু এটা কাঢ়ি নিবোকত পাতিলে—তেলগজ ১।

চকু নেকাঢ়ি এইদৰে এইবোৰ কৰি ঘৰলৈ খেদিলে—চিৰহৰি ১।

কোব কিল চৰ ৩০-কৈ মাৰি ঘৰলৈ খেদিলে—দেৱাই বামুণ ১।

কোব কিল চৰ ৩০ কৈ মাৰি কাণ এখন কাটি ঘৰলৈ খেদিলে—পৰ্মাই ১। নাথ বামুণ ১। এইদৰে দণ্ড কৰি নিবোকত পাতিলে—গায়ন লিগিৰা।

এইদৰে কোব কিল চৰ মাৰি নাকটোৱে আৰু কাণ এখন কাটি নিবোকত পাতিলে—মনপুৰ ১, চিকৰা ১।

নাক-কাণ কাটি এইদৰে ইবোৰ দণ্ড কৰি ঘৰলৈ খেদিলে—ধন ১।

নাকটোৱে কাণ এখন কাটি চকু এটা কাঢ়ি কোব কিল চৰ ৩০-কৈ মাৰি ঘৰলৈ খেদিলে—মনুজয় ১।

কোব ২০ মাৰি ঘৰলৈ খেদিলে—পূজাৰী বামুণ শিৱৰাম ১।

কোব কিল চৰ ৩০-কৈ মাৰি ঘৰলৈ খেদিলে—লিগিৰা পাহৈ ১।

এইদৰে কোব কিল চৰ মাৰি নিবোকত পাতিলে—নাৰায়ণৰ পুতেক শ্ৰীনাথ।

কোব কিল চৰ ৩০-কৈ মাৰি কাণ এখন ফালি ঘৰলৈ খেদিলে—লাখটকীয়াৰ ৰামসিদ্ধ ১, হেমন ১।

কোব কিল চৰ ৩০-কৈ মাৰি কাঁড়ীলৈ দিলে,—বাকৰতী বৰা কিৰিঙ্গ ১, ধনৰ ভতিজাক ভোগজুৰ ১, পোৱালীৰ ভায়েক মনথিৰ ১, জয়া বেজ ১। মনথিৰ আৰু জয়াক ঘৰলৈকো খেদিলে।

কোব কিল চৰ এইদৰে মাৰি কাণ এখন কাটি টোকোলাইত পাতিলে—চাও-ডাঙ্গৰ মুৰালি ১, চিৰহৰিৰ পুতেক ১।

বাইদঙ্গীয়া ভণ্ডাৰী বৰম্বা বহুদাসৰ পুতেকক উত্তৰলৈ খেদিলে—নাম বলো।

কোব কিল চৰ ৩০-কৈ মাৰি কাণ এখন ফালি নিবোকত পাতিলে—তুক গণক ১।

কোব কিল চৰ এইদৰে মাৰি নাকটো কাণ এখন কাটি নিবোকত পাতিলে—ৰহিতা বুঢ়া ১, ফেটাই ১।

যুৱৰাজ পাতিবলৈ বিধি-বিধান কৰা, গোহাঁইদেৱৰ এখেলেই অহা-যোৱা কৰা মনুয়ে নাৰায়ণে কোৱা, কোব কিল চৰ ৩০-কৈ মাৰি কাণ এখন কাটি ঘৰলৈ খেদিলে—কামৰূপী শিৱৰাম বামুণ ১।

চৰ ২০ মাৰি নাকটে কাণ এখন কাটি তিপামত পাতিলে-চাৰিজীয়া কমল-নয়নৰ পুতেক মনীয়া ১।

কোব কিল চৰ ৩০-কৈ মাৰি কৰ্মত লাগিব নিদিলে—বঙ্গনধীয়া কালিৰাম ১।

কোব একুৰি মাৰি কাণ এখন ফালি ঘৰলৈ খেদিলে—লখীৰ পুতেক দুৰ্গাৰাম।

কোব কিল চৰ ২০-কৈ মাৰি ঘৰলৈ খেদিলে—স্বৰ্গদেৱৰ পৰিচাৰক বধু চাহাব ২, বৰচেৰেলা ১।

এইদৰে কোব কিল চৰ মাৰি কাণ এখন ফালি ঘৰলৈ খেদিলে—মেটেনী ১।

কোব কিল চৰ ২০-কৈ মাৰি ঘৰলৈ খেদিলে—পথলিয়াল হাজৰিকা ১, খামুনৰ হাজৰিকা ১।

কাণ একোডোখৰ কাটি ঘৰলৈ খেদিলে—জ্যোতিষা মদন ১, গদা ১, কামৰূপী উমা ১, গোহাঁইদেৱৰ পূজাৰী লখী ঠাকুৰৰ পুতেক দয়াৰাম ১, পুৰোহিতৰ ভৰদেৱ ১, জ্যোতিষা হৰিচন্দ্ৰ ১। জ্যোতিষা হৰিচন্দ্ৰৰ নাকটে কাণ এখনো কাটিলে। এই আটাইকে ৩০-কৈ চৰো মাৰিলে।

নাক কাটি জয়খামদাঙ্গত পাতিলে—চৰাই লিগিৰী ১।

ওপৰত দিয়া তিপমীয়া গোহাঁইদেৱৰ জবানবন্দী আৰু অপৰাধীৰ দণ্ডবিধানৰ কথাখিনি পুৰণি বুৰঞ্জীত সংৰক্ষিত হোৱাৰ দৰে উদ্ধৃত কৰা হৈছে। কীৰ্তিচন্দ্ৰ বৰবৰুৱা আৰু তেওঁৰ পুতেক উমা ঢেকিয়াল ফুকনে সন্দেহৰ ওপৰত গাৰ বলেৰে স্বৰ্গদেৱক সাক্ষী মাত্ৰ ৰাখি অনেক মানুহক নাক-কাণ কাটি শাস্তি দিছিল। সেইকালৰ বুৰঞ্জীলিখকে নিৰপেক্ষভাৱে এই কথাৰ উল্লেখ কৰিছে, ''তিপমীয়া গোঁহাইদেৱে নাও নকঢ়া, বৰবৰুৱা ঢেকিয়াল ফুকনে মনেৰেই সেই কাৰ্যত প্ৰৱৰ্তা বুলি লেখোৱাই স্বৰ্গদেৱক সাক্ষী মাত্ৰ কৰি উঁৱ কৰোৱা মানুহ............ ।'' বুৰঞ্জী লিখকৰ এই নিমাতী উক্তি কীৰ্তিচন্দ্ৰৰ অখণ্ড প্ৰতাপ, প্ৰতিহিংসাপৰায়ণতা, অবিচাৰ আৰু ঔদ্ধত্যৰ বিশ্বাসযোগ্য মন্তব্য।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত মোমাই তামুলীয়ে অতি হীন অৱস্থাৰপৰা বৰবৰুৱাৰ পদলৈ উঠে। মোমাই তামুলী আৰু কীৰ্তিচন্দ্ৰৰ চৰিত্ৰৰ মাজত স্বৰ্গ-মৰ্ত্ত্য প্ৰভেদ। মোমাই তামুলী আছিল শান্ত, সুধীৰ, ৰক্ষণশীল আৰু সংযত চিত। আবেগৰ প্ৰকোপত উত্তনুৱা হৈ তেওঁ একো কাম নকৰিছিল। তেওঁ সকলো কথা গমি-পিতি ধীৰ-গম্ভীৰ-ভাৱে বিবেচনা কৰিহে তেওঁ কামত হাত দিছিল। স্বদেশ আৰু স্বৰ্গদেৱৰ কাৰণে তেওঁ নিজকে বিলোপ কৰিছিল। প্ৰতাপসিংহ স্বৰ্গদেৱে মোমাই তামুলীক বৰবৰুৱাৰ বাব দিওঁ বোলাত মোমায়ে স্বৰ্গদেৱক পাত্ৰ-মন্ত্ৰীৰ সন্মতি লৈ এই কাম কৰিবলৈ অনুৰোধ কৰিলে। সেই-মতে স্বৰ্গদেৱে পাত্ৰ-মন্ত্ৰীৰ প্ৰকাশ্য সন্মতি লৈ বৰচ'ৰাত পূৰ্ণসভাবিদ্যমানে মোমাই তামুলীক বৰবৰুৱাৰ বাব অৰ্পণ কৰে। এইদৰে পাত্ৰ-মন্ত্ৰীৰ সন্মতি লোৱাৰ দিহা কৰি মোমাই তামুলীয়ে চিৰকালৰ কাৰণে তেওঁলোকৰ মৰম-ৰেখাৰ ভাগীৰথী খানি ল'লে। অতি সামান্য অৱস্থাৰপৰা বৰবৰুৱা হোৱা সত্ত্বেও মোমাই তামুলীৰ প্ৰতি কাৰো অসূয়া-অপ্ৰীতি নাছিল।

মোমাই তামুলী যুদ্ধৰ চৰ্দাৰ হৈ নামনি আসামত থকা কালত কছাৰী ৰজা ইন্দ্ৰবল নাৰায়ণে তেওঁক 'নামজানীৰ ৰজা' বুলি সম্বোধন কৰি সন্দেশ-পত্ৰ পঠিয়াইছিল। বৰবৰুৱা ৰজা হ'ব নোৱাৰে, তেওঁ স্বৰ্গদেৱৰ অধীনে প্ৰৱৰ্তা এজন দুৱাৰ-পৰীয়া নবাবহে। কছাৰী ৰজাৰ এই বিধাৰণ পত্ৰৰ কথাত মোমায়ে দায় ধৰি স্বৰ্গদেৱলৈ জনাই পঠিয়ালে। বুঢ়াৰজা প্ৰতাপসিংহ স্বৰ্গদেৱে ইয়াৰ উত্তৰত কৈ পঠিয়ালে, ''মোৰ বৰবৰুৱাক যে পত্ৰত কছাৰী ৰজাই 'ৰাজা' নাম ধৰি লিখিছে মোৰ যশস্যা ডাঙ্গৰ হৈ আহিছে, ইয়াত একো নাই।'' এই বুলি দুয়ো কটকীক স্বৰ্গদেৱে ৰোজবাজ দিব দিলে। সেই কালৰপৰা বৰফুকনৰ নাম 'নামজানীৰ ৰজা' বুলি প্ৰখ্যাত হ'ল। উক্ত দুই ঘটনাৰপৰা মোমাই তামুলীৰ বিনয় আৰু ৰাজভক্তিৰ পৰিচয় পোৱা যায়। স্বৰ্গদেৱ আৰু ডাঙ্গৰীয়াসকলৰ বিশ্বাস আৰু শ্ৰদ্ধাৰ পাত্ৰ হৈ মোমাই তামুলীয়ে দেশৰ বহু কল্যাণ সাধি গ'ল। অনেক বছৰ মোগলৰ লগত যুদ্ধ চলি থকাৰ পাচত মোমাই তামুলীয়ে বঙ্গালৰ সেনাপতি আহ্লায়াৰ খাঁৰে সৈতে সন্ধি স্থাপন কৰি সেই যুদ্ধৰ সামৰণি পেলায়। অসমৰ গাওঁ-ভূঁই নতুন প্ৰণালীৰে সংগঠন কৰি অসমীয়া সমাজৰ উন্নতিৰ বাট চিৰকাললৈ মোকোলাই থৈ যায়। মোমাই তামুলীৰ দূৰদৰ্শী ব্যৱস্থাৰ কাৰণে আজি অসমীয়াৰ মাজত জাতি-বৰ্ণ-নিৰ্বিশেষে সূতা কটা আৰু কাপোৰ বোৱাৰ প্ৰচলন। শান্ত-সৌম্য আৰু স্থিতপ্ৰজ্ঞ পুৰুষে সংসাৰত যিমান সৎ কাম কৰিব পাৰে বহুত অসাধাৰণ প্ৰতিভাশালী মানুহেও স্থিৰমতিৰ অভাৱৰ কাৰণে সংসাৰৰ একো উপকাৰত নাহে।

কীৰ্তিচন্দ্ৰ আছিল মনচোকা, উগ্ৰ স্বভাৱৰ মানুহ। তেওঁ আত্মবিলোপৰ মহিমা বুজি নাপাইছিল। তেওঁ নিজৰ মত, নিজৰ পছন্দ, নিজৰ স্পৃহা-বাসনা আনৰ চিত্তত জাপি দিবলৈ চেষ্টা কৰিছিল আৰু সেই চেষ্টাত কৃতকাৰ্যও হৈছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে মোহনমালা কোঁৱৰক চেৰাই ৰজা হ'ব নোখোজে। কীৰ্তিচন্দ্ৰই স্বৰ্গদেৱক বাধ্য কৰিলে, স্বৰ্গদেৱে সিংহাসনত বহিবই লাগিব। ৰূপচন্দ্ৰই বৰবৰুৱাৰ বাব এৰি নিদিলে, সেইদেখি কীৰ্তিচন্দ্ৰ বৰবৰুৱা হোৱাত বছৰচেৰেকৰ পলম ঘটিল ; তাৰ খণ্ডত কীৰ্তিচন্দ্ৰই পিতৃদেৱতাৰ শৱ-সৎকাৰলৈ নগ'ল। সামান্য অৱস্থাৰপৰা ডাঙৰ হোৱা ৰূপচন্দ্ৰৰ চৰিত্ৰৰ লগতহে মোমাই তামুলীৰ স্থিৰমতি চৰিত্ৰৰ সাদৃশ্য পোৱা যায়।

## সপ্তম অধ্যায়

# মণিপুৰৰ ৰজা জয়সিংহ

ৰাজেশ্বৰসিংহ মহাৰাজৰ দিনত মণিপুৰৰ ৰজা জয়সিংহই মানৰ আক্ৰমণত তিষ্ঠিব নোৱাৰি ৰাজ্য এৰি পলাই আহি আমাৰ স্বৰ্গদেৱৰ শৰণাপন্ন হয়হি। স্বৰ্গদেৱে সৈন্য-সামন্ত দি পলাতক ৰজাক স্বদেশত পুনৰ সংস্থাপিত কৰে। ক'বলৈ গ'লে, মণিপুৰৰ ৰজাৰ লগত হোৱা এই লেনদেনেই ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ আমোলৰ অসমৰ সৰ্বপ্ৰধান আন্তৰ্জাতিক ঘটনা।

চাৰিওপাশে পৰ্বতশ্ৰেণীৰে বেৰি থকা মণিপুৰ ৰাজ্যখন অতি বিতোপন, তাক অসমৰ ফুলনিবাৰী বুলি ক'লেও অত্যুক্তি কৰা নহয়। মহাভাৰতৰ মতে মণিপুৰ-ৰাজ চিত্ৰভানুৰ পৰম ৰূপৱতী কন্যা চিত্ৰাঙ্গদাৰ সৌন্দৰ্যত তীৰ্থপ্ৰবাসী পাৰ্থবীৰ অৰ্জুন বিমুগ্ধ হৈছিল। তেওঁলোকৰ পুত্ৰ বভ্ৰুবাহনৰ বীৰত্বৰ কাহিনী ভাৰতময় প্ৰসিদ্ধ আৰু 'বভ্ৰুবাহন' ভাওনাৰ মাজেদি মণিপুৰৰ নাম অসমীয়াৰ মাজত বহুত দিনৰেপৰা সৰ্ববিদিত।

মণিপুৰক অসমীয়া মানুহে 'মেখেলী', 'মগ্‌লো' বা 'মগলু' বুলিছিল, মণিপুৰীয়াই নিজৰ দেশক 'মেইঠাই-লাইপাক' বোলে। মণিপুৰীয়াই অসম ৰাজ্যক 'তেখাউ-লাইপাক' বা দিখৌ ৰাজ্য আখ্যা দিছে, কাৰণ অসমৰ আহোম ৰজাসকলৰ কীৰ্তি-কলাপ দিখৌ নদীৰ পানীৰে পবিত্ৰ হোৱা ঠাইবোৰত পোন প্ৰথমে সিচঁৰতি হৈ পৰিছিল আৰু আহোমৰ পুৰণা-নতুন গড়গাওঁ, ৰংপুৰ দুয়োখন ৰাজধানী এই দিখৌ নদীৰ পাৰত অৱস্থিত। অতি পূৰ্বত বশিষ্ঠ মুনিযে দিখৌ নদীৰ আগাৰিত বাৰানসী তুল্য পৱিত্ৰ ক্ষেত্ৰ নিৰ্মাণ কৰি নদীকো বশিষ্ঠ-গঙ্গা নাম দিবলৈ সংকল্প কৰাৰ কিম্বদন্তী আহোম স্বৰ্গদেৱসকলৰ প্ৰত্যেকখন বুৰঞ্জীতে লিপিবদ্ধ হৈ আছে। সেইদেখি দিখৌ অসম বুৰঞ্জীত বৰ প্ৰসিদ্ধ আৰু বিদেশীসকলে দিখৌ অঞ্চলকে আহোম সভ্যতাৰ কেন্দ্ৰভূমি বুলি ভাবিছিল।

মণিপুৰ উপত্যকাৰ মাটি সাৰুৱা। ইয়াত সকলো ৰকমৰ শস্য উৎপন্ন হয়। ইয়াৰ লোগটাক হ্ৰদ এটি মনোৰম দৃশ্য। ইয়াৰ লো আৰু চূণ-পাথৰৰ খনি আৰু লোণ-পুংবিলাকে মণিপুৰৰ সমৃদ্ধি বঢ়াইছে। নানা বৰণৰ কাপোৰ-কানিবোৰতে মণিপুৰৰ তিৰোতাৰ দক্ষতা সকলো ঠাইতে সমাদৃত। মানহঁতে বহু কালৰেপৰা এই সমৃদ্ধিশালী মণিপুৰ ৰাজ্যৰ ওপৰত চকু ৰাখিছিল। তেওঁলোকে কেবাবাৰো মণিপুৰ আক্ৰমণ কৰে, আৰু মাজে মাজে কিছুদিনৰ কাৰণে তাত খিতাপিও লৈছিল বা ৰাজ্যৰপৰা কৰ-ভাৰ আদায় কৰিছিল।

১৬৩১ শকত মণিপুৰৰ সিংহাসনত এজন বৰ বিক্রমশালী ৰজা বহিছিল। তেওঁৰ নাম গৰিবনাৱাজ বা পামহেইবা। গৰিবনাৱাজ মণিপুৰৰ নৃপতি চুড়াই-ৰোম্বাৰ পুত্র আছিল, স্বাভাবিক নে তোলনীয়া সেই বিষয়ে মতভেদ দেখা যায়। এওঁ কেবাবাৰো মানদেশ আক্রমণ কৰে, আৰু মানৰ আক্রমণৰপৰা মণিপুৰক সদাই ৰক্ষা কৰিবলৈ সমর্থ হৈছিল। এওঁৰ দিনত মণিপুৰত হিন্দুধর্মৰ অভ্যুদয় হয়। মণিপুৰীয়াসকলে বিশ্বাস কৰিছিল যে মান ৰাজ্যৰ অন্তর্গত ঐৰাৱতী নদীত স্নান কৰিলে অমোঘ পুণ্য সঞ্চয় হয়। মণিপুৰৰ ধর্মাধিয়ে মানৰ ৰজা আৰু তেওঁৰ অনুচৰবর্গক হিন্দুধর্মত প্রৱর্তাবলৈ কিছুকাল পুৰোহিত এফৌজৰে সহিতে আবা নগৰীত বাস কৰিছিল। মণিপুৰীয়া ক্ষত্র-শক্তিত গৰিবনাৱাজৰ অটল বিশ্বাস আছিল আৰু তাক ভালমতে পৰিচালনা কৰি স্বদেশক বিদেশীৰ অত্যাচাৰৰ-পৰা মুক্ত কৰি ৰাখিব পাৰিছিল। এবাৰ তেওঁ মানদেশ আক্রমণ কৰি দিগ্বিজয়ী হৈ মানৰ ৰাজধানী আবা নগৰীৰ বাহিৰ গড়ত সদর্পে ভৰি দিছিলগৈ। তেওঁৰ মনোনীত বর্মাকোঁৱৰ মানদেশ সিংহাসনত বহিছিল আৰু গৰিবনাৱাজৰ আধিপত্য স্বীকাৰ কৰিছিল। গৰিবনাৱাজৰ অইন দেশৰ ভাল বস্তু গ্রহণ কৰিব পৰা শক্তি আছিল। এওঁ অসম দেশৰপৰা শ্রীমদ্ভাগৱত শাস্ত্র নি মণিপুৰত প্রচাৰ কৰিছিল। ১৬৭০ শকত মানদেশ আক্রমণ কৰিবলৈ যাওঁতে গৰিবনাৱাজৰ পুতেক জিৎশ্যাযে পিতৃ ৰজাক আৰু ভায়েক শ্যামশ্যাইক বাটতে হত্যা কৰি মণিপুৰৰ সিংহাসনত উঠে। মহাৰাজ গৰিবনাৱাজ অসমৰ স্বর্গদেৱ শিৱসিংহ আৰু প্রমত্তসিংহৰ সমসাময়িক।

গৰিবনাৱাজৰ মৃত্যুৰ পাচত পুতেক জিতশ্যায়ে পাঁচ বছৰ ৰাজত্ব কৰে। তাৰ পাচত জিতশ্যাইক খেদি ভায়েক ভাৰতশ্যায়ে দুবছৰলৈ ৰাজত্ব কৰে। তাৰ পাচত শ্যামশ্যাইৰ পুতেক গৌড়শ্যাম বা মোৰাম্বা মণিপুৰৰ সিংহাসনত অধিষ্ঠিত হয়। মোৰাম্বা বৰ নিশকতীয়া ৰজা আছিল আৰু তেওঁৰ শৰীৰ ঘূর্ণীয়া থকাত জয়সিংহই যুবৰাজ স্বৰূপে যাৱতীয় ৰাজ-কার্য চলাইছিল। ১৬৮১ শকত মোৰাম্বাৰ মৃত্যু হোৱাত জয়সিংহ স্বয়ংৰূপে মণিপুৰৰ অধিপতি হয়।

আহোম স্বর্গদেৱ ৰাজেশ্বৰসিংহৰ মিত্র সম্বন্ধীয়া জয়সিংহ ৰজা মণিপুৰৰ বুৰঞ্জীত অতি প্রসিদ্ধ। জয়সিংহৰ বিষয়ে মণিপুৰত বহুত মালিতা বা গীত প্রচাৰিত আছে। সেই ধৰণৰ মালিতাক মণিপুৰীয়াসকলে নিংথৌৰল বা নৃপতি-কাহিনী বোলে। এই জয়সিংহ মহাৰাজৰ কেবাটাও নাম; কর্তা মহাৰাজ, ভাগ্যচন্দ্র, নুংনাংথোম্বা আৰু চিঠংৰোম্বা। ১৬৬১ শকত জয়সিংহৰ জন্ম হয়। তেওঁৰ পিতৃদেৱ মণিপুৰৰ প্রবল পৰাক্রান্ত ৰজা গৰিবনাৱাজৰ জ্যেষ্ঠ পুত্র শ্যামশ্যাই। জয়সিংহৰ মাতৃদেৱীৰ নাম আছিল চথামাৰিং-লৈ-খুৰী। মণিপুৰৰ প্রথামতে নানান বিদ্যাত জয়সিংহই সৰুকালত শিক্ষা লাভ কৰিছিল আৰু ৰজাঘৰীয়া অধ্যাপকে জয়সিংহ কোঁৱৰক পুৰাণ আৰু ইতিহাসত শিক্ষা দি সুপণ্ডিত কৰি তুলিছিল। পিতামহ গৰিবনাৱাজ আৰু পিতৃ শ্যামশ্যায়ে জিতশ্যাইৰ গুপ্ত-ঘাতকৰ হাতত প্রাণ হেৰুৱাৰ পাচত পোন্ধৰ বছৰীয়া জয়সিংহ কোঁৱৰে অস্ত্র লৈ নগাপর্বতৰ ফালে পলাই গৈ পর্বতে-পাষণ্ডে ফুৰিবলৈ ধৰিলে।

জয়সিংহৰ দদায়েক জিতশ্যায়ে পিতৃ আৰু ভাতৃক প্রাণহত্যা কৰা কার্যত প্রজা-বিষয়া সকলো অসন্তুষ্ট হৈ সমর্থবান কোঁৱৰ জয়সিংহৰ বিচাৰ-খোচাৰ লগাবলৈ ধৰিলে। জয়সিংহই নগাপর্বতৰপৰা পলাই আহি মণিপুৰৰ ৰাজধানী পায়হি; কিন্তু

এদল বিষয়াৰ চক্ৰান্তত জয়সিংহৰ সলনি তেওঁৰ ককায়েক মোৰাম্বা ৰজা হয়। আৰু জয়সিংহ যুৱৰাজ পদত অধিষ্ঠিত হয়।

গৰিবনাৱাজৰ দিনত মান সৈন্যই মণিপুৰৰ গাত হাত দিবলৈ সাহ কৰা নাছিল। কিন্তু তেওঁৰ মৃত্যুৰ পাচত তেওঁৰ পুত্ৰসকলৰ মাজত হোৱা অৰিয়া-অৰিৰ কাৰণে ৰাজ্য দুৰ্বল হোৱাত মানে পুনৰ মণিপুৰ আক্ৰমণ কৰিবলৈ আয়োজন কৰিলে। মোৰাম্বাৰ দিনত মানসৈন্যই বৰ্মা আৰু মগলু দেশৰ মাজত থকা ৰাজ্য অধিকাৰ কৰিবৰ অভিপ্ৰায়ে মণিপুৰৰ অভিমুখে যাত্ৰা কৰে। ১৬৮১ শকৰ পুহ মাহত জয়সিংহই আনন্দ-শ্যাই সেনাপতি প্ৰমুখ্যে ছাইযো খাৰমলাখপা আৰু মোংজাম্বা মগাৰফ্পা আদি বীৰসকলৰে সৈতে মানৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰে। তাম্মু নামে ঠাইত ৰণত মণিপুৰীয়া সৈন্য তিষ্ঠিব নোৱাৰি কাকচিং নামে আন এডোখৰ ঠাইত কোঁঠ পাতি ৰয়হি। এই ঠাইতে মোৰাম্বাই ভায়েক যুৱৰাজক সৈন্য সহিতে যোগ দিয়েহি। কিন্তু অৱশেষত বৰ্মাসৈন্য যুদ্ধত জয়ী হৈ জয়সিংহক পৰ্বতৰ ফালে খেদি দিয়ে। ন-দিনৰ পাচত কিছুমান নগা সৈন্য লগত লৈ মানেৰে সৈতে যুদ্ধ কৰি জয়সিংহই তেওঁলোকক মগলু দেশৰপৰা বাজ কৰি দিয়ে।

১৬৮১ শকত মোৰাম্বাৰ মৃত্যু হয়। সেই শকতে জয়সিংহই তেওঁৰ কুঁৱৰী আখামহা ৰাণীৰে সৈতে মণিপুৰৰ সিংহাসনত অভিষিক্ত হয়। ৰজা হোৱাৰ অলপ দিনৰ পাচতে জয়সিংহই মানৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰে। মানৰ চামজক নামে প্ৰদেশৰ ৰজা-পোৱালীক জয়সিংহই শৰণাগত কৰে, আৰু গাওঁ-ভূঁই লুৰি-পুৰি মোৱাওলৈকে বৰ্মাৰ অধীনত থকা ৰাজ্যখণ্ড মণিপুৰৰ তলতীয়া কৰে। ইয়াৰ পূৰ্বে মানহঁতে সেই ঠাইতে মণিপুৰ দিগ্বিজয়ৰ চিন স্বৰূপে এটি মন্দিৰ প্ৰতিষ্ঠা কৰিছিল, জয়সিংহই এইবাৰ সেই মন্দিৰ ভাঙি সেই স্মৃতিচিহ্ন ভূমিস্যাৎ কৰে।

১৬৮৪ শকত জয়সিংহই বিশেষ বন্দোবস্ত কৰি মানসৈন্য মণিপুৰৰপৰা খেদাবৰ কাৰণে বৃটিছৰ সহায় বিচাৰে। বৃটিছ সৈন্য গৈ বদৰপুৰৰ ওচৰত থকা খাচপুৰ পালেগৈ। কিন্তু বৰষুণ আৰু জ্বৰ-গ্ৰহণীত বৃটিছ সৈন্যৰ বিশেষ কষ্ট হোৱাত আৰু জয়সিংহয়ো পূৰ্বৰ প্ৰতিশ্ৰুতিমতে খৰচ-পাতি দিবলৈ অসমৰ্থ হোৱাত বৃটিছ ফৌজ বঙ্গ-দেশলৈ উভতি আহিল।

মণিপুৰ ৰাজ্যখন চাৰিখন সৰু সৰু প্ৰদেশত বিভক্ত। জয়সিংহৰ মোমায়েক খেলৈনুংনাং তেলহৈবা বা কেলেম্বা মণিপুৰৰ অন্তৰ্গত মৈৰাং নামে প্ৰদেশৰ ৰজা-পোৱালী আছিল। তেওঁৰ ৰাজ্য নিচেই সৰু হোৱাত তাক বঢ়াবৰ অৰ্থে কেলেম্বাই ভাগিনীয়েক জয়সিংহক কিছু গাওঁ-ভূঁই প্ৰাৰ্থনা কৰিলে। জয়সিংহ ইয়াত সন্মত নহ'ল। তেলহেই-বাই ভাগিনীয়েকৰ ওচৰত এইদৰে বিফল মনোৰথ হোৱাত তেওঁৰ অনিষ্ট সাধিবৰ কাৰণে যত্নবান হ'ল। কিন্তু লোকে দেখাকৈ কেলেম্বাই জয়সিংহৰ লগত পৰম মিত্ৰভাৱে ব্যৱহাৰ কৰিবলৈ ধৰিলে। কেলেম্বাই গোপনে দূত পঠিয়াই বৰ্মা ৰজাৰপৰা সৈন্য ভিক্ষা কৰিলে। সেই বিদেশী সৈন্য মণিপুৰলৈ যাত্ৰা কৰাত বিশেষ শঙ্কিত নহ'বলৈ মোমায়েকে জয়সিংহক উপদেশ দিলে। মোমায়েকৰ চক্ৰান্তৰ কথা ভিতৰি গম পাই ১৬৮৭ শকৰ পুহ মাহত হৰিবৰণ সিংহ সেনাপতিৰ তলে মগলু সৈন্য কিছুমান মান সেনাক আগভেটিবৰ কাৰণে যুদ্ধলৈ পঠিয়ালে।

মান সৈন্যই কেলেম্বাৰ সহায়ত মণিপুৰীয়া সৈন্যৰ শক্তি আৰু গতিবিধিৰ সকলো সম্ভেদ পাই আছিল। সেইদেখি মণিপুৰীয়াৰ পক্ষে মানক পৰাস্ত কৰা একপ্ৰকাৰ অসম্ভৱ হৈ উঠিল। জয়সিংহই ৰণ টান হেন দেখি নিজেই যুদ্ধলৈ ওলাল। এইবাৰৰ ৰণত মণিপুৰৰ চাৰিজনা বীৰপুৰুষে প্ৰাণত্যাগ কৰে,--হৰিদাস বাবাজী, নাকনবা হাজাৰী, শ্ৰীমন মেঙ্গম মুকুন্দসিংহ আৰু পালকচান্দসিংহ। এই যুদ্ধত মণিপুৰীয়া পৰাস্ত হয় আৰু ১৬৮৮ শকত জয়সিংহ কাছাৰলৈ পলাই যায়, তাতে তেওঁৰ কুঁৱৰী আৰু পুতেক ভবানন্দৰ মৃত্যু হয়। লাৱণ্যচন্দ্ৰ আৰু মধুচন্দ্ৰ নামে জয়সিংহৰ আৰু দুজন পুতেকক মানে ধৰি লৈ যায়।

মানহঁতে জয়সিংহৰ মোমায়েকক সিংহাসনত বহুৱাই পুতলা ৰজা পাতি নিজে ৰাজ্যশাসন কৰিবলৈ ধৰে। এই কাল ডোখৰকে মণিপুৰীয়া বুৰঞ্জীমতে 'খুনুটাকপা' বা অৰাজক বুলি কোৱা হয়। জয়সিংহ দেশলৈ উলটি গৈ মোমায়েক কেলেম্বাক খেদাই পুনৰ ৰজা হয়; কিন্তু মানৰ মিত্ৰ তেলহেইবা সিংহাসনচ্যুত হোৱা দেখি মানসেনা পুনৰ মণিপুৰলৈ আহি জয়সিংহক যুদ্ধত হৰুৱায়। জয়সিংহ পুনৰ ৰাজ্য এৰি দেশান্তৰী হ'ল।

মণিপুৰ এৰি আহোঁতে জয়সিংহই এদিন এটা শিলৰ ওপৰত থিয় হৈ এইদৰে কাকূতি কৰে, "হি শিলা, তুমি কোমল হোৱা, মই যদি পুনৰ ৰাজপাট খাবলৈ পাওঁ তেন্তে তুমি মোৰ পদচিহ্ন গ্ৰহণ কৰি মোৰ বিশ্বাস জন্মোৱা।" মণিপুৰীয়াৰ মাজত কিম্বদন্তী আছে যে পলাতক ৰজাৰ এই প্ৰাৰ্থনা শুনি শিল কোমল হ'ল আৰু তাৰ ওপৰত কৰ্তা মহাৰাজৰ ভৰিৰ খোজৰ চাব যুগমীয়াকৈ সাঁচ বহি ৰ'ল। সেই পদচিহ্ন থকা শিল বৰ্তমানে কহিমাত ডিপুটি কমিচনাৰৰ বঙ্গলাৰ পদুলিমুখত পৰি আছে।

তাৰপৰা খাচপুৰলৈ আহি জয়সিংহই কছাৰী ৰজা সন্ধিকাৰীৰ আশ্ৰয় লয়। এই সন্ধিকাৰী দ্ৰোহাত্মক বিধৰ মানুহ আছিল। পূৰ্বে ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত হোৱা নিবন্ধ অনুসৰি কছাৰী ৰজা আহোম নৃপতিৰ প্ৰকাৰান্তৰে বশৱৰ্তী আছিল। ৰাজেশ্বৰ-সিংহ স্বৰ্গদেৱে সন্ধিকাৰীক উজনিলৈ মাতি পঠিয়াওঁতে কছাৰী ৰজাই পূৰ্বৰ দস্তৰমতে অসমীয়া কটকীক নতুলি বিনা সম্ভাষণে ওভোতাই পঠিয়ালে। ইয়াতে ক্ষোভিত হৈ স্বৰ্গদেৱে এটা ডাঙৰ ফৌজ পঠিয়াই কছাৰী ৰজাক ধৰি আনিবলৈ দিহা কৰিলে। ইয়াৰ বাৰ্তা পাই কছাৰী ৰজা কিছু সাম্য হ'ল।

ৰহাত আমাৰ ৰহিয়াল বৰুৱা চকিয়াল বিষয়া আছিল। মিকিৰ-কছাৰী আদিৰে সৈতে মিত্ৰতা কৰি সকলো কথাৰ সম্ভেদ ৰাখি স্বৰ্গদেৱৰ স্বাৰ্থ অটুট ৰখাই ৰহিয়াল বৰুৱাৰ কৰ্তব্য আছিল। এতিয়া কছাৰী ৰজা আৰু জয়সিংহ মণিপুৰীয়া ৰজাই অসমৰ স্বৰ্গদেৱক সাক্ষাৎ কৰিবৰ মনেৰে ৰহিয়াল বৰুৱালৈ গোপনে গোহাৰি-পত্ৰ পঠিয়ালে। ৰহিয়াল বৰুৱায়ো ৰংপুৰলৈ মানুহ পঠিয়াই বৰবৰুৱাক সকলো কথা জনালে। বৰবৰুৱাই সেইমতে স্বৰ্গদেৱলৈ জনাই পঠিয়ালে বোলে, "কছাৰী ৰজা, মণিপুৰীয়া ৰজা দুয়ো ৰজাই স্বৰ্গদেৱৰ চৰণত শৰণাপন্ন হ'বৰ মনেৰে আহিব খোজে। সিহঁতে চকিয়াল বৰুৱাৰ জৰিয়তে আমালৈ এইবুলি কৈ পঠিয়াইছে, সেইদেখি স্বৰ্গদেৱলৈ মই জনাই পঠিয়ালোঁ। যদি মই বন্দীক আজ্ঞা কৰে, মই বন্দীয়ে দুয়ো ৰজাক আনি স্বৰ্গদেৱৰ

পুণ্য প্ৰতাপৰ বলে দুয়ো ৰজাক সেৱা কৰাব পাৰোঁ। কছাৰী-মণিপুৰীয়া দুয়ো ৰজাই কৈছে 'আমাক বৰবৰুৱাই আহি নিয়কহি'। এতেকতে মই বন্দীয়ে স্বৰ্গদেৱত জনাইছোঁ।"

এই কথামতে স্বৰ্গদেৱে মণিপুৰ আৰু কছাৰী ৰজাক আনিবলৈ কীৰ্তিচন্দ্ৰক আদেশ দিলে। চতুৰ বৰবৰুৱাই এই সুবিধা পাই স্বৰ্গদেৱত জনালে, "স্বৰ্গদেৱে মই বন্দীক আজ্ঞা কৰিছে, মই বন্দী যাম। স্বৰ্গদেৱে যেন মোৰ পো চোলাধৰা ফুকনক ডেকাবৰুৱা নাম দিয়ে।" ৰজাই ক'লে, "বাৰু, চোলাধৰা ফুকনক ডেকাবৰুৱা পতা হ'ব।" এই অঙ্গীকাৰ অনুসৰি স্বৰ্গদেৱে বৰফুকন বহা ঠাইত চন্দ্ৰহাস চোলাধৰা ফুকনক বহিবলৈ দি ডেকাবৰুৱা নাম দিলে। ১৬৮৯ শকৰ আহিন মাহৰ বিজয়া দশমীৰ দিনা যাত্ৰা কৰি অনেক প্ৰজা হাতী-ঘোঁৰা আৰু আহিলা-পাতি লৈ বৰবৰুৱাই ৰহাৰ চকীত থানা কৰি থাকিল, তাৰেপৰা মণিপুৰ আৰু কছাৰী ৰজালৈ কটকী পঠিয়াই জনালে, "দুয়ো ৰজাই আমালৈ কোৱাত আমিও স্বৰ্গদেৱৰ চৰণত জনাই আহিছোঁ। এতেকে দুয়ো ৰজাই বিলম্ব নকৰি আহক।" এইমতে মণিপুৰৰ জয়সিংহ ৰজা, পুতেক যুৱৰাজ অনুপানন্দ আৰু কছাৰীৰ সন্ধিকাৰী ৰজা—এই তিনিয়ে ১৬৯০ শকৰ জেঠ মাহত ৰহা চকীত বৰবৰুৱাৰে সৈতে সম্ভাষা হ'লহি। তেওঁলোকক দেখি হৰ্ষযুক্ত হৈ বৰবৰুৱাই সাত জাঁই হিলৈ জাঁই কৰালে, আৰু অনেক ধৰণৰ আনন্দ-উৎসৱ পতালে। সেই জেঠ মাহতে নাও-নাৱৰা আনিবৰ নিমিত্তে কলঙৰপৰা লোহিত্যলৈ এটা জান খনাই দুয়ো ৰজা সহিতে সেই জানে ওলাই উজাই আহিল, আৰু পৰ্বতত পাই হৰগৌৰীৰ মূৰ্তি এখনো অসমৰ প্ৰাচীন কীৰ্তিত গৌৰবান্বিত হোৱা কীৰ্তিচন্দ্ৰ বৰবৰুৱাই উজনিলৈ আনিলে।

স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ সন্মতিক্ৰমে কীৰ্তিচন্দ্ৰ বৰবৰুৱাই মণিপুৰৰ ৰজা জয়সিংহ আৰু কছাৰীৰ ৰজা সন্ধিকাৰীক ৰংপুৰলৈ নি স্বৰ্গদেৱৰে সৈতে ভেট কৰালে। অৱশ্যে, এই কাৰ্যত সংমতি প্ৰকাশ কৰাৰ পূৰ্বে স্বৰ্গদেৱে ডা-ডাঙৰীয়াসকলেৰে সৈতে ভালমতে পৰামৰ্শ কৰিছিল। কাৰণ বিদেশীক সাধাৰণতে ৰাজধানীত সোমাবলৈ দিয়া নহৈছিল, জানোচা তেনেকৈ সুবিধা পালে ৰাজধানীৰ সকলো তলা-নলা জানি লৈ কেনেবাকৈ পাচলৈ স্বৰ্গদেৱ আৰু ৰাজ্যক সঙ্কটত পেলায়। সেইদেখি ৰজাৰ ৰাজধানী গড়গাওঁ আৰু ৰংপুৰ আৰু ৰাজপ্ৰতিনিধি বৰফুকনৰ ৰাজধানী গুৱাহাটীৰ চাৰিওফালে ডাঙৰ দুৱাৰ থকা কেবাখনো চকী আছিল। সেই চকীত চকীয়াল বিষয়া আৰু সৈন্যই পাল পাতি পৰ দিয়াৰ নিয়ম আছিল। সন্ধ্যা হ'লেই আটাইকিখন চকীৰ দুৱাৰ জপোৱা হৈছিল। তাহানি কোচবেহাৰৰ ঘনশ্যাম কাৰিকৰে অসমৰ ভিতৰুৱা কথা লিখি নিজ দেশলৈ লৈ যাবৰ মন কৰাত তেওঁৰ প্ৰাণদণ্ড হয়। মীৰজুমলাৰ লগত অহা মোগল ঐতিহাসিকেও এবাৰ আক্ষেপ কৰি কৈছিল, "গড়গাৱঁৰ ঘৰবোৰ অতি বিতোপন। কিন্তু হায়! এই ৰাজ্য আমাৰ সম্ৰাটে নিজৰ অধীনস্থ কৰিব নোৱাৰিলে, আমাৰ দৰে কোনো বিধৰ্মীয়ে আমি পৰা বিপদত নপৰাকৈ এই ৰাজধানীৰ মনোৰম বস্তুবোৰ দেখিবলৈ নাপায়।" গুৱাহাটীৰপৰা গড়গাৱঁলৈ আঠ দিনৰ বাট আছিল। বাট ইমান চমু বুলি জানিলে কিজানি গুৱাহাটীত থকা মোগল সেনাপতিয়ে একেবাৰে উজনিৰ ৰাজধানী পায়গৈ—সেই অৰ্থে অসমীয়া কটকীসকলে সেই বাটক যিমান পাৰে তিমান দীঘল বুলি বুজাবলৈ চেষ্টা কৰিছিল। ১৫৬২ শকত গুৱাহাটীত থকা আহ্লায়াৰ খাঁই এবাৰ আমাৰ সনাতন কটকীক সুধিছিল, "গড়গ্ৰামক লাগি কেতি ৰোজৰ পথ?" ইয়াৰ উত্তৰত

সনাতনে কৈছিল, "চাহাব, গড়গ্ৰামক লাগি দুই মহিনাৰ পথ।" সেইকালৰ ইউৰোপীয় সদাগৰসকলেও আক্ষেপ কৰিছিল যে অসমীয়া ৰজাই কোনোপধ্যে বিদেশী মানুহক নিজ দেশলৈ সোমাব নিদিয়ে।

১৬৯০ শকৰ আঘোণৰ ১৬ তাৰিখে মণিপুৰীয়া ৰজা অসমৰ ৰাজধানী পায়হি। তেওঁৰ লগত চাৰি হেজাৰ মানুহ আহিছিল। আমাৰ স্বৰ্গদেৱলৈ মণিপুৰীয়া ৰজাই ঘোঁৰা কুৰিটা, ছয় হেজাৰ ৰূপ টকা আৰু মণিপুৰত তৈয়াৰ হোৱা নানাবৰণীয়া ফুলাম কাপোৰ উপহাৰ আনিছিল। স্বৰ্গদেৱৰ আদেশমতে মণিপুৰীয়া আৰু কছাৰী ৰজাক দিখৌ নদীৰ সন্নিকটত বাহৰ সাজি দিয়া হ'ল।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাই মণিপুৰৰ ৰজাক আনি স্বৰ্গদেৱলৈ জনাই পঠালে, "মই বন্দীয়ে স্বৰ্গদেৱৰ পুণ্য প্ৰতাপৰ বলেৰে দুয়োজনা ৰজাক লৈ আহিছোঁ।" মণিপুৰীয়া আৰু কছাৰী ৰজাক সম্ভাষা জনাবৰ অৰ্থে বৰচ'ৰাত ডাঙৰ ৰাজসভাৰ ব্যৱস্থা হ'ল। তিনিজনা ডাঙৰীয়া, ফুকন, বৰুৱা আদি বিষয়াসকলক পাগজেমা পিন্ধি বৰচ'ৰাৰ বৰমেলত বহিবলৈ স্বৰ্গদেৱে আজ্ঞা কৰিলে। মণিপুৰীয়া আৰু কছাৰী দুয়ো ৰজাই অসমৰ স্বৰ্গদেৱক যথাবিধি সেৱা কৰিলে। তাৰ পাছত মণিপুৰীয়া ৰজাই ক'লে, "মই পূৰ্বৰেপৰা উদয়গিৰিৰ স্বৰ্গদেৱৰ পুণ্য প্ৰতাপৰ কথা শুনি আহিছোঁ। এতিয়া ব্ৰহ্মাই আহি মোক স্ব-ৰাজ্যৰপৰা খেদি দিছে। স্বৰ্গদেৱে মোক স্বদেশত সংস্থাপন কৰিলে মই ৰক্ষা পাওঁ।"

সেইদিনাখনৰ ৰাজসভা অতি বিচিত্ৰ হৈছিল। সেই কালৰ নৃত্য-গীতৰ অসমীয়া ওস্তাদ জয়ানন্দৰ জোৰাই পাখোৱাজ গান কৰিছিল। অসমীয়া গীত-বাদ্যৰ সুমধুৰ ছন্দ, ধ্বনি আৰু লয়, আৰু অসমৰ স্বৰ্গদেৱ আৰু ডাঙৰীয়া বিষয়াৰ বিবিধ আড়ম্বৰ আৰু সাজ-সজ্জা দেখি মণিপুৰীয়া আৰু কছাৰী ৰজাই বিস্ময় মানিছিল।"

সভাৰ যাবতীয় কাৰ্য সম্পাদন হোৱাৰ পাছত স্বৰ্গদেৱে সভাস্থসকলক তামোল-পাণ দিয়ালে। সভা ভঙ্গ হোৱাৰ এই ইঙ্গিত পাই পাত্ৰ-মন্ত্ৰী বিষয়াসকল ঘৰাঘৰি গ'ল। মগলু ৰজাৰ সাহায্য ভিক্ষাৰ কথা ভালকৈ আলোচনা কৰিবলৈ স্বৰ্গদেৱে তিনিজনা ডাঙৰীয়া আৰু বৰবৰুৱাক নিজৰ চাঙলৈকে নিয়ালে। চাঙলৈ গৈ বৰবৰুৱাই স্বৰ্গদেৱক সেৱা কৰিলে। স্বৰ্গদেৱে সুধিলে, "যি কাৰ্যে গৈছিলা, সেই কাৰ্য সিদ্ধি হ'ল। পথ-প্ৰবাসত ভয়-ভ্ৰান্তি কিমান পালা? লোকজন বা কিমান হানি হ'ল? আহিলা বা কত দিনে? ই ঠাই পাবৰ বা হ'ল কত বেলি?" বৰবৰুৱাই স্বৰ্গদেৱক ক'লে, "স্বৰ্গদেৱ আৰু ঈশ্বৰ-ঈশ্বৰীৰ পুণ্য-প্ৰতাপৰ বলে মই বন্দীয়ে মণিপুৰীয়া ৰজা জয়সিংহ আৰু কছাৰী ৰজাৰ মাকত চপা সন্ধিকাৰী ৰজাকো অনা হৈছে, আৰু পৰ্বতত পাই হৰগৌৰীৰ মূৰ্তি এখনো অনা হৈছে।"

বিনাযুদ্ধে দুজন ৰজাক শৰণাগত কৰা দেখি বৰবৰুৱাক স্বৰ্গদেৱে অশেষ প্ৰশংসা কৰিলে, আৰু বৰবৰুৱা আৰু ডাঙৰীয়াসকলক বটা দিয়াই চাঙৰপৰা বিদায় দিলে। স্বৰ্গদেৱে বৰবৰুৱাক সাজ খুৱালে। বৰবৰুৱাই এইদৰে স্বৰ্গদেৱৰ কাৰ্যত সিদ্ধি লাভ কৰি কীৰ্তিমন্ত হোৱাৰ কাৰণে স্বৰ্গদেৱে তেওঁৰ পূৰ্বৰ নাম 'গেন্ধেলা' গুচাই 'কীৰ্তিচন্দ্ৰ' থ'লে। আৰু স্বৰ্গদেৱে উক্ত বৰবৰুৱাক এইৰূপে মৰ্যাদা দিলে,—বৰবৰুৱাই তেওঁৰ জাপিত সোণৰ চুলা লগাব পাৰিব, আৰু বৰচ'ৰাত বহিবলৈ একছতীয়া মখমলৰ তলছা

এখন পাৰ, আৰু ৰৰদুৱাৰৰ মুখৰপৰা বহাৰলৈ আহোঁতে-যাওঁতে গায়নে-বায়নে পেঁপা ৰজাই গাই-বাই যাব। কীৰ্তিচন্দ্ৰৰ এই যশস্যা কথা দেশত বহুদিনলৈকে ৰাষ্ট্ৰ হৈ আছিল। লক্ষ্মীসিংহ স্বৰ্গদেৱক গুৱাহাটীৰ বৰফুকনে এবাৰ কৈছিল, "প্ৰজাসকলে বুলিছিল বোলে বৰবৰুৱা ডাঙৰ মানুহ, কাৰ্যতো দক্ষ, এনেজন থাকোতে শত্ৰুৰ ভয় নাই। মন্ত্ৰণাৰ বলে কছাৰী ৰজাৰ বাবে দদায়েক সন্ধিকাৰী এজনা, মান্তৰা যুদ্ধত ভঙ্গ হৈ কছাৰীৰ মাটিত থকা মেখেলীৰ জয়সিংহ ৰজা এজনা, এই দুজনাক বিনাযুদ্ধে আনি স্বৰ্গদেৱক সেৱা কৰাই কীৰ্তিচন্দ্ৰ নাম ললে, গোহাঁইবোৰৰ সন্মান পালে, আৰোৱানখনিহে নল'লে।"

ভাৰতৰ অনেক ঠাইত ৰজা বা পাদশ্যাহে কোনো মানুহৰ পূৰ্বৰ নাম গুচাই কাৰ্য আৰু গুণ অনুসৰি তাৰ সমাদৰ স্বৰূপে নতুন নাম দিয়াৰ প্ৰথা আছিল। মোগল বুৰঞ্জীৰ ইতিমদ্দৌল্লা, আলি মৰ্দন খাঁ, ছায়েস্তা খাঁ, মজুমা খাঁ এইবোৰ নতুন নামকৰণ। নিজামৰ ৰাজ্যত এতিয়াও সেই ৰীতি প্ৰচলিত। কায়স্থ মজিন্দাৰ বৰুৱা পৰিয়ালৰ আদিপুৰুষৰ নাম আছিল দুৰ্গাচৰণ বসু। কোচৰপৰা অহা আৰু অসমত কেউ মাতিব নোৱাৰা কেচুৰ ৰসেৰে লিখা চিঠি এখন দুৰ্গাচৰণে আন্ধাৰত পেলাই আখৰবোৰক মাণিকহেনকৈ পত্ৰ মতাৰ কাৰণে স্বৰ্গদেৱে তেওঁৰ নাম মাণিকচন্দ্ৰ থ'লে। কলীয়াভোমোৰা প্ৰতাপবল্লভ বৰফুকনৰ নাম পূৰ্বে গেন্ধেলা আছিল। ১৭২২ শকত কমলেশ্বৰ সিংহ স্বৰ্গদেৱে ফলি কৰি বিদ্ৰোহী হৰদত্তৰ মাটি-বাৰী বৰফুকনক দি এইদৰে আজ্ঞা দিছিল, "সন্দিকৈ বংশৰ শ্ৰীগেন্ধেলা বৰফুকনে কামৰূপ-গুৱাহাটী দুয়োখন দেশৰ শত্ৰু নিবাৰণ কৰি দেশ সুস্থিৰ কৰা আপাহত শ্ৰীশ্ৰী৺ৰে প্ৰতাপ-বল্লভ নাম দি দ্ৰোহত পৰা হৰদত্ত চৌধাৰীৰ মাটি ১১০ পুৰা, বহতা মানুহ বাৰটা, তিনি পোৰা সহিতে তাম্ৰপত্ৰ কৰি দিলে।" অসমত প্ৰচলিত ৰীতি অনুসৰি ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে বকতিয়ালৰ গেন্ধেলা বৰবৰুৱাৰ নাম কীৰ্তিচন্দ্ৰ ৰাখিছিল।

মণিপুৰৰ ৰজা জয়সিংহ ৰংপুৰত স্বৰ্গদেৱৰ সাহায্যপ্ৰাৰ্থী হৈ থকা কালত মোমায়েক তেলহেইবা বা কেলেম্বাৰ এখন গুপ্ত চিঠি স্বৰ্গদেৱলৈ আহিল। সেই পত্ৰৰ মৰ্ম এই,—"জয়সিংহ নামধাৰী যি মানুহটো স্বৰ্গদেৱৰ শৰণাপন্ন হৈছে সি মণিপুৰৰ ৰজা নহয়। সি এটা গুপ্তচৰ আৰু স্বৰ্গদেৱৰ বিষম শত্ৰু। স্বৰ্গদেৱে এই মানুহটোক তুৰন্তে বধ কৰি নিজৰ হিত চিন্তা কৰোক।" এই ভেদপত্ৰ পোৱাত স্বৰ্গদেৱ বিষম সমস্যাত পৰিল। পাত্ৰ-মন্ত্ৰীসকলেৰে পৰামৰ্শ কৰি স্বৰ্গদেৱে মণিপুৰীয়া ৰজাক হস্তী-পৰীক্ষা কৰিবলৈ মন কৰি ৰজাক ক'লে,—"আমি থাকো ইয়াত, তুমি থাকা সুদূৰ মগলু দেশত। প্ৰকৃততে তুমি মগলুৰ ৰজা হোৱা নে নোহোৱা আমি কেনেকৈ ভু পাম? সেইদেখি তোমাক হস্তী-পৰীক্ষা কৰা হ'ব। সেই পৰীক্ষাত তুমি যদি উঠিব পাৰা তেহে তোমাক আমি মণিপুৰৰ ৰজা বুলি মানিম।"

সেইদিনা জয়সিংহই ৰাতি এটা বিচিত্ৰ সামাজিক দেখিলে। ৰাধা-কৃষ্ণৰ যুগল মূৰ্তিয়ে তেওঁৰ সমুখত থিয় হৈ ক'লে, "কাইলৈ তোমাৰ হস্তী-পৰীক্ষা। হস্তীয়ে তোমাৰ মূৰৰ চুলি এডালো অনিষ্ট নকৰে। স্বৰ্গদেৱৰ সহায়েৰে তুমি পুনৰ সিংহাসন লাভ কৰিব পাৰিবা। তুমি এই সামাজিকৰ কথা নেপাহৰিবা। পাচলৈ মণিপুৰৰ সিংহাসনত অধিষ্ঠিত হৈ ৰাধা আৰু গোবিন্দৰ মূৰ্তি নিৰ্মাণ কৰি মণিপুৰৰ ৰজাঘৰত তাক প্ৰতিষ্ঠিত কৰি তাৰ যথাৰীতি সেৱা-পূজাৰ ব্যৱস্থা কৰিবা।"

পাচদিনা স্বৰ্গদেৱৰ আজ্ঞাৰে এটা গড় সজোৱা হ'ল। সেই গড়ত এটা বলীয়া হাতী থৈ জয়সিংহক গড়ৰ ভিতৰত সুমুৱাই হাতীৰ সমুখা-সমুখী কৰি দিলে। পৰীক্ষা এই—যদি জয়সিংহৰ কথা সঁচা তেওঁক হাতীয়ে একো অনিষ্ট নকৰে, যদিহে মিছা তেন্তে হাতীয়ে তেওঁক ভৰিৰে গছকি পেটৰ নাড়ী-ভুঁৰি উলিয়াই বাজ কৰিব। জয়সিংহই ৰাধা-কৃষ্ণক স্মৰণ কৰি গড়ৰ ভিতৰ সোমাই হাতীৰ সমুখত থিয় হ'ল। কিন্তু ঈশ্বৰৰ কি অলৌকিক মহিমা, হাতীয়ে অতি আলফুলকৈ শুঁৰেৰে জয়সিংহক দাঙি পিঠিত তুলি ল'লে। এই দৃশ্য দেখি কেউফালে ৰাইজে হৰিধ্বনি কৰিবলৈ ধৰিলে। ৰজা-বিষয়া সকলোৱে এতিয়া নিশ্চিন্তে জানিলে,—জয়সিংহ প্ৰকৃতে মণিপুৰৰ ৰজা, মৈৰাঙ্গী ৰজা তেলহেইবাৰ চিঠিখন কিবা এটা কু-চক্ৰান্তৰপৰা লিখা।

জয়সিংহ মহাৰাজে সমাজিকৰ আদেশমতে পুনৰ সিংহাসন লাভ কৰাৰ পাচত কঠাল কাঠেৰে ৰাধা-কৃষ্ণৰ মূৰ্তি নিৰ্মাণ কৰি মণিপুৰ ৰাজকাৰেঙত তাৰ নিত্য সেৱাৰ ব্যৱস্থা কৰি দিলে। সেই মূৰ্তি আজিলৈকে মণিপুৰৰ ৰজাঘৰত অধিষ্ঠিত হৈ আছে, আৰু পূৰ্বৰ ৰীতি অনুসৰি তাৰ পূজা-পাটল চলি আহিছে।

এই হস্তী বা শ্যামো-পৰীক্ষাৰ কথা আমাৰ অসম বুৰঞ্জীবোৰত নাই। কিন্তু মণিপুৰীয়াৰ মাজত আৰু তেওঁলোকৰ নিংথৌৰল আদিত সেই বিষয়ে এটা প্ৰবাদ বহুত দিনৰেপৰা চলি আহিছে। হস্তী-পৰীক্ষাৰ কথা নাই বুলিও সেই সময়ত মৈৰাঙ্গী ৰজাৰ চিঠি-পত্ৰ লৈ পদ্মলোচন কটকী আমাৰ স্বৰ্গদেৱৰ ত'লৈ অহাৰ কথা বুৰঞ্জীত আছে। পদ্ম-লোচনে অনা চিঠি-পত্ৰই বোধকৰো মণিপুৰীয়া নিংথৌৰলৰ উপৰোক্ত ভেদপত্ৰ। অসম বুৰঞ্জীত আছে, "১৬৮৯ শকৰ বহাগৰ ১৪ দিন গতে শুকুৰবাৰে সভানন্দ কটকী, কাণসাই বৰাগী, এই দুয়ে অনা পদ্মলোচন মৈৰাঙ্গী ৰজাৰ উকীলক সোণাৰি নৈৰ বালিত বৰঘাটত স্বৰ্গদেৱে নাৱতে থাকি তুলিলে। খঙীয়া ফুকন, মজিন্দাৰ, এই দুয়ে লগত অহা-যোৱা কৰিছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই স্বৰ্গদেৱক ভেটালে, খঙীয়া ফুকনো মাতিলে, পত্ৰ খনদিয়েক আনিছিলে। উকীলক গৌৰীসাগৰৰ পুখুৰীৰ পাৰতে ঘৰ সাজি থৈছিলে। আহিনৰ ১৮ দিন যাওঁতে মঙ্গলবাৰে স্বদেশলৈ অনুৰূপ বস্ত্ৰ দি বিদায় দিলে।"

# অষ্টম অধ্যায়

## মগলৌ কুঁৱৰী কুৰঙ্গনয়নী

দিখৌ নদীৰ কাষৰৰ বাহৰত মণিপুৰৰ ৰজা জয়সিংহ ছমাহ কাল বাট চাই আছে। স্বৰ্গদেৱে পাত্ৰ-মন্ত্ৰীৰে সৈতে আলচ কৰি এতিয়ালৈকে থিৰাং কৰিব পৰা নাই,—মানৰ বিৰুদ্ধে স্বৰ্গদেৱে মণিপুৰলৈ সৈন্য-সামন্ত পঠিয়াব নে নাই। যুদ্ধৰ আয়োজন কৰা কিমান ডাঙৰ কাম, কিমান কষ্ট আৰু কিমান খৰচৰ কথা, স্বৰ্গদেৱে তাক জানিছিল। সেইদেখি স্বৰ্গদেৱে ইমান দিন ভাবি একো ঠিক কৰিব নোৱাৰিছিল। ৰাজ্যৰ মানুহ-দুনুহটো খেতি-বাতি কামে-কাজে লাগি আছে। সিহঁতক নিজ কামৰপৰা বিচ্ছিন্ন কৰি মূল-দোৱাল তুলি মহলা দি শিকাই-বুজাই ৰণলৈ পঠিওৱা আৰু ৰণুৱাৰ সংখ্যা আৰু পথৰ পৰিমাণৰ জোখাই আহিলা-পাতিৰ বন্দোবস্ত কৰা কাম অতি গধুৰ, আৰু ইয়াৰপৰা ৰাজ্যৰ সকলো কথাত থান-খিত নোহোৱাত পৰে। সেইদেখিও যুদ্ধৰ মীমাংসা ততালিকে কৰাটো একৰকমে দুৰূহ কাম আছিল।

মণিপুৰৰ ৰজাই উজনিলৈ যাত্ৰা কৰোঁতে কছাৰী ৰাজ্যত তেওঁৰ কুঁৱৰী, ভায়েক, পুতেক আৰু জীয়েক কুৰঙ্গনয়নীক থৈ আহে। অসমৰ স্বৰ্গদেৱ মহাৰাজ ৰাজেশ্বৰ সিংহক আত্মীয়তাৰ ডোলেৰে বান্ধিবৰ কাৰণে মণিপুৰৰ ৰজা জয়সিংহই এতিয়া ৰাজকন্যা কুৰঙ্গনয়নীক স্বৰ্গদেৱলৈ উপহাৰ দিবলৈ প্ৰস্তাৱ কৰিলে। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই যথাসময়ত স্বৰ্গদেৱৰ আগত পেচ কৰিলে,—"মণিপুৰীয়া ৰজাৰ জীয়েক এটি আছে, নাম কুৰঙ্গনয়নী, পূৰ্বৰো মণিপুৰীয়া ৰজা বভ্ৰুবাহনৰ সন্তান, ক্ষত্ৰিয়, তাত সংশয় নাই। এতেকে স্বৰ্গদেৱে যেন বিবাহ কৰাব।" স্বৰ্গদেৱে ইয়াৰ উত্তৰত ক'লে,—"ভাল, বৰুৱাই যে জনাইছে মই বিবাহ কৰিম।"

মণিপুৰৰ ৰাজকন্যা কুৰঙ্গনয়নীক অসম ৰজাৰ কুঁৱৰী পতা প্ৰস্তাৱত স্বৰ্গদেৱৰ সন্মতি আছে জানি কীৰ্তিচন্দ্ৰ বৰবৰুৱাই খঙ্গীয়া ফুকন আৰু দিহিঙ্গীয়াৰ ঘুনুৰীয়া দুৱলীয়া ফুকনক পঠিয়াই কছাৰী ৰাজ্যৰপৰা কুৰঙ্গনয়নীকে আদি কৰি এৰি থৈ অহা জয়সিংহৰ পৰিয়ালবৰ্গক উজনিলৈ আনি গৌৰীসাগৰত থ'লে। পাচে বৰবৰুৱাই এই কন্যাক নিজ কন্যা বুলি তুলি ল'লে। দিনদিয়েকৰ পাচত স্বৰ্গদেৱে সোণাই নৈ সন্নিকটত চকলং কৰি কুৰঙ্গনয়নীক বিয়া কৰিলে। মণিপুৰৰ ৰজাই দেশৰপৰা পলাই আহি আমাৰ ৰজাৰ শৰণাপন্ন হৈছেহি। বিদেশত তেওঁৰ লগত বিবাহৰ একো যৌতুক সম্বল নথকাত কুৰঙ্গ-নয়নীৰ ধৰ্মীয় বাপেক কীৰ্তিচন্দ্ৰ বৰবৰুৱা আৰু মাক বৰবৰুৱানীয়ে তেওঁলোকৰ তোল-

নীয়া জীৱ বিয়াৰ সকলো আগ-পাচ কৰি, বিয়াৰ সকলো দ্ৰব্য-বস্তু, সোণৰ-ৰূপৰ অলঙ্কাৰ-পাতি আৰু যৌতুক দিলে, আৰু খোৱা-লোৱা সঁজুলি, সকলো বস্তু বৰবৰুৱাৰ ঘৰৰপৰাহে দিয়া হ'ল।

মণিপুৰৰ চিত্ৰাঙ্গদা-সমা সুন্দৰী আৰু ৰূপৱতী কুৰঙ্গনয়নীৰ ৰূপ-গুণত মুগ্ধ হৈ স্বৰ্গদেৱে যথাযোগ্যভাৱে ৰাইডঙ্গীয়া মেল দি তেওঁক বৰজনা আইকুঁৱৰীদেৱ পাতিলে। তাহানি স্বৰ্গদেৱৰ বৰজনা ককাইদেৱাক শিৱসিংহই নিজৰ বৰকুঁৱৰী ফুলেশ্বৰী বা প্ৰমথেশ্বৰী নাম ৰাজ্যৰ মোহৰত মাৰিছিল। এইদৰে কুৰঙ্গনয়নীৰ নামে মোহৰ মাৰিবলৈ বহুতে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱক গোহাৰি কৰিছিল। কিন্তু স্বৰ্গদেৱে নিজৰ দাম্পত্য-প্ৰেমক ৰজাঘৰীয়া বিষয়ত সোমাবলৈ দিবলৈ ইচ্ছা নকৰিলে। ককাইদেৱাক শিৱসিংহই ফুলেশ্বৰী কুঁৱৰীক প্ৰাধান্য দিয়াত ৰাজ্যত কি অনিষ্টৰ সূত্ৰপাত হৈছিল, তাক ৰাজেশ্বৰসিংহই তাক ভালকৈ জানিছিল।

এই কুৰঙ্গনয়নীৰ সূত্ৰে মগলু ৰাজ্যৰ সৈতে অসমৰ চিৰকলীয়া মিত্ৰ-সম্বন্ধ স্থাপিত হ'ল, আৰু আজিলৈকে মণিপুৰীয়াসকলে কুৰঙ্গনয়নীক অসমৰ স্বৰ্গদেৱলৈ দিয়া হৈছিল বুলি অসমীয়াসকলক স্নেহ আৰু মিত্ৰতাৰ চকুৰে চায়। দিচৈ নদীৰ কাষৰৰ সৰুচৰাই হাবিত মনাইমাজি গাৱঁত কুৰঙ্গনয়নীৰ লগত অহা যুতকীয়া মগলুবিলাকক থাপিত কৰা হ'ল, সেই ঠাইক আজিলৈকে মগলুখাট বোলে। তাতে কুঁৱৰীয়ে এটা ডাঙৰ পুখুৰী খনালে, সি 'মগলুজীয়েকৰ পুখুৰী' বুলি আজিলৈকে প্ৰসিদ্ধ।

শ্ৰীনাথ দুৱৰা বৰবৰুৱাৰ বুৰঞ্জীমতে জয়সিংহ অসমত থকা কালত কুৰঙ্গনয়নীক স্বৰ্গদেৱলৈ বিয়া দিয়া হয়। কিন্তু আন এখন বুৰঞ্জীত স্পষ্ট লিখা আছে যে জয়সিংহক মণিপুৰত সংস্থাপিত কৰাৰ পাচতহে কুৰঙ্গনয়নীক মণিপুৰৰপৰা আনি ৰাজেশ্বৰসিংহই বিয়া কৰে। এইখন বুৰঞ্জীৰ কথাখিনি এই,—"পাচে খঙ্গীয়া ফুকনে সোণাৰি নৈৰপৰা মণিপুৰীয়া ৰজাক বহাৰ বাটে নি বৰাক পাৰ কৰি স্বদেশত সংস্থাপন কৰি আহি ৺দেৱক ৰঙ্গপুৰত সেৱা কৰিলেহি। সেই আপাহতে ৺দেৱে খঙ্গীয়া ফুকনক ঢেকীয়াল ফুকন পাতিলে। হিলৈদাৰী দুকুৰি, কটকী এটা, ৰজাক আনে উপদ্ৰৱ কৰিব নোৱাৰাকৈ থাকিব দিলে। ৺দেৱেও বৰবৰুৱাও ৰজাৰ লগত অনেক বস্তু তাৰ দেশত নাইকিয়া দিলে। ১৬৮৯ শকৰ পুহত কুৰঙ্গনয়নী কন্যা আনিবলৈ লোকজন কিছু লগত দি পানী দিহিঙ্গীয়াৰ দুৱলীয়া ৰাজখোৱাক সৰুকটকী সাচুৰ ৰমা, পখলীয়াৰ জয়দেউ বামুণ এইহঁতক পঠাই দিছিলে। পাচে কন্যা আনি বৰাক পাৰ হ'লত কন্যা অনা বাৰ্ত্তা আগ হৈ আহি ৺দেৱত ক'লেহি। মাঘৰ তিনিদিন যোৱাত শুক্ৰবাৰে ৺দেৱে ঢেকিয়াল ফুকনক কন্যা আনিবলৈ আগবাঢ়ি কলিয়াবৰলৈ যাব দিলে। পৰদিনা ৺দেৱ ৰং-আনন্দ কৰিবৰ নিমিত্তে সোণাৰি নৈক লাগি ভটিয়াই আহিল। মাঘৰ ১০ দিন যাওঁতে কন্যা আহি গজপুৰতে আছিলেহি। তাৰেপৰা তিনিজনা ডাঙৰীয়া, বৰবৰুৱা ইবোৰে নৰা-কাপোৰৰ পেৰোৱা দি কেকোৰা দোলাত তুলি আগবাঢ়ি আনিলেগৈ। ১৩ দিন যাওঁতে সোমবাৰে কুৰঙ্গনয়নী কন্যা সোণাৰি নৈ পালেহি। দিহিং কাষৰত ঘৰ সাজি তাতে থৈ ৰোজ বস্তু দিছিল। ১৯ দিনীয়াত সোণাৰি নৈৰ ৰৰচ'ৰাতে ৺দেৱ ওলাই বহিছিলে। তাতে কন্যাৰ লগত অহা বীৰ গোহাঞিক, বিজুৱাৰ এই দুইক পত্ৰ-সন্দেশেৰে বৰবৰুৱাৱে ৺দেৱত ভেটালে। কাথমজুমদাৰ নিবোধে কাকত মাতি চৌখাৰ কৰি সুধিলে। পাচে আহোম হিন্দু এই দুই মতে দিন-বাৰ চোৱাই

কাওনত ৰবৰুৱাৰ ঘৰিণী আইদেৱে ৭ দিন পানী তুলি নোৱাইছিল। অনেক গায়ন-বায়ন আনি আনন্দ কৰাই ৰবৰুৱায়ে ৺দেৱত গান্ধৰ্ব্ব বিবাহ দিলে। কন্যাৰ লগত স্বদে-শৰ দিয়া দঁতাল হাতী ১, ঘোঁৰা ২। দাস-দাসী আনো দ্ৰব্য-বস্ত্ৰ অনেক আনিছিল। ৰবৰুৱায়ো অনুৰূপে যৌতুক দিলে। পাচে ৺দেৱ উজাই আহিলত ৰবৰুৱায়ে ধৰিছে ৰাইডঙীয়া মেল দিলে কুৰঙ্গনয়নী কন্যাক আৰু সুকুলা আৰোৱান দি ল'লে। পাচে লগত অহা বিষ্ণুৰাম, বীৰগোহাঞিক ৺দেৱে বঁটা-প্ৰসাদ দি মণিপুৰীয়া ৰজালৈকো হাতী-ঘোঁৰা আনো বস্ত্ৰ-বঁটা দি আমাৰ কটকী হেকেৰাক চিৰিকানাই দুইক লগত দি তাৰ দেশলৈ বিদায় দিলে। দেশৰ মানুহ কিছু, কটকী ১টা থাকিবলৈ দিলে আৰু খনাৰ খাজিখোৱাত কুৰঙ্গনয়নী কন্যায়ে পুখুৰী এটা খনালে।"

মগ্‌লো কুঁৱৰী আৰু তেওঁৰ দেশবাসী যুতকীয়া মগলু মানুহবোৰক অসমৰ স্বৰ্গদেৱ আৰু পাত্ৰ-মন্ত্ৰীসকলে যিদৰে স্নেহ-সম্ভাষণ কৰিছিল, তেওঁলোকেও আগলৈ এই অসম দেশকে আপোনাৰ দেশ যেন ভাবি নিজৰ প্ৰাণ উচৰ্গা কৰি অসমৰ স্বাধীনতাৰ যুদ্ধত লিপ্ত হৈছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ পাচত ভায়েক লক্ষ্মীসিংহ ৰাজপাটত উঠা কালত মোৱামৰীয়াই দেশত বিদ্ৰোহৰ নিচান তোলে, স্বৰ্গদেৱ লক্ষ্মীসিংহ জয়দৌলত বন্দী হয়। নাহৰখোৰা আৰু ৰাধাৰ পুতেক ৰমাকান্ত অসমৰ সিংহপীৰাত বহে, ভায়েক ৰাঘ ৰবৰুৱা হৈ কুৰঙ্গনয়নীক কুঁৱৰীৰ অনিচ্ছা সত্ত্বেও পত্নীৰ পদত অধিষ্ঠিত কৰে। আৰু বৰুৱা ফুকন ডাঙৰীয়াসকলৰ জীয়ৰীক ধৰি ধৰি আনি ৰাঘ এশ ভাৰ্যাৰ স্বামী হয়। কিন্তু এই উন্মত্ত লীলাৰ প্ৰতিকাৰ অতি সঙ্গোপনে কৰেঁাতাজনে কৰি আছিল। অসমৰ স্বৰ্গদেৱৰ গৌৰৱ হানি আৰু নিজৰ মৰ্যাদা বিলোপত ক্ষুণ্ন হোৱা কুৰঙ্গনয়নীয়ে দুৰ্দান্ত প্ৰকৃতি ৰাঘ-মৰাণক বধিবলৈ অসমীয়া দেশ-প্ৰেমিকসকলৰ সৈতে ভিতৰি আলোচনা কৰে। যি আহোম সিংহাসনত চুকাফা, প্ৰতাপসিংহ, ৰুদ্ৰসিংহ আদি স্বৰ্গদেৱে পদক্ষেপ কৰিছিল, যাৰ স্পৰ্শত খুনলুং খুনলায়ে স্বৰ্গৰপৰা অনা হেঙ্গদান পবিত্ৰ হৈছিল সেই সিংহাসন আৰু সেই অপৰাজেয় হেঙ্গদান মৰাণৰ হস্তগত হোৱাত অসমৰ ডা-ডাঙৰীয়া, ফা-ফুকনসকলে হাত সাৱটি বহি থকা নাছিল। মৰাণক খেদাই পুনৰ ৰাজক্ষমতা নিজলৈ আনিবলৈ তেওঁলোকে নিভৃতে ক্ষতিক্ষণ নোহোৱাকৈ আলচ কৰি কাৰ্য-প্ৰণালী নিৰ্ধাৰিত কৰিলে।

মৰাণৰ হাতৰপৰা ৰাজ্য উদ্ধাৰ কৰি লক্ষ্মীসিংহ স্বৰ্গদেৱক সিংহাসনত বহুৱাবলৈ যিসকলে ভিতৰি অভিসন্ধি আৰু মন্ত্ৰণা কৰিছিল, তাৰ ভিতৰত প্ৰধান আছিল কুঁৱৈগঞা ভগী বুঢ়াগোহাঁইৰ পুত্ৰ ঘনশ্যাম গোহাঁই-হাজৰিকা, চতাই-অলীয়া দ'লবন্ধা ৰাজমন্ত্ৰী বৰ-গোহাঁইৰ পুত্ৰ আৰু লাইখেপেনা বৰগোহাঁইৰ নাতি বাইলুং, বকতিয়ালৰ ভদ্ৰসেন, যাদ তামুলীৰ দুই পুতেক ৰামকৃষ্ণাই আৰু ৰামনাথ, বৰগোহাঁইৰ বিলতীয়া পাইক খনিকৰ ভুঞাৰ ল'ৰা কলিতা হাজৰিকা কেকেৰু।

নামত ৰমাকান্ত ৰজা কিন্তু কামত ৰাঘ ৰবৰুৱাই সৰ্বেসৰ্বা হ'ল। আহোমৰ বুঢ়াগোহাঁই, বৰগোহাঁই, ৰবৰুৱা, বৰফুকন, ডেকাফুকন এই সকলোকে নি ৰাঘই খুঁটীয়াপোতাত মৰালে। মোৱামৰা মহন্তৰ আগত লক্ষ্মীসিংহ স্বৰ্গদেৱে মূৰ নোদোঁৱাত ৰাঘই ৰজাৰ গাত একোৰ প্ৰহাৰ কৰিলে। চাৰি মহন্তকে আদি কৰি সকলো মহন্তক আনি বন্দী কৰি সকলোৰেপৰা ধন আগ্ৰহি ল'লে। মোৱামৰাৰ চতুৰ্ভুজদেৱ মহন্তই ৰাঘৰ এনে মহতালি কামত হকা-বধা কৰাত ৰাঘই মহন্তকে দুৰ্বচন বুলিলে। মহন্তই শাপ দি ক'লে, "এই বিহুতে তোৰ বিহু মিলিব।"

কামত ৰজা হৈ সন্তুষ্ট নোহোৱাত ৰাঘই নামতো ৰজা হ'বলৈ বিচাৰিলে। 'সকলো কাৰ্যৰে কাৰবাৰী মই'—এই বুলি ৰাঘই ৰমাকান্তক সিংহাসন এৰি দিবলৈ ক'লে। ৰমাকান্ত ৰাজি নোহোৱাত ৰাঘ উজাই চেপনলৈ গ'ল। ইতিপূৰ্বে সপ্তভুজ ডেকা মহন্তেও ৰাজপদলৈ আশা কৰিছিল। ৰাঘই ডেকা মহন্তক বোলে, "তুমি মহন্ত, সাত্তিক ভাৱত প্ৰবৃত্তিৰ পোৱা। ৰাজপদ পালে অনেকক কাটিব-মাৰিব লাগিব। তোমাৰ ই কথা ভাল নহয়। তোমাৰ সাধু-ধৰ্ম নষ্ট হ'ব।"

শগুণমূৰিত গোবিন্দ বৰগাওঁবুঢ়া নামে এজন মোৱামৰাৰ বৰমোঁৰ আছিল। তেওঁৰ লগত উগ্ৰসেন, হৰিশ্চন্দ্ৰ, দশৰথ, পৰীক্ষিত নামে আৰু জনচেৰেক প্ৰতাপী গাওঁবুঢ়া আছিল। ডেকা মহন্তই গোবিন্দ গাওঁবুঢ়ালৈ চিঠি লিখিলে বোলে, "অন্য গাওঁ-বুঢ়া আৰু ভকতলোকক চপাই ৰণৰ সৌষ্ঠৱেৰে আহি ৰাঘ আৰু খোৱাক মাৰি মোক ৰজা পাতি সেৱা কৰোক।" ডেকা মহন্তৰ আজ্ঞা শুনি গোবিন্দ বৰগাওঁবুঢ়াই শগুণমূৰি পথাৰতে ফৌজ পাতিলে। অস্ত্ৰৰ ভিতৰত গায়েপতি একোডাল ভলুকা বাঁহৰ টোকোন আৰু একোডাল চেকনি। টোকোন মাটিত গিৰিপ্ গিৰিপ্ কৰি খুন্দিয়ায় আৰু টোকোনতে চেকনি চেটেপ চেটেপ কৰি কোবাই গাওঁবুঢ়াৰ সৈন্যই মহলা দিছিল, তাৰ চেঁৰে-চেঁৰে নাম গাইছিল,—"অষ্টভুজে সপ্তভুজে চতুৰ্ভুজে ৰাখে। তাৰে দাই তাকে কাটে, তাৰে হিলৈ তাকে মাৰে, চতুৰ্ভুজে ৰাখে ॥"

"পৰজা ঐ জবৌ-বৌৰা। চেকনি ঐ চপাই ধৰা ॥" এইদেখি গোবিন্দ গাওঁ-বুঢ়াৰ সৈন্যক মানুহে চেকনি-কোবোৱা ৰণুৱা আৰু সেই ৰণক চেকনি-কোবোৱা ৰণ বুলি কৈছিল।

চেকনি-কোবোৱা সৈন্য শগুণমূৰিত থাকোতেই কেকেৰু কলিতা হাজৰিকাই বাইলুঙৰ লগত পৰামৰ্শ কৰি বোলে, "৵দেৱ ভোগৰ গৰাকী, দেশ সাতঘৰ আহোমৰ। ইয়াত এটা মানুহ নোলাল আলচ কৰি ৰাঘক মাৰিবৰ কাৰণে?" পাচে বাইলুং আৰু কলিতা দুয়ো ঘনশ্যাম গোহাঁই-হাজৰিকাৰে মন্ত্ৰণা কৰিলে, "পূৰ্বে বৰজনা গোহাঁইক ৰজা ল'ম বুলি আমাক ছলিলে, এতিয়া বৰজনা গোহাঁইক লোপ কৰি মৰাণহে ৰজা হ'ল। আমাৰ লগত মানুহ কিছু গোটাই লৈ হাতীচুঙিক ধৰো।" পাচদিনা দুশমান মানুহ গোটাই সকলোৰে আলচ কৰিলে বোলে, "মটকক আমি ৰণেৰে বলে পৰা শক্তি নাই। কিন্তু মটকৰ চেকনি-কোবোৱা যে ওলাইছে, তাৰে বেশ ধৰি চৈত্ৰৰ বিহুৰ দিনা ৰাঘক ধৰোঁহক। এই কথা মগলুৰ জীয়েক আইকুঁৱৰীদেৱেহে পাৰিব।" ছলে-বুদ্ধিৰে আইকুঁৱৰীদেৱৰ লগ ধৰি মন্ত্ৰণা কৰিবৰ কাৰণে সকলোৰে কলিতাকে বাচি পঠিয়ালে।

ৰাঘ মৰাণ বৰবৰুৱাই মণিপুৰৰ ৰাজকন্যা কুৰঙ্গনয়নীক বলেৰে অন্তেষপুৰত ঠাই দিছিল সঁচা; কিন্তু আইকুঁৱৰীদেৱৰ ধৰ্ম নষ্ট কৰিব নোৱাৰিছিল। আইকুঁৱৰীদেৱৰ লগত সোণাই নামে এজনী বিশ্বাসী লিগিৰী আছিল। ৰাতি হ'লে 'বৰবৰুৱাই চাকি লগাই শুব নাপায়' বুলি কৈ চাকি নুমাই সোণাই লিগিৰীক ৰাঘৰ লগত দি কুৰঙ্গনয়নী আইকুঁৱৰীদেৱে বৰবৰুৱাৰ খোটালিৰপৰা আহি আন শয্যাত শুইছিলহি। এই সোণাইক কলিতাই চিনি পাইছিল; পূৰ্বতে বৰগোহাঁইৰ ঘৰলৈ কলিতাও যায়, সোণায়ো যায়, তাতে দুয়োৰে চিনা-জনা হয়। লক্ষ্মীসিংহ স্বৰ্গদেৱ বৰদৌলত বন্দী হৈ থকা কালত

সদিয়া আইকুঁৱৰীদেৱে সোণাইৰ হাতে জা-জলপান পঠিয়াইছিল। ৰাঘ ৰৰবৰুৱাৰ ঘৰৰ বাহিৰে কুৰাত কলিতাই এদিন সোণাইক লগ ধৰি সোণাইৰ সহায়েৰে আইকুঁৱৰীদেৱৰে সাক্ষাৎ কৰি মৰাণ মৰাৰ সকলো মন্ত্ৰণা-পাতি বুজাই ক'লে। বহুদিন মৰাণৰ বন্দিনী হৈ নিজৰ আপ্ত মানুহ পোৱাত আইকুঁৱৰীদেৱে কান্দি কান্দি ক'বলৈ ধৰিলে, "মই মণিপুৰীয়া ৰজাৰ জী, স্বৰ্গী মহাৰাজাৰ ধৈণী পৰ্বতীয়া কুঁৱৰী হৈ এতিয়া হাতীচুঙিৰ তিৰোতা হৈ আছো বুলি দেশে জানিলে। তথাপি ধৰ্মে জানে। 'ৰৰবৰুৱা চাকি লগাই শুব নাপায়' বুলি চাকি নুমাই সোণাইক দি মই ধৰ্মতে আছোঁ। সিবিলাক ৰণেৰে জোৰ নহয়। উজনিৰ চেকনি-কোবোৱাৰ বেশ ধৰি সেই সেই নামকে গাই গৰু-বিহুৰ দিনা আহিব, মই ৰাঘক উলিয়াই আনিম শৰাই খনচাৰেকেৰে। তাতে ৰাঘই নাম গোৱা চাই থকাতে মই কোব মাৰি ভৰি কাটি দিম। কাপোৰৰ তলে তলে দা আনিব টোকোনৰ সমান কৰি কুৰা কাটি। পাচৰ বাঁহে শেল আনিব। মই বিহুৰ দিনা তাক ৰাজঘৰলৈ নিম। এইৰূপে ৰাতি ছল নকৰিলে আন উপায় নাই।" আইকুঁৱৰীদেৱে কোৱা সাৰশেষ কথা কলিতাই আহি লগৰ মানুহক জনালেহি।

পাচ দিনা আকৌ মেল বহিল। ঘনশ্যাম গোহাঁই-হাজৰিকা আৰু বাইলুং ডেকাক সকলোৱে মুখ্য পাতি লৈ ভলুকাৰ টোকোন চেকনি দা-যাঠি তৈয়াৰ কৰিলে। আগৰ মখাই টোকোন আৰু চেকনি ল'লে। পাচৰ-মখাই নাল চুটি কৰি শেল-যাঠি আৰু চেকনি ল'লে।

সেইদিনা চ'তৰ বিহু, ১৬৯১ শকৰ শেষ দিন। ৰংপুৰ লোৱাৰ পাচত ৰাঘই কীৰ্তিচন্দ্ৰ ৰৰবৰুৱাৰ ঘৰতে আছিল। বিহুৰ দিনা আইকুঁৱৰীদেৱে ৰাঘক ক'লে, "তুমি দেশৰ কৰ্তা হৈছা, তোমাতে দেশখনৰে আশা হ'ল। ৰকতিয়ালক মাৰিলত তোমাত সকলোৰে পিতৃবোধ হ'ল, ৰকতিয়াল দেশৰ শত্ৰু যেন আছিল। মই দেশে দেশে মানুহ দি কোনে কি বোলে শুনিছোঁ। তোমালৈ বামুণীয়া ভকতৰ অতি দয়া। তোমালোকৰ ভকতৰহে গোঁসাইৰপৰা কিছুৰ মন বিষম। আৰু তুমি তোমালোকৰ ভকতো বামুণীয়াকো মিলাই বিষয়া পতা। দুজনা গোহাঁই তোমালোকৰে পাতা, এজনা বামুণীয়া পাতা তেহে দেশ ভালে থাকিব, তুমিও বহুকাল পো-নাতি ক্ৰমে এই বিষয়তে থাকিবা। আজি সকলো প্ৰজাই তোমাক চাবৰ কাৰণে ভাৰ-ভেটি লৈ আহিবৰ মন কৰিছে। বিশেষত ৰৰবৰুৱা আজি ৰজাসেৱা কৰি আহি ৰাতিয়ে-দিনে ৰাজঘৰতহে থাকে। পূৰ্ব-নীতি এৰিলে তোমাক নজনা বুলি শত্ৰুৱে আগই পাব।" কুৰঙ্গনয়নীৰ পৰামৰ্শমতে ৰাঘ মৰাণ ৰৰবৰুৱা ৰাজ-ঘৰলৈ যাবলৈ সাজু হ'ল। আইকুঁৱৰীদেৱে ৰাঘক পিঠা-পৰমান্নাদি আপোন হাতে খুৱাই ৰাজলৈ পঠিয়াই ভুৱা-পীৰাত তলচা পাৰি বহুৱালে। তাতে অনেক লোকে ভেটিলে, ভেটা দ্ৰব্যৰে দৌল প্ৰমাণ হ'ল। সেই সময়তে কলিতা আহি ওলাল, কলিতাক খুৱাই-বুৱাই শীঘ্ৰে দেৰপৰমান ৰাতি আগৰ কোৱা মতে আহিব দিলে। ৰাঘই ভিতৰলৈ গৈ কলিতাক দেখা পাই 'এইটো ক'ৰ' বুলি সোধাত আইকুঁৱৰীদেৱে বোলে, "সৰুতে কিনি ল'লোঁ, ভগনীয়া ৰজাই কাটিব খুজিছিল, পলাই ভাটীত আছিল, এতিয়া বাৰ্তা শুনি আহিছে।" ৰাঘই বোলে, "ইয়াক মোৰ ভিতৰত ৰাখা বিশ্বাসী কাৰ্যত।" এইবুলি ৰাঘ আকৌ ৰাজলৈ গ'ল।

কলিতাই উভতি গৈ নগৰৰ মানুহক সকলো উপায় মন্ত্ৰণা ক'লেগৈ। সকলোৱে ঘনশ্যামকে মুখিয়াল পাতি ল'লে, আৰু এৰা-এৰি নকৰিবলৈ শপত খালে। পাচে সকলোৱে পূবদিশে গৈ সন্ধ্যা সময়ত মেচাঘৰৰ পথাৰত বহি ৰাতি কৰি ছয় দণ্ডমান নিশা যোৱাত টোকোনবে গিৰিপ্ গিৰিপ্ কৰি মাটিত খুন্দিয়ায় চেকনি কোবাই ওপৰত কোন্না নাম গাই ৰংপুৰলৈ আহিল। ৰবদুৱাৰ পাৰ হৈ ৰাঘ বৰবৰুৱাৰ ভিতৰ চৌৰাত আহি নাম ধৰিলে। ৰাঘ তেতিয়া টোপনিত লালকাল। আইকুঁৱৰীদেৱে সাৰ পাই আছিল। নাম গোৱাত টোকোনৰ খুন্দাত খেলিমেলি লাগোতে ৰাঘই সাৰ পোৱাত আইকুঁৱৰীদেৱে বোলে, "এখন শৰাইত ৰূপ, এখন শৰাইত কাপোৰ, দুখন শৰাইত তামোল-পাণ, ইয়াকে আগবঢ়াই বাপসকলক মাতি তুষ্ট কৰি পঠিয়াই দিয়া যাওঁক, তেহে ভাল। তোমাক আগবাঢ়ি যোৱা দেখিলে পৰম তুষ্ট মনে আশীৰ্বাদ দি যাব। ওলাই গৈ শৰাই আগত থৈ তুতি-নতি কৰি নমস্কাৰ কৰাগৈ।" ৰাঘই বোলে, "ৰজাৰ জীয়ৰী তুমি, তাতেহে এনে বুদ্ধি ওলাল, আন কোনে এনে বুদ্ধি দিব পাৰে?" ৰাঘই এইৰূপে প্ৰশংসা কৰি আইকুঁৱৰী-দেৱক শৰাই সজাবলৈ ক'লে।

আইকুঁৱৰীদেৱে ৰূপ চাৰি শ, কাপোৰ, তামোল-পাণ এই বস্তুৰে চাৰিখন শৰাই সজাই হাবিয়ালৰ দুটা লগুৱাক শৰাই ল'বলৈ দি ৰাঘক লৈ তামুলী চ'ৰাৰ দুৱাৰৰ বাজলৈ আহিল। দুৱাৰৰ দহ-বাৰহাতমানৰ অন্তৰে অন্তৰে শৰাই থৈ লগুৱা দুটা ভিতৰলৈ গ'ল। ৰাঘৰ হাতত এখন দা আছিল। আইকুঁৱৰীদেৱে সেই দাখন ৰাঘৰ হাতৰপৰা আনি ল'লে, বোলে, "বাপসকলৰ আগত দা লৈ গোহাৰি কৰিলে বিষম বুজিব। বিশেষ, ই বেলাৰ ই কথাও নহয়। কৰযোৰ কৰি তুতি-নতি কৰাহে ভাল। গাওঁবুঢ়াসকলে দাই বুলি গৰিহণা কৰিব।" ৰাঘই তামুলী-চ'ৰাৰ দুৱাৰতে পিঠি দি আউজি থিয় হ'ল। দুৱাৰত আউজি থিয় হৈ থাকিলে দুৱাৰৰপৰা বিঘিনি হ'ব পাৰে। ৰাঘৰ দেহা চাৰিওপাশে মুকলি কৰি ৰখাহে ভাল। ইয়াকে ভাবি ৰাঘক ক'লে, "দুৱাৰৰ বাহিৰ হৈ কিছু গৈ বাপসকলত গোহাৰি কৰাহে ভাল, তেহে তোমাক গোহাৰি কৰা সকলোৱে দেখে।" ৰাঘ দুৱাৰৰপৰা সাত-আঠ হাতমান আগবাঢ়ি গ'ল। কুৰঙ্গনয়নীৰ টিপমতে দুৱাৰৰ ভিতৰ বাগে ৰাঘই ভাৰ্যা কৰিবলৈ নিয়া বৰুৱা-ফুকনৰ জীয়েকহঁতেও হাতত একোখন দা লৈ সাজু হৈ আছিল।

ৰাঘই কৃতাঞ্জলি হৈ প্ৰজাসকলক ক'বলৈ ধৰিলে, "হে দেৱতাসকল, আপোনা-লোক চৈতন্য-কৃষ্ণ, আমি অধমৰ ঘৰত ধূলা দি কৃপা কৰিছাহঁক। মই অধমে নিদ্ৰা গৈ অতবেলা আছিলোঁ। মই অজ্ঞানৰ অপৰাধ ক্ষমা কৰি ভকতৰ সঙ্গতে যেন ঠাই দি ৰাখিব। মই মহা অজ্ঞানী, চৈতন্য-কৃষ্ণ অহাতো মই শুই থাকোঁ। বিশেষত মই দাস অজ্ঞান, নাজানোঁ, জনা হ'লে শুই নাথাকোঁ।" এই প্ৰকাৰে অনেক তুতি-নতি কৰিলে।

ৰাতি এন্ধাৰ হৈ আছিল। ৰাঘৰ আগত কেগছমান বন্তি, তাৰে ওচৰত চাৰিখন শৰাই। তাৰে আগত মুকলি আগচোতালত টোকোন ধৰাবোৰ, তেওঁলোকৰ পাচত শেল-যাঠি লোৱাবোৰ। ৰাঘৰ পাচতে কুৰঙ্গনয়নী আইকুঁৱৰীদেও। দুৱাৰৰ কাষত খোটা-লীৰ ভিতৰত অসমীয়া গাভৰুসকল। ৰাঘই কৃতাঞ্জলিভাৱে সোঁ ভৰিত ভৰ দি বাওঁ ভৰি দাঙ্গি আছে। আইকুঁৱৰীদেৱে কলিতাক নেদেখি মুহূৰ্তকে যুগ যেন বুলি ভাবিছে। এনেতে কলিতাই প্ৰথমবাৰ দেখা দি গুচি গ'ল। অলপ পাচতে আকৌ দেখা দি চাকিৰ

ওচৰলৈ আহিলত আইকুঁৱৰীদেৱৰ চকুৱে চকুৱে পৰিল। আগৰ কথামতে ৰামকৃষ্ণায়ে ৰাইজৰ মাজৰপৰা সঙ্কেতেৰে মাত লগালে। কলিতাক দেখা পাই আৰু ৰামকৃষ্ণাইৰো মাত বুজি আইকুঁৱৰীদেৱে চাৰি-পাঁচহাতমান পাচলৈ গৈ দাৰ মুঠিত মুখৰ শেপ সানি দুই হাতে ধৰি প্ৰাণ-পৰিশ্ৰমে ৰাষৰ দক্ষিণ ভৰিৰ কলাফুলৰ নামে অতি তীক্ষ্ম দাবে কোব লগালে। ৰাষ আগফাললৈ হামখুৰি খাই পৰিল। এনেতে ৰামকৃষ্ণায়ে আগবাঢ়ি আহি দা মাৰি কাটিলে। ইবোৰেও আগুৱাই আহি যাঠিৰে খুঁচি টঙ্গনিয়াই ৰাষক বুন্দামাৰ কৰিলে। গোবিন্দ গাওঁবুঢ়াৰ ভকতে ৰাষক মাৰিলে বুলি ৰংনাথত থকা নাহৰখোৰা আৰু ৰমাকান্ত ৰজা পলাই গ'ল।

সেই ৰাতিৰ ভিতৰতে ঘনশ্যাম হাজৰিকা আৰু ৰাইলুং ডেকা গৈ ৰৰদোলৰপৰা লক্ষ্মীসিংহ স্বৰ্গদেৱক গড়ৰ ভিতৰলৈ আনিলে। ইতিমধ্যে আইকুঁৱৰীদেৱে ৰাষক নিপাত কৰি ৰাষৰ ভিতৰত থকা ৰূপ-বান জুকিয়াই গত লগাই থ'লে। ঘনশ্যাম গোহাঁয়ে কিছু মানুহৰে খুঁটিয়াপোতালৈ গৈ অষ্টভুজদেৱ মোৱামৰা মহন্ত আৰু তেওঁৰ ৰৰপুতেক গাগিনী ডেকাক ধৰি আনিলে। নাহৰখোৰা আৰু ৰমাকান্তক ধৰি আনি মহন্তৰে সৈতে ৰজাৰ আগ ধৰিলে। লক্ষ্মীসিংহ স্বৰ্গদেৱে মহন্তৰ বাপেক-পুতেক আৰু খোৰাৰ বাপেক-পুতেক দুয়োকো প্ৰাণ-মাৰণৰ আজ্ঞা দিলে।

স্বৰ্গদেৱে ঘনশ্যাম গোহাঁই হাজৰিকাক বুঢ়াগোহাঁই পাতিলে আৰু ৰাইলুঙক ৰৰগোহাঁই পাতিলে, ভদ্ৰসেন ৰৰবৰুৱা হ'ল, কলিতাই কাঠবৰুৱাৰ বাব পালে, আৰু ৰামকৃষ্ণায়ে তামুলীৰ বিষয় পালে। মণিপুৰীয়া আইকুঁৱৰী কুৰঙ্গনয়নীক সভালৈ নি বহুৱাই দেওৰেক স্বৰ্গদেৱে ক'লে, "বৌ, মোক ৰজা তুমিহে পাতিলা। তুমি মোৰ আই হ'লা। তোমাক ৰাষৰ ৰাজঘৰৰ সকলোখিনি দিছোঁ। সোণাই লিগিৰীক দি যাতো ৰাখিছা বুলি শুনিছোঁ, ধন্য ধন্য ককাইদেৱৰ ভাৰ্য্যা।" পাচে আইকুঁৱৰীদেৱে বোলে, "মোক মৰাণে জাতি মৰা হ'লে এনে কাম নকৰেঁা। মই মণিপুৰীয়া ৰজাৰ দুহিতা, স্বৰ্গী মহাৰাজাৰ পৰ্বতীয়া কুঁৱৰী হৈ হাতীচুজি মৰাণৰ তিৰোতা হ'ম কিয়?" পাচে স্বৰ্গদেৱে পৰ্বতীয়া মেলতে থ'লে, আৰু খাট-পাম আগতকৈয়ো বঢ়াকৈ দিলে।

এইদৰে ক্ষত্ৰবীৰ বভ্ৰুবাহনৰ সন্ততি মণিপুৰৰ ৰাজকন্যা কুৰঙ্গনয়নী অসমৰ স্বাধীনতা যুদ্ধত অগ্ৰগামিনী হৈ আমাৰ স্বৰ্গদেৱ, পাত্ৰ-মন্ত্ৰী, ৰৰবৰুৱা আৰু ৰাইজৰপৰা পোৱা স্নেহ-সম্ভাষণৰ প্ৰতিদান দিয়ে। তেওঁৰ লগত অহা মগলুবোৰেও স্বৰ্গদেৱৰ ফলীয়া হৈ কেবাবাৰো মোৱামৰীয়া বিদ্ৰোহত যুদ্ধ কৰে। কুৰঙ্গনয়নীক আমি অসমীয়াই যেনেকৈ মগলু-কুঁৱৰী বোলে, মণিপুৰীয়াসকলেও তেওঁক তেখাও-লেইমা বা অসম-কুঁৱৰী বোলে।

# নৱম অধ্যায়

## লতাকটা ৰণ

মণিপুৰৰ ৰজা জয়সিংহ মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ আজ্ঞাৰ কাৰণে নিজ বাহৰত বাট চাই আছে। কছাৰী ৰজা আৰু মণিপুৰৰ ৰজাৰ মন ভাল লগাবলৈ 'বাৰণ বধ ভাৱনা' পতা হৈছিল। কীৰ্তিচন্দ্ৰৰ পুতেক নকৈ হোৱা ডেকা-বৰবৰুৱা চন্দ্ৰহাস এই ভাৱনাৰ ওস্তাজ হৈছিল আৰু দুশ মানুহে এই ভাৱনাত ভাও দিছিল। এই ভাৱনাৰপৰা কীৰ্তিমন্ত কীৰ্তিচন্দ্ৰ বৰবৰুৱাই চ'ৰাৰ ফকামৰ খুঁটাত বহিবলৈ পালে আৰু বৰফুকনক মুখ্য কৰি ফুকনসকল ভাৱনা-ঘৰত বহিছিল। অসমীয়া ভাৱৰীয়াই কৰা 'বাৰণ বধ' নাটৰ অভিনয় দেখি দুয়ো ৰজাই বৰ বিস্ময় পালে।

এনেতে বৰবৰুৱাই স্বৰ্গদেৱলৈ জনাই পঠিয়ালে, "এই মণিপুৰীয়া ৰজা গ্ৰম্ভা ৰজাৰ খেদাত আহি স্বৰ্গদেৱত শৰণাপন্ন হৈছেহি। শৰণাগতক এৰিব নাপায় বুলি শাস্ত্ৰেও কৈছে। এতেকে সেই মণিপুৰ দেশত ৰজাক সংস্থাপন কৰি থ'লে স্বৰ্গদেৱৰ যশ-ধৰ্ম দুয়ো হয়।"

স্বৰ্গদেৱে ইয়াকে শুনি সমিধান দিলে—"ভাল, বৰুৱাই যে জনাইছে তিনিজনা ডাঙৰীয়াকো অনাওক, ডাঙৰীয়াবোৰতো সোধা হওক।" স্বৰ্গদেৱে তিনিজনা ডাঙৰীয়া আৰু বৰবৰুৱাক চাঙলৈ নি পৰামৰ্শ কৰিবলৈ ধৰিলে।

স্বৰ্গদেৱে ক'লে—"এই মণিপুৰীয়া ৰজাই গ্ৰম্ভাৰ খেদাত আহি কছাৰীত আছিলহি, তাৰেপৰা আমাৰ বৰবৰুৱাৰ দ্বাৰা শৰণাপন্ন হৈছেহি; এতেকে মণিপুৰীয়া ৰজাক স্বদেশত সংস্থাপন কৰিবলৈ কাৰ মনে কি চোৱে?"

ডাঙৰীয়াসকলে ক'লে,—"মণিপুৰীয়া ৰজাক স্বদেশত সংস্থাপন কৰিলে স্বৰ্গদেৱৰ যশ-ধৰ্ম-কীৰ্তি দেশ-দেশান্তৰে খ্যাতি হ'ব।"

স্বৰ্গদেৱে ক'লে— "বৰবৰুৱাই মানুহ, আহিলা-পাতি, খাৰ-বাখৰ গুৱাহটীয়া, গড়গঞা সকলোৰে যোৱাল মানুহ তুলিবলৈ আজ্ঞা কৰক।"

বৰবৰুৱাই ক'লে,—"স্বৰ্গদেৱে যি আজ্ঞা কৰিছে স্বৰ্গদেৱৰ পুণ্যপ্ৰতাপৰ বলেহে সকলো হয়, আমি বন্দীবেটাৰ পৰা কোনোখান হ'ব?"

এই কথা শুনি স্বৰ্গদেৱে ডাঙৰীয়াসকলক তামোল-পাণৰ বটা দিব দিলে। বৰবৰুৱাকো তামোল-পাণ দিলে। বৰবৰুৱাই মূৰৰ হাঁচটি পাতি তাক গ্ৰহণ কৰিলে, আৰু স্বৰ্গদেৱক সেৱা কৰিলে। এইৰূপে ডাঙৰীয়া তিনিজনা আৰু বৰবৰুৱা ৰজাৰ চাঙৰপৰা ওলাই আহিল।

বৰবৰুৱাই স্বৰ্গদেৱৰ আজ্ঞাৰে মানুহ-দুনুহ, আহিলা-পাতি, খাৰ-বাখৰ, অস্ত্ৰ-শস্ত্ৰ সকলো তৈয়াৰ কৰিলে আৰু গড়গাঞা গুৱাহাটীয়া সকলোকে কাতি মাহত দোৱাল মানুহ তুলিবলৈ আজ্ঞা কৰিলে। বৰবৰুৱাৰ দিহামতে স্বৰ্গদেৱে আজ্ঞাৰে আহিলা-পাতি সকলো তৈয়াৰ হ'ল। আযোগত স্বৰ্গদেৱে এদাবৰীয়া বাহৰ সন্দিকৈৰ ডেকাফুকন, আৰু লাহনৰ ভিতৰুৱাল ফুকনৰ সেনাপতি হ'বলৈ আদেশ কৰিলে।

ডেকাফুকন নৰিয়া পৰাত তেওঁক ভাজি স্বৰ্গদেৱে গজপুৰীয়া হাতীবৰুৱাৰ বাহৰ এজনক ডেকাফুকন পাতিলে; ভিতৰুৱাল ফুকনেও পেটবলে যাব নোৱাৰা হোৱাত তেওঁক ভাজি ৰজাদেৱে দুৱৰাব ঘৰৰ দুৱলীয়া ফুকনক সোণীয়া হেংদান এখন খিলাত দি সকলোৰে ওপৰত সেনাপতি ফুকন পাতিলে। এওঁৰ নাম হৰনাথ ভিতৰুৱাল ফুকন, আৰু এওঁ মান অনা খিণাই বদনচন্দ্ৰ বৰফুকনৰ পিতৃদেৱ। হৰনাথ ফুকনে পাচলৈ মোৱামৰীয়া যুদ্ধত কেবাবাৰো লিপ্ত থাকি অপৰিসীম বীৰত্বৰ পৰিচয় দিছিল। অৱশেষত এওঁ ভাটীৰ বৰফুকন হয়গৈ। বৰফুকন হৈ থকাতো তেওঁ গৌৰীনাথ সিংহ ৰজাৰ দিনত দেশত উৎপাত অমঙ্গল শাম কাটিবলৈ তহানি সুবথ ৰজাৰ দৰে কামাখ্যাত স্বদেশৰ হিতাৰ্থে লক্ষ বলিৰ ব্যৱস্থা কৰিছিল। 'সেনাপতি ফুকন' বুলিলে বহুত দিনলৈকে অসমত হৰনাথ সেনাপতি ফুকনকহে বুজাইছিল। এওঁৰ আন এটা নাম অভিমন্যু।

সেনাপতি ফুকনৰ লগত বিস্তৰ সৈন্য যোৱাৰ বন্দোবস্ত হ'ল, প্ৰায় দুকুৰি হেজাৰ অসমীয়া সৈন্য লৈ হৰনাথ সেনাপতি ফুকনে মণিপুৰীয়া ৰজা জয়সিংহক স্বদেশত সংস্থাপন কৰিবলৈ যাত্ৰা কৰিলে। ডাগিয়ে ডাগিয়ে এই বিস্তৰ সৈন্যক ভাগ কৰা হ'ল আৰু ভাগে ভাগে দুৱলীয়া ফুকন ৰাজখোৱাক পাৰ্লী সেনাপতি পতা হ'ল।

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে সোণাই নৈৰ বাহৰত বৰচ'ৰাত থাকি এই বিপুল সৈন্যবাহিনী আৰু মণিপুৰীয়া ৰজাক নিজে বিদায় দিবৰ অভিপ্ৰায় কৰিলে। বৰবৰুৱা তিনিজনা ডাঙৰীয়া আদি পাত্ৰ-মন্ত্ৰীসকল এই বাহৰলৈ আহিল। সোণাই নৈৰ বাহৰৰপৰা মণিপুৰীয়া ৰজা আৰু অসমীয়া সৈন্য-সামন্তক বিদায় দিবৰ আয়োজন হ'ল। বিদায় কালত মণিপুৰীয়া ৰজাক উপদেশ দিবলৈ স্বৰ্গদেৱে ডাঙৰীয়াসকলক আদেশ কৰিলে।

ৰজাৰ আদেশমতে লেচেঙিয়াল বৰপাত্ৰগোহাঁই ডাঙৰীয়াই ক'লে, "মণিপুৰীয়া ৰজা, তোমাৰ দেশৰাজ্য ব্ৰহ্মাই ল'লেহি, তুমি সি দেশত ৰক্ষা নাপাই কছাৰী ৰাজ্যত ৰ'লাহি, তাৰেপৰা বৰবৰুৱাৰদ্বাৰা স্বৰ্গদেৱলৈ জনালা, পৰে স্বৰ্গদেৱে মানুহ পঠাই খাচম্‌পুৰৰপৰা তোমাক অনালে, তুমিও স্বৰ্গদেৱৰ শৰণাপন্ন হ'লাহি। স্বৰ্গদেৱে তোমাক ডাঙৰৰূপে অনুগ্ৰহ কৰি স্বদেশত সংস্থাপন কৰিবৰ নিমিত্তে অনেক সৈন্য-সেনা, বন্দী-বেটী দিছে। তুমিও আপোনাৰ দেশ পাই পুৰাতন মন্ত্ৰীসকলক চপাই ল'বা। যদি কোনো মনুষ্যৰপৰা অপকাৰ পাইছা তাকো কাৰ্যত অবলম্বন কৰি ক্ষমা দি চপাই ল'বা। আৰু স্বৰ্গদেৱে তোমাক বিশেষ আজ্ঞা কৰিছে, তোমাক ঈশ্বৰ-ঈশ্বৰীয়ে অনুগ্ৰহ কৰিব, দেশকো পাবা, কিন্তু দেশ পাই স্বৰ্গদেৱলৈ বিস্মৰণ ন'হবা। স্বৰ্গদেৱলৈ বৰবৰুৱাক দ্বাৰ কৰি উকীল-পত্ৰ পঠাই কুশল-মঙ্গল আদি বাৰ্তা বুজিবা।"

বৰপাত্ৰ গোহাঁই ডাঙৰীয়াৰ পাচত অন্যান্য ডাঙৰীয়া বৰুৱা ফুকনে তাৰতম্যৰূপে মণিপুৰীয়া ৰজাক উপদেশ দিলে। তাৰ উত্তৰত জয়সিংহ কৰ্তা মহাৰাজে ক'লে,

"আমাত যি কৈছে, উত্তম কৈছে। আমাৰ ৰাজ্য নাশ, বনবাস, এই কথা আমাতে মিলিছে। আৰু কোনো গৃহস্থে আম্ৰ বৃক্ষ ৰোপণ কৰে, তাকেই জলক্ষেপণ কৰে, কিবা কাৰণে যদি দৈবাৎ ফল নধৰে, সেই বৃক্ষক আনি গৃহস্থে কোনো কাৰ্যত নিয়োজন কৰে। এতেকে মোৰপৰা কোনো কাৰ্য হ'ব? তথাপি বৰুৱা মোৰ পিতা হৈছে, স্বৰ্গদেৱ মোৰ সম্বন্ধি ঈশ্বৰ প্ৰায় হৈছে। মোক সংস্থাপন কৰিলে স্বৰ্গদেৱৰ যশ-ধৰ্ম, চন্দ্ৰ-সূৰ্য যেনেৰূপে প্ৰকাশ কৰিছে, সেইৰূপে ভূমণ্ডলত প্ৰকাশ পাব।"

জয়সিংহ ৰজাৰ বিনয়পূৰ্ণ উত্তৰ শুনি স্বৰ্গদেৱ, পাত্ৰ-মন্ত্ৰীসকলোৱে পৰম সন্তোষ পালে। তাৰ পাচত বৰপাত্ৰ গোহাঁই ডাঙৰীয়াই দুৱৰাৰ ঘৰৰ হৰনাথ সেনাপতি ফুকনক ক'লে, "ফুকন, তুমি দুৱৰাৰ ঘৰৰ ল'ৰা, প্ৰাচীন, এদিনীয়া নোহোৱা, এতেকে তোমাক স্বৰ্গদেৱে এই মণিপুৰীয়া ৰজাক মণিপুৰ ৰাজ্যত সংস্থাপন কৰিবৰ নিমিত্তে বিশেষ আজ্ঞা কৰিছে, আৰু স্বৰ্গদেৱৰ অনেক বন্দী-বেটা দিছে, আহিলা-পাতিও দিছে; এতেকে তুমি এই সৈন্য-সেনা সমনিতে পথে-প্ৰবাসে দুখ নোপোৱাকৈ হানি নোহোৱাকৈ যাবা; মণিপুৰ দেশ পাই তুমি উপায়-মন্ত্ৰণাৰে যুদ্ধেৰে বা যিৰূপে হওক এই মণিপুৰীয়া ৰজাক স্বদেশত সংস্থাপন কৰিব পাৰিবা, তাকে প্ৰাণ-পৰিশ্ৰমে চিন্তিবা।"

তাৰ পাচত স্বৰ্গদেৱৰ আজ্ঞা অনুসাৰে বৰবৰুৱাই সেনাপতি ফুকনক যথাৰীতি উপদেশ মন্ত্ৰণা দিলে। তাৰ উত্তৰত সেনাপতি ফুকনে ক'লে, "স্বৰ্গদেৱে যি ৰূপে আজ্ঞা কৰিছে, ডাঙৰীযাসকলে যিৰূপে শিকাইছে, আৰু বৰবৰুৱা ককায়ে যি শিকাইছে, যুক্তিহে শিকাইছে, তথাপি মোৰপৰা কোন কাৰ্য হ'ব? ঈশ্বৰ-ঈশ্বৰীৰ অনুগ্ৰহত স্বৰ্গদেৱৰ পুণ্য-প্ৰতাপৰ বলে যি হয় সেযেহে হ'ব। এতেকে মই কি প্ৰাৰ্থনা কৰিম? স্বৰ্গদেৱে আশীৰ্বাদ কৰিব, তেহে সকলো কাৰ্য সিদ্ধি হ'ব।"

আগৰ দিনত আমাৰ অসমৰ মানুহে ৰহাচকীৰপৰা কছাৰী ৰাজ্যত সোমাই মগলু ৰাজ্যলৈ সাধাৰণতঃ অহা-যোৱা কৰিছিল। উজনিৰপৰা এই বাটেদি মণিপুৰলৈ ভালেমানদিন লাগিছিল। কিন্তু 'সু-বাট দূৰ গমন' এই কথাষাৰ মনত ৰাখি এই বাটকে অসমীয়া মানুহে বেছিভাগ অৱলম্বন কৰিছিল। অতি সোনকালে মণিপুৰ পাবলৈ হ'লে মৰঙীয়েদি সোমাই ধনশিৰি, দৈয়াঙ্গ নদীৰ কাষে কাষে নগাপাহাৰৰ মাজে-মাজে হাবি-বননি কাটি মণিপুৰলৈ যোৱা এটা বাট উলিয়াবৰ সম্ভাবনা আছিল। জয়সিংহ ৰজাই প্ৰায় দুবছৰ কাল প্ৰবাস খাটিছিল। ইতিমধ্যে তেওঁৰ ৰাজ্যত কিবা বিভ্ৰাট ঘটিছে বুলি শঙ্কা কৰি অতি শীঘ্ৰে মণিপুৰ পাবৰ কাৰণে এই দুৰ্গম বাটেদি নিজ ৰাজ্যলৈ অসমীয়া সৈন্য পঠিয়াবৰ কাৰণে স্বৰ্গদেৱক খাটিলে। এই বাটেদি গ'লে ইমান বিস্তৰ অসমীয়া সৈন্যৰ অমঙ্গল হ'ব পাৰে বুলি স্বৰ্গদেৱে স্বাভাৱিকতে আশঙ্কা কৰিছিল। সেইসময়ত জপৰাজালৰ বাহৰ বৰচেৰ্টিয়া মৰঙ্গীখোৱা গোহাঁই আছিল। স্বৰ্গদেৱে মৰঙ্গীখোৱা গোহাঁইক মৰঙ্গীয়েদি মণিপুৰলৈ যোৱা এই দুৰ্গম বাটৰ কথা সোধাত গোহাঁয়ে একো সমিধান দিব নোৱাৰাত স্বৰ্গদেৱে তেওঁক বিষয়ৰপৰা ভাঙিলে।

কিন্তু জয়সিংহ মণিপুৰীয়া ৰজাই স্বৰ্গদেৱক ডাঠি ক'লে যে তেওঁ এই জয়াৰ হাবিয়লীয়া বাটৰ উৱাদিহ উলিয়াই দিব পাৰিব। তেওঁৰ কথাত ভৰ দি স্বৰ্গদেৱে হৰনাথ সেনাপতি ফুকনক এই বাটেদি মণিপুৰলৈ সেনা নিবলৈ আদেশ দিলে। এই অভিযানত আমাৰ অসংখ্য অসমীয়া সেনা আৰু সেনাপতিৰ কুশল-মঙ্গল নিৰ্ভৰ কৰিছিল। সেইদেখি

তেওঁলোকক বিদায় দিবলৈ স্বৰ্গদেৱে পাত্ৰ-মন্ত্ৰীৰে সৈতে সোণাই নৈৰ বাহৰলৈকে আগবাঢ়ি আহিল।

হৰনাথ সেনাপতি ফুকনে ধনশিৰী, দৈয়াং—এই দুই নদীৰ মুখে সোমাই যাবলৈ ধৰিলে। বাট দুৰ্গম, সেই বাটেদি আমাৰ মানুহৰ চলাচল নাই, আমাৰ সেনাই হাবি-বননি, গছ-লতা, কাঁইট-বিৰিণা খয়ন্তাৰ কৰি বাট মোকোলাই যাব লগাত পৰিল। কিন্তু এইদৰে কুমজেলেকুৱাৰ নিচিনাকৈ কইনা খোজত বিস্তৰ অসমীয়া সেনাই কিমান আগবাঢ়িব পাৰে? বাটত সৈন্যক পৰুৱাই পালে, দিহ-মোহ হৈ সৈন্যই বাট বিচাৰি হাবি-অৰণ্য চলাথ কৰি ফুৰিবলৈ ধৰিলে। সৈন্যৰ মাজত মহা বিভ্ৰাট উপস্থিত হ'ল। ঘূৰি-পকি সৈন্য আহি আকৌ একে ঠাইতে পৰেহি, অকণো আগবাঢ়িব নোৱাৰে। বাট-পথ হেৰুৱাই আমাৰ সৈন্য-সেনা মহা বিপাঙত পৰিল।

আমাৰ সেনাক ৰচদ-পাতি খোৱা-লোৱাৰ আহিলা-সম্বল যোগোৱাৰ ভাৰ যিবোৰৰ গাত আছিল, সেই চাউল-সমলীয়াবোৰেও বাট চিনি নাপাই সেনাবোৰক খোৱাক দিব নোৱাৰিলে। ওচৰ-চুবুৰীয়া পৰ্বতীয়া নগাৰপৰা যি চাউল কিনা হ'ল, তাৰো দাম ভুই-ছুাই। টেমীমূৰৰ জোখুৰ চাউলৰ দাম ৰূপ এটকী হ'ল। নগাই পথ-ভেটি আমাৰ মানুহক কাটিবলৈ ধৰিলে। বিশেষতঃ সিহঁতে চাউল যোগোৱা মানুহক কাটি চাউল লুৰি লৈ যোৱাত আমাৰ সেনাবোৰ মহা অৰণ্যৰ মাজত অনাহাৰে থাকি এটি এটিকৈ মৰিবলৈ ধৰিলে। যিবিলাক জীয়াই থাকিল, খাবলৈ নাপাই ভোক-লঘোণত সিহঁতৰ আঠুৰ মূৰ ডাঙৰ হ'ল। পানীৰ অভাৱত আমাৰ মানুহে বনকলৰ ৰসকে পানী বুলি খাইছিল। অনেক মানুহ জ্বৰ-গ্ৰহণীত পৰি খান্তাং হ'ল। সাঁপ মকৰাই খাই আমাৰ বিস্তৰ মানুহ মাৰিলে। এইদৰে আমাৰ অসংখ্য সেনাৰ ভিতৰত অতি কম পৰিমাণেহে জীয়াই থাকিল।

জয়সিংহ ৰজাই সাহ দি এই দুৰ্গম বাটেদি আমাৰ সৈন্যক লৈ গৈছিল। কিন্তু হাবিত সোমাই তেওঁকো মূৰকত মোৰে পালে। বাটৰ ভু হেৰাই ৰজাই আমাৰ সেনাক সমূলি সহায় কৰিব নোৱাৰিলে। হৰনাথ ফুকনে দেখিলে, এইদৰে অৰণ্য মহতিয়াই মণিপুৰলৈ নতুন বাট উলিয়াই যাবলৈ হ'লে এযুগ কাল লাগিব। হৰনাথ সেনাপতি ফুকনে তেওঁৰ লগত যোৱা জয়সিংহ ৰজা আৰু পালী সেনাপতিসকলেৰে সৈতে পৰামৰ্শ কৰি স্বৰ্গদেৱক জনাবৰ কাৰণে বৰবৰুৱালৈ মানুহৰ মুখে সকলো বৃত্তান্ত কৈ পঠিয়ালে বোলে—"আমাৰ সৈন্যৰ বিলৈ নোহোৱা হ'ল, নগাই ধৰি ভালেমান মানুহ কাটিলে, অন্নৰো বিকল হৈছে, জ্বৰ-গ্ৰহণীত পৰি বিস্তৰ মানুহ মৰিল।" বৰবৰুৱাই এই কথা শুনি তুৰন্তে স্বৰ্গদেৱলৈ জনালে। স্বৰ্গদেৱে আজ্ঞা দিলে, "আমাৰ মানুহ যি বাচিছে সিহঁতক তুৰন্তে মাতি অনা হওক।" কিন্তু বৰবৰুৱাই স্বৰ্গদেৱৰ আজ্ঞা লুকুৱাই ৰাখি সেনাপতি ফুকনলৈ কৈ পঠিয়ালে, বোলে—"হাবি-বননি কাটি যি পাৰে আগৰ দৰে আগবাঢ়ক।" এইদৰে ছমাহ কাল গ'ল। আমাৰ সেনা হাবিৰ মাজতে এটি-এটিকৈ মৰিবলৈ ধৰিলে। সিহঁতৰ অমঙ্গলৰ কথা আকৌ স্বৰ্গদেৱৰ কাণত পৰিল। আগৰ আজ্ঞা পালন নকৰাৰ নিমিত্তে বৰবৰুৱাৰ ওপৰত স্বৰ্গদেৱে বিষম ৰুষ্ট হ'ল, আৰু এইবাৰ লক্ষ্মী বৰকটকীক পঠিয়াই ডাঠি আদেশ দিলে, বোলে—"আমাৰ মানুহবোৰ যেনে আছে তেনেভাৱে দেশলৈ উভতি আহিব লাগে।"

স্বৰ্গদেৱৰ আজ্ঞা শুনি হৰনাথ সেনাপতি ফুকনে তেওঁৰ অৱশিষ্ট সৈন্য লৈ দেশলৈ যাত্ৰা কৰিলে। আহোতে বিস্তৰ আহিলা বাটে বাটে এৰি থৈ আহিল। দুকুৰি হেজাৰ সৈন্যৰ ভিতৰত মাথোন তিনি ভাগৰ এভাগ অৰ্থাৎ তেৰ কি চৈধ্য হেজাৰমানহে অসমলৈ উভতি যাত্ৰা কৰিব পাৰিলে।

নানান বিপৰ্যয় সহি হৰনাথ ফুকনে তেওঁৰ বিপুল সৈন্য-বাহিনীৰ জীৰ্ণ অৱশিষ্ট লৈ উজনিৰ ৰাজধানী পালেহি, ১৬৮৮ শক, জেঠৰ পাঁচ দিন যাওঁতে মঙ্গলবাৰে। এই অমঙ্গলীয়া মণিপুৰ যাত্ৰাকে অসম বুৰঞ্জীত 'লতাকটা ৰণ' বোলা হয়। স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনতো এক বাহিনী অসমীয়া সৈন্য মণিপুৰ দিগ্বিজয় কৰিবলৈ মণিপুৰলৈ যাত্ৰা কৰিছিল। তেওঁলোকেও লতা-হাবি কাটি আগবাঢ়িব লগাত পৰিছিল। তাক বুৰঞ্জীমতে প্ৰথম লতাকটা ৰণ বুলিব পাৰি। কিন্তু লতাকটা ৰণ বুলিলে ৰাইকে ৰাজেশ্বৰসিংহৰ দিনৰ হৰনাথ সেনাপতি ফুকনৰ সেনাপতিত্বৰ তলে হোৱা এই আপদীয়া মণিপুৰ অভিযানকে বুজায়। প্ৰকৃত প্ৰস্তাৱে এই দ্বিতীয় লতাকটা ৰণত অসম আৰু মানৰ একো ৰণ হোৱা নাছিল; কিন্তু মানৰ লগত ৰণৰ উদ্দেশ্যে এই সৈন্য মণিপুৰলৈ পঠিওৱা হৈছিল, আৰু একোখন ৰণত যিমান সৈন্য হানি হয়, তাতোকৈ সৰহ সৈন্য এই আপদীয়া মণিপুৰ যাত্ৰাত নষ্ট হৈছিল। আৰু হাবি-বন, লতা কাটি আমাৰ সৈন্য অৰণ্যৰ বাটেদি আগবাঢ়িব লগাত পৰিছিল, সেইদেখি এই অভিযানক যথাৰ্থতে 'লতাকটা ৰণ' বোলা হয়।

এই লতাকটা ৰণৰপৰা এইটো সুফল হ'ল যে অসমৰ পৰাক্ৰমী সৈন্য-সামন্ত যোৱা বুলি শুনি মানে মণিপুৰ এৰি সম্প্ৰতিকলৈ নিজ দেশলৈ গুচি গ'ল।

এই লতাকটা ৰণত ইমান প্ৰজা হানি হোৱা দেখি স্বৰ্গদেৱে ৰংপুৰত বৰদুৱাৰৰ মুখত হাতীশালত সেনাপতি ফুকনক থাকিবলৈ দিলে। তাৰ পাচত দায় ধৰি স্বৰ্গদেৱে ফুকনক সুধিলে, "মোৰ এতেখিনি মানুহ আহিলা-পাতি কিয় হানি কৰিলাগৈ? আৰু নগাকেইটাক মাৰি-কাটি বাট মোকোলাই যাব নোৱাৰিলা কিয়? অহ্! জানিলো মোৰ কাৰ্যত তুমি হেলা কৰিলা।"

হৰনাথ ফুকনে ইয়াৰ উত্তৰত স্বৰ্গদেৱক জনালে, "স্বৰ্গদেৱে মই বন্দীক দায় ধৰিছে, মই বন্দী দায়ৰ ভিতৰ। স্বৰ্গদেৱৰ বুঢ়াবন্দী, পিতৃ-পিতামহসকলেও দায় সাৰি যাব পৰা নাই, এতেকে মই কেনেকৈ এৰাও? তথাপি পূৰ্বে মণিপুৰীয়া ৰজাই বাট দেখাই নিম বুলিলে, এতেকে আমিও গ'লো। পিচে হাবি সোমাই একোৰূপে বাট-পথ নাপালোঁ, তাতে অনেক মানুহ জ্বৰ-গ্ৰহণী ধৰি মৰিল, আৰু চাউলৰো বিকল হ'ল, সমলীয়াও নাই আৰু নগায়ো বাট এৰি নিদিয়ে, পৰ্বতৰপৰা শিল বগৰাই মাৰে। এৰাহৰ পথ হাবি কাটি গ'লো, তথাপি বাট-পথৰ একো উদিশ নাপালো। এতেকেহে মই বন্দী দায়ত পৰিছোঁ। যদি বাট দেখাই নিওঁতা হ'লহেতেন, আৰু মই নগৈ স্বৰ্গদেৱৰ কাৰ্যত হেলা কৰিলোহেঁতেন তেতিয়াহে বন্দী দায়ৰ ভিতৰ। আৰু যদি চাউল-পাত যোগাওঁতা হ'লহেতেন তেও মানুহ ইমান হানি নহয়। তথাপি স্বৰ্গদেৱৰ দায়-অপৰাধৰ হাত কিৰূপে এৰাম? মই বন্দী দণ্ডৰ ভিতৰ।"

স্বৰ্গদেৱ ৰাজেশ্বৰসিংহই মানুহ চিনিছিল। স্বৰ্গদেৱে জানিছিল যে এই হৰনাথ সেনাপতি ফুকন নিজ কৰ্তব্য অৱহেলা কৰা বিধৰ মানুহ নাছিল, জয়সিংহ ৰজাৰ ভুল বুজনি আৰু আশ্বাসত নিজৰ অনিচ্ছাসত্ত্বেও অৰণ্যত সোমাই বাট-পথ হেৰুৱাই তেওঁ বিপদত পৰিছিল, সেইদেখিহে মণিপুৰ ৰাজ্য পাবলৈ নোৱাৰিছিল। স্বৰ্গদেৱে সেনাপতি ফুকনক ক্ষমা কৰি বন্দীশালৰপৰা মোকোলাই নিজ ঘৰলৈ যাব দিলে। পৰ মতে ভিতৰুৱাল ফুকনে স্বৰ্গদেৱৰ নগৰৰ দুৱাৰত পহৰা দিবৰ নিবন্ধ আছিল, স্বৰ্গদেৱে হৰনাথ ফুকনৰ সেই বাবো ওলোটাই দিলে।

লক্ষ্মীসিংহ ৰজাৰ দিনত মোৱামৰীয়াৰ লগত যুদ্ধত এইজনা সেনাপতি ফুকনে অসীম সাহ দেখুৱাইছিল। মোহনমালা গোহাঁইদেৱক সেনাপতি পাতি ৰাজেশ্বৰ সিংহৰ দুই পুতেক চাৰুসিংহ মাজিউ গোহাঁই আৰু ৰত্নেশ্বৰ সৰু গোহাঁইকে হাত কৰি আৰু এই তিনিওকে হাতীত তুলি মৰাণে আহি হৰনাথ সেনাপতি ফুকনৰ কোঁঠ বেৰি ধৰিলে। বাটঘৰীয়া মোহনমালা গোহাঁইদেৱে ফুকনক ক'লে, "ফুকন, তই দুৱৰাৰ ঘৰৰ, এদিনীয়া নহৱ, তোৰ সপ্তম পুৰুষে আমাক সেৱা কৰি গৈছে, মিত্ৰ সম্বন্ধও আছে। সম্প্ৰতি মইহে ৰজা। আৰু ৰুকতিয়ালৰ বৰবৰুৱাই কু-মন্ত্ৰণা কৰি স্বৰ্গদেৱত লগাই আমাক নামৰূপলৈ খেদালে, এতেকে বকতিয়ালৰ ঘৰক মাৰিবৰ নিমিত্তে আলচি ৰণ কৰিছোঁ। ডাঙৰীয়া কেইঘৰো, আহোম কেইঘৰো যাব যি বিষয় মৰ্যাদা সেইৰূপে থাকিব, আৰু সামান্য পাইকান মানুহকো একো নকৰো, কাকো কটা-মৰাও নকৰো।"

সেই সময়ত সেনাপতি ফুকনৰ সৈন্যৰ অৱস্থা তাহানি লতাকটা ৰণত হোৱা অৱস্থাৰ দৰে শোচনীয় হৈছিল। ডিবৰুৰ দলং কাটি দিয়াত সেনাপতি ফুকন আৰু তেওঁৰ সেনাবোৰ আগবাঢ়িব নোৱাৰা হ'ল। চাউল-সমলীয়াবোৰেও ৰচদ-পাতি যোগাব নোৱাৰাত সৈন্যবোৰে খাবলৈ নাপাই এটা এটাকৈ মৰিবলৈ ধৰিলে। ঘৰ-গ্ৰহণী হ'ল, ঔটেঙ্গা, ঢেকিয়া, কচু, কাকগাজ খাই সেনাই প্ৰাণ প্ৰবৰ্ত্তাবলৈ বাধ্য হ'ল। তথাপি হৰনাথ সেনাপতি ফুকনে মোহনমালা গোহাঁইদেৱক নিৰ্ভীক চিত্তেৰে উত্তৰ দিলে, "তোমালোক খেদি খোৱা গোহাঁই, আমি কেনেকৈ ৰজা ল'ম ? সম্প্ৰতি স্বৰ্গদেৱ ৰাজপাটত আছে, আমি তোমালোকক ৰজা ল'ব নোৱাৰো।"

ইয়াৰ পাচত মৰাণে সেনাপতি ফুকনৰ কোঁঠ ভাঙ্গি ফুকনক বন্দী কৰি নিলগৰ ঘৰত ৰখীয়া দি থ'লে। তাৰ পাচত মৰাণে লক্ষ্মীসিংহ স্বৰ্গদেৱক খেদি নিজে ৰাজ্য শাসন কৰাৰ সময়ত হৰনাথ ফুকনক লগত লৈ আহিল। তাৰ পাচত হৰনাথ ফুকন মৰাণৰপৰা পলাই গৈ বঙ্গদেশৰ এলেকাৰ ছিলমাৰিত আছিল। মৰাণৰ ৰাজত্ব অন্ত পৰাত হৰনাথ ফুকন অসমলৈ উলটি আহে। পলাই ফুৰা কালত হৰনাথে পূৰ্বৰ গুৰু আউনীআটি সত্ৰৰ অধিকাৰক তেজি শাক্তমতে দীক্ষা লৈছিল। কামৰূপী হৰদত্তই মন্ত্ৰসিদ্ধ কৰি বিধি দিছিল। এইবাবে হৰনাথে লক্ষ্মীসিংহ স্বৰ্গদেৱৰপৰা নানান বিকৰ্ধনা বচন শুনিব লগাত পৰিছিল। গৌৰীনাথ সিংহ ৰজাৰ দিনত তেওঁ গুৱাহাটীত বৰফুকনৰ বাব পায়। এই হৰনাথ ফুকন এজন প্ৰধান যুঁজাৰু আৰু ৰাজনীতিত সুনিপুণ প্ৰভুভক্ত বিষয়া আছিল। বৰ শোকলগা কথা যে এইহেন দেশ-প্ৰেমিক বীৰৰ সন্তান ঘিণাই বদনচন্দ্ৰ বৰফুকনে

নিজ দেশলৈ মান সৈন্য নিমন্ত্রণ কৰি সোণৰ সঁফুৰা অসম ভূমিৰ সুখ-সৌভাগ্য ছাৰখাৰ কৰি পেলালে। যি হৰনাথ ফুকনে সুদূৰ মণিপুৰ দেশৰপৰা মানক খেদাই পৰৰ দেশ সুস্থিৰ কৰি মণিপুৰীয়া ৰজাক স্বদেশত সংস্থাপন কৰিবলৈ ইমান অপায়-অমঙ্গল নেওচা দি মণিপুৰলৈ দুৰ্গম বাটেদি যাত্ৰা কৰিছিল, তেওঁৰে পুতেক বদনচন্দ্ৰ ফুকনে নিজ দেশলৈ সেই অত্যাচাৰী মানক আনি মেলি দি স্বদেশত অশান্তি উপদ্ৰৱৰ কণি-বিহৰ গুটি সিঁচিলে, কালৰ কি কুটিল গতি !

আমি আগেয়ে কৈছোঁ অসমৰ বিস্তৰ ফৌজ মানক খেদিবলৈ মণিপুৰলৈ যোৱা শুনি মান মণিপুৰ এৰি পলাল। কিন্তু সিহঁতে যেতিয়া শুনিলে যে অসমীয়া সৈন্য পুনৰ অসমলৈ উলটি গৈছে, সিহঁতে আকৌ মণিপুৰ আক্ৰমণ কৰিলে। জয়সিংহ আহি পুনৰ স্বৰ্গদেৱৰ শৰণাপন্ন হ'লহি।

১৬৮৯ শকৰ আঘোণ মাহত ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ পুত্ৰ উমা খঙ্গীয়া ফুকনক ডেড়কুৰি হেজাৰ সৈন্য দি বহাৰ বাটেদি কছাৰী ৰাজ্যৰ মাজে মণিপুৰলৈ গৈ জয়সিংহক স্বদেশত সংস্থাপন কৰিবলৈ পঠিয়ালে। খঙ্গীয়া ফুকন গৈ ৰহা পালেগৈ। তাতে কুৰি হেজাৰ সৈন্যৰে কোঁঠ দি কিছুদিন থাকিল। অসমীয়া সৈন্য যোৱা শুনি মান সৈন্য পুনৰ মণিপুৰ এৰি গুচি গ'ল। কিন্তু খঙ্গীয়া ফুকন ইয়াতে ক্ষান্ত নহ'ল। তেওঁ জয়সিংহৰ লগত বাকী দহ হেজাৰ সৈন্য দি মিৰাপ নৈৰ দাতিলৈকে পঠিয়ালে আৰু যেতিয়ালৈকে জয়সিংহই নগা আৰু মণিপুৰীয়া সৈন্য সংগ্ৰহ কৰি মণিপুৰৰ নপতা ৰজা কেলেম্বাক খেদাই নিজৰ সিংহাসন লাভ কৰিব নোৱাৰে তেতিয়ালৈকে সেই দহ হেজাৰ অসমীয়া সৈন্যক মিৰাপ নৈৰ কোঁঠতে থাকিবলৈ দিলে।

জয়সিংহই কিছুমান নগা আৰু মণিপুৰীয়া সৈন্য লৈ নিজ ৰাজ্যৰ ফালে গ'ল। পোনতে তেওঁ ভেশছন ধৰি কিছুদিন মণিপুৰত ফুৰি প্ৰজাৰ মৰম-বেথা আৰু সহানুভূতিৰ পৰিমাণ তেওঁলৈ কিমান তাকে নিভৃতে চাই ফুৰিছিল। তেওঁ যেতিয়া ভালকৈ বুজিলে যে মণিপুৰীয়া প্ৰজাই তেওঁলোকৰ অতি প্ৰিয় কৰ্তা মহাৰাজকেহে ৰজা ল'বলৈ বিচাৰে, তেতিয়াই জয়সিংহই নিজৰ ছদ্মবেশ এৰি মন্ত্ৰীসকলৰ সহায়েৰে সিংহাসনত বহে, আৰু মানে পতা মণিপুৰৰ ৰজাক মণিপুৰৰপৰা খেদাই বাজ কৰি দিয়ে। ইতিমধ্যে উমা খঙ্গীয়া ফুকনে ৰংপুৰলৈ উভতি আহি স্বৰ্গদেৱক সেৱা কৰিলেহি। স্বৰ্গদেৱে এই আপাহতে খঙ্গীয়া ফুকনক ঢেকীয়াল ফুকন পাতিলে।

মণিপুৰৰ ৰজা স্বদেশত সংস্থাপিত হ'ল সঁচা; কিন্তু তথাপি তেওঁ মানৰ আক্ৰমণৰপৰা একেবাৰে অব্যাহতি নেপালে। ১৬৯২ আৰু ১৬৯৫ শকত তেওঁৰ ৰাজ্য পুনৰ মানে আক্ৰমণ কৰে, কিন্তু জয়সিংহই নানান কৌশলেৰে সিহঁতক খেদাই নিজৰ সিংহাসনত গজ্‌গজীয়া হৈ বহে। ইতিমধ্যে তেওঁৰ দুই পুতেক মধুচন্দ্ৰ যুৱৰাজ আৰু লাৱণ্যচন্দ্ৰক তেওঁ মানৰ হাতৰপৰা উদ্ধাৰ কৰি আনে।

## দশম অধ্যায়

# মণিপুৰীয়াৰ কৃতজ্ঞতা

এইদৰে স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ মহাৰাজৰ দিনত অসমৰ সমৃদ্ধিৰ কালত মণিপুৰৰ ৰজা জয়সিংহই অসমীয়া সৈন্যৰ সাহায্য লৈ মানক স্বদেশৰপৰা খেদাবলৈ যত্ন কৰিছিল। কিন্তু কালৰ গৰ্ভত কি অভিসন্ধি লুকাই আছে তাক পথালি-চকুৰে নৰ-মনিচে ধৰিব নোৱাৰে। ৰাজেশ্বৰসিংহৰ দিনত অসমীয়া সৈন্যৰ প্ৰকাৰান্তৰ সহায়েৰে মণিপুৰত জয়সিংহ ৰজা স্থাপিত হোৱাৰ একুৰি বছৰৰ পাচত আমাৰ ভাগ্য-আকাশত মোৱামৰীয়া বিদ্ৰোহৰূপী ৰাহুৰ পুনৰ আবিৰ্ভাৱ হোৱাত দেশ ছাৰখাৰ হ'বলৈ ধৰিলে। পূৰ্বমিত্ৰ হেন জানি অসমৰ স্বৰ্গদেৱ গৌৰীনাথসিংহ মহাৰাজে মণিপুৰৰ ৰজা জয়সিংহৰ ওচৰত সহায় খুজিলে। সেই অৰ্থে ১৭০৮ শকৰ ফাগুন মাহত ৰজাদেৱে বাঁহগৰীয়াৰ কটকী বিষ্ণুৰামক পত্ৰ সন্দেশ দি মণিপুৰীয়া ৰজাৰ ঠাইলৈ পঠিয়ালে, আৰু মুখ-জেৰানে জয়সিংহ ৰজাক এইদৰে ক'বলৈ দিলে, "আমাৰ দেশত মোৱামৰীয়াই বিভ্ৰাট কৰিছে, পূৰ্বৰ প্ৰীতিলৈ চাই মণিপুৰৰ ৰজা আহিব আৰু কিছু যোদ্ধা মানুহকো আনিব।"

ইয়াৰ পাচত উজনি-নামনিৰ নানান ঠাইত আহোম ৰজাঘৰীয়া সেনাৰে সৈতে মোৱামৰীয়াৰ ৰণ লাগিল। মোৱামৰীয়াৰ শিষ্য দেশজুৰি আছে, সিহঁতে ক'ৰপৰা কেতিয়া আহি আহোম সৈন্যক আক্ৰমণ কৰে তাক ঠাৱৰ কৰিব নোৱাৰাত আমাৰ সৈন্যই যুদ্ধত একো সুবিধা নাপালে। সম্মুখ সমৰত অসমীয়া সৈন্য অগ্ৰগণী, সেইদৰে সুচলমতে ৰণ কৰিবলৈ হ'লে শত্ৰুৰ গতি-বিধিৰ সম্ভেদ পাব লাগে। কিন্তু মোৱামৰীয়া মহন্তৰ শিষ্য দেশত ক'ত ক'ত আছে আৰু সিহঁতে ক'ত জুম বান্ধি আমাৰ সৈন্যৰ কাৰণে টোকোন-যাঠি লৈ খাপ দি আছে ইয়াৰ সম্ভেদ পায় কোনে? মোৱামৰীয়াৰ শিষ্য-সম্প্ৰদায়ৰ আলেখ-লেখ গতি-বিধিৰ সম্ভেদ লোৱাত আমাৰ সুচতুৰ অসমীয়া চোৰাংচোৱাবোৰ বিফল মনোৰথ হ'ল। তাৰ উপৰিও দেশ লণ্ড-ভণ্ড কৰি ৰাইজৰ বস্তু-বাহানি লুবিবৰ সুবিধা হ'ব বুলি বহুত নতুন মানুহ মোৱামৰীয়াৰ শিষ্য-শ্ৰেণীত ভুক্ত কৰা হ'ল। শত্ৰু-সেনাৰ সংখ্যা আৰু গতি-বিধিৰ একো উৱাদিহ নাপাই আমাৰ সেনা বিমোৰত পৰিল। তাৰ উপৰিও অনেক আহোম বিষয়া আৰু সৈন্যৰ ভিতৰি মোৱামৰীয়াৰ প্ৰতি সহানুভূতি আছিল। তেওঁলোকক ৰণলৈ পঠিওৱাত যুদ্ধৰ ভাও দেখুৱাই মৰাণক ৰৰিছিলগৈ। নাইবা যুদ্ধ কৰিবলৈ পোনপটীয়াকৈ অমান্তি প্ৰকাশ কৰিছিল। মোৱামৰীয়াৰ উৎপাতত তিষ্ঠিব নোৱাৰি স্বৰ্গদেৱ গৌৰীনাথসিংহ উজনি এৰি গুৱাহাটীৰ বাহবলৈ গ'ল। মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোঁহাই ডাক্ৰীয়া, নামতিয়ালৰ ৰৰবৰুৱা, সন্দিকৈৰ পানীফুকন আৰু চেকীয়াল

ফুকনৰ লগত যোৱা সকলো ফৌজ কলিয়াবৰত লগ লাগিল, তাৰেপৰা আটাইখিনি সৈন্য স্বৰ্গদেৱে থকা ঠাইলৈ যাব ধৰিলে। এই চাৰিজনা সেনাপতিয়ে দেশৰ দুৰৱস্থাৰ কথা আলচ কৰিবলৈ বহিল। বৰবৰুৱাই ক'লে, "আমাৰ এই কাঁড়ী বাৰুৱতীয়েৰেই স্বৰ্গদেৱে যুদ্ধ কৰি অনেকবাৰ বঙ্গালক জিনিছে, তথাপি এই কাঁড়ী বাৰুৱতীয়ে মোৱামৰীয়াক দেখিলে মাত্ৰকে পৰাংমুখ হৈ বিভঙ্গে পলায়। ঈশ্বৰ-ঈশ্বৰীৰ ইচ্ছাতে এইৰূপ হ'ল। এতেকে কালচক্ৰ বলৱন্ত বটে, বুজন নাযায।"

তাৰ পাচত মোৱামৰীযাৰ সৈতে যুদ্ধ-বিগ্ৰহাদিত আমাৰ বহু মানুহ হানি হ'ল, দেশত পয়মাল লাগিল। কিন্তু ধন্য পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীযা। শ্ৰীনাথ বৰবৰুৱাৰ ভাষাৰে ক'বলৈ গ'লে, "সেইবেলা মহামন্ত্ৰী বুঢ়াগোহাঁই ডাঙৰীয়াই পক্ষীয়ে যেনেকৈ শিশুটিক পখাৰে আৱৰে, সেইৰূপে ডাঙৰীয়াই দেশখন ৰক্ষা কৰিছিল।"

গৌৰীনাথসিংহ স্বৰ্গদেৱৰ অনুৰোধ মতে মণিপুৰীয়া বুঢ়া ৰজা জয়সিংহ স্বদেশৰ নানান কাৰ্যত লিপ্ত থকাত নিজে অসমলৈ আহিব নোৱাৰিলে। ১৭০৯ শকত জয়সিংহ ৰজাৰ কথামতে ৰজাৰ গুৰু ধৰ্মাধিয়ে গৌৰাঙ্গ, খগেন্দ্ৰ, অভিমন্যু আৰু নিমাই—এই চাৰি কটকীৰ সৈতে সৈন্য-সামন্ত লৈ আহি ৰহাৰ চকীত থাকি স্বৰ্গদেৱৰ গুৱাহাটীৰ বাহৰলৈ খবৰ দি পঠিযালে। চাৰিজনা মণিপুৰীযা কটকীযে ৰহাৰ চকীত ধৰ্মাধিক থৈ স্বৰ্গদেৱৰ ওচৰলৈ গ'ল। নামতিয়ালৰ বৰবৰুৱাই তেওঁলোকক ধাৰণামতে তুলিলে। পাচে স্বৰ্গ-দেৱে আজ্ঞা কৰিলে, "মণিপুৰীয়া ৰজাই আমাৰ শত্ৰু মোৱামৰীয়াক ৰণ কৰিবলৈ ইহঁতক পঠিয়াইছে, ইহঁতে ধৰ্মাধিসহিতে উজাই গৈ দিচৈত মহামন্ত্ৰী বুঢ়াগোহাঁই ডাঙৰীয়াৰ লগ লৈ ৰণ কৰক।"

পাচে মণিপুৰীয়া কটকীয়ে ক'লে, —"আমাৰ মণিপুৰীয়া ৰজাই আমাক এইৰূপে শিকাই পঠিয়াইছে, বোলে তইঁতে স্বৰ্গদেৱলৈ জনাই বৰবৰুৱাৰ লগে প্ৰবৰ্তি ৰণ কৰিবি।" আমাৰ কটকীয়ে ৰহালৈ আহি ধৰ্মাধিক সকলো ক'লেহি। ধৰ্মাধি গুৱাহাটীলৈ গ'ল, স্বৰ্গদেৱৰ আজ্ঞা মতে জয়নাথ বৰবৰুৱাই শুক্ৰেশ্বৰত ধৰ্মাধিক প্ৰচলিত প্ৰথামতে তুলিলে। গুৱাহাটীৰ বৰফুকনক অন্য বিষযাই কটকী তুলিবৰ হ'লে ব্ৰহ্মপুত্ৰৰ দাঁতিত শুক্ৰেশ্বৰৰ এই ওখ ঠাইখনিতে সভামণ্ডপ পাতি চন্দোৱাৰ তৰি, কটকী তোলাৰ নিয়ম আছিল। ১৭০৮ শকৰ বহাগ মাহত খাচীযা পাহাৰৰ খৈৰামী কটকী মনুৰাই নৰলেং আদিক এই শুক্ৰেশ্বৰতে মহাপয়োভৰেৰে তোলা হৈছিল। মণিপুৰৰ ধৰ্মাধিক বগা থঙাত বহুৱাই স্বৰ্গদেৱে নিজে নীলাচল পৰ্বতত তুলিলে।

স্বৰ্গদেৱৰ আজ্ঞামতে হাতীবৰুৱাৰ ঘৰৰ নিবুকিয়াল ৰাজখোৱাক ন-ফুকন পাতি আৰু সন্দিকৈ ঘৰৰ তামুলী লিগিৰা গেন্ধেলাক ওপৰদয়ঙ্গীয়া ৰাজখোৱা পাতি ধৰ্মাধিৰ লগত দি উজনিৰ ৰণলৈ পঠিওৱা হ'ল। কিন্তু ধৰ্মাধি আৰু তেওঁৰ লগৰ মণিপুৰীয়া সৈন্যবোৰে যুদ্ধলৈ নগৈ আমাৰ ফুকন-ৰাজখোৱাৰ লগ এৰি ৰহাৰ বাটে হুৰি মাৰি দেশলৈ গ'ল।

১৭১১ শকৰ কাতি মাহত গৌৰীনাথসিংহ স্বৰ্গদেৱে গুৱাহাটীৰ বাহৰ এৰিলে। পাচত তাৰপৰা গৈ নগাৱঁত পোনতে হাঁহচৰা, পিচলৈ খুটাৰবুৰতে বাহৰ কৰি থাকিল। পাচৰ বাহৰৰপৰা স্বৰ্গদেৱে বাঁহগৰীয়াৰ কটকী গৌৰী, নিবহৰ বাণেশ্বৰ আৰু গজপুৰীয়াৰ কৃষ্ণহৰি, এই তিনিক মণিপুৰীয়া ৰজাৰ তালৈ পঠিয়ালে।

১৭১২ শকৰ পুহ মাহত চাৰি হেজাৰ মণিপুৰীয়া সৈন্যৰে সৈতে আমাৰ তিনি কটকীয়ে মণিপুৰীয়া বুঢ়া ৰজা জয়সিংহক আনি খুটাৰমূৰ বাহৰৰ ওচৰতে ঘৰ কৰি দিলে। এদিন বৰুতিয়ালৰ জগন্নাথ বৰুৱাই জয়সিংহ ৰজাক ক'লে, "স্বৰ্গদেৱে মণিপুৰৰ ৰজাক বুঢ়াগোহাঁই ডাঙৰীয়াৰে লগ লাগি ৰণ কৰিবলৈ উজনিলৈ যাবলৈ কৈছে।" তাতে জয়সিংহ ৰজাই অসন্তোষ পাই ক'লে, "স্বৰ্গদেৱৰ লগত দেখা-সম্ভাষা নোহোৱাকৈ মই কেনেকৈ উজনিলৈ যাম ?"

বুঢ়াৰজা জয়সিংহই এইদৰে কোৱাতো আমাৰ স্বৰ্গদেৱৰ লগত তেওঁৰ দেখা-সাক্ষাতৰ কোনো ব্যৱস্থা নহ'ল। ইয়াতে বেজাৰ-অসন্তোষ পাই জয়সিংহ ৰজাই ছুৰি মাৰি নগাওঁ খাগৰি জানৰ ওচৰৰ হাতীপৰা পালেগৈ। তেতিয়া স্বৰ্গদেৱে অনুতাপ কৰি খাৰঘৰীয়া ফুকন, তামুলী ফুকন আৰু ঢেকীয়াল ফুকন এই তিনিক পঠিয়াই মণিপুৰীয়া ৰজাক ওভোতাই অনালে। এইবাৰ জয়সিংহ ৰজা অসমলৈ আহোঁতে তেওঁৰ লগত তেওঁৰ পুতেক মধুচন্দ্ৰ যুৱৰাজো আহিছিল।

১৭১৩ শকত জয়সিংহ ৰজাই মধুচন্দ্ৰৰে সৈতে দিচৈৰ কোঁঠত থকা মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ লগ ল'লেগৈ। ডাঙৰীয়াই দিচৈৰ কোষতে ঘৰ সজাই দি ৰজাক বোজ-বাজ দিলে আৰু তেওঁৰ মন ভাল লগাবলৈ কোঁঠৰ ওচৰতে ডাঙৰ চৈৰ ঘৰ এটা কৰি সেই ঘৰতে ভেটি বন্ধাই ওপৰত ৰঙা চন্দ্ৰতাপ তৰি জয়সিংহ ৰজাক বহুৱালে। সেই সভাত মৰঙীখোৱাৰ বৰফুকন, নাওবৈছা ফুকন, ন-ফুকন, নেওগ ফুকন দুৱৰাৰ ন্যায়সোধা ফুকন, এই সকলেও মৰ্যাদাৰ তাৰতম্যৰূপে বহিল। মণিপুৰীয়া ৰজাৰ লগত অহা মণিপুৰীয়া কটকী বেজীয়া আৰু কামদেউ সেই ঘৰতে ভেটিৰ ওপৰত চন্দ্ৰতাপ তৰি আৰকাপোৰ মেৰিয়াই বহিল। বুঢ়াগোহাঁয়ে সুধিলে, "মণিপুৰীয়া ৰজা, তুমি যেখন মণিপুৰ ছাৰি আহা, সেইবেলা তোমাৰ দেশৰ গো-ব্ৰাহ্মণ, দেশস্থ প্ৰাণীসকল কুশলে আছিলনে ?"

জয়সিংহ ৰজাই ক'লে,—"ঈশ্বৰ-ঈশ্বৰীৰ কৃপাত কুশলে আছে, আপুনি মঙ্গলে থাকিব, আমাৰ এইহে ইচ্ছা।"

বুঢ়াগোহাঁই ডাঙৰীয়াই মণিপুৰীয়া ৰজাক বাটত কিমান কষ্ট পালে সুধিলে, ৰজাই সকলো কথা ভাঙ্গি ক'লে। পাচে ডাঙৰীয়াই ক'লে, "আমাৰ পূৰ্বীয় স্বৰ্গদেৱ-সকলে মণিপুৰৰ ওপৰ ৰজাবোৰৰ সৈতে মিত্ৰভাৱ হৈ গৈছে, সেই প্ৰীতি স্মৰণ কৰি স্বৰ্গদেৱে শত্ৰু-পৰাভৱত থাকি কটকী পঠাই ৰজাক অনাইছে। ৰজায়ো শত্ৰু নষ্ট কৰিব পাৰিলে ৰজাৰ যশ-ধৰ্ম-কীৰ্তি বাঢ়িব আৰু পূৰ্ব-প্ৰীতিও অতিৰেক বৃদ্ধি পাব। যেহেতু—

"গজানাং পঙ্কমগ্নানাং গজএব ধুৰন্ধৰঃ।
সন্ত এব সতাং নিত্যং আপদুদ্ধাৰ হেতৱঃ॥"

মণিপুৰীয়া ৰজাই ক'লে, "মহামন্ত্ৰী ডাঙৰীয়া। স্বৰ্গদেৱৰ দেশ-বিভ্ৰাটৰ কথা তোমাৰ কটকীৰ মুখে শুনি বহু খেদ পাই নগাৱঁত স্বৰ্গদেৱৰ সৈতে দেখা-সম্ভাষা হ'লো। তাতে স্বৰ্গদেৱে আজ্ঞা কৰিলে বোলে 'মণিপুৰীয়া ৰজাই উজাই গৈ মহামন্ত্ৰী বুঢ়াগোঁহাই ডাঙৰীয়াৰে সৈতে মিলি আমাৰ শত্ৰু মোৱামৰীয়াক মাৰক গৈ।' এইৰূপে স্বৰ্গদেৱৰ আজ্ঞাত আহি আৰি ডাঙৰীয়াৰে সৈতে সম্প্ৰতি দেখা-সম্ভাষা হৈছোঁহি। এতেকে ডাঙৰীয়া, আপুনি ব্যৱস্থা কৰি ৰণ কৰালেহে হ'ব।"

পাচত বুঢ়াগোহাঁইই ডাঙৰীয়াই ৰজাক সুধিলে, "ৰজাৰ লগত যোদ্ধা সহিতে মানুহ কিমান আহিছে?" ৰজাই ক'লে, "ঘোঁৰা সহিতে ৪০০শ টা, আৰু ভাৰী-বেগাৰী হ'ব হেজাৰ দুয়েকমান।"

ডাঙৰীয়াই এই কথাত সন্তুষ্ট হৈ ৰজাক বিদায় দি নিজ বহালৈ পঠিয়ালে। এই সভাত বুঢ়াগোহাঁইই ডাঙৰীয়াই ৰজাক আৰু যুৱৰাজক সোণৰ খাৰু এযোৰকৈ আৰু ৰাজযোগ্য বস্ত্ৰ-অলঙ্কাৰ, আহাৰৰ ব্যৱহাৰৰ কাৰণে সঁজুলি সৈতে ভোজনৰ সামগ্ৰী দিলে।

বুঢ়াগোহাঁয়ে টীয়ক নৈৰ ওচৰত দুটা কোঁঠ দিছিল। দিচৈৰপৰা ডাঙৰীয়াই মণিপুৰীয়া ৰজাৰে সৈতে টীয়কৰ কোঁঠলৈ গ'ল। ৰংপুৰ নগৰ তেতিয়া মৰাণৰ হাতত আছিল। ডাঙৰীয়াই মৰঙ্গীখোৱা ন-ফুকন আৰু সন্দিকৈৰ ওপৰদয়ঙ্গীয়া গেন্ধেলা ৰাজখোৱা আৰু মাজিউদয়ঙ্গীয়া ৰাজখোৱাক লগত দি মণিপুৰীয়া ৰজাক ৰংপুৰৰ ফালে পঠিয়ালে। জয়সিংহ ৰজাই এই কথামতে মৰাণক খেদি নি গৌৰীসাগৰত থাকিলগৈ। ইয়াৰপৰা মধুচন্দ্ৰ যুৱৰাজে সৈন্য লৈ ৰংপুৰৰ ফালে গ'ল, যুৱৰাজৰ পাচে পাচে বুঢ়া ৰজাও গ'ল। ঔগুৰিৰ চকী পাওঁতে ফন্দি কৰি আলিৰ দাঁতিযে দাঁতিয়ে লুকাই থকা মোৱামৰীয়াহঁতে বাহে বাহে ওলাই আহি মণিপুৰীয়াৰ লগত ৰণ কৰিবলৈ ধৰিলে। মণিপুৰীয়াৰ সৈতে মৰাণৰ ভীষণ যুদ্ধ হ'ল। উপায় নেপাই মগলু সেনা অনেক পোনে ভাগিল। জয়সিংহ ৰজাই হয়ৰাজ নামে ঘোঁৰাত উঠি নিজেও প্ৰাণ টাকি মোৱামৰীয়ৰ লগত যুঁজিবলৈ ধৰিলে। মধুচন্দ্ৰই অসীম সাহেৰে যুদ্ধ কৰিছিল। কিন্তু যুদ্ধত তিষ্টিব নোৱাৰি মণিপুৰীয়া ৰজা আৰু সৈন্য হুইঁকি ভাগি আহিল। সেই ৰণত বিস্তৰ মণিপুৰীয়া মানুহ পৰিল। জয়সিংহ ৰজাৰ সৰ্বস্ব লুটি মৰাণে নিলে। ৰজাই আহি টীয়কৰ কোঁঠত বুঢ়াগোহাঁইৰ লগ ধৰি যুদ্ধৰ বৃত্তান্ত সকলো জনালে। পাচে ডাঙৰীয়াই ৰজাৰ সৈতে হুইঁকি দিচৈৰ কোঁঠলৈ আহিল। জয়সিংহ ৰজাই এহেজাৰ মণিপুৰীয়া সৈন্য ডাঙৰীয়াৰ লগত থৈ দুই নৈৰ মুখে দেশলৈ গ'ল।

বুঢ়াৰজা জয়সিংহ মণিপুৰলৈ উভতি যোৱাৰ পাচতো মৰাণ সৈন্যৰ সৈতে মণিপুৰীয়া সৈন্যৰ দিচৈৰ সিপাৰে ৰণ লাগিছিল। ইয়াতো মণিপুৰীয়া সৈন্য ৰ'ব নোৱাৰি দুই নৈৰ মুখে নিজ দেশলৈ গুচি গ'ল।

১৭১৪ শকত অসমৰপৰা উভতি গৈ জয়সিংহ মহাৰাজে কোনো জেগা-জঞ্জাল নোহোৱাকৈ সুস্থিৰমতে মণিপুৰ ৰাজ্য চলাবলৈ ধৰিলে। এইজনা মণিপুৰৰ ৰজা বৰ ধৰ্মপ্ৰাণ আৰু বিদ্যোৎসাহী আছিল। তেওঁৰ আদেশমতে ৰজাৰ ঘৰত ৰাধা-কৃষ্ণৰ পূজাৰ অনুষ্ঠান হয়, আৰু পাঁচজন বিদগ্ধ মণিপুৰীয়া পণ্ডিতে 'চন্দ্ৰাব্দ' নামে এখন বৃহৎ জ্যোতিষৰ গ্ৰন্থ সংকলন কৰে। জয়সিংহৰ দিনৰপৰা মণিপুৰত মাধবাচাৰ্য পন্থী বৈষ্ণৱ ধৰ্মৰ প্ৰচলন হয়, আৰু দেশময় ৰাধা-গোবিন্দৰ মূৰ্তি প্ৰতিষ্ঠা কৰি ৰজাদেৱৰ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰে। জয়সিংহই ইম্ফলৰ সমীপবৰ্তী কাঞ্চিপুৰত কাৰেঙ্গৰ চাৰিপাশে এটা ডাঙৰ খাল খানি প্ৰসাদ ৰক্ষাৰ বন্দোৱস্ত কৰি দিয়ে।

ৰাজা নিজে বৰ সুপণ্ডিত আছিল। বুৰঞ্জী-শাস্ত্ৰত তেওঁৰ বৰ ব্যুৎপত্তি আছিল। তেওঁৰ সৰলতা, উন্নত মন আৰু অমায়িকতাৰ গুণে জয়সিংহ ৰজাই অন্য ৰাজ্যৰ ভাল বস্তু, আচাৰ-ব্যৱহাৰ গ্ৰহণ কৰি নিজ দেশত তাক প্ৰচলন কৰাইছিল। অসমত পিয়ল

কাৰ্য দেখি এওঁেই সৰ্বপ্ৰথমে মণিপুৰত পিয়লৰ প্ৰথা উলিয়ায়; অসমত থাকোতে হস্তী-পৰীক্ষাৰ আগনিশা যুগলমূৰ্তি সামাজিকত দেখি মণিপুৰ দেশত পাচলৈ তাৰ প্ৰৱৰ্তন কৰে। অসমৰ জয়সাগৰ, গৌৰীসাগৰ, শিৱসাগৰৰ নিচিনা বিয়াগোম বিয়াগোম পুখুৰী দেখি নিজৰ দেশত জয়সিংহ ৰজাই এটা বৰ ডাঙৰ পুখুৰী খনায়, আৰু অসমীয়া টোপ-ছিলৈৰ চানেকিৰে টোপ-ছিলৈ গঢ়িবৰ নিমিত্তে মণিপুৰত কমাৰশাল স্থাপন কৰেগৈ। মণিপুৰীয়া, মুছলমান, নগা আদি সকলো প্ৰজাৰ প্ৰতি জয়সিংহ ৰজা সমদৰ্শী আছিল। ত্ৰিপুৰা আৰু অসম ৰজাৰে সৈতে তেওঁ চিৰকলীয়া মিত্ৰতা স্থাপন কৰি যায়।

বয়স বাঢ়ি অহাত জয়সিংহ ৰজাই পুতেক লাৱণ্যচন্দ্ৰ ওৰফে হৰ্ষচন্দ্ৰক প্ৰধান যুৱৰাজ পাতি তেওঁক ৰাজ্যভাৰ অৰ্পণ কৰি তীৰ্থযাত্ৰা কৰে। পদ্মা নদীৰ কাষৰত ভগৱান-গোলা বা শ্ৰীপাট ক্ষেত্ৰ নৱদ্বীপৰ অন্তৰ্গত এডোখৰ ঠাইত মণিপুৰৰ প্ৰবল প্ৰতাপী ৰজা জয়সিংহ কৰ্ত্তা মহাৰাজা ১৭২১ শকত জীৱন-লীলা সম্বৰণ কৰে। একুৰি চৈধ্য বছৰ জয়সিংহ ৰজাই মণিপুৰৰ ৰাজ্য ভোগ কৰে।

জয়সিংহৰ মৃত্যুৰ পাচত তেওঁৰ প্ৰথম পুত্ৰ লাৱণ্যচন্দ্ৰ মণিপুৰৰ ৰজা হয়। তিনি বছৰৰ পাচত এগৰাকী মাহীমাকে লাৱণ্যচন্দ্ৰক হত্যা কৰে, আৰু নিজ পুত্ৰ মধুচন্দ্ৰক সিংহাসনত বহুৱায়। পাঁচ বছৰ ৰাজত্বৰ পাচত ভায়েক চৌৰজিতে মধুচন্দ্ৰক সিংহাসন-চ্যুত কৰে। মধুচন্দ্ৰই শহুৰেক কছাৰী ৰজাৰ আশ্ৰয় লয়। কছাৰী সৈন্যৰ সহায়েৰে মণিপুৰ উদ্ধাৰ কৰিবলৈ যাওতে চৌৰজিতে মধুচন্দ্ৰক হত্যা কৰে। মধুচন্দ্ৰৰ পাচত চৌৰজিৎ আৰু মাৰ্জিত নামে বুঢ়াৰজা জয়সিংহৰ দুজনা পুতেক ক্ৰমান্বয়ে সিংহাসনত বহে। এওঁলোকৰ দিনত কাছাৰ আৰু মানদেশৰ লগত মণিপুৰৰ কেবাখনো যুদ্ধ লাগে। ইংৰাজী ১৮২৬ চনত হোৱা ইয়াণ্ডাবু সন্ধি সূত্ৰে জয়সিংহৰ পঞ্চমপুত্ৰ গম্ভীৰসিংহ মণিপুৰ আৰু কুবো উপত্যকাৰ ৰজাৰূপে সিংহাসনত প্ৰতিষ্ঠিত হয়।

সম্প্ৰতি, অৰ্থাৎ ১৯৩৬ খৃষ্টাব্দত, গৰিবনাৱাজ ৰজাৰ পুত্ৰ ভৌম্ৰামছাইৰ সন্ততি শ্ৰীলশ্ৰীপঞ্চযুক্ত মণিপুৰেশ্বৰ ভক্ত ৰাজৰ্ষি চাৰ চুড়চান্দসিংহ মহাৰাজ বাহাদুৰ মণিপুৰৰ সিংহাসনত অধিষ্ঠিত হৈ আছে।

## একাদশ অধ্যায়

# স্বৰ্গদেৱৰ দেশ ভ্ৰমণ

১৬৭৮ শকত স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ মহাৰাজে অসমৰ ভাটী অঞ্চল ভ্ৰমি তীৰ্থ আদি পৰিদৰ্শন কৰি ৰাজ্যৰ অৱস্থা নিজৰ চকুৰে চাবলৈ মন কৰিলে। দেশত বিদ্ৰোহ আৰু হুলস্থূল নাই, স্বৰ্গদেৱে এইদৰে দেশ ভ্ৰমণ কৰিবলৈ বিচৰাত ৰাজকাৰ্যৰ কোনো ক্ষতি নহৈছিল। স্বৰ্গদেৱে কীৰ্তিচন্দ্ৰ বৰবৰুৱাক আদেশ দিলে যে উজনিৰপৰা নামনিৰ হাজোলৈকে এই খণ্ডৰ ভিতৰত খাপে খাপে এখাৰ ঠাইত বাহৰ সাজিব লাগে, যাতে ৰজাদেৱে সেইবোৰ ঠাইত বৈ বৈ তীৰ্থ আৰু মৃগয়া কৰি ভটিয়াই গৈ থাকিব পাৰে। বৰবৰুৱাই স্বৰ্গদেৱৰ আজ্ঞামতে এইবোৰ ঠাইত বাহৰ সজাই আহিলা-পাতি তৈয়াৰ কৰি ৰাখিলে—সোণাৰি নৈ, গজপুৰ, দেৱৰগাওঁ, বিশ্বনাথৰ পোনে টীয়াৰায়, কলিয়াবৰ, সৰিয়হতলি, বৰদোৱা, বেকী, কালশিলা, বৰনদী আৰু হাজো। সেই সময়ত অসম ৰাজ্যৰ পশ্চিম সীমা গোৱালপাৰা জিলাৰ হাবৰাঘাট পৰগণা আৰু মানাহ নৈলৈকে আছিল।

আমি জনাত আহোম স্বৰ্গদেৱসকলৰ ভিতৰত মাথোন ৰুদ্ৰসিংহ ৰজাই নামনি পৰিভ্ৰমণ কৰিবলৈ গৈছিল। তেওঁৰ উদ্দেশ্য আছিল বঙ্গ-দিগ্বিজয়। তাৰ পূৰ্বে গদাধৰ সিংহই ছদ্মবেশেৰে দেশ-বিদেশ ভ্ৰমি ফুৰিছিল আৰু ৰজা হৈ ৰাজদ্ৰোহ দমন কৰিবলৈ এবাৰ কলিয়াবৰলৈকে আহি তাত থকা বাহৰৰ নাম মনপুৰ থৈছিল। ৰাজেশ্বৰসিংহৰ পাচত মোৱামৰীয়াৰ উৎপাতত থাকিব নোৱাৰি লক্ষ্মীসিংহ স্বৰ্গদেৱে কলিয়াবৰলৈ ভটিয়াই যাবলৈ প্ৰস্তাৱ কৰিছিল, কিন্তু নাও-নাৱৰা বিচাৰি দোধোৰ-মোথোৰ কৰি থাকোঁতে মৰাণে আহি তেওঁক বন্দী কৰে। সেইদৰে মৰাণৰ উপদ্ৰৱত তিষ্টিব নোৱাৰি গৌৰীনাথসিংহ স্বৰ্গদেৱে গুৱাহাটী আৰু নগাওঁৰ ফালে গৈছিল। আৰু মানৰ উপদ্ৰৱত দেশ লণ্ড-ভণ্ড হোৱাৰ সময়ত চন্দ্ৰকান্ত, পুৰন্দৰসিংহ আৰু যোগেশ্বৰসিংহ ভাটীলৈ যাবলৈ বাধ্য হৈছিল। কিন্তু শান্তিৰ কালত ৰাজ্যৰ অৱস্থা চাই ফুৰিবলৈ নামনিলৈ যোৱাৰ আয়োজন মাত্ৰ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে কৰিব পাৰিছিল।

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে বাহৰে বাহৰে থাকি ওচৰৰ গাওঁ-ভূঁই, মানুহ-প্ৰজা চাই তীৰ্থাদি দৰ্শন কৰি, দান-দক্ষিণা আদি দি আৰু সুবিধা পালে পহু, মাছ, ম'হ আদি মাৰি বহুত ৰং আনন্দ কৰিবৰ মনস্থ কৰিছিল। আহোম ৰজাসকলে মৃগয়া কৰিবলৈ বৰ ভাল পাইছিল। যেতিয়াই ৰাজ্য সুস্থিৰ হয় তেতিয়াই ৰজাসকলে কাঁড়, হিলৈ লৈ পহু, মাছ মাৰিবলৈ গৈছিল। সেইদৰে মৃগয়াত ফুৰোঁতেই গদাধৰসিংহ স্বৰ্গদেৱৰ সাংঘাতিক নৰিয়া হ'ল। ১৬১৬ শকত গদাধৰসিংহ ৰজাই দিখৌৰ আগাৰিত বৰদুবিৰ কাষৰত

পছু মাৰিবলৈ গৈ বৰ শিল এটাত উঠি ৰং চাইছিল। এনেতে পৰ্বতৰপৰা পছু এটা দেও মাৰি আহি ৰজা থিয় হৈ থকা বৰশিলাটোত পৰিলহি। ৰজাদেৱৰ গা চকি তেতিয়াই জৰ উঠিলত ৰজা তুৰন্তে ঘৰলৈ আহিল। সেই জৰ নেৰিলে, তাৰ লগে লগে আৰু এটা নতুন ব্যাধিৰ উপক্ৰম হ'ল। ডিঙ্গিত গাঁৰ এটা হৈ স্বৰ্গদেৱে ডাঙৰ বেদনা পালে। সেই জৰ আৰু যন্ত্ৰণাত ১৬৯৬ শকৰ ফাগুন মাহত গদাধৰসিংহ স্বৰ্গী হ'ল।

১৬৭৮ শকৰ ১৩ আষোণৰ দিনা ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে ৰংপুৰ এৰি সোণাৰি নৈৰ বাহৰলৈ যাত্ৰা কৰিলে। তেওঁৰ লগত গৈছিল, কীৰ্তিচন্দ্ৰ বৰবৰুৱা, কালশিলীয়া গোহাঁইদেৱ, চাৰুসিংহ মাজুগোহাঁই, ৰত্নেশ্বৰ সৰুগোহাঁই, পাটকোঁৱৰ আৰু এগৰাকী পুতেক, বাজুয়া গোহাঁই, ঠাকুৰ বাপ, বৰজনা আইকুঁৱৰীদেও, পৰ্বতীয়া আইকুঁৱৰীদেও, বৰমাহী কুঁৱৰী, মাহীকুঁৱৰী, ন-কুঁৱৰী, তামুলী কুঁৱৰী, স্বৰ্গদেৱৰ কন্যা আইদেৱটি, চন্দ্ৰহাস চোলাধৰা ফুকন, উমা খঙ্গীয়া ফুকন, বুঢ়াগোহাঁই, বৰপাত্ৰ গোহাঁই, সলাল গোহাঁই আৰু মৰঙ্গীখোৱা গোহাঁই। সোণাৰি নৈ পোৱাৰ পূৰ্বেই সৈন্য-সামন্ত, লিগিৰা-পাঁচনি আদি গৈ বাহৰে বাহৰে সকলো ঠিকঠাক্ কৰি আহিলা-সামগ্ৰী লৈ স্বৰ্গদেৱলৈ বাট চাই থাকিল। সোণাৰি নৈৰ বাহৰৰপৰা স্বৰ্গদেৱে পাত্ৰ-মন্ত্ৰীসকলেৰে সৈতে খাটবৰত কিছুদিন থাকিল। ইয়াত থাকোঁতে স্বৰ্গদেৱে ওচৰৰ ঠাইবোৰত ফুৰি ফুৰিছিল। তাৰপৰা ৰজাদেৱে বঠাখনলৈ যায়। এই ঠাইত থাকোতে মাছ-পছু মাৰি বহুত ৰং-চং কৰিলে। ইয়াৰপৰা স্বৰ্গদেৱে ফুলবাৰীলৈ গৈ তাত থকা ঠাকুৰাণীৰ মন্দিৰত গোসাঁনী সেৱা কৰিলে। আৰু তাহানি জনক ৰজাৰ কুল-পুৰোহিত গৌতম মুনিৰ আশ্ৰমেৰে পাৰ হৈ পবিত্ৰ হোৱা পিছুলা নৈৰ পানীত স্নান কৰিলে। আৰু এই ঠাইত ৰজাদেৱে চৈধ্য হেজাৰ মুনিহ-তিৰোতা আৰু ল'ৰা-ছোৱালীক, ধন-সোণ আৰু বস্ত্ৰ আদি বিলাই দিছিল। তাৰ পাচত স্বৰ্গদেৱে ফুলবাৰী এৰি বঠাখানা আৰু খাটবৰৰ বাহৰেদি ৰংপুৰ পালেহি। ইয়াৰ এমাহৰ পাচত স্বৰ্গদেৱে পাত্ৰ-মন্ত্ৰীসকলেৰে সৈতে আকৌ গুৱাহাটীলৈ ভটিয়াই গ'ল।

ৰংপুৰৰপৰা দেৰগাৱঁলৈ স্বৰ্গদেৱে আলিয়েদি হাতীৰ ওপৰত গৈছিল। তাৰে-পৰা নাৱেৰে ভটিয়াই যাবলৈ ধৰিলে। সেই সময়ত গুৱাহাটীত বিজয় তৰুণ দুৱৰাৰ নাতি দশৰথ বহিখোৱা বৰফুকন আছিল। বৰফুকনে নিজৰ চ'ৰাত সকলো বিষয়া, দৰং ৰাণীৰ ৰজা আৰু অন্যান্য ৰজা-পোৱালিসকলেৰে সৈতে কাজলিমুখলৈকে আগবাঢ়ি আহি স্বৰ্গদেৱক সেৱা কৰি আদৰি আনিলে। স্বৰ্গদেৱে আহি লতাশিলৰ ঘাটত নাও বান্ধিলে। স্বৰ্গদেৱে নাৱৰপৰা নামা মাত্ৰকে হিলৈ জাই কৰা হ'ল। সেইদিনা লতাশিল ঘাটত প্ৰজাৰ ইমান ভিৰ হৈছিল যে বহুত মানুহ হাতীৰ তলত পৰি মৰিল। গুৱাহাটীত স্বৰ্গদেৱক সম্ভাষণ কৰিবলৈ এখন বৰ ডাঙৰ সভা পতা হ'ল। দৰং, বেলতলা, ৰাণী, পাণ্টনীয়া, মৈৰাপুৰ, ভেলাগাওঁ আৰু ন-দুৱাৰৰ ৰজাসকলে যথাযোগ্য ৰাজ উপহাৰ দি স্বৰ্গদেৱক সেৱা কৰিলে। বৰফুকন, পানীফুকন আদি গুৱাহাটীয়া বিষয়াসকলেও স্বৰ্গদেৱক উপহাৰ দিলে। আৰু স্বৰ্গদেৱৰপৰা বঁটা-বাহন আৰু স্নেহপূৰ্ণ সম্ভাষণ পাই পৰম-প্ৰীতি লাভ কৰিলে।

গুৱাহাটীত কিছুদিন থাকি স্বৰ্গদেৱে হাজোৰ হয়গ্ৰীব মাধৱৰ মন্দিৰ চাবলৈ ইচ্ছা কৰিলে। স্বৰ্গদেৱৰ আজ্ঞামতে বৰফুকনে এখন সোণৰ কাঁহী, এটি সোণৰ পাত্ৰ আৰু তিনটি সোণৰ ছত্ৰ তৈয়াৰ কৰিলে। স্বৰ্গদেৱে হাজোৰ হয়গ্ৰীব মাধৱৰ মন্দিৰত

সেৱা কৰিলে আৰু তাৰ দেৱলীয়া ব্ৰাহ্মণ, ঠাকুৰ, নাচনী আৰু গায়ন-বায়নসকলক যথা-যোগ্য দান-দক্ষিণা কৰিলে। গাওঁ-ভূঁই ভাঙি প্ৰজাই স্বৰ্গদেৱক চাবলৈ আহিল। স্বৰ্গদেৱৰ সৌম্য মূৰ্তি, শিষ্ট ব্যৱহাৰ আৰু মৰমৰ মাত পাই সকলো প্ৰজাই পৰম প্ৰীতি লাভ কৰিলে। স্বৰ্গদেৱে হাজোত থাকোতে ছ-হেজাৰ টকা, এশ তোলা সোণ, দহ পেৰা কাপোৰ আৰু অন্যান্য বিস্তৰ বয়-বস্তু মানুহক দান কৰিছিল।

হাজোৰপৰা উভতি আহি স্বৰ্গদেৱে কামাখ্যা, অশ্বক্ৰান্ত, জনাৰ্দন, কানাই-বৰশী বোৱা, উগ্ৰতাৰা, নৱগ্ৰহ, বশিষ্ঠ আৰু গোপেশ্বৰ মন্দিৰ দৰ্শন কৰিলে। সেই সময়ত এটা সৰ্বগ্ৰাস চন্দ্ৰ-গ্ৰহণ হৈছিল। ৰাজ্যৰ সু-মঙ্গলৰ অৰ্থে তাৰ শান্তিৰ কাৰণে স্বৰ্গদেৱে অশ্বক্ৰান্তত কৰ্ণকাঞ্চলি দান কৰিছিল। এই সকলোবোৰ তীৰ্থতে স্বৰ্গদেৱে অনেক ব্ৰাহ্মণ আৰু সাধুলোকক ভূমি-বৃত্তি দিছিল, আৰু এজন ব্ৰাহ্মণক সোণৰ লগুণ বঁটা দিছিল। তাৰ উপৰিও দান-দক্ষিণাত স্বৰ্গদেৱে এইখিনি ব্যয় কৰিছিল,—চৈধ্য হেজাৰ টকা, চাৰিশ তোলা সোণ আৰু কুৰি পেৰা কাপোৰ।

১৬৭৮ শকৰ ফাগুনৰ ৬ দিন যোৱাত স্বৰ্গদেৱে নীলাচলৰ মন্দিৰ দৰ্শন কৰি উভতি আহিছিল। আহোতে দুৱাৰমুখত বৰফুকন আৰু তেওঁৰ পিতাকে স্বৰ্গদেৱক নানান বয়-বস্তু উপহাৰ দি ভেটিছিল। সেই শকৰ চ'তৰ ১৩ দিন যোৱাত বৰনদীৰ বাহৰত ফাকু যাত্ৰাৰ দ'লতো বৰফুকনে স্বৰ্গদেৱক আৰু তেওঁৰ লগত যোৱা পৰিয়ালবৰ্গ আৰু বিষয়াসকলক যথাযোগ্য উপহাৰ দি ভেটিছিল। গুৱাহাটীত থকা কালত স্বৰ্গদেৱে দীৰ্ঘেশ্বৰী দেৱালয়ৰ দেৱীৰ পূজাৰ পীঠস্থান ঢাকি থ'বলৈ ২১৬ তোলা ওজনৰ এটা ৰূপৰ জাপি দান কৰিছিল। সেই জাপিত ঘূৰণীয়াকৈ লিখা আছে,—"শাকে ১৬৭৯ দীৰ্ঘেচাৰ্যা মহাদেৱ্যো পীঠাচ্ছাদনক নৃপ শ্ৰীৰাজেশ্বৰসিংহস্য ৰাজতম সমদিদং মিতমস্য ২১৬ টকা।"

গুৱাহাটীত আঠ মাহ থাকি স্বৰ্গদেৱে উজনিলৈ যাত্ৰা কৰিলে। কলিয়াবৰৰ বাহৰত থাকোঁতে ডফলা দুৱৰাৰ কটকীসকলে ৰজাদেৱক উপহাৰ দি বৰিলে। বিশ্বনাথত স্বৰ্গদেৱে ছ-হেজাৰ টকা, এশ তোলা সোণ, ছ-পেৰা কাপোৰ দান-দক্ষিণা দিলে আৰু বিশ্বনাথৰ ওচৰত থকা ওঠৰখন তীৰ্থস্থান দৰ্শন কৰিলে। নুমলী পাওঁতে স্বৰ্গদেৱৰ গা অসুখ হ'ল। সেই কাৰণে ওঠৰদিন তাত থাকিব লগাত পৰিল। দেৱৰগাওঁত স্বৰ্গদেৱে এহেজাৰ টকা, এশ তোলা সোণ, এটা সুবৰ্ণ পাত্ৰ আৰু ছ-পেৰা কাপোৰ দান-দক্ষিণা দিলে। সোণাৰিৰ বাহৰৰ কাষত প্ৰজাবোৰে দুশ বনৰীয়া ম'হ গোটাইছিল, আৰু সেই ম'হৰ লগত হাতীৰ যুঁজ চাই স্বৰ্গদেৱে পৰম আনন্দ লাভ কৰিলে।

১৬৭৯ শকৰ চ'তত স্বৰ্গদেৱ ৰংপুৰ পালেগৈ। ইমান দিন ৰাজধানী শূন্য কৰি নানা দেশ ভ্ৰমি পথে-প্ৰবাসে কষ্ট পাই অহা স্বৰ্গদেৱক পুনৰ ৰংপুৰত দেখি বিষয়াসকল হৰ্ষযুক্ত হৈ ৰজাৰ লগত দেখা-সম্ভাষা হ'ল, স্বৰ্গদেৱেও তেওঁলোকক ইমান দিনৰ মূৰত দেখা পাই পৰম আনন্দ লাভ কৰিলে।

গুৱাহাটীত থকা কালত স্বৰ্গদেৱক আৰু তেওঁৰ আইকুঁৱৰী, কোঁৱৰ আৰু বিষয়াসকলক নামনিয়াল বৰফুকন আদিয়ে নানান উপহাৰৰ সামগ্ৰী দি ভেটিছিল। তাৰ লেখা এই,—
তামুলী কুঁৱৰীদেৱক—

| | | |
|---|---|---|
| ১॥০ | সোণৰ বাখৰাম থুৰীয়া | ১ যোৰ |
| ফুলাম ৰৰকাপৰ | | ১ যোৰ |

| | | |
|---|---|---|
| ফুলাম বিহা | ১ | খন |
| পটিৰে বুটাদাৰ মেখলা | ১ | খন |
| ৰাটা ঢকা | ১ | খন |
| গামচা | ১ | খন |

ন-কুঁৱৰীদেৱক—

| | | |
|---|---|---|
| ১।।০ সোণৰ ৰাখৰাম থুৰীয়া | ১ | যোৰ |
| ফুলাম ৰৰকাপৰ | ১ | যোৰ |
| ফুলাম বিহা | ১ | খন |
| পটিৰে বুটাদাৰ মেখলা | ১ | খন |
| ৰাটা ঢকা | ১ | খন |
| গামচা | ১ | খন |

আইদেউটীক—

| | | |
|---|---|---|
| পাটৰ মেখেলাৰ উকা কাপৰ | ১ | সাজ |

গোহাঁইদেউটীক—

| | | |
|---|---|---|
| উকা কাপৰ | ১ | সাজ |

পাঁচজনা গোহাঁইদেৱক—

| | | |
|---|---|---|
| ১।।০ মহীয়াকৈ ৰবৈ দিয়া কেৰু | ৫ | যোৰ |
| মূৰ হাঁচটি | ৫ | যোৰ |
| চেলেঙ | ৫ | যোৰ |
| ৰৰকাপৰ | ৫ | যোৰ |
| বচোৱাল | ৫ | যোৰ |
| টঙালি | ৫ | যোৰ |
| তামোল হাঁচটি | ৫ | যোৰ |
| পখৰু তং | ৫ | যোৰ |

ঠাকুৰ বাপক—

| | | |
|---|---|---|
| পাগুৰি | ১ | যোৰ |
| চেলেঙ | ১ | যোৰ |
| ৰৰকাপৰ | ১ | যোৰ |
| পাটৰ ভুনি | ১ | যোৰ |

ৰৰবৰুৱাদেৱক—

| | | |
|---|---|---|
| ২।।০ সোণৰ ৰাখৰাম কেৰু | ১ | যোৰ |
| ফুলাম কাপৰ | ১ | সাজ |
| ৫ টকা সোণৰ ঢোলী | ১ | টা |
| ৩০ টকা ৰূপৰ বটা | ১ | টা |
| ৬০ ৰূপৰ ভাতৰ বান | ১ | খন |
| ৪৮ ৰূপৰ শাকৰ বান | ৩ | খন |
| ৰূপখটা তামৰ শৰাই | ১ | খন |

| | | |
|---|---|---|
| ৰূপৰ নালিচাৰে তামৰ ঝৰা | ১ | টা |
| আৰে নালিচুনাত ৰূপ | ২০ | |
| পিতলৰ মাইহাঙ্গ | ১ | খন |
| পিতলৰ বেলা | ১ | খন |
| ৰূপৰ কাণেৰে তামৰ কলহ | ৪ | টা |
| আৰে কাণত ৰূপ | ২০ | |

আইদেৱক—

| | | |
|---|---|---|
| ১৷৷০ সোণৰ বাখৰাম থুৰীয়া | ১ | যোৰ |
| ফুলাম কাপৰ | ১ | সাজ |

এই দুয়োভাগ বস্তু একো নেৰাখিলে, এটাইখিনি বস্তু ওলোটাই দিলে। ওলোটাই দিবৰ দেখি পাচে দিলে,—

ৰবৰুৱাদেৱলৈ—

| | | |
|---|---|---|
| বাখৰপাতা সোণৰ কেৰু | ১ | যোৰ |
| সোণৰ খাৰু | ১ | যোৰ |
| সোণাৱলী কাপৰ | ১ | সাজ |

আইদেৱলৈ—

| | | |
|---|---|---|
| সোণৰ বাখৰাম থুৰীয়া | ১ | যোৰ |
| সোণৰ বাখৰাম খাৰু | ১ | যোৰ |
| ফুলাম কাপৰ | ১ | সাজ |

আকো ওলোটাই দিলে, একো নাৰাখিলে।

শক ১৬৭৮ শকৰ ফাগুনৰ ৬ দিন আছোতে স্বৰ্গদেৱ নীলাচলৰপৰা আহোতে দুৱাৰ মুখতে ৰবফুকনৰ বাপেক-পুতেকে ভেঁটিলে—

| | | |
|---|---|---|
| বানাত দুখনেৰে শৰাই | ১ | খন |
| তাও তিনিখনেৰে শৰাই | ১ | খন |
| ফুলাম আঠুৰা দুইখনেৰে শৰাই | ১ | খন |
| ফুলাম আঁৰকাপৰ এখনেৰে শৰাই | ১ | খন |
| পাটৰ ভুনি চাৰিখনেৰে শৰাই | ১ | খন |
| চিচাৰ বানটাৰি ছয়টাৰে শৰাই | ১ | খন |
| ঘোঁৰা | ২ | টা |
| পহু | ৫ | টা |
| কৰচন চৰাই | ৫ | টা |
| তামোল-পাণ | ৬০ | মাধা |

ৰবৰুৱাদেৱক ভেঁটিলে—

| | | |
|---|---|---|
| তাও কাপৰ | ২ | খন |
| বানাত | ১ | খন |
| ফুলাম আঠুৰা | ২ | খন |
| ফুলাম আঁৰকাপৰ | ১ | খন |

আকো ন'ললে, ওলোটাই দিলে।

৬শ্ৰীশ্ৰীৰাজেশ্বৰসিংহ দেৱতাক ৰৰনদী ৰাহৰত চ'তৰ ১৩ দিন যাওঁতে কাণ্ড যাত্ৰাৰ দ'লত ভেটিছে—

| | | |
|---|---|---|
| অলঙ্কাৰ সহিতে হাথী | | ২ টা |
| ঘোঁৰা সালঙ্কিতা | | ৪ টা |
| আৰু সুদা ঘোঁৰা | | ১০ টা |
| হাতীৰ ৰথ | | ১ খন |
| সোণাৱলী তৰোৱাল | | ৫ খন |
| ৰূপাৱলী তৰোৱাল | | ৫ খন |
| সোণাৱলী বাৰু | | ৫ খন |
| ৰূপাৱলী বাৰু | | ৫ খন |
| জামদাৰ | | ৮ খন |
| হিলৈ | | ১০ টা |
| সাধা বাৰু | | ৪০ খন |
| আৰু সুদা মুকচাওনীৰে হাথী | | ২ টা |
| বঙ্গালৰ গড়িয়া চিফাই | | ১ টা |
| গোমচেঙ্গ দুশৰাইত | | ৪ খান |
| বানাত পাচ শৰাইত | | ১০ খান |
| তাও পাচ শৰাইত | | ২০ খান |
| বুটাদাৰ খান দুই শৰাইত | | ৮ খান |
| আতলচ দুই শৰাইত | | ৮ থান |
| পাটৰ ভুনি পাঁচ শৰাইত | | ২০ খান |
| ছিট কাপৰ এক শৰাইত | | ২ খান |
| ফুলাম আঠুৰা পাচ শৰাইত | | ১০ খান |
| ফুলাম আঁৰকাপৰ দহ শৰাইত | | ১০ থান |
| চিচাৰ চাৰি শৰাইত | | ২৩ থান |
| আৰছিৰ এক শৰাইত | | ৬ থান |
| চন্দন কাঠ দুই শৰাইত | | ৯ ডোখৰ |
| চাকলি গান্ধ এক শৰাইত | | ১২ ডোখৰ |
| সৰ্বাঙ্গ গান্ধ | | ৪ টা |
| হাতী দাঁত | | ২০ টা |
| ম'হৰ শিং ২০ সাঙ্গিত | | ১২০ গোট |
| খন্ডা ১০ টোপোলাত | | ১০০ খন |
| ৰাগৰি খন্ডা ৪ টোপোলাত | | ২০ খন |
| দহাতি | ১০০ টোপোলাত | ২০০০ খন |
| বাৰহাতি | ৫০ টোপোলাত | ১০০০ খন |
| ৰৰপৰিয়া | ২৫ টোপোলাত | ৫০০ খন |
| এড়িয়া শাৰী | ২৫ টোপোলাত | ৫০০ খন |
| পচি | ১২ টোপোলাত | ৬০ খন |

| | | |
|---|---|---|
| চামৰ | ২০ সাজিত | ১০০ টা |
| কোড় | ১২৫ সাজিত | ২০০০ খন |
| কতৰা | ২০ সাজিত | ১০০ খন |
| তেল | ৩৩৩ সাজিত | ১০০০ কলহ |
| ঘিউ | ২০০ সাজিত | ৪০০ কলহ |
| লোণ | ১০০ সাজিত | ২০০ টৌ |
| খালোন | ১০০ সাজিত | ৪০০ টৌ |
| জাৰণশিল | ৫ সাজিত | ২০ টৌ |
| বলধ গৰু | | ৮০ টা |
| ভতৰা | | ৬ টা |
| গুমনি গৰু | | ১ টা |
| মাতা | | ২ টা |

১৬৭৯ শকৰ বৈসাগত—

বৰজনা আইকুঁৱৰীদেৱক—

| | |
|---|---|
| পাতভুনি | ৩ খন |
| ফুলাম আঠুৰা | ১ খন |
| আঁৰকাপৰ | ১ খন |
| থঙ্গা | ৬ খন |
| লোণ | ৬ গোট |
| তেল | ১২ কলহ |
| ঘিউ | ৪ কলহ |

পৰ্বতীযা আইকুঁৱৰীদেৱক—

| | |
|---|---|
| পাটভুনি | ৩ খন |
| ফুলাম আঠুৰা | ১ খন |
| আঁৰকাপৰ | ১ খন |
| থঙ্গা | ৬ খন |
| লোণ | ৬ গোট |
| তেল | ১২ কলহ |
| ঘিউ | ৪ কলহ |

বৰমাহী কুঁৱৰীদেৱক—

| | |
|---|---|
| পাটভুনি | ২ খন |
| ফুলাম আঠুৰা | ১ খন |
| আঁৰকাপৰ | ১ খন |
| থঙ্গা | ৫ খন |
| লোণ | ৪ গোট |
| তেল | ৮ কলহ |
| ঘিউ | ২ কলহ |

মাহী কুঁৱৰীদেৱক—

| | |
|---|---|
| পাট ভুনি | ২ খন |
| ফুলাম আঠুৰা | ১ খন |
| আঁৰকাপৰ | ১ খন |
| থঙ্গা | ৪ খন |
| লোণ | ৩ গোট |
| তেল | ৬ কলহ |
| ঘিউ | ২ কলহ |

ন-কুঁৱৰীদেৱক—

| | |
|---|---|
| পাট ভুনি | ২ খন |
| ফুলাম আঠুৰা | ১ খন |
| আঁৰকাপৰ | ১ খন |
| থঙ্গা | ৪ খন |
| লোণ | ৩ গোট |
| তেল | ৩ কলহ |
| ঘিউ | ২ কলহ |

তামুলী কুঁৱৰীদেৱক—

| | |
|---|---|
| ফুলাম আঠুৰা | ১ খন |
| আঁৰকাপৰ | ১ খন |
| থঙ্গা | ৩ খন |
| লোণ | ২ গোট |
| তেল | ৪ কলহ |
| ঘিউ | ১ কলহ |

৺দেৱতাৰ ভাই গোহাঁইদেৱলৈ—

| | |
|---|---|
| পাটৰ ভুনি | ২ খন |
| ফুলাম আঁৰকাপৰ | ১ খন |
| ফুলাম আঠুৰা | ১ খন |
| থঙ্গা | ৪ খন |
| কোঁড় | ৪০ খন |
| লোণ | ৪ টা |
| তেল | ৮ টা |
| ঘিউ | ৪ টা |
| চামৰ | ৩ টা |

ৰৰজনা গোহাঁইদেৱৰ—

| | |
|---|---|
| পাটৰ ভুনি | ২ খন |
| ফুলাম আঁৰকাপৰ | ১ খন |
| ফুলাম আঠুৰা | ১ খন |

| | |
|---|---|
| কোড় | ৪০ খন |
| লোণ | ৪ টা |
| তেল | ৮ টা |
| ঘিউ | ৪ টা |
| চামৰ | ৩ টা |

আৰু তিনিজনা গোহাঁইদেৱলৈ—

| | |
|---|---|
| পাটৰ ভুনি | ৬ খন |
| থঙ্গা | ১২ খন |
| কোড় | ৬০ খন |
| লোণ | ১২ টা |
| তেল | ২৪ কলহ |
| ঘিউ | ১২ কলহ |
| চামৰ | ৯ টা |

বাঝুবা বৰগোহাঁইদেৱলৈ—

| | |
|---|---|
| থঙ্গা | ৫ খন |
| দহাতি | ৬০ খন |
| কোড় | ৪০ খন |
| লোণ | ৬ টা |
| তেল | ১২ কলহ |
| ঘিউ | ৪ কলহ |
| চামৰ | ৫ টা |
| কতৰা দা | ৬ খন |

বুঢ়াগোহাঁইদেৱৰ—

| | |
|---|---|
| থঙ্গা | ৪ খন |
| দহাতি | ৪০ খন |
| কোড় | ৩২ খন |
| লোণ | ৪ টা |
| তেল | ৮ কলহ |
| ঘিউ | ৪ কলহ |
| চামৰ | ৪ টা |
| কতৰা দা | ৫ খন |

বৰপাত্ৰ গোহাঁইদেৱৰ—

| | |
|---|---|
| থঙ্গা | ৪ খন |
| দহাতি | ৪০ খন |
| কোড় | ৩২ খন |
| লোণ | ৪ টা |
| তেল | ৮ কলহ |

| | |
|---|---|
| ঘিউ | ৪ কলহ |
| চামৰ | ৪ টা |
| কতৰা দা | ৫ খন |

সন্দান গোহাঁইদেৱৰ—

| | |
|---|---|
| খড়্গা | ২ খন |
| কোড় | ২০ খন |
| লোণ | ২ টা |
| তেল | ৪ কলহ |
| ঘিউ | ২ কলহ |
| চামৰ | ২ টা |
| কতৰা দা | ২ খন |

মৰঙ্গীখোৱা গোহাঁইদেৱৰ—

| | |
|---|---|
| খড়্গা | ২ খন |
| কোড় | ২০ খন |
| লোণ | ২ টা |
| তেল | ৪ কলহ |
| ঘিউ | ২ কলহ |
| চামৰ | ২ টা |
| কতৰা | ২ খন |

ঠাকুৰ বাপৰ—

| | |
|---|---|
| ঘোঁৰা | ১ টা |
| পাটৰ ভুনি | ২ খন |
| ফুলাম আঠুৰা | ১ খন |
| ফুলাম আঁৰকাপৰ | ১ খন |
| ঘিউ | ২ কলহ |

বৰবৰুৱাদেৱৰ —

| | |
|---|---|
| ঘোঁৰা | ২ টা |
| খড়্গা | ২০ খন |
| দহাতি | ১০০ খন |
| বড়পৰি | ২০ খন |
| কোড় | ২০০ খন |
| কতৰা দা | ২০ খন |
| লোণ | ২০ টা |
| তেল | ৪০ কলহ |
| ঘিউ | ১০ কলহ |
| চামৰ | ১০ টা |

চোলাধৰা ফুকনৰ—

| | |
|---|---|
| ২৷৷০ সোণৰ নাখৰাম কেৰু | ১ যোৰ |
| ২০ টকা সোণৰ খাৰু | ১ যোৰ |
| ফুলাম কাপৰ | ১ সাজ |
| বানাত কাপৰ | ১ খন |
| তাও কাপৰ | ২ খন |
| পাটৰ ভুনি | ৩ খন |
| ফুলাম আঠুৰা | ১ খন |
| ফুলাম আঁৰকাপৰ | ১ খন |
| থঙ্গা | ১০ খন |
| দহাতি | ৬০ খন |
| কোড় | ১০০ খন |
| কতৰা দা | ৫ খন |
| লোণ | ৬ টা |
| তেল | ২০ কলহ |
| ঘিউ | ৬ কলহ |

খঙ্গীয়া ফুকনৰ—

| | |
|---|---|
| পাটৰ ভুনি | ২ খন |
| ফুলাম আঠুৰা | ১ খন |
| ফুলাম আঁৰকাপৰ | ১ খন |
| থঙ্গা | ৪ খন |
| কোড় | ২০ খন |
| লোণ | ৪ টা |
| তেল | ১২ কলহ |

## দ্বাদশ আধ্যা

# অসমত ফিৰিঙ্গিৰ বাণিজ্য বিস্তাৰ

স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ দিনত অসমৰে সৈতে ইংৰাজ আৰু ফৰাচী সদাগৰৰ বেহা-বেপাৰৰ সূত্ৰপাত হয়। গোজেই গছ হয় বুলি অসমত ঘৰ-বাৰী গোলা-গঞ্জ কৰি থিতাপি লৈ থাকিবলৈ স্বৰ্গদেৱে অনুমতি নিদিছিল। বিদেশীয়ে ইয়াত যি বস্তু কিনা-বেচা কৰিছিল, সিও স্বৰ্গমহাৰাজাৰ আজ্ঞাৰেহে। অসমৰ আভ্যন্তৰিক অৱস্থা আৰু ইয়াত বেহা-বেপাৰ কৰিবৰ সুবিধা-অসুবিধাৰ বিষয়ে ইউৰোপীয় বণিকসকলে ভালকৈ নজনাত সদায় আক্ষেপ কৰিছিল। কিন্তু অসমৰ সৈতে বেহা-বেপাৰ চলাবলৈ পাৰিলে যে ইউৰোপীয় বণিকসকলৰ অশেষ লাভৰ সম্ভাৱনা সেইটো ভালকৈ উপলব্ধি কৰি যাতে সেই বেহা-বেপাৰ চলে তাৰ কাৰণে তেওঁলোকে উগ্ৰ চেষ্টা কৰিছিল। তেওঁলোকে অসমত সোমাই থিতাপি হ'ব নোৱাৰাত অসম আৰু বঙ্গদেশৰ সীমান্তত কুঁঠি বা গোলা কৰি বিদেশী বেপাৰীয়ে অসমৰ লগত বেহা-বেপাৰ চলাইছিল। মানাহামুখত আছিল অসমৰ দুৱাৰ হাদিৰাচকী বা কান্দাহাৰ চকী; ইয়াত কাম কৰা মানুহক কণ্ঢাৰ বা দুৱৰীয়া বোলা হৈছিল। সিপাৰে অৰ্থাৎ ব্ৰহ্মপুত্ৰৰ দক্ষিণে আছিল গোৱালপাৰা বা বঙ্গালহাট। হাদিৰাচকীত থকা অসম ৰজাৰ কৰ্মচাৰী দুৱৰীয়া বৰুৱাৰ বিনা অনুমতিৰে আৰু নিৰ্ধাৰিত কাটল বা মাচুল নিদিয়াকৈ কোনো বিদেশী বণিকে অসমৰ পানীত নাও উজাব নোৱাৰিছিল। হাদিৰাচকীত তোলা মাচুল আদিৰপৰা আহোম ৰাজ-ভঁৰাললৈ বছৰি ৬০,০০০ টকা উৎপন্ন হৈছিল। গৌৰীনাথসিংহৰ দিনত লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী এই হাদিৰাচকীৰ দুৱৰীয়া বৰুৱা আছিল, আৰু তেওঁৰ মৃত্যুত তেওঁৰ তোলনীয়া পুত্ৰ পৰশুৰাম বৰুৱা দুৱৰীয়া বৰুৱা হৈছিল। এই পৰশুৰাম হলিৰাম ঢেকীয়াল ফুকনৰ পিতৃদেৱ আৰু আনন্দৰাম ঢেকীয়াল ফুকনৰ পিতামহ।

অসমত কোনো বস্তুৰে কমি নাছিল। মাথোন লোণৰ কাৰণে অসমীয়া মানুহ পৰমুখাপেক্ষী হ'ব লগাত পৰিছিল। শদিয়াত লোণ-পুং আছিল, তাত মহং-হাট বৰুৱাই লুণীয়া পানী চেকি আৰু তপতাই লোণ উলিয়াইছিল। বাঁহৰ চুঙাত ভৰাই বৰুৱাৰ মানুহে আনি সেই লোণ অসমত বেচিছিল। এই লোণ-পুংৰ কাটলস্বৰূপে ৰজাঘৰৰ বছৰি

৪0,000 টকাৰ আয় হৈছিল। শদিয়াৰ মহজৰ লোণ অসমত বিস্তৰভাৱে চলাৰ কাৰণে অসমীয়া ধৰম্বা যোজোনা আদিতো তাৰ উল্লেখ পোৱা যায়।

"ধন মহজলৈ গ'ল
লোণ ভাৰ সলাই মাৰ্তিভাৰ আনিলে
ঘৰ মচিবলৈ হ'ল।"

"শদিয়ালৈ নাযাবা শতফুল নাখাবা
কেঁচাপাতত নাবান্ধিবা লোণ
উপজিয়েই বুঢ়া হয় কোন?"

লোণ হেন আতকীয়া বস্তু ভালকৈ সাঁচিবৰ কাৰণে আহোম ৰজাৰ ঠায়ে ঠায়ে ভঁৰাল আছিল, সেইবোৰক লোণ-শাল বুলিছিল। অকল শদিয়াৰ লোণে অসমক নুকুলাইছিল, সেইদেখি অসমে বঙ্গালৰপৰা লোণ আনিবলৈ বাধ্য হৈছিল। বঙ্গালহাটৰ-পৰা অসমলৈ বছৰি ৬0,000 মোন লোণ আমদানি হৈছিল। মান ৰণৰ উপদ্ৰৱত অসমৰ আধা-আধি প্ৰজা পৰালি পৰাৰ পাচতো ১৮২৪-২৫ খৃষ্টাব্দত অসমত বঙ্গাল-হাটীয়া লোণ ২৫,000 মোন বিক্ৰী হৈছিল। লোণৰ বাহিৰেও অসমলৈ ইউৰোপৰ বানত কাপোৰ, কপাহী কাপোৰ, দলিচা, তাম, সীহ, অলঙ্কাৰ, মছলা আদি বস্তু মাজে মাজে আহিছিল। অসমৰপৰা মুগা সূতা, মুগা থান, জালুক, হাতীদাঁত, লা, মখিঠা, আগৰ কাঠ আৰু কপাহ আদিৰ ৰপ্তানি হৈছিল। বহুদিনলৈকে দুয়ো দেশৰ বেহা-বেপাৰৰ উভয়পক্ষে একেমত হৈ নিৰ্দিষ্ট কৰা কোনো সু-বন্দোবস্ত নাছিল। অসম ৰজাৰ অভিমত আৰু ইচ্ছা অসমীয়া খৰিদ্দাৰৰ আৱশ্যকতাৰ ওপৰতে সকলো নিৰ্ভৰ কৰিছিল। অসমৰ স্বৰ্গদেৱে কোনো বাধ্য-বাধকতাৰ তললৈ নগৈছিল। কালবশতঃ অসম ৰজাই বিদেশী ফিৰিঙ্গিৰ লগত বাণিজ্য সম্বন্ধীয় বন্দোবস্ত কৰিবলগীয়া হ'ল, খৃষ্টাব্দ ১৭৯৩। ১৮0৯ চনত বঙ্গৰপৰা অহা বয়-বস্তুৰ কাৰণে অসমে বঙ্গক ২২৪,৩00 টকা দিব লগাত পৰিছিল, আৰু অসমে বঙ্গৰপৰা ৬৭,৪00 টকা পাইছিল, গতিকে বঙ্গই অসমৰপৰা ১,৫0,৯00 টকা নিছিল।

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত, খৃঃ ১৭৫১—১৭৬৯, গোৱালপাৰাত ফৰাচী আৰু ইংৰাজ বেপাৰীৰ কেবাটাও কুঠি বা ফেক্টৰী আছিল। ফৰাচী কুঠিৰ প্ৰতিস্থাপক আছিল মুচে-চাবলীয়া আৰু ইংৰাজ কুঠিৰ গুৰিয়াল আছিল ডেনিয়েল ৰোচ চাহাব। তেওঁলোকৰ অধীনে আৰু বহুত ফিৰিঙ্গি বেপাৰীয়ে হাট-বাট কৰিছিল।

মুচে-চাবলীয়া ভাৰতত ইংৰাজ আৰু ফৰাচী বণিকৰ ৰাজ্য প্ৰতিস্থাপনৰ প্ৰতিযোগি-তাৰ বুৰঞ্জীৰ এজন প্ৰসিদ্ধ পুৰুষ। তেওঁ পোন প্ৰথমে ১৭৫৫ খৃষ্টাব্দত ফৰাচী ইষ্ট-ইণ্ডিয়া কোম্পানিৰ ওৰফে গোৱালপাৰাত এটি কুঠি স্থাপন কৰে। ১৭৫৬ চনৰপৰা ১৭৬৩ চনলৈকে ফ্ৰান্স আৰু ইংলণ্ডৰ মাজত 'সাতবছৰীয়া ৰণ'ৰ সূত্ৰে ইংৰাজে চন্দন-নগৰ অধিকাৰ কৰে আৰু ফৰাচী বণিকক অসমৰসৈতে কাৰবাৰ কৰা বন্ধ কৰি দিয়ে। চাবলীয়াৰ গোৱালপাৰা কুঠি ইংৰাজ বেপাৰী মিঃ জন্ ৰবিনচনৰ হস্তগত হয় আৰু চাব-লীয়া তেওঁৰ খাটনিয়াৰ বা এজেণ্ট স্বৰূপে অসমৰ লগত লোণৰ বেপাৰ চলায়। মুচে-চাবলীয়া এজন সুচতুৰ সেনানায়ক আছিল। চন্দননগৰ পুনৰ ফৰাচীৰ তললৈ অহাত ১৭৬৯ চনত চাবলীয়া চন্দননগৰৰ শাসনকৰ্তা নিযুক্ত হয়, আৰু বঙ্গদেশত থকা সকলো

ফৰাচী সৈন্য চলাবলৈ বৰ সেনাপতি পদত অধিষ্ঠিত হয়। এই চাবলীয়াই ইংৰাজ কোম্পানিৰ বঙ্গদেশত বাঢ়ি অহা ক্ষমতা আৰু প্ৰভাৱ সমূলে ধ্বংস কৰিবলৈ প্ৰাণ-পৰিশ্ৰমে চেষ্টা কৰিছিল। ১৭৭৮ চনৰ আগষ্ট মাহত ইংলণ্ড আৰু ফৰাচীৰ পুনৰ যুদ্ধ হোৱাত আলেকজেণ্ডাৰ ইলিয়ট নামে ইংৰাজ সেনাপতিয়ে মুচে-চাবলীয়াক উৰিষ্যাৰ কটক চহৰত ধৰি বন্দী কৰে, আৰু আন আন যুদ্ধৰ বন্দীৰ লগত ১৭৭৯ চনত জাহাজত ভৰাই ইংলণ্ডলৈ পঠিয়াই দিয়ে। চাবলীয়া গোৱালপাৰাৰপৰা যোৱাৰ পাচতো তেওঁৰ কুঁঠি বহুত দিনলৈকে থাকে। মালদহত এটা ইংৰাজ কোম্পানিৰ কুঁঠি আছিল, তাৰ নায়ক আছিল গৌৰমোহন শেঠ, সেই কুঁঠিত ভালেমান অসমীয়া তাঁতীয়ে কাম কৰিছিল। ১৭৬৭ চনত চাবলীয়াৰ কুঁঠিৰ কৰ্মচাৰী কানাই চৰকাৰে অসমীয়া তাঁতীৰ লগত বোল-মাত কৰাত সি ইংৰাজ কোম্পানিৰ বেপাৰীৰপৰা ধমক খাইছিল।

মিষ্টাৰ ডেনিয়েল ৰোচ এজন ডেইন্ জাতীয় মানুহ আছিল। তেওঁ প্ৰুচিয়াৰ সম্রাট ফ্ৰেডেৰিক-ডি-গ্ৰেইটৰ তলত সৈনিকৰ কাম কৰিছিল, আৰু ১৭৬৪ চনত হোৱা মিনডেন-অৰ যুদ্ধত তেওঁৰ হাত এখন গুলি লাগি জখম হয়। ১৭৬৬ চনত ৰোচ চাহাবে পোন প্ৰথমে ভাৰতলৈ আহে আৰু মিঃ ডেভিদ্ কিলিকেন নামে এজন বেপাৰীৰ খাটনিয়াৰ হৈ তেওঁ গোৱালপাৰাত বেপাৰ কৰে। ১৭৬৮ চনত তেওঁ সেই ঠাইতে নিজৰ সুকীয়া কুঁঠি নিৰ্মাণ কৰি অসমৰ সৈতে লোণৰ বেপাৰ কৰে। অসমৰ বুৰঞ্জীতো তেওঁৰ নাম পোৱা যায়। গৌৰীনাথসিংহ স্বৰ্গদেৱে মোৱামৰীয়া বিদ্ৰোহ দমাবলৈ ইংৰাজ কোম্পানিৰ চিপাহী সৈন্য আনিবৰ মনস্থ কৰি ৰোচ চাহাবৰ জৰিযতে ভাটীৰ ৰংপুৰৰ কলেক্টৰ মিঃ লাম্‌চ্ ডেন চাহাবলৈ মানুহ পঠিয়ায়। এওঁলোক দুজনাৰ চুপাৰিচ লৈহে অসমীয়া কটকী বিকা মজুমদাৰ আদিয়ে কলিকতাৰ বৰচাহাব অৰ্থাৎ বৃটিছৰ গৱৰ্ণৰ জেনেৰেল চাহাবৰ তালৈ যায়। গোৱালপাৰাত বেহা-বেপাৰ কৰি ৰোচ চাহাব বৰ ক্ষমতাপন্ন হয়। অসমীয়া সদাগৰৰপৰা তেওঁ ভালেখিনি ধন পাবলগীয়া আছিল। সেই ধন বিচাৰি লগত বৰকান্দাজ চিপাহীৰ ফৌজ লৈ অসমলৈ আহিছিল, আৰু লুট-পাত কৰি দহ-বাৰ লাখ টকা আসামৰপৰা নিয়া আৰু অসম দেশ আক্ৰমণ কৰা বুলি তেওঁৰ বিৰুদ্ধে অভিযোগ হৈছিল। দৰঙ্গত থাকোতে ১৭৯৬ চনৰ জানুৱাৰী মাহত দুন্দীয়া বঙ্গালে তেওঁক মাৰি নাও লুট কৰি নিছিল। দৰঙৰ ৰজাই ফেতাই ৰোচ চাহাবক বধ কৰিছিল বুলি খেনোৱে কয়। পাচলৈ কলিয়া ভোমোৰা বৰফুকনে এই দুন্দীয়াবোৰক দমন কৰে। অসম দেশ ইংৰাজৰ অধীনলৈ অহাৰ পাচতো ৰোচ চাহাবৰ সতি-সন্ততিসকলে ১৮৩৫ চনত আগৰ পাবলগা ধনৰ কাৰণে বৃটিছ গৱৰ্ণমেণ্টক আৰ্জি দিছিল। কিন্তু সেই দাবী সমৰ্থন কৰা কোনো কাকত-পত্ৰ দাখিল নকৰাত আৰু সময় উকলি যোৱাত অসমৰ কমিচনাৰ জেনকিন্স চাহাবে সেই আৰ্জি নামঞ্জুৰ কৰিবলৈ বাধ্য হৈছিল।

মিষ্টাৰ লিয়ৰ নামে এজন ইংৰাজ বেপাৰীয়ে গোৱালপাৰাত কাৰবাৰ কৰিছিল। তেওঁ পোনতে ১৭৬৩ চনত মিঃ ওৱাট্‌চ্ নামে চাহাবৰ তলে বঙ্গাল ৰংপুৰত বেহা-বেপাৰ চলাই থাকে। তাৰ পাচত গোৱালপাৰাত নিজাকৈ লোণশাল পাতি অসমৰ সৈতে কাৰবাৰ কৰে। ১৭৬৯ চনত তেওঁ অসমীয়া সদাগৰ শিৱৰাম শৰ্মা বৈৰাগীক ৫৭০০০ টকাৰ মাল ধাৰলৈ দিছিল। সেই টকা উলিয়াবৰ কাৰণে হাদিৰাচকীৰ দুৱৰীয়া বৰুৱা, নগৰবেৰাৰ চকীয়াল বিষয়া আৰু গুৱাহাটীৰ বৰফুকনৰ মানা-বাধা নামানি সসৈন্যে পাণ্ডু-পৰাইঘাটলৈকে

উজাই আহে। মিঃ লিয়ৰ বৰ অদম্য প্ৰকৃতিৰ গোৰা আছিল। ১৭৭৮ চনত ওৱাৰেন্ হেষ্টিংচ চাহাবে নিজে লিখা-লিখি কৰি অসমক জোকাই নল'বলৈ বুলি মিঃ লিয়ৰক সাৱধান কৰি দিছিল।

লাৱণ বা লাৱাল নামে এজন ফিৰিঙ্গিয়ে মুচে-চাবলীয়াৰ লগত গোৱালপাৰাত যুটীয়া কাৰবাৰ কৰিছিল। চাবলীয়াই অসমৰ কাৰবাৰ উঠাই নিয়াত লাৱণ ফিৰিঙ্গিয়ে নিজৰ নামে বেপাৰ কৰি ১৭৭৮ চনলৈকে গোৱালপাৰাত থাকে। এবেঁ। মিঃ লিয়ৰৰ সৈতে সসৈন্যে অসমৰ পানীত সোমাই অসমীয়া কৰ্মচাৰীক বৰমাত-ৰৰকথা শুনাইছিল।

মিঃ হিউ বেইলি বা বেলি চাহাব ইংৰাজ 'ইষ্ট ইণ্ডিয়া কোম্পানি''ৰ কৰ্মচাৰী-ৰূপে পোনতে ৰঙ্গামাটীত আছিল। তাৰ পাচত তেওঁ লোণ বেপাৰী হয়। অসম আৰু কোম্পানিৰ বেপাৰ তদাৰক কৰিবলৈ আৰু সেই বিষয়ে সকলো জেঙ্গা মাৰিবলৈ ১৭৮০ চনত ওৱাৰেন হেষ্টিংচে তেওঁক গোৱালপাৰাত কোম্পানিৰ কৰ্মচাৰী নিযুক্ত কৰে। ১৭৮৯ চনত তেওঁ ৰঙ্গামাটীৰ জিলা মেজিষ্ট্ৰেট হয়গৈ।

ইয়াৰ বাহিৰেও গোৱালপাৰাত জিব্লট্ আৰু কেম্পেনেক নামে দুজনা ফৰাচী বেপাৰী আছিল। ১৭৭৮ চনত ইংৰাজ আৰু ফৰাচীৰ যুদ্ধ হোৱাত বোচ চাহাব আৰু লিয়ৰ চাহাবে এই দুজনা ফৰাচী চাহাবক নিজৰ দেশলৈ যাবলৈ কোৱাত তেওঁলোক নগ'ল। সেই চনৰ চেপ্টেম্বৰ মাহৰ ১২ তাৰিখে মিঃ লিয়ৰে তেওঁলোকক ধৰি বন্দী কৰি কলিকতালৈ চালান দিলে, তাৰ পাচত অন্যান্য যুদ্ধৰ বন্দীৰ লগত বিলাতলৈ পঠিওৱা হ'ল।

ৰাজেশ্বৰসিংহ ৺ৰ পূৰ্বে শিৱসিংহ মহাৰাজৰ দিনত ৰজাৰ বিশেষ অনুগ্ৰহত মিঃ মিলচ নামে এজন চাহাবে অসমত লোণৰ বেপাৰ কৰিছিল। ১৭৩৯ চনৰ পুহ মাহত মিঃ মিল্চ, বিল, গুডউইন, লিষ্টাৰ নামে চাৰিজন ফিৰিঙ্গিয়ে অসমত লোণৰ বেপাৰ কৰাৰ অনুমতি প্ৰাৰ্থনা কৰি শিৱসিংহ ৺দেৱক পাঁচনুৰা বেজী, তামোল-পাণৰ শৰাই দুখান আৰু কম্বল দুখানেৰে মান ধৰি ৺দেৱৰ আগত সাষ্টাঙ্গে পৰি ৰজাসেৱা কৰিছিল। ৰংপুৰত সেই সময়ত হূলস্থূল হোৱাত তাক দমন কৰোতে ৺দেৱক কিছুপৰিমাণে সহায় কৰাত সেই আপাহতে শিৱসিংহ মহাৰাজে মিঃ মিল্চ চাহাবক অসমত লোণৰ বেপাৰ কৰিবলৈ অনুমতি দিয়ে। মিঃ মিল্চে গড়গাৱঁত এটি লোণ-শাল পাতিবলৈ খোজাত বিদেশী আহি ৰাজ্যৰ সোঁ-মাজতে থিতাপি লৈ বাণিজ্য চলোৱাটো আপদশূন্য নহয় যেন জানি ৺দেৱে মিল্চৰ প্ৰাৰ্থনা মঞ্জুৰ নকৰিলে।

স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ দিনত ১৭৫৫ চনত মুচে-চাবলীয়াই গোৱালপাৰাত কুঁঠি স্থাপন কৰে। বঙ্গৰ পূবপিনে হোৱা সকলো কাৰবাৰৰ কাৰণে ফৰাচীয়ে ঢাকা চহৰত এটা কুঁঠি কৰিছিল। গোৱালপাৰাত কুঁঠি স্থাপন কৰাৰ পাচত চাবলীয়াই কৰ্টিন নামে এজন সহযোগীৰে সৈতে ঢাকাত থাকি আন ঠাইতো কাৰবাৰ কৰে। ১৭৫৭ চনত চাবলীয়াই বেপাৰৰ নাও লগত লৈ ৰাজেশ্বৰসিংহ ৺দেৱৰ অনুমতিৰে অসমত সোমায়। তেওঁৰ গতিবিধি লক্ষ্য কৰিবলৈ আৰু কোনো অনিষ্টৰপৰা বিৰত কৰি ৰাখিবলৈ চাবলীয়াৰ লগত অসমীয়া ৰখীয়া মানুহ আছিল। ১৭৫৭ চনৰ মাৰ্চৰ ২৩ তাৰিখে চন্দন নগৰ ইংৰাজৰ হস্তগত হ'য় আৰু ফ্ৰান্স আৰু ইংৰাজৰ যুদ্ধৰ আৰম্ভ হয়। কৰ্টিনে অকলশৰীয়াকৈ ঢাকাৰ কুঁঠি ৰক্ষা কৰিবলগীয়া হোৱাত অসমত সোমোৱা চাবলীয়াৰ

প্ৰত্যাগমনৰ বাবে উদ্বিগ্ন হৈ বাট চাই আছিল। ইপোনে চাবলীয়াই ঢাকাৰপৰা যাত্ৰা কৰি ব্ৰহ্মপুত্ৰ সোমাই উজাই দিখৌমুখ পালেগৈ। ইতিমধ্যে অসম ৰজাৰ সতৰ্ক সাৰথিয়ে চাবলীয়াৰ কিবা কু-অভিসন্ধিৰ সন্দেহ পাই চাবলীয়াক নাৱৰপৰা নিজে নামিবলৈ বা বস্তু-বাহানি নমাবলৈ নিদিছিল। আৰু কোনো অসমীয়া মানুহে চাবলীয়াৰ লগত বস্তু বেচা-কিনা কৰিবলৈ নিষেধ কৰিছিল। চাবলীয়া প্ৰকৃত প্ৰস্তাৱে নিজে নাৱতে বন্দী হৈছিল। অৱশেষত কিবা এটা ফন্দি কৰি চাবলীয়াই মুক্তি পাই নাও লৈ ভটিয়াই আহিল।

অসমীয়াক বস্তু বেচিবলৈ আহি নিজৰ প্ৰাণ লৈ টনাটনি লগাত মুচে-চাবলীয়াই মাল-বস্তুখিনি বঙ্গালৈ ওভোতাই নিনি বাটতে শিৱৰাম বৈৰাগী নামে এজন অসমীয়া সদাগৰ আৰু জগন্নাথ চৰকাৰ নামে এজন বিদেশী মুদীক ধাৰলৈ বুলি একলাখ টকাৰ মাল দি যায়। তাৰ পাচত ১৭৫৭ চনৰপৰা ১৭৬৩ চনলৈকে ইংৰাজ ফৰাচীৰ যুদ্ধ, ১৭৬৯ চনত লক্ষ্মীসিংহ ৬দেৱৰ সিংহাসন আৰোহণৰ কিছুদিনৰ পাচৰপৰা অসমত মোৱামৰীয়া বিপ্লৱ, ইত্যাদি জঞ্জালবপৰা মুচে-চাবলীয়াই এই বাকী ধন আদায় কৰিব নোৱাৰিলে। শিৱৰাম বৈৰাগীও ইতিমধ্যে ঢুকাল, তেওঁৰ পুতেক ৰুদ্ৰৰাম বৈৰাগীয়ে বাপেকৰ ধাৰ-ঋণ আৰু পাবলগীয়া ধনৰ এটা সু-বন্দোবস্ত কৰিবৰ কাৰণে-গড়গাওঁত আছিল। শিৱৰাম বৈৰাগীৰপৰা বহুত অসমীয়া সম্ভ্ৰান্ত বিষয়াই মাল কিনি লৈছিল, পাচলৈ বৈৰাগীৰ ধৰুৱাই কালীয়নে অনা মালৰ মূল্য দিবলৈ হোহোঁকা-পিছলা কৰিবলৈ ধৰিলে। জগন্নাথ চৰকাৰ বিদেশী মানুহ, কলৈ গ'ল কোনেও ক'ব নোৱাৰিলে। ইফালে ফিৰিঙ্গিয়ে সেই ধনৰ কাৰণে বৰ টানি খুজিব ধৰিলে। ৰুদ্ৰৰাম শৰ্মা বৈৰাগী মহা বিপাঙত পৰিল।

১৭৬৯ চনত ৰাজেশ্বৰসিংহৰ মৃত্যু হোৱাত ভায়েক লক্ষ্মীসিংহ মহাৰাজ ৰাজপাটত উঠিল। ১৭৭২ চনত বিখ্যাত ইংৰাজী উপন্যাস লিখক থেকাৰেৰ পিতামহ উইলিয়ম থেকাৰে চিল্‌হট জিলাৰ কালেক্টৰ নিযুক্ত হ'ল। জয়ন্তীয়া ৰজাই মাজে মাজে পাহাৰৰপৰা নামি আহি চিল্‌হটৰ ভৈয়ামৰ গাওঁবোৰ লুৰি নিছিল। জয়ন্তাৰ উপদ্ৰৱত চিল্‌হটৰ ইংৰাজ বিষয়াৰ বৰ অশান্তি হৈছিল। সেইদেখি ১৭৭৪ চনৰ মাৰ্চ মাহত কেপ্টেইন এলিকাৰে কিছু চিপাহী লৈ জয়ন্তা মাৰি তাৰ ৰাজধানী অধিকাৰ কৰে। জয়ন্তা ৰজাই জয়ন্তীপুৰ এৰি পলাই যায়। তাৰ পাচত সন্ধিৰ প্ৰস্তাৱ হোৱাত জয়ন্তা ৰজাই জয়ন্তীপুৰলৈ উভতি আহি ইংৰাজক খৰচৰ বাবদ ১৫,০০০ টকা দিবলৈ মান্তি হয়, আৰু আগলৈ ইংৰাজৰ গাওঁত জুলুম নকৰো বুলি প্ৰতিশ্ৰুতি লিখি দিয়ে। ৰজা ভগনীয়া হৈ ফুৰোতে জয়ন্তাৰ কটকী বখন চৰ্দাৰ আৰু ধনৰায় কটকীয়ে পূৰ্বৰ প্ৰীতি দৰ্শাই ৬দেৱক ক'লেহি, "ফিৰিঙ্গিয়ে দেশ লুট কৰিলত ৰজাই কাঁহৰ বাচন এখনিত ব্যৱহাৰ কৰি আছে।" ইয়াকে শুনি ৬দেৱে কাপোৰ কিছু, আন বস্তু আৰু ৰূপ হাজাৰ চেৰেক জয়ন্তা ৰজালৈ পঠিয়াব দিলে। জয়ন্তাত ইংৰাজৰ কাৰ্য-কলাপৰ সন্তেদ ল'বৰ কাৰণে ৬দেৱে মায়াৰাম বৈৰাগীক কাছাৰেদি জয়ন্তালৈ পঠিয়ালে।

ঠিক সেই সময়তে নৱাৰ মানুহ কিছুৱে খোপা-বন্ধা তিৰুতা এজনীক ৰণ-চণ্ডী পাতি শদিয়াখোৱা গোহাঁইক খুচি মাৰিলে। ৬দেৱে তাকে শুনি কুৰৈগঞা মনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়াক মুখ্য কৰি সৈন্য-সেনা পঠিয়ালে। নৱাই স্বৰ্গদেৱলৈ লিখিলে,

"ভিতৰুৱ উজনি ৰাজ্য আমাক দিয়ক, ৰণ এৰি সকলেও ভোগ কৰি থাকোঁ, যদি নিদিয়ে ৰণ কৰি থাকোঁ। বিবোৰক পঠাইছে তাক কু মাৰি উৰাম।"

মৰাণক মাৰি ৺দেৱে পুনৰ সিংহাসনত বহিছিল সঁচা, কিন্তু মৰাণৰ দ্ৰোহ সমূলি নিৰ্বীজ হোৱা নাছিল। মাজে মাজে নামৰূপত খেদি খোৱা গোহাঁইসকলৰ পো-নাতিয়ে মানুহ চপাই ৺দেৱক মাৰি ৰাজ্য ল'বলৈ অভিসন্ধি কৰিছিল। আৰু মৰাণেও ছল পালে ৰাজ্যৰ ইকোনে-সিকোনে ডকা দি ফুৰিছিল।

এনেতে মায়াৰাম বৈৰাগীয়ে জয়ন্তাৰপৰা আহি বাৰ্ত্তা ক'লে, "মেখেলি-মণি-পুৰীয়া পোনতে কছাৰী ৰাজ্যত সোমাই আছিল, তাতে থাকি সি বৌৰা মেলি ঢাল-তৰোৱাল লৈ আখৰা কৰিছে। মেখেলিৰ জীয়েকক এখেলে অনাজনীকে ফিৰিঙ্গিক দি মিলি জয়ন্তাক মাৰিছে। আৰু শুনাতো যেন ইঠাইলৈকে সমুখ হৈ চাপি আছেহি।" এই বাৰ্ত্তা সাৰশেষ বুজিবৰ কাৰণে আৰু ফিৰিঙ্গিক আসামত নোসোমোৱা কৰিবলৈ ৺দেৱে নাওটা বৈৰাগী চাৰিটা জয়ন্তালৈ পঠিয়ালে আৰু দুটা বৈৰাগীক বৰকাপোৰ দুখন, হাতীদাঁত এযোৰ দাঁতৰ বিচনী এখন, পেৰা এটা, এইবোৰ বস্তু সন্দেশ দি বাৰ্ত্তা ল'বলৈ কলিকতাৰ বৰচাহাবলৈ পঠিয়ালে।

ইপোনে সীমান্ত ৰাজ্যত ফিৰিঙ্গিৰ খিটখিটনি, ভিতৰত কোঁৱৰ আৰু মৰাণৰ ষড়যন্ত্ৰ; এনে কালত বঙ্গালহাটৰ ফিৰিঙ্গিয়ে দন্তালি বচন বুলি সৈন্য সহিতে অসমত সোমাবলৈ চেষ্টা কৰি আছিল। ১৭৭৭ চনৰ এপ্ৰিলত ইংৰাজ বেপাৰী লিয়ৰ আৰু লাৱণ ফিৰিঙ্গিয়ে অসমৰ সদাগৰ শিৱৰাম বৈৰাগী আৰু জগন্নাথ চৰকাৰৰপৰা পাবলগীয়া ধনৰ কাৰণে হাদিৰাচকী চেৰাই অসমৰ পানীত সোমাল। হাদিৰাচকীৰ চকীয়ালে সোধাত সিহঁতে ক'লে, "অলপ উজনিত থকা কমাৰপোতালৈ আমি গোলা চাবলৈ যাওঁ।" কিন্তু কমাৰপোতাত নৰৈ উজাই আহি একেবাৰে নগৰবেৰা পালেহি। নগৰবেৰাত থকা অসমীয়া চকীয়ালে হকা-বন্ধা কৰাত ফিৰিঙ্গিয়ে ক'লে, "অসমৰ বেপাৰী শিৱৰাম বৈৰাগী আৰু জগন্নাথ চৰকাৰে আমাৰ এক লাখ টকাৰ বস্তু আনিছে। মুচে-চাবলীয়া যেতিয়া অসম দেশত বেহা-বেপাৰ কৰে, তাৰে ভালেখিনি ধন পাবলৈ থাকিল। আমাক হাট কৰিবলৈ দিয়ক আৰু পাবলগীয়া ধন দিয়ক। বাৰম্বাৰ কওঁ, কেউ নিদিয়ে। যদি নিদিয়ে কলিয়াবৰলৈকে আমাক অসম ৰাজ্য এৰি দিয়ক। আকো যদি নিদিয়ে আমি যুদ্ধকে কৰো। আমি ভটিয়াই নাযাওঁ। ফিৰিঙ্গি নগৰ বেৰা পোৱা বাৰ্ত্তা পাই বৰফুকনে কটকী পঠিয়াই সিহঁতক ভটিয়াই যাব ক'লত সিহঁতে ক'লে, "আমি নাযাওঁ, আমাৰ ধন পাবলৈ আছে তাকে দিয়ক। আমাক পাৰে যদি কাটি-মাৰি পেলাওক।"এই ফিৰিঙ্গিৰ লগত এখন জাহাজ, পোন্ধৰখন বজৰা নাও আৰু আহিলা-পাতি বিস্তৰ আহিছিল। পাবলগা ধনৰ কাৰণে ফিৰিঙ্গিয়ে বহু বছৰৰেপৰা চেষ্টা কৰি আছিল। ১৭৭৬ খৃষ্টাব্দৰ আগষ্ট মাহত ফিৰিঙ্গিয়ে হাদিৰাচকীত থকা অসমৰ দুৱৰীয়াক সেই টকা আনি দিবৰ কাৰণে নানান প্ৰকাৰে ভয় দেখুৱাইছিল। তাত কৃতকাৰ্য নোহোৱাৰ গতিকে গাৰ বলেৰে উজাই চকী-কাট চেৰাই নগৰবেৰা পাইছিলগৈ।

এই এমুঠিমান ফিৰিঙ্গিক কাটি-মাৰি সিহঁতৰ নাও ভাঙি মাল-বস্তু লুটি লুইতত উটুৱাই দিবলৈ বৰফুকনৰ যথেষ্ট ক্ষমতা আৰু সামৰ্থ্য আছিল। কিন্তু তেনে কৰিলে পাচলৈ বিষম হ'ব পাৰে; বিশেষতঃ জয়ন্তা আৰু শদিয়া সীমান্তইদি শত্ৰুৱে অসম

সোমাবলৈ চেষ্টা কৰি আছে। ৰাজ্যৰ ভিতৰতো মৰাণৰ বিদ্ৰোহ একেবাৰে শাম কটা নাই। তাৰ উপৰিও কোঁৱৰসকলে ৰজাক মাৰি সিংহাসন লবলৈ ছল চাই ফুৰিছিল। বৰফুকনে ৺দেৱৰ অনুমতি নলৈ ফিৰিঙ্গিৰ লগত জোৰ-জুলুম কৰিলে তাৰপৰা পাচলৈ যুদ্ধ-বিগ্ৰহ হ'বগৈ পাৰে। সেইদেখি ফিৰিঙ্গিৰ লগত কি নীতিৰে ব্যৱহাৰ কৰিব লাগিব তাকে জানিবৰ অভিপ্ৰায়ে বৰফুকনে হৰগোবিন্দ কটকীক চাবিদিনীয়াকৈ ৰংপুৰ পোৱা কৰি বাতৰি-নাৱত এই পত্ৰ ৺দেৱলৈ দি পঠিয়ালে, "স্বৰ্গদেৱৰ বন্দী বৰফুকনকে মোক্ষ কৰি গুৱাহাটীৰ সকলো ফুকন-বৰুৱা-ৰাজখোৱাই জনাইছে, লাৱণ ফিৰিঙ্গি চাৰিখন নাৱে গৈতে দক্ষিণপাৰে উজাই আহোঁতে কড়োৰে সোধালে, 'তহঁত কলৈ যা ?' সি বোলে 'মই কমাৰপোতাৰ গোলালৈ যাওঁ।' পাচে সি কমাৰপোতাত নৰৈ আমাৰ নগৰবেৰা চকীত সোমালহি। পাচে চকীয়ালে সুধিলে, 'তঞি কলৈ যা ?' সি বোলে 'আমি চাইটা ফিৰিঙ্গি আছো। তাৰে তিনিটাৰে দুৰবীয়াই বেপাৰ কৰে মোৰে নকৰে। মোৰ লাখ-টকাৰ বস্তু হানি পৰিছে। আৰু মুচে-চাবলীয়াই যেতিয়া তহঁতৰ দেশত বেহা-বেপাৰ কৰিছিল তাৰে ভালেখিনি টকা পাবলৈ থাকিল। বাৰম্বাৰ কওঁ নিদিয়ে। এইবোৰকহে মই বৰফুকনক ক'বলৈ যাওঁ, তহঁতে আমাক নাৰাখিবি।' নগৰবেৰাৰ চকীয়ালে এৰি দিব নোৱাৰোঁ বুলি ডাঙৰ ৰূপে মানা-বাধা কৰিলত নৰৈ আমাৰ ই দিকলৈ উজাই আহিছে। এই কথাকে কোঁঠোৱালে কলতহি আমি বন্দীহঁতে সমালোচনা কৰি চাৰিখান পানীচকীত আহিলা-পাতি সহিতে চাৰিফৈদ মানুহ দিয়া গৈছে। তাক বলেৰেও খেদি পঠাব পাৰি। আগলৈ কিবা ৰূপে বিৰোধ পৰে বুলিহে কটকী এটা পঠাই টান-ঢিল দেখাই হোহোঁকাই পঠাবলৈ বোলা গৈছে। সি যি কথাৰে উজাই আহিছে বুলি কৈছে তাকে গোধ-বুজকে কৰা যাব কি, টান দি খেদোৱা যাব, আৰু ৺দেৱৰ যি আজ্ঞা তাকে আচৰা হ'ব।"

এই পত্ৰখনি ডাঙৰীয়া আৰু বৰবৰুৱাই ৺দেৱক ক'লে "ফিৰিঙ্গি আমাৰ পানী নোসোমোৱাকৈ আগেয়ে যদি ৰাখিব পাৰিলোহঁতে, ভালহঁতে। তথাপি যে ৰাখিব নোৱাৰিলে এতিয়াও তাত যেই সেইৰূপে হোঁহোকাই নিয়ক। ৺দেৱে বৰফুকনলৈ টানহতীয়াকৈ বোল-মাত কৰক, এই চাইটা ফিৰিঙ্গিকে যে ৰাজ্য ৰাখিব নোৱাৰিব আন নো কি কাৰ্য কৰিব পাৰিব ?"

পাত্ৰ-মন্ত্ৰীৰ পৰামৰ্শমতে ৺দেৱে বৰফুকনলৈ হৰগোবিন্দ কটকীৰ হাতত পত্ৰ দি পঠালে, "লাৱণ ফিৰিঙ্গি আমাৰ পানী নোসোমাকৈ দো সীমনাতে ৰাখিব পাৰিলোহঁতে বাৰু হলহঁতে, তথাপি দো সীমাৰপৰা এদিনৰ বাট সোমাই আহিলতহে মোলৈ জনাই আহিল। এতেকে এতিয়াও ফুকনে নজনা ভাবেৰে লগৰ ভাল মানুহ দি যদি পাৰে, এতিয়াও তাকে দো সীমালৈকে সি কোৱা দুৰবীয়াই তাৰে বেপাৰো নকৰা কথাত এইৰূপ বুলিব, 'দুৱাৰ বাৰহাট বাটৰ কথা, এইবোৰৰ থলাধিকাৰ চোলাধৰা ফুকন। এতেকে এই যদি বেপাৰ কৰিবলৈ পোৱা নাই সি ঠাইলৈহে ক'ব পা, সিঠাইলৈ নকৈ এনে অনিবন্ধে চকী মাৰি যে ইঠাইলৈ আহ এই কথা চোলাধৰা ফুকন নবাৰে শুনিলে ত'ত অতি গোচা হ'ব পাৰে। আৰু ৺দেৱ ঈশ্বৰে অন্য ফৌজ দি প্ৰধান শত্ৰুসকলক মিত্ৰ হ'বৰ নিমিত্তে বৰফুকন বৰনবাবক ইঠাইত থৈছে, তোৰ এইৰূপ অনিবন্ধ শুনিলে নেজানি তোৰ কি ৰূপ অৱস্থা হ'ব পাৰে। আৰু যদিবা বৰচাহাবলৈ এইৰূপ কৈ পঠোৱা যায় তেৱে যি ৰূপ অৱস্থা হ'ব পাৰে, সেই ঠাইকে জানিব। আৰু যি মুচে-চাবলীয়াৰ

বাকী ধনৰ কথা কৈছে সি ইঠাইলৈ কুৰি চৰা বছুৰ হ'লে কি ইফালে ল'ব কিয় ? এতেকে তই যে কৰিয়াজ কৰিছ সোধা যদি সপ্রমাণ ইঠাইতে ধন থকা লগাব পাৰে, পাব পাৰিছ। এইসকল কথা আমি চোলাধৰা ফুকনৰ ঠাইলৈ কওঁ। সিঠাইৰপৰা সিদ্ধান্ত আহিলে পৰে আৰু সমাচাৰ বুজিবি। যদি এইৰূপ কৰ দেশী-মাত সুধি জনাই আহিব। যদি নোৱাৰে চয়ঙ্গে গুৱাহাটী পালেহি গুৱাহাটীতে ফুকনে জনাকৈ লগৰ ভাল মানুহ দি বোলাই সোধাই আহিব।"

ইতিপূৰ্বে ১৬৯৮ শকৰ চ'তৰ কুৰি দিন যাওঁতে ফিৰিঙ্গিৰ উকীল আহি ৰংপুৰ পালেহি। সেই উকীলক পোনতে চোলাধৰা ফুকনে তুলিলে। সেই উকীলে ৰংপুৰত থাকোতে কিছু অকথা কৰিছিল। জয়ন্তা ৰাজ্য মাৰি লোৱাৰ পাচত ফিৰিঙ্গিয়ে কছাৰী ৰাজ্যও মাৰি লৈছিল। কছাৰীৰ খাটনিয়াৰ গোটাচেৰেকো তেতিয়া ৰংপুৰত আছিল। ফিৰিঙ্গিৰ উকীলে সিহঁতক ধৰি-বান্ধি থৈছিল বোলে, "জয়ন্তা-কছাৰী ৰাজ্য আমি মাৰি ল'লো। এতিয়া মই ইয়াতে আছো। তেওঁ যে কছাৰীৰ মানুহ মোৰ ওচৰলৈ নাহে কিয় ? এতিয়া সিহঁতক কোনেনো ৰাখিব ?" ইয়াতে ৺দেৱৰ মানুহে হকা-বধা কৰাত ফিৰিঙ্গিৰ লগত কিছু তয়া-তকা লাগিল। জেঠৰ ২৭ দিন যাওঁতে ফিৰিঙ্গিয়ে ভৰি মাৰি নাও মেলি যাব খুজিছিল। ৺দেৱৰ বিষয়াই বৰকৈ মাতি-বুলি ৰাখিলে আৰু বচন-ৰাক্যও বিস্তৰ বুলিলে। উক্ত উকীল উজনিত থকা কালতে, ১৬৯৯ শকত আহাৰত ভাৰতৰ গৱৰ্ণৰ জেনেৰেল ওৱাৰেণ হেষ্টিংচ চাহাবৰপৰা এখন চিঠি লৈ ফিৰিঙ্গিৰ উকীল ৰংপুৰ পালেহি। সেই উকীলক মতাইমৰাৰপৰা গৈ নামডাঙ্গেদি উজাই আনি নাৰেৰে সোমোৱাই পুখুৰীচুকৰ চকীতে থৈছিল। আহাৰৰ চাৰিদিন যোৱাত ৰংনাথৰ ফাকুৱাৰ দ'লতে চ'ৰাৰ ভেটিতে চৈৰ ঘৰ সাজি কাপোৰ সিঁ ৰজা বহা ঠাই কৰিছিল। তিনি পৰ মৰাত ৰজা আৰু ডাঙৰীয়াসকল নিজ নিজ আসনত বহিল। পোনতে পাখৌজীয়া গায়নে গাইছিল। এনেতে দৌলৰ পাচফালৰপৰা চোলাধৰা ফুকনে ফিৰিঙ্গিৰ উকীলক ভেটালে। মজুন্দাৰে চৌখামে সুধিলে, "তহঁত যেখন আহ তখন কোম্পানি কলিকতাৰ বৰচাহাব গো-ব্ৰাহ্মণ সন্ত-মহন্তক প্ৰতিপাল কৰি কুশলে আছে ?" ফিৰিঙ্গিৰ উকীলে বোলে, "আমি আহোঁতে তেখন কুশলে আছে। এখন কি হৈছে নাজানো।" উকীলে এখন ফাৰ্চীত লিখা চিঠি আনিছিল, তাকে মাতি শুনালে। ফিৰিঙ্গিৰ কটকীক ৺দেৱে ফুল-চন্দন দি চ'ৰাৰ পৰা বিদায় দিলে। সেইদিনাই গুৱাহাটীৰপৰা কটকী আহি ক'লেহি বোলে ফিৰিঙ্গি নগৰবেৰাৰপৰা ভটিয়াই নাযাওঁ বুলি কৈছে। ওৱাৰেন হেষ্টিংচ্‌ৰপৰা আমাৰ ৺দেৱলৈ অহা ১৭৭৭ চনৰ ২২ এপ্ৰিল তাৰিখৰ পত্ৰ এই,—

"কোম্পানিৰ সহায়ত বেহা-বেপাৰ কৰি ফুৰা মিষ্টাৰ লিয়ৰ নামে এজন ভদ্ৰলোকে মোক জনাইছে যে ১৭৬৯ খৃষ্টাব্দত ৺স্বৰ্গ-মহাৰাজাৰ ৰাজ্যৰ শিৱৰাম বৈৰাগী বোলা সদাগৰ এজনক তেওঁ ৫৭০০০ টকাৰ মাল-পত্ৰ বেচিছিল। উক্ত শিৱৰামে দুই-তিনি মাহৰ ভিতৰতে মালৰ দাম শোধাই দিম বুলি গাত লৈছিল। কিন্তু শিৱৰামে সেই বন্দো-বস্তমতে নচলি পুতেকক পঠিয়াই মিষ্টাৰ লিয়ৰক নানান আশা-ভৰষা দি থৈছিল। ইয়াৰ অলপ দিনৰ পিচতে শিৱৰামৰ মৃত্যু হয়। শিৱৰামৰ পুতেক ৰুদ্ৰৰামে দেশ-দস্তৰ মতে বাপেকৰ ঋণ শোধোৱাবলৈ বাধ্য ; সেই কাৰণে শিৱৰামৰ মৃত্যুৰ পাচত পিতাকৰ সম্পত্তি আদি গোটাবলৈ ৰুদ্ৰৰাম দেশলৈ উভতি আহে। এই ৰুদ্ৰৰাম সম্প্ৰতি স্বৰ্গদেৱৰ ৰাজধানী গড়গাঁৱতে আছে। ৰুদ্ৰৰামে এতিয়া ধাৰ শোধোৱাৰ নামকে নলয় আৰু মিষ্টাৰ লিয়ৰৰ

কথালৈ তেওঁ কেৰেপকে নকৰে। এইবোৰ কথা মই মিষ্টাৰ লিয়ৰৰপৰা জানিব পাৰিছোঁ। এনেকুৱা আচৰণ যুক্তি আৰু ন্যায় সকলো নীতিৰে বিৰুদ্ধ। এনে কাৰ্যৰপৰা উভয় দেশৰে উপকাৰী ব্যৱসায়-সম্বন্ধ নষ্ট হোৱাৰ সম্ভাৱনা। সেইদেখি মই স্বৰ্গদেৱক খাটিছো যেন স্বৰ্গদেৱে ধৰ্মলৈ মন কৰি আৰু আমাৰ উভয়েৰে প্ৰীতি সম্বন্ধ বিস্মৰণ নহৈ এই কথাৰ বিষয়ে বিশেষ মনোযোগেৰে অনুসন্ধান কৰে। আৰু ৰুদ্ৰৰামক স্বৰ্গদেৱে যেন বাধ্য কৰে যাতে তেওঁ লিয়ৰক ক্ষতিগ্ৰস্ত নকৰি তেওঁক দিব লগা সমুদায় বাকী ধন উক্ত মাল-পত্ৰ কিনাৰে দিন ধৰি সুদ সমেও আদায় কৰে। এই কাৰ্যৰদ্বাৰা স্বৰ্গদেৱৰ সন্মান আৰু যশস্যা বৃদ্ধি হ'ব আৰু ময়ো কৃতাৰ্থ মানিম।"

৺দেৱৰ সন্নিধান বৰফুকনে পোৱাৰ আগতে ফিৰিঙ্গিয়ে নগৰবেৰাৰপৰা উজাই গুৱাহাটীৰ দুপৰবেলিৰ ভাটী ভোগপুৰ নামে ঠাই পালেহি। বৰফুকনে টেকেলাৰ মুখে বাৰ্ত্তা পাই মানুহ পঠিয়াই ফিৰিঙ্গিক হাক দিলে, কিন্তু সিহঁতে বাধা-বচন নামানি ভোগ-পুৰতে থাকিল। বৰফুকনে গজপুৰীয়াৰ কেমাই বৰকটকীক পঠিয়াই ৺দেৱলৈ সাৰশেষ বৃত্তান্ত লিখিলে। সেই কটকীয়ে গৈ ১৬৯৯ শকত আহাৰৰ ২০ দিন যাওঁতে ৺দেৱক বৰফুকনৰ এই পত্ৰ যোগালে নি,—

"৺দেৱৰ চৰণলৈ ৺দেৱৰ বন্দী বৰফুকনক মুখ্য কৰি সকলো ফুকন-ৰাজখোৱায়ে জনাইছে। লাৰণ ফিৰিঙ্গিক ভোগপুৰৰপৰা হোঁহকাই তাৰ পালীলৈ ডাৰচেৰে-কমানৰ বাট থকাত আছিল, এই কথাকে ৺দেৱৰ চৰণলৈ জনোৱা হৈছে। এতিয়া আমি বন্দীহঁতে সমালোচন কৰি কটকী এটি পঠাই এই ৰূপ বুলিব দিয়া গ'ল, সি ইঠাইত থাব-ল'বলৈ নাপাই কষ্টকেহে পাইছে। এতিয়াও কংচাৰলৈকে ভটিয়াই যাওঁকগৈ। তোৰেনো হাট-বাট কিয নকৰে আকে দুৱৰীয়ায়ে সহিতে সোধ-বুজ কৰিবলৈ বৰফুকনৰ লগৰ মানুহ দুটা তোৰ লগত দিছে।" এই বুলি ক'লত আমাৰ দুই মানুহ সহিতে ভটিয়াই গ'ল। আৰু দিন দিয়েকৰ আগে বেলি ফিৰিঙ্গিৰ তালৈকো মানুহ পঠোৱা গৈছে, "আমি উপায় কৈ লাৰণক সেই ঠাইলৈকে পঠাম, পুনৰ্বাৰ আহিব খুজিলে তাক ৰাখিব পাৰিব কি নোৱাৰিব।" সি বোলে, "ইঠাই পালেহি তাক অৱশ্যে ৰাখিম।" এইৰূপে বন্দীলৈকো কৈছে, "পৰে যিখান হয় জনোৱা যাব।"

এই কাকত পাই ৺দেৱে বৰবৰুৱাক পৰামৰ্শ সুধিলে। বৰবৰুৱাৰ পৰামৰ্শমতে ৺দেৱে বৰফুকনলৈ টানকৈ লিখি পঠিয়ালে বোলে, "যেই সেই উপায়েৰে সিহঁত আৰু পুনৰ উজাই আহিব নোৱাৰাকৈ ৰাখিব। ধন নো শিৱৰামৰ পুতেকে আনিলে কি, দিলে কি, দিব লাগে কি, ইয়াকো মোকাবিলা কৰক, পৰে যি হয় জনাই পঠাব।"

ইতিমধ্যে, ফিৰিঙ্গিয়ে অসম সোমোৱাত তাৰপৰা যুদ্ধ-বিগ্ৰহ আদিও হ'বগৈ পাৰে, ইয়াক ভাবি সাৱধান হ'বৰ কাৰণে গুৱাহাটীত অৱস্থাৰ জোখাই সৈন্য-সামন্ত, পালী-পহৰীয়া আহিলা-পাতি আছে নে নাই তাকে গম্ভি কৰিবলৈ ৺দেৱে উজনিৰপৰা লহং দোলাকাষৰীয়া বৰা আৰু ৰংমন বৰনেওগক পঠিয়াইছিল।

বৰফুকনৰ বুজনিমতে লাৰণ ফিৰিঙ্গি ভটিয়াই গ'ল। কিন্তু ফিৰিঙ্গি চাৰি ফৌজ হৈ অসম সোমাইছিল। এফৈদ হাদিৰাচকীৰ ওচৰত হাটভগাত আছিল, এফৈদ ৰাণীয়েদি সোমাই-ছিল, এফৈদ দৰজেদি সোমাইছিল আৰু এফৈদ লাৰণৰ লগত আছিল। ৰাণীৰ ফৈদৰ নেতা আছিল লিয়ৰ চাহাব। লাৰণ ফিৰিঙ্গি ভটিয়াই যোৱাৰ পাচত লিয়ৰে ৰাণীৰপৰা উত্তৰে আহি পাণ্ডু শৰাইৰ ভিতৰ সোমালহি। লিয়ৰৰ মানুহে অভয়পুৰীয়া ৰাজখোৱাৰ বাৰীৰ বাঁহ কাটি

অনাই থৰ সাজিছিল। কাৰণ ফিৰিঙ্গি যেন তেন, তেওঁ মাত্ৰ প্ৰাপ্য ধন বিচাৰিছিল আৰু অসমত হাট-বাট কৰিবলৈ ৬দেৱৰ আজ্ঞা খুজিছিল। কিন্তু এই লিয়ৰ চাহাব বৰ একা-চেকা বিধৰ মানুহ আছিল। পাণ্ডু-শৰাইত বহি লৈ তেওঁ বৰফুকনলৈ কোৱালে বোলে, "শিৱৰাম বৈৰাগী, জগন্নাথ চৰকাৰ এইইঁতক আমাৰ হাতত গতাই দিয়ক, ইয়াতে তিনদিনলৈ থাকো। যদি নিদিয়ে উজাই যাম।" ফিৰিঙ্গিৰ এই অকাৰ্য দেখি আৰু অকথা শুনি বৰফুকনে ৬দেৱলৈ লিখি পঠালে, "ফিৰিঙ্গিক অনেকৰূপে মাতি চাই ৰাখিব নোৱাৰো। আমাৰো মই ব্যতিৰেকে আন সকলো ৬দেৱৰ বন্দী-বেটা আছে, যদি বোলে ধৰা-ধৰিকে কৰো। তাৰে বজৰা নাও পোক্কেৰখন ভাঙ্গি উটাই পঠাব পাৰো। ৬দেৱৰ চৰণে যি বোলে তাকে আচৰা যাব।" ৬দেৱে ডাঙৰীয়াসকলেৰে আলচি দামোদৰ কটকীক চিকণ কাপোৰ এসাজ দি বৰফুকনে দিয়াৰ গতেৰে ফিৰিঙ্গিক দি ৰাখিবলৈ গুৱাহাটীলৈ পঠিয়ালে।

দামোদৰ কটকী গুৱাহাটীলৈ যোৱাৰ পাচত ফিৰিঙ্গিৰ সমস্যাৰ বিষয়ে ডাঙৰীয়া সকলোৰে সৈতে ৬দেৱে বিশদভাৱে আলোচনা কৰিবলৈ ধৰিলে। ৰাজৰ শত্ৰুৰে ৰণ কৰিলে গাৰ শত্ৰুৱে আসৈ পায। ৰাজ্যৰ যেনে অৱস্থা ফিৰিঙ্গিৰ লগত যুদ্ধ কৰিলে আগলৈ তাৰ পৰিণাম চম্ভালাটো টান হৈ পৰিব পাৰে। নহ'লে পাণ্ডু-শৰাইতে ফিৰিঙ্গিক কাটি-মাৰি নাও-বৈঠা ভাঙ্গি ব্ৰহ্মপুত্ৰত উটুৱাই দিবলৈ একো টান কথা নাছিল। গুৱা-হাটীৰ হাতীমূৰা পৰ্বতৰপৰা কাজলীমুখলৈকে এইখিনি ঠাইত বিদেশীয়ে তুৰি-মুৰি কৰিব নোৱাৰিছিল। চাৰিওফালে দুৰ্জয় পৰ্বত, পৰ্বতৰ নামনিত মাটিৰ গড়, ঠায়ে ঠায়ে বুৰুজ আৰু চকী, পানীত যুদ্ধৰ হিলৈচৰা আৰু মগৰি নাও সদায় যুগুত, এই ঠাইতে ১৬৭১ খৃঃ শৰাইঘাটৰ যুদ্ধত মোগল সেনাপতি ৰামসিংহ ৰজাক লাচিত ফুকনে ঘটুৱাই অক্ষয়-কীৰ্তি লাভ কৰিছিল। গুৱাহাটীৰ এই 'দেৱৰো দুৰ্গম বিশ্বকৰ্মা নিৰ্মিত' দুৰ্জয় বেহুৰ মাজত সোমোৱা বঙ্গাল শত্ৰু অসমীয়াৰ মানত আঠুৱাৰ তলৰ ম'হ হেন আছিল। সেইদেখি ৰামসিংহ ৰজাই হাদিৰাচকীত পোনপ্ৰথমে দেখা দিওঁতে অসমৰ চকীয়ালে আশা দি ফুচুলাই এই বেহুৰ মাজত সোমোৱাই লৈ মোগলক মূৰ তুলিব নোৱাৰাকৈ হৰুৱাইছিল। কিন্তু জাতীয় সমস্যাত মীমাংসা কৰাত যুদ্ধই একমাত্ৰ প্ৰশস্ত পন্থা নহয়। বিগ্ৰহৰ বাহিৰেও সাম-দান-ভেদ এই তিনি প্ৰসিদ্ধ নীতি আছে। যুদ্ধ হ'লে জয়-পৰাজয় দুয়ো আছে। যুদ্ধৰ ফলাফল সদায় দৈৱৰ ওপৰত নিৰ্ভৰ কৰে। সেইদেখি লক্ষ্মীসিংহ ৬দেৱে কালাকাল বুজি ৰাজ্যৰ তদানিন্তন অৱস্থালৈ চাই টান-ঢিল দি বিলম্ব-প্ৰথা অনুসৰণ কৰি যেন-তেন প্ৰকাৰেণ যুদ্ধ হোঁহোকাই আছিল। অসমৰ এটা প্ৰজা হানি নোহোৱাকৈ ফিৰিঙ্গিক কৌশল-মন্ত্ৰণাৰ সহায়েৰে ৰাজ্যৰপৰা উলিয়াই দিবলৈ ৬দেৱে চেষ্টা কৰিছিল। ফিৰিঙ্গিও বুজিছিল, পাণ্ডু-শৰাইলৈকে আহি তাত খাপ লৈ থকা এটা কথা, আৰু বৰফুকনৰ দোপ-দৰৰ সন্মুখেদি বিনা অনুমতিত নাও মেলি পাল তৰি উজনিলৈ আৰম্বৰেৰে যোৱাটো এটা কথা। সেইদেখি এইবাৰ ফিৰিঙ্গিয়ে কথাৰ সুৰ বদলাই ক'বলৈ ধৰিলে, "শিৱৰাম বৈৰাগীয়ে আমাক ৰূপ এক লাখ দিবলগীয়া আছে। ধাঢ়িয়ে সৈতে তাকে দিয়ক, দহদিনৰ সুতো দিয়ক। নিদিয়ে যদি বাট দিয়ক, আমি আপুনি যাওঁ।"

৬দেৱে ডাঙৰীয়াসকলেৰে পৰামৰ্শ কৰি ইয়াকে সিদ্ধান্ত কৰিলে, "শিৱৰাম বৈৰাগী চুকাল। তাৰ পুতেক ৰুদ্ৰৰাম বৈৰাগী গড়গাওঁতে আছে, সিয়ে গৈ

বঙ্গালৰ লগত মৰ্ক্কামিলা কৰি যি পাৰে কৰক। বকতিয়ালৰ ভদ্ৰসেন বৰবৰুৱাক মৰাৰ পাচত তেওঁৰ ঘৰ-বাৰী মাটি খাট-পাম যি লোৱা গৈছে তাৰেই শিৱৰাম বৈৰাগীৰ ধাৰ শোধোৱা যাৱক।* জগন্নাথ চৰকাৰ আমাৰ দেশলৈ অহা নাই, কোনোবা দেশত ফুৰিছেগৈ। আমাৰ দেশলৈ আহিলে দিম, নাহিলে ক'ত পোৱা যাব? বৈৰাগীৰ পৰা ফিৰিঙ্গিয়ে ৰূপ ৬২,০০০ টকাহে পায়, তাৰে ৫২,০০০ ৰূপ ৰুদ্ৰৰামে তুলিছে। বাকী ১০,০০০ টকা মৰাজনা ৰবৰুৱাৰ খাট-পামৰপৰা উলিয়াই দিয়া যাৱক।"

ইয়াকে আলচ কৰি ৺দেৱে অৰিয়া-ধৰা বৰা সিন্ধুক পঠিয়াই শিৱৰাম বৈৰাগীৰ পুতেক ৰুদ্ৰৰামক ফিৰিঙ্গিৰ হাতলৈ দিলে। ৰুদ্ৰৰাম যাবলৈ অমান্তি হ'ল, বোলে, "একেটা মানুহ মোক ফিৰিঙ্গিলৈ কিয় দিয়ে? মই তাৰ যিবোৰ বস্তু আনিলো, সকলেও ল'লে। বাকী নি দিয়ক, বামুণ বুলি মোক ফিৰিঙ্গিয়ে নাকাটে।" পাচে চোলাধৰা ফুকনে তাক ধৰাই অনাই বন্দী কৰি থৈ ক'লে, "যি লাগে ফিৰিঙ্গিৰ জেঙা মই ভাঙিম।" ১৬৯৯ শকৰ চ'তত ৰুদ্ৰৰামক বাতৰি-নাৱত দি গুৱাহাটীলৈ পঠিওৱা হ'ল, লগত গ'ল দুৱৰীয়া নামলগোৱাৰ ল'ৰা নাৰায়ণ চাংমাই, নিৰাময় টেকেলা বৰা আৰু গেলাই দুৱৰীয়া।

১৭০০ শকৰ বহাগত ৰুদ্ৰৰাম আহি গুৱাহাটী পালেহি। ওৱাৰেন হেষ্টিংচ গৱৰ্ণৰ জেনেৰেল চাহাবে নিজে ৺দেৱলৈ উকীল-পত্ৰ পঠিয়াই কোম্পানিৰ বাকী ধন উলিয়াবলৈ চেষ্টা কৰিছিল। পাণ্ডু-শৰাইত থকা লিয়ৰ চাহাবক উজনিলৈ গৈ নিজে ধন আনিবলৈ ৺দেৱে মাতি পঠিয়াইছিল। গৱৰ্ণৰ জেনেৰেল চাহাবে নিজেই সেই বিষয়ে চিঠি-পত্ৰ দিয়াত লিয়ৰ চাহাবে উজনিলৈ যাবলৈ অস্বীকাৰ কৰি ক'লে, "বৰচাহাবৰ উকীলে কোম্পানিৰ ৰূপ আনিবলৈ গৈছে। আমি তাক কিকৈ আনিম? আমাক ইয়াতে ৰূপ দি পঠাই দিয়া। আমি আনিলে পাচে ধন ভৰিব লাগিব।" তাৰ পাচত ফিৰিঙ্গিয়ে ৰুদ্ৰৰাম, নাৰায়ণ, নিৰাময়, গেলাই—এই চাৰিক নাৱত ভৰাই সঁচাৰ মাৰি পাণ্ডু-শৰাইৰপৰা ভটিয়াই গ'ল। ১৬৯৯ শকৰ বহাগৰপৰা ১৭০০ শকৰ বহাগলৈকে লিয়ৰ আৰু লাৰণ চাহাবে গাৰ বলেৰে অসমৰ পানীত সোমাই কোম্পানিৰ লগত ৺দেৱৰ মনোবিবাদ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল। ৺দেৱে অতীষ্ঠ হৈ সেই দুটা ফিৰিঙ্গিক মাৰি-মাটি খেদাই পঠিওৱা হ'লে দুয়ো ৰাজ্যৰ তুমুল সংগ্ৰাম হ'লগৈহেঁতেন। অসমৰ ৺দেৱ, পাত্ৰ-মন্ত্ৰীয়ে এটি প্ৰাণী নষ্ট নকৰাকৈ যে উপায়-মন্ত্ৰণাৰে ফিৰিঙ্গিক ওভোতাই পঠিয়াব পাৰিলে, সেইদেখি তেওঁলোকৰ সূক্ষ্ম দূৰদৰ্শিতা প্ৰশংসনীয়।

অসমৰপৰা ভটিয়াই গৈ গোৱালপাৰা পাই মিষ্টাৰ লিয়ৰে আকৌ পূৰ্বৰ দৰে বেহা-বেপাৰ কৰিবলৈ ধৰিলে। ১৭৭৮ খৃষ্টাব্দৰ আগষ্ট মাহত ইংৰাজ ফৰাচীৰ পুনৰ যুদ্ধ আৰম্ভ হোৱাত মিষ্টাৰ লিয়ৰে গোৱালপাৰাত ফৰাচী বেপাৰী জিংলট্ আৰু চেম্পেনেক্ এই দুজনক সেই চনৰ চেপ্টেম্বৰৰ ১২ তাৰিখে ধৰি বন্দী কৰি কলিকতালৈ পঠিয়াই দিছিল। ইতিমধ্যে মিষ্টাৰ লিয়ৰে স্বাধীন ৰাজ্য অসমৰ চকী-ফাট চেৰাই পাণ্ডু-শৰাইলৈকে সসৈন্যে উজাই আহি অসমৰ বিষয়াসকলেৰে সৈতে অৰিয়া-অৰি কৰি দুয়ো

---

* বকতিয়ালৰ ভদ্ৰসেন বৰবৰুৱাই লাহনৰ ডেকাফুকনক বৰফুকন পাতি ৯০ হেজাৰ টকা লৈছিলে। ৺দেৱে বৰবৰুৱাক আজ্ঞা কৰিছিল সেই ভোট খোৱা ধন উলিয়াই দিবলৈ।

ৰাজ্যৰ মাজত বিৰোধৰ সূত্ৰপাত কৰাৰ কথা গম পাই ওৱাৰেন হেষ্টিংচ চাহাবে ভাটীৰ ৰংপুৰৰ কালেক্টৰ মিষ্টাৰ পাৰ্লিন চাহাবলৈ ১৭৭৮ চনৰ নবেম্বৰ মাহৰ ৭ তাৰিখে এখন পত্ৰ দিছিল, সেই পত্ৰ এই,—

"মই শুনিবলৈ পাইছো যে মিষ্টাৰ লিয়ৰে কিছু বাকী ধন আদায় কৰিবৰ কাৰণে অসমৰ প্ৰজাৰ লগত শত্ৰুতা আচৰণ কৰিছে আৰু তেওঁ অসম দেশৰ ভিতৰলৈকে এটা সশস্ত্ৰ ফৌজ লৈ গৈছিল। এই বিষয়ে মই সত্য কথা কি তাক জানিবলৈ বৰ উৎকণ্ঠিত আছো। সেইদেখি তোমাক মই অনুৰোধ কৰিছো যে তুমি এই বিষয়ে প্ৰত্যেক কথা তলা-নলাকৈ সন্ধেদ লৈ মোলৈ সমস্ত বিৱৰণ লিখি পঠিয়াবা, যাতে মই বোৰ্ডৰ আগত সেই কথা দাঙ্গি ধৰিব পাৰো আৰু যথাবিধি ব্যৱস্থা কৰিব পাৰো। যদি ইতিমধ্যে মিষ্টাৰ লিয়ৰে তোমাৰ বিবেচনা মতে যদি কিবা সঙ্কটজনক কামত হাত দিছে মই তোমাক খাটো যেন তুমি তাক তুৰন্তে বন্ধ কৰি দিয়া। মোৰ বোধে গোৱালপাৰা শাসন-কাৰ্য ঢাকাৰ তলত, সেইদেখি এই বিষয়ে মিষ্টাৰ চেক্সপীয়াৰ চাহাবৰ লগত চিঠি-পত্ৰ লিখিব লগাত পৰে।"

অসমৰ লগত কোম্পানিৰ বেহা-বেপাৰ যাতে নিৰ্বিঘ্নে চলে তাৰ কাৰণে ওৱাৰেন হেষ্টিংচ চাহাবে বিশেষ পুৰুষাৰ্থ কৰিছিল। আগলৈ দুয়ো ৰাজ্যৰ বেপাৰ সম্বন্ধীয় কোনো আসোঁৱাহ ঘটিলে তাক খণ্ডাবৰ নিমিত্তে ওৱাৰেন হেষ্টিংচে বেইলি চাহাবক কোম্পানিৰ তৰফে সেই বেপাৰ তদাৰক কৰিবলৈ গোৱালপাৰাত খাটনিয়াৰ নিযুক্ত কৰিছিল। আৰু যাতে উক্ত বেইলি চাহাবে দুয়ো ৰাজ্যৰ বেপাৰ পৰিচালনা কাৰ্যত ৺দেৱৰ কৰ্ম-চাৰীৰপৰা সহায় আৰু সহানুভূতি পায় তাৰ কাৰণে ওৱাৰেন হেষ্টিংচে ১৭৮০ খৃষ্টাব্দত জুনৰ ১৪ তাৰিখে অসমৰ ৺দেৱলৈ এখন পত্ৰ দিয়ে। সেই কালত অসমত আভ্যন্তৰিক বিপ্লৱ হোৱাৰ সুযোগ পাই বঙ্গৰপৰা বৰকান্দাজ দস্যু আহি প্ৰজাক উৎপীড়ণ কৰিছিল। তাৰে কেটামান দল-বল লৈ ক্ষমতাপন্ন হৈ গুৱাহাটীৰ বৰফুকনকো ভঙ্গা-পতা কৰি গুৱাহাটীও অধিকাৰ কৰিছিল। ৰূপা চৰ্দাৰ, হাজাৰী সিং বঙ্গাল, নিয়মৎ-উল্লা চুবেদাৰ, জোগান গিৰি, কনক সিং আদি বৰকান্দাজ নায়কৰ অসমত উপদ্ৰব কৰা কথা বুৰঞ্জীত সংৰক্ষিত হৈছে। ওৱাৰেন হেষ্টিংচে ৺দেৱলৈ দিয়া পত্ৰ এই,—

গোৱালপাৰাৰ বাসিন্দাৰ ইউৰোপীয়সকলৰ মাজত নানান বিসম্বাদ হোৱাত অসম আৰু বঙ্গদেশত বাণিজ্য পৰিচালনা কাম কোম্পানিয়ে নিজৰ হাতত ল'ব লাগে বুলি কাউন্সিলে সিদ্ধান্ত কৰিছে আৰু দেশত শান্তি আৰু সকলো পক্ষৰ মঙ্গলৰ কাৰণে মিষ্টাৰ হিউ বেইলি নামে চাহাব এজনক গোৱালপাৰাত কোম্পানিৰ এজেণ্ট নিযুক্ত কৰা হৈছে। মোৰ বিশ্বাস, এই বন্দৰস্তৰপৰা ভৱিষ্যতে সকলো মনোমালিন্য অন্তৰ হ'ব। অসমৰ সদাগৰসকলক ডকাইত, দস্যু আৰু শত্ৰুৰপৰা ৰক্ষা কৰিবলৈ মিষ্টাৰ বেইলিক বিশেষৰূপে আদেশ দিয়া হৈছে, যাতে দুয়ো ৰাজ্যৰ উপকাৰ সাধি দুয়োৰে বেপাৰ-বাণিজ্য উত্তৰোত্তৰ বৃদ্ধি হয়। ৺দেৱক মই অনুৰোধ কৰিছোঁ ৺দেৱে যেন বঙ্গদেশৰ সৈতে বেহা-বেপাৰ কৰা নিজৰ সকলো প্ৰজাক এই বন্দৰস্তৰ বিষয়ে জানিবলৈ দিয়ে। ৰূপা চৰ্দাৰ আদি কৰি বৃটিছৰ এলেকাৰ দস্যু আৰু শত্ৰুৰ অত্যাচাৰৰপৰা ৺দেৱৰ ৰাজ্যৰ বেপাৰী-মুদিক ৰক্ষা কৰিবলৈ মই মিষ্টাৰ বেইলিক দহোকুৰি আদেশ দিছো। আশা কৰো ৺দেৱেও সেইদৰে নিজৰ কৰ্মচাৰীসকলক বিশেষকৈ আজ্ঞা কৰিব যেন তেওঁবিলাকে মিষ্টাৰ বেইলিক কোনো প্ৰকাৰে প্ৰতিবন্ধ দিছে বুলি মিষ্টাৰ বেইলিয়ে ওজৰ কৰিব নোৱাৰে।"

১৭৮০ খৃষ্টাব্দৰ ডিচেম্বৰ মাহত লক্ষ্মীসিংহ ৺দেৱ লোকান্তৰ হয়। তেওঁৰ পুতেক লোকনাথ গোহাঁই যুৱৰাজে গৌৰীনাথ সিংহ নাম লৈ সিংহাসনত বহে। ১৭৮৫ খৃষ্টাব্দত ওৱাৰেন হেষ্টিংচে ভাৰতৰ শাসন-কাৰ্যৰপৰা অৱসৰ লয়। তেওঁৰ পাচত লৰ্ড কৰ্ণওৱালিচ ভাৰতৰ গৱৰ্ণৰ জেনেৰেল নিযুক্ত হয়। এইজনা চাহাবে ভাৰতত বৃটিছৰ বাণিজ্য বিস্তাৰৰ কাৰণে বিশেষ চেষ্টা কৰিছিল। অসমৰ বিষয়ে তেওঁ পাৰ্যমানে সকলো কথা জানিবলৈ বৰ চেষ্টা কৰিছিল। ১৭৯২ চনত লিখা ভাৰত গৱৰ্ণমেণ্টৰ মন্তব্যৰ-পৰা ইয়াক জানিব পাৰি।

"আমি শুনিছো যে অসম দেশত বহুত মূল্যবান বস্তু প্ৰচুৰ পৰিমাণে উৎপন্ন হয়। সেইদেখি এই দেশত পুনৰ সুখ-শান্তি স্থাপন কৰিবলৈ চেষ্টা কৰাতো আমাৰ বিশেষ কৰ্তব্য, যাতে দুয়ো ৰাজ্যৰ মাজত বাণিজ্য সম্বন্ধৰ উন্নতি সাধিত হয়। অসমৰ আভ্যন্তৰিক দুৰ্বলতা আৰু নিজদেশ ৰক্ষা কৰিবলৈ অসমীয়াৰ অসমৰ্থতা আৰু ইয়াৰ ৰজাৰ অন্যায় শাসনৰ চেলু লৈ বিদেশী দস্যুয়ে অসমত উপদ্ৰৱ কৰাত সেই বাণিজ্যৰ উন্নতিত প্ৰতিবন্ধক জন্মিছিল। আমি পোৱা বিবৰণৰপৰা জানিব পাৰিছো যে অসমীয়া মানুহ বৰ শান্তিপ্ৰিয় আৰু পৰিশ্ৰমী, আৰু বছৰি বছৰি বৰকান্দাজ ডকাইতৰ উৎপীড়ণৰপৰা ৰক্ষা পালে তেওঁলোকে অতি শীঘ্ৰে নিজৰ দেশৰ অৱস্থা চকুত লগা কৰিব পাৰিব। তেওঁলোকৰ বেপাৰ-বাণিজ্যও নিয়ম লগাকৈ চলাব পাৰিলে আৰু অন্যায় কাটিল আৰু উপদ্ৰৱৰপৰা তেওঁলোকক ৰক্ষা কৰিব পাৰিলে সেই বাণিজ্য ক্ৰমাৎ বাঢ়ি আহিব আৰু ইউৰোপ আৰু বঙ্গদেশৰ উৎপন্ন হোৱা মাল-পত্ৰৰ কাৰণে তেওঁলোকে আৱশ্যকতা অনুভৱ কৰিব। তাৰদ্বাৰা বৃটিছ কোম্পানিৰ ৰাজ্য আৰু ইউৰোপলৈ অসম দেশৰপৰা ধন-সোণ নিব পৰা যাব আৰু অন্যান্য অসমৰ উৎপন্ন বস্তু আদি নিব পৰা যাব।"

লৰ্ড কৰ্ণওৱালিচ্ চাহাবৰ দিনত ১৭৯২ খৃষ্টাব্দৰ নৱেম্বৰ মাহত ৺দেৱ গৌৰী-নাথ সিংহৰ অনুৰোধ মতে কেপ্টেইন ওৱেলচ্ সৈন্য লৈ অসমলৈ আহোঁতে কোম্পানিৰ গৱৰ্ণমেণ্টে অসমৰ বেহা-বেপাৰ, আমদানি-ৰপ্তানি আদি বিষয়ে সকলো কথা পুংখানুপুংখ ৰূপে জানিবৰ কাৰণে কেপ্টেইন ওৱেলচলৈ দঢ়াই দঢ়াই চিঠিৰ উপৰি চিঠি লিখিছিল। তাৰ উপৰিও লৰ্ড কৰ্ণওৱালিচে অসম সম্পৰ্কীয় নানান প্ৰশ্ন কৰি ওৱেলচলৈ উত্তৰৰ কাৰণে পঠিয়ায়। তাৰে নৱম প্ৰশ্ন হৈছে, "বৃটিছৰ ফৌজ অসমৰপৰা উভতি আহিলে দুয়ো ৰাজ্যৰ পক্ষে লাভজনক বেপাৰ-বাণিজ্য প্ৰৱৰ্তিব পৰাকৈ অসমৰ শাসন-কাৰ্য ভালকৈ চলিবনে ? এই বিষয়ে তোমাৰ মত কি ? আৰু তোমাৰ হিচাবমতে কি কি বস্তু বেচা-কিনা কৰি অসম-বঙ্গৰ বেহা-বেপাৰ চলাব পাৰি ? ইয়াৰ উত্তৰ দিওঁতে অসমৰ উৎপন্ন বস্তু আদি আৰু অসমৰ বেহা-বেপাৰৰ বৰ্তমান অৱস্থাৰ বিষয়ে যি জানা লিখিবা।"

কেপ্টেইন ওৱেল্চে এই প্ৰশ্নৰ উত্তৰত লিখা কথাৰ সাৰাংশ এই, "বৃটিছৰ ফৌজ অসমত থকাত পূৰ্বে হোৱা অশান্তিৰ আৰু উপদ্ৰৱৰ কোব শাম কাটিছে সঁচা ; কিন্তু আমি যোৱাৰ লগে লগে পুনৰ দেশত বিপ্লৱৰ ঢৌ উঠিব। এই আগন্তুক বিপ্লৱৰ কাৰণে দুয়ো ৰাজ্যৰ বেহা-বেপাৰৰ বিশেষ ক্ষতি হ'ব। অসমলৈ আমদানি হোৱা বস্তুৰ লেখা এই—শদিয়া অঞ্চলৰপৰা তাম, কপাহ, পুঙৰপৰা চেকি উলিওৱা লোণ ; মিৰিৰ-পৰা তাম, মাজেঠি ; ডফলাৰপৰা মাজেঠি, জালুক, আদা, গোমধান, মেঠন গৰু ; ভুটীয়াৰপৰা কস্তুৰি, খঙ্গা, চামৰ, তাঙনা ঘোঁৰা, পৰ্বতীয়া লোণ, গোমচেঙ, দাৰকা

কাপোৰ ; নগাৰপৰা কপাহ, লখিলা কাপোৰ, নৰা কাপোৰ, নগা যাঠি ; গাৰোৰপৰা কপাহ, তাম, লো, মোটা কাপোৰ ; বঙ্গাল দেশৰপৰা তাম, ৰাঙ্গা, সীহ, ফিৰিঙ্গি বানট, কপাহী কাপোৰ, চিট কাপোৰ, কিংখাপ, জাইফল, লঙ্গ, ডালচেনী, নীলা টুটিয়া, হিং, ফিটকিৰি, কলি লোণ, হাইতাল। অসমৰপৰা বঙ্গাল দেশলৈ যোৱা ৰপ্তানি—কপাহ, মাজেঠি, আগৰ কাঠ, আদা, সোণ, কস্তুৰি, তাতুকি, মোঁৰা, সুৱগা, কুঁহিয়াৰ, জালুক, আফু, নীল, সৰিয়হ, ধপাত, চাউল, লো, জৰখাৰ, লা, মুগা, হাতীদাঁত, গড়ৰ শিং, মহৰ ছাল, পহুছাল। অসমৰ নদ-নদী বহুত, সেইদেখি এই দেশত নাৱেৰে বেহা-বেপাৰ কৰিবলৈ বৰ সুবিধা। অসমৰ ৰজাই বিদেশী মানুহৰ ছোঁৱ সহিব নোৱাৰি বিদেশীৰ বেহা-বেপাৰত নানান প্ৰতিবন্ধক আৰু বাধমানা নিৰূপিত কৰাত অসম-বঙ্গালৰ বাণিজ্য একেবাৰে কম পৰিমাণে চলিছিল। এতিয়া অসমত বিপ্লৱ, ৰজা-প্ৰজাৰ খান-খিত নোহোৱাত সেই বেহা-বেপাৰ একেবাৰে শূন্য বুলি কলেও সৰহ কোৱা নহয়।"

গৌৰীনাথসিংহৰ ৰাজ্য মোৱামৰীয়াৰ হাতৰপৰা উদ্ধাৰ কৰি দিয়াত ৺দেৱৰ ওপৰত কেপ্টেইন ওৱেল্চৰ প্ৰভাৱ বৃদ্ধি হোৱাত ৰজাক বুজাই-বঢ়াই অসম আৰু কোম্পানিৰ বেহা-বেপাৰ শৃংখলাবদ্ধ কৰিবৰ কাৰণে ১৭৯৩ খৃষ্টাব্দৰ ২০ ফেব্ৰুৱাৰী তাৰিখে এটি সন্ধি ধাৰ্য হয়। সেই সন্ধিৰ মূল নিবন্ধ এই—"অসম আৰু বঙ্গদেশৰ বেপাৰ-বাণিজ্য নিৰ্বিবাদে চলি থাকিব। বঙ্গৰ যেই-সেই বেপাৰীয়ে অসমৰ যেই-সেই ঠাইতে বস্তু বেচা-কিনা কৰিব পাৰিব। আৰু য'লৈকে ত'লৈকে নাৱেৰে মাল কঢ়িয়াব পাৰিব। আমদানি-ৰপ্তানি দুইবিধ বাহানিৰ ওপৰত এই সন্ধিত নিৰ্দিষ্ট কৰা নিৰিখ মতেহে কাটল বা মাচুল লব পাৰিব। যুদ্ধৰ ৰচদ-পাতি আৰু সৰঞ্জাম অসমলৈ বিনা অনুমতিত আমদানি কৰিলে তাক বাজেয়াপ্ত কৰা হ'ব। বস্তুৰ মাচুল আদি আদায় কৰিবৰ কাৰণে গুৱাহাটী আৰু হাদিৰাচকীত নিৰ্দিষ্ট দুৱৰীয়া বিষয়া থাকিব আৰু তেওঁলোকে কাটলৰ ধনৰপৰা শতকৰা ১২ টকা হিচাপে পুৰস্কাৰ পাব। ৺দেৱ আৰু কোম্পানিৰ বিনা অনুমতিত কোনো বিদেশী সদাগৰ বা পৰ্যটকে অসমত ঘৰ-বাৰী সাজি বাস কৰিব নোৱাৰিব। কোম্পানিয়ে অসমত ব্যৱসায় কৰা সম্বন্ধে অসমৰ ৺দেৱৰ যিবোৰ নিষেধ আৰু বাধামানা আছিল এই সন্ধি সূত্ৰে ৺দেৱে সেই সকলোবোৰ ৰদ কৰিছে।"

উক্ত সন্ধিৰ দিনাৰেপৰা অসম আৰু কোম্পানিৰ বাণিজ্য সম্বন্ধ গজগজীয়াকৈ থাপিত হ'ল। এই সন্ধিৰ সকলোবোৰ চৰ্ত মানিবলৈ অসুবিধা হৈছিল, তথাপি এই সন্ধিৰদ্বাৰা অসম আৰু কোম্পানিৰ বাণিজ্য সম্বন্ধীয় সকলো প্ৰকাৰৰ লেন-দেন পৰিপাটি আৰু শৃংখলাবদ্ধৰূপে ধাৰ্য কৰা হ'ল। এই সন্ধিৰ এবছৰৰ মূৰত, ওৱেল্চ চাহাব অসমত থকা কালতে ১৭৯৪ খৃষ্টাব্দৰ ১২ ফেব্ৰুৱাৰী তাৰিখে কলিয়াবৰত গৌৰীনাথসিংহৰ লগত আৰু এটা সন্ধি ধাৰ্য কৰা হয়। এই দ্বিতীয় সন্ধি অনুসাৰে অসমত থকা কোম্পানিৰ ফৌজৰ খৰচ বহন কৰিবৰ কাৰণে কলিয়াবৰৰপৰা হাদিৰাচকীলৈকে অসমৰ এই ৰাজ্যখণ্ডৰ প্ৰাপ্তিধন ২০০৭০০ টকাৰ ভিতৰত ৺দেৱে কোম্পানিক ১৫০০০০ টকা দিবলৈ গাত ল'লে।

"মোকাম কল্যাবৰ ১২ ফিবৰেল ১৭৯৪ সাল ইঙ্গৰাজী, বাঙ্গলা ১২০০ সাল ৩ ফাল্গুন, কামৰূপী সন ১২০৩ সাল শ্ৰীশ্ৰী ৺স্বৰ্গদেৱ গ্ৰিমেণ্ট কৰেন বৰফুকন দিবেক তাহাৰ আমলেৰ মধ্যে ইস্তক কল্যাবৰ নাগাইদ কাণ্ডাৰ চৌকীৰ খাজানা ছুক্কা

ডুটা সমেত ৰাজা মহৰি ১50000 এক লাক পঞ্চাশ হাজাৰ টাকা হেনৰএৰিল কোম্পানিৰ ফৌজেৰ খৰচ কাৰণ জে ফৌজ আসামেৰ মধ্যে আছে। তাহাৰ ছুক্ত ১ ফিৰৰেল কৰাৰ প্ৰতি ছয় মাহাতে আদা বৎসৰে দুই কিস্তীতে বেবাক দেড় লাক দিবে ইতি— শ্ৰীযুত সিৱদত্ত বৰফুকন। ইসাদী—শ্ৰীখাৰঘৰীয়া ফুকন, শ্ৰীআত্তাৰাম, শ্ৰীকৃষ্ণনাথ গোসাঁই, শ্ৰীকন্দ্ৰৰাম চাৰিঙ্গিয়া বৰুয়া, শ্ৰীবিকাৰাম মজুদাৰ।

১৭৯৪ চনত জুলাই মাহত কেপ্টেইন ওৱেল্চ অসম ত্যাগ কৰে। ১৮0৯ চনত বুকানন হেমিলটন্ চাহাবে অসমলৈ নাহি ভাটীৰ ৰংপুৰতে থাকি তালৈকে অসমীয়া পণ্ডিত নি অসমত ইতিবৃত্ত, ৰাজ-শাসনৰ প্ৰণালী আৰু বাণিজ্য সম্পৰ্কীয় সকলো কথা সংগ্ৰহ কৰি এখনি বিস্তৃত বিৱৰণ লিখে। ১৮২৫ চনত ফেব্ৰুৱাৰী মাহত ইংৰাজ আহি অসম অধিকাৰ কৰে। ১৮৩২ চনত লৰ্ড বেণ্টিঙ্কৰ আদেশমতে কেপ্টেইন জেনকিঞ্চ চাহাবে অসমত উৎপন্ন হোৱা সকলো বস্তু আৰু ইয়াৰ বেহা-বেপাৰ আৰু নানান প্ৰাকৃতিক বিভৱৰ কথা অনুসন্ধান কৰিবলৈ আহে। ১৮৩৪ চনত কেপ্টেইন জেনকিঞ্চ চাহাব অসমৰ কমিচনাৰ পদত নিযুক্ত হয়। অসমৰ বিভূতি-সম্পদ সম্পৰ্কীয় অনুসন্ধানত জেনকিঞ্চ চাহাবক মণিৰাম দেৱান বৰভণ্ডাৰ বৰুৱাই বিশেষ সহায় কৰিছিল। অসমত চাহ খেতিৰ সম্ভাৱনা দেখুৱাই উক্ত জেনকিঞ্চ চাহাবে নানান প্ৰকাৰে উৎসাহ, উদ্‌গনি আৰু সহায় দি অসমত ইংৰাজ চাহ খেতিয়কক স্থাপন কৰে।

## ত্ৰয়োদশ অধ্যায়

# বিবিধ ঘটনা

**নবাব কটকী**—স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ শিঙ্গৰিঘৰ উঠাৰ পাঁচ বছৰমানৰ পাচত ৰবনবাৰপৰা চাৰিটা ফুকন কটকী স্বৰূপে পত্ৰ-সন্দেশ লৈ স্বৰ্গদেৱৰ সৈতে দেখা-সম্ভাষা হ'বলৈ আহিছিল। বিদেশৰপৰা কটকী আহিলে তেওঁলোকক সম্ভাষণ জনাই অভ্যৰ্থনা জনোৱাৰ নিৰ্দিষ্ট প্ৰথা আছিল, তাকে কটকী-তোলা বোলে। সেইমতে বুঢ়া চিৰিং ফুকন, ভগী বুঢ়াগোহাঁই, চতাই-অলিয়া দোলবন্ধা বৰগোহাঁই—এই কেইজনে উপযুক্ত ঠাইত নবাব কটকীক সম্ভাষণ কৰিলে। তেওঁলোকক মেহেঙ্গাত তুলি ম'হৰ মূৰ শিঙ্গে সৈতে সিজাই তিনিওজনা অসমীয়া বিষয়াই ভাত খুৱালে। তাৰ পাচত স্বৰ্গদেৱে নিজে গড়গাৱঁৰ হোলোঙ্গত নবাব কটকীক তুলিলে। কটকীকেইজনক ৰবদুৱাৰৰ মুখৰ হাতীশালত থোৱা হৈছিল। কটকী তোলাৰ দিনা স্বৰ্গদেৱৰ বিশেষ আজ্ঞামতে তিনিজনা ডাঙ্গৰীয়া, বৰুৱা, ফুকন, ৰাজখোৱা, চমুৱা ফুকন, বৰুৱা, হাজৰিকা সকলোৱে নিজ নিজ যোগ্যতা অনুসাৰে পাগ-জেমা, বস্ত্ৰ-অলঙ্কাৰ পিন্ধিলে, আৰু কাঁড়ীৰ শইকীয়া, বৰা, পাইক পৰ্যন্ত সকলোৱে ভাল ভাল বস্ত্ৰ পিন্ধি সভালৈ আহিছিল। ৰজাঘৰীয়া বিষয়াৰ সংখ্যা সৰহ দেখুৱাবলৈ স্বৰ্গদেৱে আজ্ঞা দিলে যে সভালৈ অহা মানুহবোৰে তিনিসাজকৈ বস্ত্ৰ ভিনে ভিনে সলাই পিন্ধি আয়াযাত আৰু ওলোৱা-সোমোৱা কৰিব। নবাব কটকীকিজনা কিন্তু বৰ নোমটেঙ্গৰ মানুহ আছিল। তেওঁলোকে ক'লে, "হয়, স্বৰ্গদেৱৰ মানুহ বিস্তৰ, তথাপি চোন আলিৰ বনকে মৰা নাই।"

**বঙ্গালী বাজিকৰ**—আজিকালি বিদেশী মানুহে ভোদা অসমীয়াৰ আগত ফাকতি-ফুকুতা দেখুৱাই পইচা সৰকোৱাৰ দৰে আগৰ দিনতো বিদেশৰপৰা নানা মানুহ আহি ৰজা আৰু প্ৰজাৰপৰা ছল-ফন্দ কৰি পইচা উলিয়াইছিল। কাৰণ, তেতিয়া অসমৰ অৱস্থা জয়জয়-ময়ময়, ওচৰ-চুবুৰীয়া ৰাজ্যৰ অৱস্থা সিমান টনকিয়াল নাছিল। ৰাজেশ্বৰ-সিংহ স্বৰ্গদেৱে এবোৱা বঙ্গালী বাজিকৰ অনাই নানান ৰং-তামাচা কৰাইছিল। ৰজা-দেৱে ৰংঘৰৰপৰা সেই ৰং চাইছিল। এইবোৱা বাজীৰ ওস্তাজ এজনী তিৰোতা মানুহ আছিল, তাইৰ লগত আৰু জনীদিয়েক আছিল। বাঁহৰ চাং কৰি সিহঁতে বাজি দেখু-ৱাইছিল। বাজিৰ ভিতৰত দুপতীয়া আমৰ পুলিত আম লগোৱা আৰু ত্ৰিশূলৰ ওপৰত নচাটোৱেই প্ৰধান আছিল। স্বৰ্গদেৱে এই বাজি দেখি পৰম আনন্দ পালে আৰু বাজি কৰা কেজনীক এহেজাৰ ৰূপ বঁটা দিলে। সেইখিনি সময়ত ৰাজ্যৰ ঐশ্বৰ্য-সমৃদ্ধি ভৰপূৰ, এনে এটা সামান্য ৰঙ্গৰ কাৰণে স্বৰ্গদেৱে এহেজাৰ ৰূপ দান কৰিবলৈ কুণ্ঠা

বোধ নকৰিছিল। কিন্তু কমলেশ্বৰসিংহ ৰজাৰ দিনত যেতিয়া ৰাজ্যৰ অৱস্থা বেয়া হৈ আহিল, তেতিয়া দেশৰ খৰচত নানা উপায়ে হাত টানি ধৰিব লগাত পৰিল। স্বৰ্গদেৱ কমলেশ্বৰ সিংহই ৰজালৰপৰা এবোৰা বাজিকৰ অনাইছিল। সিহঁতে দেখুওৱা ৰং-তামাচাত আনন্দ পাই স্বৰ্গদেৱে সিহঁতক দিছিল মাখোন ৰূপ চাৰিশ টকা।

**ডফলাৰ উপদ্ৰৱ**—অসম উপত্যকাৰ দাঁতি-কাষৰীয়া ডফলাহঁতে পৰ্বতৰপৰা নামি আহি নামনিৰ নিৰ্জু প্ৰজাৰ ওপৰত মাজে মাজে উপদ্ৰৱ কৰি আছিল। সিহঁতক একেবাৰে দমন কৰা একৰকম অসন্তৱেই আছিল। সেইদেখি গদাধৰসিংহ স্বৰ্গদেৱৰ দিনত ডফলা পৰ্বতৰ নামনিত কিছু আহোম মানুহৰ গাওঁ পাতি সেইবোৰ মানুহক ডফলাৰ বন-বাৰী কৰিবলৈ লগোৱা হৈছিল। সেই মানুহক ডফলা-বহতীয়া বোলা হৈছিল। সিহঁতে লাহে লাহে ডফলাৰ সাজ-পাৰ, আচাৰ-নীতি গ্ৰহণ কৰি ডফলাৰ নিচিনা হৈছিল গৈ। ১৬৮০ শকত ডফলাই খিলাধাৰীৰ ওচৰৰ ঠাইত অত্যাচাৰ কৰেহি। এই উৎপাতৰ প্ৰতিশোধ লবৰ মনেৰে ডফলাহঁত ভৈয়ামলৈ অহা বাটবোৰ আহোম সেনাই কোঁঠ দি মাৰি পেলালে। সমথলৈ ওলোৱা-সোমোৱাৰ মুৰ মৰাত ডফলাহঁতৰ সজাতিয়ে আগেয়ে আমাৰ ধৰি নিয়া মানুহখিনি ওল-সন্দেশে সৈতে স্বৰ্গদেৱৰ ঠাইত সোধালেগৈ। ডফলাহঁতৰ এইবোৰ ফন্দ হেন বুলি স্বৰ্গদেৱে সিহঁতৰ সজাতিক ধৰি আনি বন্দী কৰাই খোৱালে। ইয়াতে ডফলাহঁতে আমাৰ কিছুমান মানুহ আৰু দুটা বৰহিলৈ ধৰি লৈ যায়। এনেতে ডফলাহঁতৰ লগত আমাৰ সন্ধি স্থাপন কৰা হয়। এই সন্ধিমতে ডফলাহঁতে ডফলা দুৱাৰৰ ওচৰ-চুবুৰীয়া মানুহৰপৰা বছৰি ঘৰ-মূৰি ধান এপূৰাকৈ আৰু তিনিশ একুৰিকৈ কড়ি ল'ব পৰা হ'ল। ডফলাহঁতে আকৌ আগৰ নিচিনাকৈ কাকো একো অপঘাত নকৰো বুলি গাত ললে।

**মিকিৰৰ বিৰুদ্ধে যুদ্ধযাত্ৰা**—জয়ধ্বজসিংহ ৰজাৰ দিনত মিকিৰে আহি স্বৰ্গদেৱৰ বশ্যতা স্বীকাৰ কৰিছিল। মিকিৰৰ নিয়মমতে ৰজাৰ পো ৰজা হ'ব নোৱাৰে, জীয়ৰীৰ পোহে ৰজা হ'ব পাৰে, ৰজাৰ পোৱে কাম-কাজ কৰি খাব লাগে। অসমৰ নিয়মমতে ৰজাৰ পো ৰজা হ'ব পাৰে। এই সুবিধাৰ কাৰণে মিকিৰে আহি স্বৰ্গদেৱৰ শৰণাপন্ন হ'লহি। স্বৰ্গদেৱে ৰংখাঙৰ মিকিৰৰ ৰাজবংশী কোঁৱৰ এজনাক মিকিৰৰ ৰজা পাতিলে। মিকিৰে খৰ্গ ৩, মউ ৬ কলহ, তোলা ৬টা, শিং ১২ যোৰ, ঢাল ১২ বছৰি দিবলৈ মান্তি হ'ল। এই নিয়মে বহুদিন চলি আছিল। জয়ন্তা কছাৰীয়ে সীমান্তত অলপ উৎপাত কৰা দেখি সেই ছলতে মিকিৰেও কিছু বিদ্ৰোহ আচৰিব ধৰিলে। ১৬৮৭ শকৰ শাওণ মাহত স্বৰ্গদেৱে চাপানলাৰ বাটেদি মিকিৰৰ বিৰুদ্ধে জলমবটাৰ ন্যায়সোধা ফুকনক সৈন্য-সামন্ত দি পঠিয়ালে। তেওঁ ত'ৰেদি গৈ মিকিৰক আক্ৰমণ কৰিবৰ কথা আছিল। পানীয়েদি গৈ মিকিৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ স্বৰ্গদেৱে সন্দিকৈৰ দৈয়ঙীয়া ৰাজখোৱাক পঠিয়ালে। কিছুদিনৰ মুৰত দুয়ো সেনাপতি সৈন্য-সামন্ত সৈতে 'নাকেন-বামথ' পৰ্বত পালেগৈ, আৰু তেওঁলোকৰ আজ্ঞামতে আমাৰ সৈন্যই মিকিৰৰ ঘৰ-বাৰী আৰু ভঁৰাল পুৰি পেলালে। মিকিৰৰ গাওঁ লুৰি দা, বাটি, কোৰ, যাঠি, ছাগলী আদি নানা বয়-বস্তু পোৱা গ'ল। তাৰ পাচত স্বৰ্গদেৱৰ সৈন্য আহি ৰহা-চকীত বাহৰ কৰিলেহি। সেই ৰহাতে মিকিৰহঁতে জুম বান্ধি ওল-সন্দেশৰূপে বহুত বাহানি লৈ আহি সন্ধি আৰু শান্তিৰ কাৰণে ন্যায়সোধা ফুকনক ভেটিলেহি। ফুকনে টাঙনি ৰাজখোৱাৰে

পৰামৰ্শ কৰি স্বৰ্গদেৱলৈ মিকিৰে বৰিব খোজা বাতৰি জনাই পঠিয়ালে। এই কথা শুনি স্বৰ্গদেৱে ন্যায়সোধা ফুকনক আৰু টাঙনি ৰাজখোৱালৈ আদেশ দি পঠিয়ালে যে মিকিৰক বঁটা-প্ৰসাদ দিব লাগে। আৰু নিজ নিজ গাৱঁত সংস্থাপন কৰিব লাগে।

**কছাৰী ৰজাৰ স্বৰ্গদেৱ বৰণ**—মিকিৰৰ বিৰুদ্ধে ৰণ কৰিবলৈ যোৰা ফুকন, ৰাজখোৱা, সেনাপতিসকলক স্বৰ্গদেৱে কটকীৰদ্বাৰা জনাই পঠিযালে যে কছাৰী ৰজা সন্ধিকাৰীক উজনিলৈ পঠিয়াব লাগে। অসমৰ কটকীয়ে কছাৰী ৰজাক এই কথা কোৱাত ৰজাই কটকীক বন্দী কৰি উজনিলৈ যাবলৈ অনিচ্ছা প্ৰকাশ কৰিলে। এই বাতৰি শুনি স্বৰ্গদেৱে বৰ অসন্তোষ পালে। ৰজাই তিনিজনা ডাঙৰীয়া, কীৰ্তিচন্দ্ৰ বৰবৰুৱা আৰু অন্যান্য বৰুৱা ফুকনক মাতি মেলত বহি ইয়াৰ প্ৰতিকাৰ বিধানৰ উপায আলোচনা কৰিলে। কাৰণ কছাৰী ৰজাই ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰেপৰা বিশেষভাৱে আহোম ৰজাৰ শৰণাগত হৈ আহিছে। সেইজনা স্বৰ্গদেৱৰ দিনত কছাৰী ৰজা তাম্ৰধ্বজৰ ৰাজ্য জয়ন্তাই চাপিল কৰি লবৰ মনস্থ কৰি তাম্ৰধ্বজক বন্দী কৰে। স্বৰ্গদেৱে হকা-বধা কৰাতো জয়ন্তাৰ ৰজা ৰামসিংহে তাম্ৰধ্বজক এৰি নিদিলে। ইয়াতে প্ৰতাপী ৰুদ্ৰসিংহ স্বৰ্গদেৱে জয়ন্তাৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰি জযন্তীপুৰ দখল কৰিলে। তাৰ পাচত বিশ্বনাথত দৰবাৰ পাতি স্বৰ্গদেৱে তাম্ৰধ্বজক নিজৰ শৰণাগত কৰাই পুনৰ কছাৰী ৰাজ্যত সংস্থাপন কৰে। তাম্ৰধ্বজে স্বৰ্গদেৱক যমুনামুখ অঞ্চলৰ কেইখনমান গাওঁ উৎসৰ্গি দিলে, আৰু কছাৰী ৰজাই বছৰি নিৰ্বন্ধমতে কৰ শোধাবলৈ মান্তি হ'ল। তাম্ৰ-ধ্বজৰ মৃত্যুৰ পাচত তেওঁৰ ন-বছৰীযা ল'ৰা সুৰদৰ্প নাৰায়ণক স্বৰ্গদেৱে কটকী পঠিয়াই কছাৰী ৰজাৰ সিংহাসনত বহুৱায়। এইদৰে তাম্ৰধ্বজৰ দিনৰেপৰা কছাৰী ৰজাই আহোম স্বৰ্গদেৱক দুটা হাতী, দুটা ঘোঁৰা আৰু পালসেৱা কৰি থাকিবলৈ দুকুৰি মানুহ দুটা বৰুৱাৰে সৈতে কৰ দিয়াব আৰু বছৰি এবাৰ স্বৰ্গদেৱক দেখা-সম্ভাষা কৰাৰ নিয়ম চলি আহিছিল। এই বিষয়ে কমলেশ্বৰসিংহৰ দিনত কছাৰী ৰজা কৃষ্ণচন্দ্ৰ নাৰায়ণে ভদৰি বৰবৰুৱালৈ দিয়া চিঠিত লিখিছিল, "যখন গাৰ শক্ৰ মধ্য হইতে শ্ৰীৰুদ্ৰসিংহ স্বৰ্গদেৱে ৰাজা তাম্ৰধ্বজকে উদ্ধাৰ কৰিয়া শ্ৰীশ্ৰীবিশ্বনাথ ক্ষেত্ৰে দক্ষিণ উৰুতে শিৱসিংহ মহাৰাজাক বৈসায়া পিতা-পুত্ৰ সম্বন্ধ সত্য-ধৰ্ম কৰিয়াছিল, তদবধি উভয় দেশেৰ অভেদা-নুবৎ ছিলু প্ৰীতিপূৰ্বক মতে গঙ্গাস্ৰোত চলি গৈছেন।" সেই গঙ্গাস্ৰোত সদৃশ প্ৰীতি লংঘন কৰাৰ বাবে স্বৰ্গদেৱ ৰাজেশ্বৰসিংহই পাত্ৰ-মন্ত্ৰীৰ উপদেশ লৈ ১৬৮৭ শকৰ আহিন মাহত সন্ধিকাৰীৰ বিৰুদ্ধে কীৰ্তিচন্দ্ৰ বৰবৰুৱাক চোলাধৰা ফুকন, তামুলী দলৈৰ নাতিয়েক, ফুকন ৰাজখোৱা, হাজৰিকা আৰু শইকীয়াৰ তলে এক বাহিনী সৈন্য কছাৰী ৰাজ্যলৈ পঠিয়ালে। বৰবৰুৱা সৈন্য-সামন্ত লৈ ৰহাচকী পাই তাতে বাহৰ কৰি থাকিল, আৰু সেনাপতিসকলেৰে সমালোচনা হৈ কছাৰী ৰজা সন্ধিকাৰীলৈ কটকী পঠিয়াবলৈ থিৰ কৰিলে। সৈন্য-সেনা লৈ বৰবৰুৱা যোৱা বাৰ্তা পাই কছাৰী ৰজাই অসমৰ কটকীক সম্ভাষণ জনালে আৰু তিনিজনা কোঁৱৰে সৈতে বৰবৰুৱাৰ শৰণাপন্ন হ'লহি। স্বৰ্গদেৱৰ সহায় পাবৰ অভিপ্ৰায়েৰে মণিপুৰৰ ৰজা জয়সিংহ কৰ্তা মহাৰাজো বৰবৰুৱাৰ সৈতে দেখা-সম্ভাষা হ'ল। আঘোণ মাহত বৰবৰুৱাই এই দুই ৰজাক লৈ উজনিলৈ যাত্ৰা কৰিলে। সন্ধিকাৰীয়ে স্বৰ্গদেৱক চাৰিটা হাতীদাঁত, আঠোটা হাতী, দুখন কাপোৰ আৰু ভালেমান বস্ত্ৰ উপহাৰ দিলে। স্বৰ্গদেৱেও বৰবৰুৱাৰ পুতেক চন্দ্ৰহাস ডেকাবৰুৱাক আজ্ঞা দি ভাৱনা আদি কৰোৱালে আৰু কছাৰী ৰজা সন্ধিকাৰী সোণ-ৰূপ কলহ বঁটা-প্ৰসাদ দি

নিজ ৰাজ্যলৈ ওভোতাই পঠিয়ালে। বিনাযুদ্ধে দুজনকৈ দাঁতিপৰীয়া ৰজাক স্বৰ্গদেৱৰ শৰণাপন্ন কৰাৰ আপাহত স্বৰ্গদেৱ ৰাজেশ্বৰসিংহই কীৰ্তিমন্ত বৰবৰুৱাৰ গেৰেলা নাম গুচাই কীৰ্তিচন্দ্ৰ থলে।

**জয়ন্তীয়া ৰজা**—ৰুদ্ৰসিংহ স্বৰ্গদেৱে জয়ন্তা ৰজা ৰামসিংহক বন্দী কৰি নিজ ৰাহবলৈ লৈ যায়। তাতে ৰামসিংহৰ মৃত্যু হয় আৰু তেওঁৰ উত্তৰাধিকাৰী জয়নাৰায়ণো স্বৰ্গদেৱৰ বন্দী হয়। জয়নাৰায়ণে স্বৰ্গদেৱক নিজৰ দুগৰাকী কন্যা যৌতুক দি মুক্তি লাভ কৰে। তেতিয়াৰেপৰা জয়ন্তাৰ ৰজাসকলে প্ৰকাৰান্তৰে আহোম স্বৰ্গদেৱসকলৰ প্ৰাধান্য স্বীকাৰ কৰি আহিছিল। ১৬৯০ শকত জয়ন্তাৰ ৰজা বৰগোহাঁয়ে সৈন্য-সামন্ত সহিতে অসমৰ সীমান্তত দেখা দিলেহি। এই কথা কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ৰাজেশ্বৰসিংহ স্বৰ্গদেৱক এই বুলি জনালে, "জয়ন্তাৰ ৰজা আমাৰ ৰাজ্যৰ পোনে অহাৰ অভিপ্ৰায় কি তাক সুধিবলৈ কটকী পঠিওৱা ভাল। আৰু ৰজাক ধৰি আনিবলৈ বৰুৱা-ফুকন জনচেৰেককো পঠিয়াব লাগে।" বৰবৰুৱাৰ প্ৰস্তাৱত স্বৰ্গদেৱে সন্মতি দেখুৱালে। কিন্তু স্বৰ্গদেৱে তিনিজনা ডাঙৰীয়া বৰুৱা-ফুকনে সৈতে এই কথা আলচোতে বিষয়াসকলে ক'লে, "জয়ন্তা ৰজাৰ তাঁলৈ কটকী পঠিওৱাৰ সকাম নাই। ৰজা যদি আহিল ভাল, যদি নাহিল তেনেহ'লে আমাৰ কুযশ হ'ব।" এনেতে কীৰ্তিচন্দ্ৰ বৰবৰুৱাই স্বৰ্গদেৱক জনালে, "ৰাৰু, সেই দায় মোৰ। স্বৰ্গদেৱে আজ্ঞা কৰিলে স্বৰ্গদেৱৰ পুণ্য-প্ৰতাপৰ বলেৰে মই জয়ন্তা ৰজাক আনি দিব পাৰো।" ৰজাদেৱে বৰবৰুৱাৰ কথাতে হয় বুলিলে। কামদেৱ কটকীক আগ কৰি পঠিয়াই, ১৬৯০ শকৰ চ'তৰ ১২ তাৰিখ বুধবাৰে বৰবৰুৱা আৰু পুতেক চন্দ্ৰহাস চোলাধৰা ফুকনে জয়ন্তা মাৰিবলৈ গজপুৰৰপৰা ৰহা-চকীৰ ফালে যাত্ৰা কৰিলে। ইতিমধ্যে জয়ন্তীয়া ৰজাই কছাৰী ৰাজ্যত সোমাই কছাৰী ৰজাৰ কেখনমান গাওঁ বলেৰে অধিকাৰ কৰিছিল। ৰহা পাই তাৰপৰা জাগীলৈ ভটিয়াই গৈ জাগীত থাকি অসম আৰু জয়ন্তাৰ ঠায়ে ঠায়ে বৰবৰুৱাই বৰহিলৈ পাতিলে। কামদেৱ কটকীক জয়ন্তালৈ পত্ৰ দি পঠিয়ালে আৰু পাৰিলে জয়ন্তীয়া ৰজাক আনিবলৈকো ক'লে।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাই জয়ন্তীয়া ৰজালৈ দিয়া চিঠি—

৺স্বস্তি শ্ৰীমৎ জয়ন্তীপুৰেশ্বৰ

সৌহাৰ্দ-পত্ৰিকেয়ং বিজ্ঞপ্তি।

তুমি মহামহিম মহেন্দ্ৰবংশাবতংস শ্ৰীশ্ৰীস্বৰ্গদেৱৰ স্থাপিত-সাঞ্চিত ৰাজা, এবং হিড়িম্বাধিপতি কছাৰী ৰজাও স্বৰ্গদেৱৰ স্থাপিত-সাঞ্চিত। অদ্যাবধিও স্বৰ্গদেৱৰ ভূজছায়াৰ আশ্ৰিত থাকা হয়। এবঞ্চ প্ৰতিবৎসৰ পূৰ্বাঙ্গীকাৰ মতেই উপঢৌকনাদি দ্বাৰা ভেটঘাট কৰতলাশ্ৰিত আছে। যদ্যপি তুমি তৎস্বৰূপে তাবস্থ হও। তথাচ তোমাৰ উপৰি ৰাজা স্বৰ্গদেৱৰ শৰণাপন্ন হইয়া যাইয়া মৃত্যু হোৱা প্ৰযুক্ত দেশে গিয়া দেশস্থ লোকেৰ সহিত সাক্ষাৎ হৈয়া ঐসকল বৃত্তান্ত জ্ঞাত কৰাইতে নাপাৰাতে তাহা কামেল হৈল না। এবং লালবন্দি পালসেৱাও ঐ ৰাজাৰ পঞ্চত্বপ্ৰাপ্ত হোৱা হেতুতে পাৱা গেল না। কিন্তু হিড়িম্বেশ্বৰ কছাৰী ৰাজাই তৎকালিনেৰ কৃতাঙ্গীকাৰকে স্বাব্যস্থ ৰাখি অদ্য পৰ্যন্ত ঘোটকাদি পালসেৱা প্ৰতিবৎসৰ কৰি সৌহাৰ্দ-মৈত্ৰতা গুণে আশ্ৰিত আছে। ইহাতে যে তুমি বলাৎকাৰ ক্ৰমে কছাৰী দেশে পীড়া কৰহ ইহা মহৎ বেজাই। বৰঞ্চ এইমত হইলে স্বৰ্গদেৱৰ দ্ৰোহীতুল্যে তোমাক গণনা কৰা যাইবেক। এবং তোমাৰ যদি বল থাকে তবে আমি সহিত যুদ্ধ দিতে পাৰ, তবে কছাৰী দেশে পীড়া কৰিবা, নতু তোমাৰ

তৎস্বৰূপ বল ও সাহস না থাকে তবে ঐমত বিৰুদ্ধাচাৰণ কৰিবা না। অপৰ কছাৰী দেশৰ যে কয়েক গ্ৰাম নিয়াচ তাহা চাৰিয়া দিবা, নতু তোমাৰ ভাল নহে।"

বকতিয়ালৰ কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ এই চিঠি পাই জয়ন্তীয়া ৰজা পাত্ৰ-মন্ত্ৰী সহিতে সমালোচন কৰি বলে নোৱাৰা হেন জানি কছাৰী ৰাজ্যৰ বল কৰি লোৱা গাওঁ-কেইখন এৰি দি আৰু জয়ন্তাৰ সৈন্য-সামন্ত উঠাই লৈ বৰবৰুৱালৈ এখন প্ৰীতিপূৰ্বক চিঠি দিলে। জয়ন্তীয়া ৰজা তেতিয়া গোভাত আছিল। ৰুদ্ৰসিংহৰ দিনত ৰামসিংহ ৰজাৰ অৱস্থালৈ সোঁৱৰি বিপদ হেন ভাবি জয়ন্তীয়া ৰজা বৰবৰুৱাৰ ওচৰলৈ নাহি "মোৰ পিতৃৰ শ্ৰাদ্ধ-কৰ্ম কৰি আহোগৈ" বুলি নিজ দেশলৈ উভতি গ'ল। বৰবৰুৱাও ৰহালৈ উজাই গ'ল। আৰু কছাৰী ৰজায়ো সেই বিপদৰপৰা উদ্ধাৰ পাই স্বৰ্গদেৱৰ শৰণাপন্ন হৈ অনেক বন্দী-বেটী, হাতী আৰু গজদন্ত প্ৰভৃতি নজৰ পালসেৱা কৰি পঠিয়ালে। আৰু বৰবৰুৱাকো বেটী-বন্দী দি সন্তুষ্ট কৰিলে। কছাৰীয়ে আহোম ৰজাক যমুনামুখ অঞ্চলৰ যিকেইখন গাওঁ দিছিল, গৌৰীনাথসিংহ ৰজাৰ দিনলৈকে সেইকেইখন গাওঁ আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত হৈ আছিল।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ৰহা-চকীত থাকোতে চকীয়ালৰপৰা কৃষ্ণগতিক হাটখোৱা পাতি ৰহচাকীত এখন হাট স্থাপন কৰিলে। হাটৰ সীমা এই,—পূবে গড়ৰ চকী, পশ্চিমে গোগ, উত্তৰে ব্ৰহ্মপুত্ৰ, দক্ষিণে যমুনামুখ। আৰু হাটৰ বস্তু-বাহানিৰ এইৰূপে কৰ ধাৰ্য কৰিলে—"গৰুটোৰ ল'ব কড়ি তিনি পোণ এঠেং এৰিব, তামোল কাউনৰ ৶. পোণ, পাণ ২০ কুৰি, পাণ ৶. গুছি, ধান ২০৶. পুৰা, ৰূপ ২০৶. টকা, কপাহ ২০১ টা। পহাৰীদান কড়ি ১৭ পোণ।" ইয়াৰ উপৰিও জাগীয়লীয়া গোহাঁই আৰু ৰহিয়াল বৰুৱাৰ অধীনে থকা সৰা, খাহিগৰীয়া, টোপাকুচীয়া, বাৰেপুজীয়া আদি ৰজাপোৱালিক সাতৰজীয়া, পাঁচৰজীয়া নিবন্ধ কৰি ভৱিষ্যৎ শাসনৰ সু-বন্দোবস্ত কৰি গ'ল।

বৰবৰুৱা ৰহা-চকীত থাকোতে দেৰগাঁও বাহৰত স্বৰ্গদেৱৰ নৰিয়া হোৱা শুনি বৰবৰুৱা লৰালৰিকৈ থানা এৰি উজনিলৈ যাত্ৰা কৰিলে।

**আলি, দ'ল, পুখুৰী আদি নিৰ্মাণ**—স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ দিনত একপ্ৰকাৰ ৰণ-বিগ্ৰহৰপৰা অব্যাহতি পাই দেশ সুস্থিৰ আৰু সমৃদ্ধিশালী হোৱাত স্বৰ্গদেৱে দেশৰ নানা ঠাইত আলি, দ'ল, পুখুৰী আদি নিৰ্মাণ কৰাবলৈ সুযোগ পাইছিল। এই-বোৰ কাৰ্যত ৰাজভঁৰালৰ ধন বেছি খৰচ নহৈছিল, কাৰণ সেই কালৰ নিয়ম মতে এক গোটৰ এক পাইকে ৰাজঘৰীয়া বন কৰি দিব লাগিছিল, যুদ্ধ-বিগ্ৰহ নোহোৱাত ৰাজঘৰীয়া পাইকক আলি, দ'ল, পুখুৰী আদিৰ নিৰ্মাণ কাৰ্যত লগাব পৰা গৈছিল। এটি গোটৰ ঘৰত বহি থকা দুটা বা তিনিটা পাইকে ৰাজঘৰীয়া বন কৰা পাইকৰ মাটি-বাৰী চহ কৰি দিব লাগিছিল। শিৱসিংহৰ দিনৰপৰা ৰাজেশ্বৰসিংহৰ দিনলৈকে প্ৰায়বোৰ মন্দিৰৰ নিৰ্মাণ কাৰ্য তৰুণ দুৱৰাৰ পৰিয়ালৰ বৰফুকন আৰু বিষয়াসকলে তদাৰক কৰিছিল। তেওঁলোকৰ নাম সেই মঠ-মন্দিৰৰ গদ্য-লিপিত যুগমীয়া হৈ আছে।

১। ৰাহংখোৱা বৰফুকনৰ আলি, ২। ডেকাবৰবৰুৱাৰ আলি ৩। লুখুৰি কাঠকটীয়া বৰুৱাৰ আলি ৪। গড়গাওঁৰ তলাতল ঘৰ, ৫। ৰংপুৰৰ তলাতল ঘৰ,

৬। দুটুপীয়া ৰংঘৰৰ ওচৰত দ'ল ঘৰৰ দৰে সৰু পকী ৰংঘৰ, ৭। নীলাচলৰ কেদাৰ-নাথৰ মঠ, ১৬৭৩ শক ; ৮। প্ৰমত্তসিংহৰ দিনত আৰম্ভ কৰি ৰাজেশ্বৰসিংহৰ দিনত সম্পূৰ্ণ হোৱা ৰুদ্ৰেশ্বৰ দেৱালয়ৰ মন্দিৰ দুৱাৰ, ১৬৭৪ শক, ৯। গুৱাহাটীৰ দপদৰৰ সভামণ্ডপৰ পশ্চিম দুৱাৰ, ১৬৭৪ শক, ১০। নৱগ্ৰহ বা চিত্ৰাচলৰ মন্দিৰ আৰু পুখুৰী, ১৬৭৪ শক, ১১। মণিকৰ্ণিকেশ্বৰৰ দ'ল, ১৬৭৭ শক ; ১২। হাজোৰ কেদাৰৰ মন্দিৰৰ গড়, ১৬৮০ শক ; ১৩। নীলাচলৰ দুৰ্গা মন্দিৰ, ১৬৮১ শক ; ১৪। কামৰূপ সিদ্ধেশ্বৰ দেৱালয় মন্দিৰ, ১৬৮৪ শক ; ১৫। দৰঙৰ বাসুদেৱৰ মন্দিৰ দক্ষিণপাট ১৬৮৬ শক ; ১৬। নগাওঁৰ বাসুদেৱৰ মন্দিৰ দক্ষিণপাট, ১৬৮৬ শক ; ১৭। বশিষ্ঠাশ্ৰমৰ মন্দিৰ, ১৬৮৬ শক ; ১৮। নেঘেৰিটিং বা দেৱৰগাওঁৰ ন-দ'ল আৰু পুখুৰী, ১৬৯০ শক।

**ৰামকৃষ্ণ ভঁৰালী বৰুৱা**—যাদ তামুলীৰ পুতেক ৰামকৃষ্ণ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনৰ এজন পৰম সাহসিক আৰু দেশপ্ৰেমিক পুৰুষ আছিল। কিন্তু দুৰ্ভাগ্য-বশতঃ তেওঁ বুৰঞ্জীৰ উপেক্ষিত। তেওঁৰ কথা কোনো এখন বুৰঞ্জীত ধাৰাবাহিকৰূপে পোৱা নাযায়। কেইবাখনো বুৰঞ্জীত উল্লিখিত কেইবাটাও ঘটনাৰপৰা ৰামকৃষ্ণৰ অসীম সাহসিকতা, দেশপ্ৰেম, প্ৰভুভক্তি আৰু উপস্থিত বুদ্ধিৰ পৰিচয় পোৱা যায়।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাক চক্ৰান্তকাৰীহঁতে হত্যা কৰিবলৈ গাত দাবে কুবিয়ায়, সেই সময়ত ৰামকৃষ্ণই নিজৰ জীৱনলৈ কটাক্ষ নকৰি কেবাটাও দুৰ্দান্ত হত্যাকাৰীৰ হাতৰপৰা বৰবৰুৱাক ৰক্ষা কৰে। বৰবৰুৱাৰ এনে দুৰ্যোগ আৰু আগন্তুক বিপদ দেখি ৰামকৃষ্ণই ততালিকে তেওঁক সাবট মাৰি ধৰে। তেনে কৰাত নাজিৰাহটীয়া ৰতিকান্ত আদি চোৰে বৰবৰুৱাক আধাকটা অৱস্থাতে এৰিবলৈ বাধ্য হ'ল।

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ মৃত্যুৰ পাচত লক্ষ্মীসিংহ স্বৰ্গদেৱৰ ৰাজপাটত বহাত মোৱামৰীয়াই অৰ্বীতীয়া হৈ বিদ্ৰোহ কৰি ৰংপুৰ লবলৈ যাত্ৰা কৰিলে। একো উপায় নাপাই স্বৰ্গদেৱে পাত্ৰ-মন্ত্ৰী, কুঁৱৰী-জীয়ৰী সকলোৰে সৈতে ৰংপুৰ এৰি লাইমতী বা চিন্তামণি গড়তে আশ্ৰয় ল'লেগৈ। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই কলিয়াবৰলৈ ভটিয়াই গৈ সৈন্য-সামন্ত যোগাৰ কৰি পুনৰ ৰাজ্য উদ্ধাৰ কৰিবলৈ স্বৰ্গদেৱক পৰামৰ্শ দিলে। কিন্তু ভটিয়াবলৈ হ'লে নাও-নাৱৰীৰ আৱশ্যক। সেইবোৰ নদীয়াল মানুহৰ হাতত। তাৰে অধিকাংশ নদীয়াল মোৱামৰীয়া মহন্তৰ শিষ্য। গতিকে নাও-নাৱৰী বিচাৰোতে বৰবৰুৱা কৃতকাৰ্য নহ'ল। ৰামকৃষ্ণ কিন্তু এলা-পেচা বিধৰ মানুহ নাছিল। নাও-নাৱৰী নাপাই স্বৰ্গদেৱ, পাত্ৰ-মন্ত্ৰী বিমোৰ হৈ থাকোতে ৰামকৃষ্ণই আহি জনালেহি, "মই আঢ়েকুৰি টকা ৰূপ লৈ নাও খনদিয়েক যোগাৰ কৰিছোঁ। সেই নাও আহিব লাগিছে।" ৰামকৃষ্ণৰ এই কথা শুনি স্বৰ্গদেৱ আশ্বস্ত হ'ল। ইয়াৰ কিছু পাচতে মৰাণে আহি স্বৰ্গদেৱক বন্দী কৰিলে। আৰু কীৰ্তিচন্দ্ৰ বৰবৰুৱাক পাচলৈ সপুত্ৰে বধ কৰিলে। মৰাণৰ বৰবৰুৱা ৰাঘই ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ বৰকুঁৱৰী ক্ষত্ৰিয় সতী কুৰঙ্গনয়নীক বলেৰে ভাৰ্যাৰূপে গ্ৰহণ কৰিলে, আৰু বৰুৱা ফুকন আদি ভাল ভাল ঘৰৰ এশজনী গাভৰু ধৰি আনি ৰাঘ-মৰাণ এশ ভাৰ্যাৰ স্বামী হ'ল। মৰাণৰ হাতত লক্ষ্মীসিংহ স্বৰ্গদেৱে মৰ্মান্তিক লাঞ্ছনা-

অপমান ভোগ কৰিলে। এইদৰে স্বৰ্গদেৱে পাত্ৰ-মন্ত্ৰী আৰু গাভৰুসকলৰ অপমান আৰু নিৰ্যাতন আৰু দেশৰ স্বাধীনতা লোপত ক্ষুণ্ণ হৈ মৰাণক মাৰিবলৈ যি ষড়যন্ত্ৰ কৰা হয়, তাৰ মূলত ৰামকৃষ্ণ প্ৰধান আছিল। ৰংপুৰৰ কাৰেঙত ৰাঘ বৰবৰুৱা আৰু ৰমাকান্ত ৰজা ইমান সাৱধানে থকা সত্ত্বেও ৰামকৃষ্ণই কুৰঙ্গনয়নীৰে সৈতে সংগোপনে দেখা-সাক্ষাৎ হৈ মৰাণ বধৰ সকলো ষড়যন্ত্ৰ কৰিবলৈ ধৰিলে। এই ষড়যন্ত্ৰত আনো কেবাজন অসমীয়া বিষয়া আৰু মগলু মানুহ ৰামকৃষ্ণৰ সহায়কাৰী আছিল। ষড়যন্ত্ৰকাৰীসকলৰ ভিতৰত এইসকল প্ৰধান আছিল, যাদ তামুলীৰ পুতেক ৰামকৃষ্ণ, দৌলবন্ধা বৰগোহাঁইৰ পুতেক ৰাইলুং গোহাঁই, কুঁৱৈগঞা বুঢ়াগোহাঁই ফৈদীয়া হাজৰিকা, মৰাণপাতৰৰ ফৈদৰ হাজৰিকা, বকতিয়ালৰ ফৈদৰ ভদ্ৰসেনৰ দুই ভায়েক আৰু দুজনা দদায়েক, লাহনৰ ফৈদীয়া ৰাধমুৰা, বুঢ়াগোহাঁই পৰীয়া দেওবিলীয়া পাঁচনি, ৰামনাথ, ডফলা দুৱৰীয়া ঘৰৰ মোহন, বৰগোহাঁইৰ বিলতীয়া কেকেৰু কলিতা হাজৰিকা, কহন, আপঁইতা আৰু ডাঙৰীয়াকেইঘৰৰ পো-ভাই কিছু আৰু বহুতা কিছু। এওঁলোকে ভোগবাৰীত একেলগ হৈ এৰা-এৰি নকৰিবলৈ আৰু বিশ্বাস নাভাঙিবলৈ গুৰুঘৰলৈ চাই শপত কৰিলে। ৰামকৃষ্ণই কুৰঙ্গনয়নীক এটা সঙ্কেত শিকালে, সেই সঙ্কেত পোৱা মাত্ৰে কুৰঙ্গনয়নীয়ে ৰাঘৰ গাত কোব মাৰিবলৈ অঙ্গীকাৰ কৰিলে। মৰাণৰ হাতত বন্দী হৈ থকা লক্ষ্মীসিংহ স্বৰ্গদেৱকো গোপনে এই ষড়যন্ত্ৰৰ কথা জনোৱা হ'ল। বহাগৰ বিহুৰ দিনা ৰাঘ আৰু নাহৰ প্ৰমুখ্যে মৰাণৰ আগত হুঁচৰি গীত আৰম্ভ হ'ল। সেই ছদ্মবেশী অস্ত্ৰধাৰী হুঁচৰি গাওঁতাসকলৰ মাজত সৰ্বপ্ৰধান আছিল ৰামকৃষ্ণ, ৰামনাথ আৰু বৰগোহাঁইৰ আগৰ ভূঞাৰ ঘৰৰ খনিকৰৰ ল'ৰা পাচলৈ চোলাধৰা ফুকনৰ বাব লৈ কলিতা ফুকন হোৱাজন। পূৰ্বৰ কথামতে ৰামকৃষ্ণই সঙ্কেত দিলে। সেই সঙ্কেত মতে ৰাইজৰ আগত আঁঠু লওঁতে কুৰঙ্গনয়নীয়ে ৰাঘ মৰাণৰ ফান্দনীত তৰোৱা-লেৰে ঘা লগালে। ৰাঘ হামখুৰি খাই পৰিল। এনেতে ৰামকৃষ্ণ হুঁচৰিৰ মাজৰপৰা আহি ৰাঘক তৰোৱালেৰে কুবিয়াই মাৰিলে। এইদৰে ৰামকৃষ্ণ বীৰে দেশৰ স্বাধীনতা উদ্ধাৰ কৰাত আগৰণুৱা হৈছিল। সেই সময়তে ৰামকৃষ্ণৰ মানুহে নাহৰখোৱা মৰাণ, ৰমাকান্ত আৰু নাহৰৰ দুই ভাৰ্যা ৰাধা আৰু ৰুক্মিনীক বধ কৰে।

ইয়াৰ পৰিণামে লক্ষ্মীসিংহ স্বৰ্গদেৱে পুনৰ সিংহাসন লাভ কৰে। মৰাণ মৰাত আপাহ পাই স্বৰ্গদেৱে ৰামকৃষ্ণক ভঁৰালী বৰুৱা, ৰামনাথক চাৰিঙীয়া বৰুৱা আৰু কলিতাকো ভঁৰালী বৰুৱা পাতিলে। এই কলিতা ভূঞাৰ ঘৰৰ খনিকৰৰ ল'ৰা আছিল। আৰু বৰগোহাঁইৰ হাতীমূৰৰ বিলতীয়া পাইক আছিল। চোলাধৰা ফুকনৰ বাব অতি বিশ্বাসী আহোমকহে দিয়া হৈছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ পুতেক চন্দ্ৰহাস পোনতে চোলাধৰা ফুকন আছিল। কলিতাৰ সাহ-পিত আৰু ৰাজভক্তি দেখি তিনিজনা ডাঙৰীয়া বৰুৱা ফুকনসকলে কলিতাক ভঁৰালী বৰুৱাৰ বিষয়ৰপৰা তুলি চোলাধৰা ফুকনৰ বাব দিবলৈ স্বৰ্গদেৱলৈ জনাই পঠালে, "কলিতা ফুকন বাক বোলে, ই হিন্দু ল'ৰা। ই যি যি কাৰ্য কৰিছে, ভাল আহোম অনেক পুৰুষে স্বৰ্গদেৱৰ খাই পিন্ধি থকাতো এনে কাৰ্য কৰিব পৰা নাই। কলিতা ফুকনে স্বৰ্গদেৱৰ তেনে কাৰ্য কৰিছে। এতেকে আমাৰ লগৰ এটা। এতেকে চোলাধৰা ভাণ্ডাৰখন আক দিবলৈ আমি প্ৰাৰ্থনা কৰিছোঁ।"

কিন্তু কলিতাই চোলাধৰা ফুকনৰ বাব পাই আৰু ৰজাৰ প্ৰধান খাটনিয়াৰ হৈ অনেক অকাৰ্য্য কৰিলে। ইয়াতে পাত্ৰ-মন্ত্ৰীসকলে স্বৰ্গদেৱক খাটিলে যেন কলিতা ফুকনক ৰাজচ'ৰাত নাৰাখি তামোলবাৰীলৈ খেদি দিয়া হয়। ৰজা আৰু বিষয়া অসন্তোষ হোৱা গম পাই আৰু তেওঁৰ বাঢ়ি অহা প্ৰতিপত্তি লঘু হোৱাৰ আগন্তুক দেখি কলিতা ফুকনে দিনে ৰাতি ঘৰত নাম গোৱাই সবাহ কৰিছিল।

ৰামকৃষ্ণ কলিতা ফুকনৰ সঙ্কটৰ বন্ধু আছিল, তাহানি নিজৰ জীৱনৰ পোনে কেৰেপ নকৰি দুয়ো মৰাণৰপৰা দেশ উদ্ধাৰ কৰিছিল। এনে আপদ কালৰ মিত্ৰ কলিতা ফুকনৰ মান টুটি অহাত ৰামকৃষ্ণই বৰ দুখ কৰিলে। কলিতা ফুকনৰ নাম গোৱা সভাত ৰামকৃষ্ণই যোগ দিলে। ৰামকৃষ্ণৰ জীৱনৰ শেষ পৰিণামৰ বিষয়ে আমাৰ অজ্ঞাত বুৰঞ্জী লিখকে কয়, "দিনে-ৰাতিয়ে কলিতা ফুকনে ঘৰত নাম গাই সবাহ কৰিছিল। তাতে যাদৰ পুতেক ৰামকৃষ্ণায়ে মাৰ্টি-কঠাল খাই পেটত ধৰি দুপৰমৰা ৰাতি মৰিল। তিনিপৰ মৰাত ফুকনে মানুহ দি তাৰ ঘৰলৈ দি পঠালে, ৰাতিয়ে খৰিও দিলে, পুৱাহে সকলোৱে জানিলে।"

এনে কৃতী পুৰুষৰ এই ধৰণৰ অপ্ৰসিদ্ধ মৃত্যু পৃথিৱীৰ বুৰঞ্জীত বিৰল নহয়।

**দিহিং নৈৰ বানপানী**—স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ দিনত দিহিং নৈত এটা বৰ ডাঙৰ বানপানী আহিছিল। সেই বানপানীৰ প্ৰকোপত গোটেই দেশ তল গৈছিল, আৰু অসমৰ অনেক গাওঁ-ভূঁই, ঘৰ-বাৰী উটি-বুৰি গৈছিল। সেই বানপানীত দিহিং নৈৰ গতি সলনি হৈছিল আৰু অনেক দ ঠাই ওখ আৰু ওখ ঠাই দ হৈ পৰিছিল। সেই বানপানী পোন্ধৰ দিনমান আছিল। দিহিঙৰ সোঁত পানীত অনেক খেতি-বাতিৰ সঁজুলি, গৃহস্থালিৰ মাল-বস্তু, হাতীৰ সৰঞ্জাম আদি উটি আহিছিল। সেইবোৰ বস্তু এনে চিকুণ আৰু সুন্দৰকৈ তৈয়াৰ কৰা আছিল যে তাক দেখি অসমীয়া মানুহে অনুমান কৰিছিল দিহিং নৈৰ উজনিত এখন সুসভ্য দেশ আছে, আৰু সেই দেশকে অসমীয়া মানুহে অতীজৰেপৰা শুনি অহা কলিতা ৰাজ্য বুলি ভাবিছিল। জনসাধাৰণৰ বিশ্বাস-মতে ভোট দেশৰ পূবফালে, শদিয়াৰ উত্তৰফালে থকা পৰ্বতবিলাকৰ সিপাৰে এখন বৰ ডাঙৰ ভৈয়াম আছে। তাকে মানুহে কলিতা দেশ বুলি কৈছিল। সেই দেশৰ মানুহবোৰ হিন্দু আৰু বৰ সভ্য আৰু উন্নত। আহোম ৰাজ্যতকৈয়ো কলিতা দেশৰ অৱস্থা ধনে-জনে পূৰ্ণ আৰু ক্ষমতাশালী। শদিয়াৰপৰা কলিতা দেশলৈ ৪২ দিনৰ বাট। কলিতা দেশৰ পূবফালে থকা দেশবোৰ লামাবিলাকৰ ৰাজ্য। অসমীয়া মানুহৰ মতে আবৰ দেশৰ ন দিনৰ বাটত বিবৰ দেশ, বিবৰৰ তিনি দিনৰ বাটত জিবৰ দেশ, জিবৰৰ সাত দিনৰ বাটত বৰকণাৰ দেশ। এই দেশৰ মানুহবোৰৰ কাণ বৰ ডাঙৰ ডাঙৰ। ৰাতি শোওঁতে বাওঁ কাণখন বিচনাত পাৰি তাতে ঘুমতি যোৱাৰ প্ৰথা আছিল। বৰকণাৰপৰা তিনিদিনৰ বাটত কলিতা দেশ। কলিতা দেশত হাতীদাঁত, বুড়িসাৰ, তামৰ বাচন, বৰবিহ, শিঙ্গীমুৰী বিহ, গাঁঠিয়ন, পাট, গান্ধকলাই আৰু চোঁৱৰ আদি পোৱা গৈছিল। ভালেমান অসমীয়া মানুহ অসমৰপৰা গৈ কলিতা দেশত চিৰবসতি কৰিছিলগৈ। বগাদমৰা ফুকন নামৰ এজন অসমীয়া বিষয়াই অসমলৈ পোন প্ৰথমে বৃটিছ অহাৰ সময়ত কেপ্টেইন নিউভিল আৰু লেফ্টেনেণ্ট উইলকক্স চাহাবক দঢ়াই দঢ়াই কৈছিল যে কলিতা দেশ স্বপ্নপুৰী নহয়। ই এখন সঁচাসঁচি ৰাজ্য।

## চতুৰ্দশ অধ্যায়

# আহোমৰ হিন্দুধৰ্ম গ্ৰহণ

সৌমাৰত পদাৰ্পণ কৰাৰ সময়ত আহোম বা টাই জাতিৰ ধৰ্ম হিন্দুধৰ্ম নাছিল। তেওঁলোকৰ ধৰ্ম সুকীয়া, শাস্ত্ৰ সুকীয়া আৰু বিবাহাদি কাৰ্যও সুকীয়া আছিল। তেওঁলোকৰ প্ৰধান উপাস্য বাহানি আছিল, চোম-চেং বা চোমদেউ। আহোমৰ বিশ্বাসমতে এই চোম-চেং যাৰ হাতত থাকে, তাৰ লক্ষ্মী সম্পত্তি নুগুচে। চুকাফা ৰজাই নড়দেশৰপৰা অসমলৈ আহোঁতে ককায়েক নড়ৰজাৰ ঘৰৰপৰা এই মূৰ্তি অপহৰণ কৰি লগত আনিছিল। এই চোমদেউ বা চেং-দেউ শালগ্ৰামৰ দৰে এডুখৰি শিলা, চোমা-চেং শব্দৰ অৰ্থৰপৰা তাক অনুমান কৰিব পাৰি। চোম অৰ্থে মূল্যবান, চেং অৰ্থে শিলা। ৰজা শিঙৰীঘৰত উঠোঁতে এই চোমদেউক ডিঙিত আঁৰি লৈ গৈছিল। আৰু ৰজায়ো ইয়াক বছৰি দুবাৰহে চাব পাৰিছিল। এই মূৰ্তিৰ গা ধুৱাবৰ কাৰণে চেং ধোৱা বৰুৱা খিতাপৰ এজন নিৰ্দিষ্ট বিষয়া আছিল। ইয়াৰ পূজা-পাটলো বৰ গুপ্তভাৱে অনুষ্ঠিত হৈছিল। স্বৰ্গদেৱেহে সেই পূজাৰ দৰ্শক হ'বৰ যোগ্য বুলি বিবেচিত হৈছিল। বৰচিৰিং বৰুৱা আৰু চিৰিং ফুকনেহে নিয়মিত মন্ত্ৰেৰে ইয়াৰ পূজা কৰিব পাৰিছিল। আহোমৰ পুৰাণ মতে এই চোম-চেং মূৰ্তিক খুনলুং-খুন্‌লাই পৃথিৱীলৈ নামি আহিবৰ সময়ত তেওঁলোকৰ পিতামহ ইন্দ্ৰদেৱতাই দান কৰিছিল। এই চোম-চেং আহোম ৰাজপৰিয়ালৰ কুলদেৱতা আছিল।

আহোম দেওধাইসকলে দেৱতাসকলক তুষ্ট ৰাখিবলৈ নানান পূজা দিছিল। ৰাজ্য, ৰজা আৰু পাত্ৰ-মন্ত্ৰীৰ মঙ্গলৰ অৰ্থে নাইবা শস্যাদিৰ শ্ৰীবৃদ্ধিৰ কাৰণে 'চাইফা' আৰু 'উমফা' পূজা বছৰি দুবাৰকৈ অনুষ্ঠিত হৈছিল। দেশৰ অমঙ্গল, উপদ্ৰৱ গুচাবলৈ আৰু দেও-ভূত আঁতৰাবলৈ চাইফাই পূজাৰ বিধান আছিল। ৰাজ-সিংহাসন আৰোহণ কালত আৰু দিগ্বিজয়ৰ পাচত 'ৰিকখন্' পূজা পতা হৈছিল, আৰু প্ৰায়শ্চিত্তৰূপেও এই পূজা পতাৰ বিধি আছিল। দেওধাইসকল আহোমৰ প্ৰধান পুৰোহিত আছিল। দেৱতাসকলক ভক্তই দিয়া উপচাৰৰূপী আহাৰ যোগোৱাৰ কাৰণে এওঁলোকক দেওধাই বা দেৱ-খাত্ৰী বোলা হৈছিল। দেওধাই, বাইলুং আৰু মোহনে কুকুৰা-ঠেং কাটি মঙ্গল চাই ৰাজ্য আৰু ৰজাৰ ভাল-বেয়া নিৰূপণ কৰিছিল। মঙ্গলচোৱা পুথিৰ ভিতৰত কুকুৰা ঠেং আৰু বানচেং নামৰ পুথি প্ৰধান। এই তিনি পুৰোহিত ফৈদৰ প্ৰত্যেকৰে কেবাটাও কৰি খেল আছিল।

আহোম ধৰ্মৰ আদিগ্ৰন্থ আছিল 'মীনমাং ফুৰালুং' বা 'ফুৰাতাৰা আলম'। এই গ্ৰন্থ অতি প্ৰাচীন আৰু ইয়াৰ ভাষা আৰু ভাৱলৈ চালে অনুমান হয় যেন এই গ্ৰন্থ

খুনলুং-খুনলাইৰ দিনৰেপৰা টাইজাতিৰ মাজত প্ৰচলিত আছিল। এই গ্ৰন্থৰ উদ্দেশ্য অহিংসা শিক্ষা আৰু তাৰ ছলতে গোটেই সৃষ্টি-ৰহস্য ব্যাখ্যা কৰা। এজন ছাত্ৰই গুৰুৰপৰা বিদায় লৈ দিনদিয়েকৰ কাৰণে মাক-বাপেকক দেখা কৰিবলৈ আহিছিল। মাক-বাপেকে বহুত দিনৰ মূৰত পুতেকক দেখি আনন্দ পাই কাইচেংমুং বা কুকুৰা মাৰি ৰান্ধি খুৱালে। বাপু-চাঙ্গলৈ উভতি যাওঁতে, বাপুৰ নিষিদ্ধ আহাৰ ভোজন কৰা দোষত ৰাজ্যৰ কুকুৰা আহি ছাত্ৰজনক ওৰেবাটে খেদি খুটিযাই বাপু-চাঙ্গৰ সন্মুখ পালেগৈ। তাতে গুৰুৱে ছাত্ৰৰ অপৰাধ অনুমান কৰি তেওঁক জীৱহত্যা পাপৰ বিষয়ে সাৰগৰ্ভ উপদেশ দিয়ে, আৰু তাৰ লগতে পূৰ্ণব্ৰহ্ম জ্যোতিৰ্ম্ময় ঈশ্বৰে চন্দ্ৰ-সূৰ্য বায়ু-বৰুণ দেৱতা-সকলক নিৰ্দিষ্ট কামত লগাই কেনেকৈ সৃষ্টি ৰক্ষা কৰিছে তাৰ সম্যক জ্ঞান দিয়ে। এই গ্ৰন্থৰ মূলতত্ত্ব বৌদ্ধধৰ্ম সন্মত। ভাৰতৰ বৌদ্ধধৰ্ম চীনদেশত উদ্ভাৱিত হৈ আকৌ জন্মস্থান ভাৰতলৈ কেনে সাজেৰে উভতি আহিল তাক ফুৰালুং গ্ৰন্থৰপৰা সবিশেষ জানিব পাৰি।

আহোম দেওধাইসকলে এইসকল দেৱতাক পূজা কৰিছিল। বিশ্বব্ৰহ্মাণ্ডৰ সৰ্বাধিকাৰী পৰমেশ্বৰ ফাচিংক্ৰং বা হোমক্ৰং, ফালাইবেট, ফা-ফুৰা, চিকা-ফুৰা, লেং-ডেন, খেনখাম, ৰাখাম, ক্ৰাখাম, ওড়াখাম, খাইখাম, চাওখাম, লীখাম, বাওহখাম, বাও-প্লংমুং, ৰিকমুং, ডটচাইলুম, ডেটচাইলুম, বাওহখে, বাওলুংখাম, বাওৰিকখাম, জাচিংখাম, ফেটখাম, কৰুলাই, খানচিমুং, প্লেনচিমুং, হাচিমুং, চাওডিট, বানখাম, পেটকাং, বাওমাৰিপ, জিলুকখাম, হিতহফিথিং, ন্যিওলাংকুৰী, পফি, আইমানাং, নাং-আই, খুনথাওলুং, চেমান, ক্ৰখু বনস্পতি, তুনদেওফি তৰুদেৱতা, মুংলিপখাম্, খ্যানিওদেং, মুংলুংপ্লং, তুনথিনখাম, পালি-ঐ-পালিকা, লিখাচেমানলুং, চাওনুকখাম, চাওচাম, ফিগতিয়াল, বুঢ়াডাঙ্গৰীয়া, ফিমটক, ফিলেবা, ফিকালক, ফিচু, ফিচা, ফিট্‌ফুট, তাতফি, পুখাওখাম, জাখাওখাম্, চইকুম, পুংডাংৰি, মুমুন, জাংডাংৰি, তাইলাং, বাকলাং, কফি, কচাং, আইফাফান, খাই-ফালানচাং, খাইমুং-লেংডিন পৃথিৱীশ্বৰ, চুচমদংচামদং, ফিলাৰেং, মুংতেং, নাংক্লিংক্ৰং, নামতিথিং, পুফিচুং, পুতালাক, জাতালাক, মোচেনখিং, চাংচাৰিচাৰা।

আহোম মতে হিন্দু দেৱ-দেৱী আদিৰ নাম এই—সৃষ্টিকাৰক ঈশ্বৰ—ফুৰাতাৰা, ইন্দ্ৰ=লেংডন, শিৱ=লাংকুৰী, দুৰ্গা=ফিমত্যাও, বিষ্ণু=ফাপিনবেত, সূৰ্য=বাণ, গণেশ=আউনাখাম, চন্দ্ৰ=ডেন, পৃথিবীৰ দেৱ-দেৱী=লেংৰিন বা লেংডিন, অগ্নি=ফাই, কুবেৰ=আইজংলাও, বৰুণ=ফুন বা কাওখাম, যমৰাজ=চামচং, লক্ষী=আইমানাং, সৰস্বতী=কচলাই, বিশ্বকৰ্মা=জাচিংফা, ব্ৰহ্মা=চাংডাম, মঙ্গল=আংকা, বুধ=পৃখু, বৃহস্পতি=কিয়া-চাথি, শুক্ৰ=চিকিয়া, শনি=ত্যানি, ৰাহু=ক্লেনডেক, কেতু=ক্লেনবান, সপ্তৰ্ষি=চাংবুন, মনু=চাংনৌ, চাৰি সিদ্ধ=চুবকফালান, চাৰি পৰিষদ=চুমহাতালিনাতচা, অষ্টনাগ=পেতজেক, গৰুড়=কালুন, বৃষভ=লাঙ্কুৰীঙ্গ, সিংহ=খাঙ্গচি।

চৰাইদেও পৰ্বত আহোমৰ বৰ পবিত্ৰ ক্ষেত্ৰ আছিল। চুকাফা ৰজাই পোনতে ইয়াতে ৰাজ্য স্থাপন কৰে। তাৰ পাচত চুডাংফা ৰজাৰ দিনত চৰাইদেওৰপৰা চেৰেঙৰালৈ ৰাজধানী স্থানান্তৰিত হয়। আহোম স্বৰ্গদেৱসকলৰ সমাধিক্ষেত্ৰ আৰু দেওশাল থকা বুলি চৰাইদেওৰ মহিমা শেষলৈকে অক্ষুণ্ণ হৈ আছিল। ৰাজ্যৰ কিবা অমঙ্গল-অশান্তি হ'লেই চৰাইদেওলৈ পূজা আগবঢ়োৱা হৈছিল। চৰাইদেও দেওশালত

'চৰাইদেও' নামৰ পূজা বৰ আড়ম্বৰেৰে অনুষ্ঠিত হৈছিল। সকলো বিধৰ জন্ত, চৰাই, মাছ, ফল-মূল আদি দান কৰা হৈছিল। চিৰিংফুকনে স্বয়ং দেওধাই বাইলুঙৰ সহায়েৰে চৰাইদেও পূজা কৰিছিল। ইন্দ্ৰ, বৰুণ, অগ্নি আদি দেৱতাৰ উদ্দেশ্যে একোটি একো-টিকৈ ঘট আৰু মেহেঙ্গা আছিল। প্ৰত্যেক দেৱতাৰ নিৰ্দিষ্ট মন্ত্ৰ উচচাৰিত হৈছিল। দেৱতা তুষ্ট হৈ ঘটত আহি লম্ভিলে ঘট আৰু আসন লৰিছিল। অসন্তুষ্ট হ'লে ঘট আৰু আসনৰ কোনো কম্পন লক্ষিত নহৈছিল। পাচত বিশেষ শান্তি স্বস্ত্যয়ন কৰি-লেহে দেৱতা তুষ্ট হৈ নিজ আসন গ্ৰহণ কৰিছিল। এই পূজাত দেওধাই এজনৰ গাত অপদেৱতা লম্ভি তেওঁৰ মুখেদি ভৱিষ্যৎ বছৰৰ কাৰণে শুভাশুভ কোৱাইছিল। বছ-ৰেকীয়া চৰাইদেও পূজাত চোৱালাখ ডেৰলাখ টকা ভগন হৈছিল। আহোম ধৰ্মৰ পীঠস্থানস্বৰূপে চৰাইদেও পৰ্বতক আহোমৰ জেৰুজেলাম বুলি ক'লেও সৰহ কোৱা নহয়।

চৰাইদেও আদি পূজাত ইন্দ্ৰ বা লেংডনক তুতি কৰা পদ আজিলৈকে দেওধাই-সকলৰ মুখত শুনিবলৈ পোৱা যায়,—

চাওনুৰু চাওকাও অই,
চাওফা খেট-খান-খাম বংখাম-খাম্
তুমং তুটে লুক্‌ৰে ফাচাংদাং
চাংচাও-জানাং মুং কেপচং খাম্
চাং চাও-জানাং মুং কেপচংবুন
পিপাই লাংলাই দাই
খুনফাই লাংলাই চং।
চাওনুৰু চাওকাও অই,
আইফা লুকাইফা খাইমো লেংডন টেকপিনচাও,
নাওখাম্ লেংডন টেকপিনখুন
বাওহখে বাতপ্লংমুং
ৰিকনমুং নটচাইলুং ডেট চাইলুং
চাওচেংহুন চেংবান্।

চাওনুৰু চাওকাও অই,
আওতাং লাংনাপাং আংনাজাং
টংমৌ কুপটনবুন টংমো কুপতনফা
ব্লুকচিংফা কাৰিং চাং ব্লুকচিংফা কাৰিংহং
মামো কুপবোপ্লু লুকলাও দেং কামলাং খাং
লুকলাও দেং কামলাংলিট খাওটেকদি লাৰুকাৰু
কেঙাচাং লাৰুকাৰু প্লাই কুচুকদি অইলাংডাং
ক্লাংচুংফান টাংকাকদি মোমাতাং
ককঙিন বকখাং ব্লুকঙ্গিন ব্লুকখাং
চাওনুৰো চাওকাও অই।

আহোম ৰজাঘৰীয়া সকলো অনুষ্ঠান আৰু উৎসৱত দেওধাই আদি পুৰোহিত-সকলৰ প্ৰাধান্য শেষলৈকে বৰ প্ৰবল হৈ আছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ শাসক

হিন্দুমতে অগ্নিসংস্কাৰ কৰাত আহোমৰ ধৰ্মমতত আঘাত পৰাত দেশত চাঞ্চল্য উপস্থিত হৈছিল। তাৰ প্ৰতিকাৰৰ অৰ্থে অস্থি-ছাই আদি নি চৰাইদেওত মৈদাম খানি তাত আহোম মতে ক্ৰিয়া-কাণ্ড কৰি পুতিব লগাত পৰিছিল। ৰজাৰ অভিষেক কালত দেওধাই পণ্ডিতে মন্ত্ৰ উচ্চাৰণ কৰি ৰজাৰ মূৰত ধৰি আশীৰ্বাদ দিয়াৰ ব্যৱস্থা আছিল। সেই আশীৰ্বাদ-মন্ত্ৰ উচ্চাৰণৰ সমাপ্তিতহে ৰজাৰ অভিষেক সিদ্ধ হৈছিল। সেই মন্ত্ৰত ইন্দ্ৰাদি দেৱতাৰ স্তুতিৰ বাহিৰেও খুন্‌লুং-খুন্‌লাই আদি ৰজাসকলৰ স্মৃতিকাহিনী সন্নিবিষ্ট আছিল। সেই মন্ত্ৰ এই,—

"টিমউ ফানিও বুন্‌নিও জীৰৰু ৰাওফা তাক
খুন্‌বাং চুচাংনাই কেনখাইফা লানচাংফা
খাইমো লেংডন টেকপিনচাও
নাওখাম্ লেংডন টেকপিনখুন
লেংডন খেনখাম্ জাচিংফা
হেনখাম্ হিতমুত আইখুন্‌লং নিখুন্‌লাই
প্লুংচুঁ প্লুংহেও ৰিকন চালিংচাখাম্
লুংমুংতেও লুংমুংখাং।
টিমউ ফানিও বুন্‌নিও
হেওদিপদি ৰাংতৌ ৰাংপান থাওৰু হকপইদাম
জাৰু হকপইখিউ লুকজান বুদাং কামোফোক
ৰিংমোফোক ফাদিও নামটিলাও
জনখন ৰাও জনখনমিং।
টিমউ ফানিও বুন্‌নিও, পাখা নাংলুংচে
পাখা নাংদইচে নুৰুচংৰাইখাম্ কাওৰাংবিংমুং
হুম্‌কুবান লুকচাইদি প্ৰেংকুম লুকন্যাংদি
ফেনখাম্ মিহুমিখাই লাকলুড়ু
টিমউ ফানিও বুন্‌নিও ॥"

পোনতে আহোম ধৰ্ম স্বৰ্গদেৱসকলৰ ৰজাঘৰীয়া ধৰ্ম আছিল। কিন্তু বহুকাল হিন্দু প্ৰজাৰ মাজত থাকি তেওঁলোকে হিন্দুধৰ্মৰ প্ৰতি আসক্তি দেখুৱাবলৈ ধৰিলে। আহোম অনুষ্ঠান একেবাৰে বাদ নপৰিল; কিন্তু প্ৰত্যেক কথাতে ৰজাই আহোম আৰু ব্ৰাহ্মণ—এই দুই বিধ পণ্ডিতৰ মত ল'ব লগাত পৰিছিল। মতবিৰোধ হ'লে ৰজাসকলে পাত্ৰ-মন্ত্ৰীৰে পৰামৰ্শ কৰি যুক্তি-বিবেচনাৰে কাৰ্য-পদ্ধতি নিৰূপণ কৰিছিল।

১৩২০ শকত চুডাংফা বামুণী কোঁৱৰ আহোম ৰাজপাটত উঠে। কোঁৱৰালি কালত তেওঁ হাবুঙৰ বামুণ এঘৰত প্ৰতিপালিত হৈছিল। সিংহাসনত উঠাৰ পাচত চুডাংফা স্বৰ্গদেৱে বামুণৰ ল'ৰাকেইটিক দিহিঙত থাপি-সাক্ষি কোঁৱৰ উপাধি দিছিল। ৰজাৰ কোঁৱৰালি কালৰ প্ৰতিপালক ব্ৰাহ্মণৰ সংশ্ৰৱত আহোম পূজা-বিধিৰ লগে লগে ৰজাচাজত লক্ষ্মীনাৰায়ণ শালগ্ৰামৰ পূজাৰ বিধি চলিবলৈ ধৰিলে, আৰু অনেক বিষয়ত হিন্দু আচাৰ-ব্যৱহাৰ ৰাজ-পৰিয়ালত প্ৰবেশ কৰিলে।

১৪১৯ শকত চুহুমুং দিহিঙীয়া ৰজা আহোম সিংহাসনত উঠে। এওঁৰ দিনত হিন্দুধৰ্ম ক্ৰমে প্ৰকাৰান্তৰে ৰজাৰ স্বীকৃত ধৰ্ম হ'বলৈ ধৰিলে। ৰজাই হিন্দুমতে

'স্বৰ্গনাৰায়ণ' নাম গ্ৰহণ কৰে। এই ৰজাৰ আমোলতে অসমত শঙ্কৰদেৱ, মাধৱদেৱ আদি মহাপুৰুষে ভাগৱতী ধৰ্ম প্ৰচাৰ কৰে। ৰজাই শঙ্কৰদেৱ মহাপ্ৰভুৰ শিষ্যত্ব গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল; কিন্তু মহাপুৰুষে ৰাজগুৰু হ'বলৈ অৰাজী হ'ল। এইজনা স্বৰ্গদেৱে বৈষ্ণৱধৰ্ম প্ৰচাৰত বিশেষ উৎসাহ দিছিল।

১৫৩৩ শকত চুচেংফা বা প্ৰতাপসিংহ বুদ্ধিস্বৰ্গনাৰায়ণ স্বৰ্গদেৱ আহোম ৰাজ-পাটত উঠে। কোঁৱৰালি কালত তেওঁৰ গাত এটা দেও লম্ভি নানান উৎপাত কৰিছিল। সেই দেও ৰজাৰ গাত থিত হৈ থাকিলে ৰাজকাৰ্যত অসুবিধা হ'ব বুলি প্ৰতাপসিংহ স্বৰ্গ-দেৱে তাক খেদাবৰ কাৰণে ব্ৰাহ্মণীয়া মতেও পূজা-পাটল কৰিবলৈ ধৰিলে, আৰু মহা-দেৱৰ মূৰ্তি প্ৰতিষ্ঠা কৰি নেঘেৰীটিঙত এটা দৌল সাজিলে। যোগিনীতন্ত্ৰৰ পদ এফাকি অনুসৰি সৌমাৰ ৰাজ্য আঠকোণীয়া বুলি সাৰোগত কৰি এইজনা ৰজাই নিজৰ নামেৰে আঠচুকীয়া মোহৰ মাৰিবলৈ ধৰিলে। ৰজাদেৱে মৃন্ময়ী মূৰ্তি সাজিবলৈ আৰু তাৰ পূজা-বিধি শিক্ষা কৰিবলৈ কোচবেহাৰলৈ অসমীয়া কাৰিকৰ পঠিয়ালে। সেই মানুহ উভতি অহাত সিহঁতৰ হতুৱাই মৃন্ময়ী মূৰ্তি নিৰ্মাণ কৰাই দেশত তাৰ পূজা চলাবলৈ ধৰিলে। স্মৰণ আৰু বাক্‌কৌশলত ব্ৰাহ্মণক বলীহেন দেখি স্বৰ্গদেৱে আহোম কটকী গুচাই বামুণৰ কটকী পাতিবলৈ ধৰিলে। চিলাৰায়ৰ যুদ্ধত অসমৰ কিছুমান অব্ৰাহ্মণ সৈন্যক লগুণ পিন্ধাই গৰুৰ পিঠিত তুলি ৰণলৈ পঠিওৱা হৈছিল। সেই সৈন্যবোৰে বা সিহঁতৰ সতি-সন্ততিয়ে ব্ৰাহ্মণ বুলি পৰিচয় দিয়াত প্ৰকৃত ব্ৰাহ্মণ সমাজত অসন্তোষৰ ভাব সৃষ্টি হৈছিল। সেই বিষয়ে অনুসন্ধান কৰিবৰ কাৰণে স্বৰ্গদেৱে লেকাই চেতিয়াক নিযুক্ত কৰিলে। লেকাই চেতিয়াই এই 'ন-ব্ৰাহ্মণ'ৰ উপাধি গুচাই পূৰ্বৰ জাতত থাপিলে। লগুণ লোৱা সাতঘৰ বামুণৰ সত্যাসত্য নিৰ্ধাৰণ কৰিব নোৱাৰি তেওঁলোকৰ নামত শেষত "আল" লগাই থলে। যথা,—ঠেহাল, জহাল, উলুৱাল, চাপৰিয়াল, পিঠিয়াল, ধৰিয়াল আৰু মলুৱাল। এই সাতঘৰৰে ভাল ব্ৰাহ্মণে মিত্ৰ সম্বন্ধ নকৰিছিল। স্বৰ্গদেৱ প্ৰতাপ সিংহই বিশ্বনাথত দৌল নিৰ্মাণ কৰায়। আৰু অনেক ব্ৰাহ্মণ আৰু দেৱতাক মাটি-বৃত্তি দান কৰে। এই ৰজাৰ দিনত অসমত ক্ৰমাৎ হিন্দুধৰ্মৰ প্ৰতিপত্তি বাঢ়ি আহিল।

১৫৭৬ শকত স্বৰ্গদেৱ জয়ধ্বজসিংহ মহাৰাজে কুৰুৱাবাহীৰপৰা নিৰঞ্জন পাঠকক আনি তেওঁতে শৰণ ল'লে আৰু মাজুলীত সত্ৰ কৰি আউনীআটী নাম দি এশ ভকত দিলে। নিৰঞ্জন বাপু এই সত্ৰৰ সৰ্বপ্ৰথম অধিকাৰ হয়। সত্ৰ চলাবৰ কাৰণে স্বৰ্গদেৱে বিস্তৰ মাটি-বৃত্তি আৰু দেৱলীয়া দান কৰে। শ্ৰীগোবিন্দৰ মূৰ্তি কুৰুৱাবাহীৰ-পৰা আনি আউনীআটীত সংস্থাপিত কৰি নিৰঞ্জন দেৱক গতাই দিলে, তেতিয়াৰেপৰা গোবিন্দ ঠাকুৰ আউনীআটীৰ উপাস্য-দেৱতা হৈ আছে। এই মূৰ্তি সৰ্বপ্ৰথমে বৃন্দাবন ক্ষেত্ৰত আছিল। ওৱেষাৰ এজন পাণ্ডাই স্বপ্নাদিষ্ট হৈ এই মূৰ্তিক জগন্নাথলৈ আনে। আৰু বহুদিনলৈ দ'লগোবিন্দ নামে এই ঠাইত পূজা চলি আছিল। গোপালদেৱে দিহিং সত্ৰৰ সংস্থাপক যদুমণি আৰু আহঁতগুৰিৰ শ্ৰীৰাম আতাক পঠিয়াই গোবিন্দ মূৰ্তিক জগ-ন্নাথৰপৰা অনাই কুৰুৱাবাহীত স্থাপন কৰে। জয়ধ্বজসিংহৰ ৰবজনা আইকুঁৱৰীদেৱ কুসুমী আছিল বেঙেনাআটীৰ সেৱকীয়া; এই সত্ৰৰ অধিকাৰে গোবিন্দৰ মূৰ্তি পাবৰ কাৰণে আইকুঁৱৰীদেৱেক ৰবকৈ প্ৰাৰ্থনা কৰিছিল। কিন্তু কুঁৱৰীয়ে ৰজাক খাটি-লুটিও গোবিন্দ মূৰ্তি দিব নোৱাৰি ৰজাৰ চোলাধৰা ভণ্ডাৰৰপৰা বাসুদেৱ মূৰ্তিকে বেঙেনাআটীৰ

অধিকাৰক দিয়ালে। ইতিপূৰ্বে জয়ধ্বজসিংহ স্বৰ্গদেৱে আহোম মতে ভটীয়া পাৰৰ পুখুৰী উছৰ্গিছিল। ভকতীয়া হোৱাৰ পাচত হিন্দুমতে সেই পুখুৰী উছৰ্গি তাত নাগ পুতিলে। পূৰ্বৰ কিছু পাপ খণ্ডাবৰ নিমিত্তে স্বৰ্গদেৱে গালপোৰা ঘাটত দুই লক্ষ তুলসী দিয়াই সাদিন সাতৰাতি আউনীআটীৰ বাপু, কুৰুৱাবাহীৰ বাপু, গড়মূৰৰ বাপু, বেঙেনাআটীয়া মহন্ত, কাটনীপাৰৰ বৰলা আতা ইত্যাদি মহন্ত চপাই সবাহ কৰি সোণ-ৰূপ মাটি দান দিছিল। এইজনা ৰজাই সৰ্বপ্ৰথমে ৰজামোহৰত হিন্দু অৰ্থাৎ অসমীয়া আখৰৰ চাব বহুৱাইছিল। এই জয়ধ্বজসিংহ স্বৰ্গদেৱেই কোচবেহাৰৰপৰা বনমালী-দেৱক আনি মাজুলীত থকা ৰাঙলীবাহৰ নামে ৰজাৰ নগৰৰ দক্ষিণে সত্ৰ সংস্থাপন কৰি দক্ষিণপাট নাম দিয়ে। এই বনমালীদেৱ অলৌকিক শক্তিসম্পন্ন পুৰুষ আছিল। তেওঁৰ মাহাত্ম্যত বিমুগ্ধ হৈ জয়ধ্বজ সিংহ স্বৰ্গদেৱে নিজৰ অন্তিম কালত বনমালীদেৱক চাঙলৈ তুলি নি কাষত ৰাখি তেওঁৰ মুখৰপৰা মৃত্যুমঙ্গল শ্ৰৱণ কৰে, আৰু ৰাজ্যভাৰ সমন্বিতে ৰাঙলীবাহৰ নগৰকো সেই বনমালীদেৱক সমৰ্পণ কৰি যায়। কিন্তু পৰম বৈষ্ণৱ সাত্ত্বিক জীৱনধাৰী ধৰ্মাচাৰ্যৰ পক্ষে ৰাজ্যভাৰ বৰ বিষম বোজা। বনমালীদেৱে সেই ৰাজ্যভাৰ চক্ৰধ্বজসিংহক সমৰ্পণ কৰি ভাগৱতী ধৰ্মৰ অনুষ্ঠানত ঐকান্তিকভাৱে মন পাৰিবলৈ ধৰিলে। জয়ধ্বজসিংহ স্বৰ্গদেৱৰ দিনত ৰজাঘৰৰ সহানুভূতি লাভ কৰি অসমত ভাগৱতী ধৰ্ম বহুলভাৱে প্ৰচাৰিত হ'বলৈ ধৰিলে।

জয়ধ্বজসিংহৰ পাচত চক্ৰধ্বজসিংহ সিংহাসনত বহে, শক ১৫৮৫। এওঁ মোগলৰ বিৰুদ্ধে যুদ্ধ-বিগ্ৰহাদিত লিপ্ত থকাত ধৰ্মৰফালে বৰকৈ চকু দিবলৈ সময় নাপাইছিল। জয়ধ্বজসিংহৰ দিনত হোৱা মীৰজুমলাৰ আক্ৰমণৰ পাচত মানাহৰপৰা কাজলী-মুখলৈকে গোটেই কামৰূপ ৰাজ্য মোগলৰ তলতীয়া হয়। মীৰজুমলা নবাব অসমৰপৰা উভতি যাওঁতে বাটতে ঢুকায়। চক্ৰধ্বজসিংহই সিংহাসনত বহি সৈন্য তিয়াৰ কৰি লাচিত ফুকনক সেনাপতি পাতি কামৰূপ ৰাজ্য মোগলৰপৰা উদ্ধাৰ কৰিবলৈ কলিয়াবৰলৈ পঠিয়ায়। লাচিত ফুকনে প্ৰাণ-পণে যুঁজি কামৰূপ ৰাজ্য উদ্ধাৰ কৰে। সেই বাৰ্তা শুনি মোগল বাদশ্যাহ আওৰংজেবে অম্বৰৰ ৰজা ৰামসিংহক অসমৰ বিৰুদ্ধে পঠিয়ায়। ৰামসিংহ হাজো অঞ্চলত থাকি সাম-দান-ভেদ নানা উপায় অৱলম্বন কৰিও গুৱাহাটী ল'ব নোৱাৰিলে। তেনে অৱস্থাত চক্ৰধ্বজসিংহৰ লোকান্তৰ ঘটে। তেওঁৰ পাচত উদয়াদিত্যসিংহ ৰজা হয়। এওঁৰ দিনত শৰাইঘাটৰ যুদ্ধত ৰামসিংহ মূৰ তুলিব নোৱাৰাকৈ পৰাস্ত হয়। এই যুদ্ধৰ পূৰ্বে ৰামসিংহ ৰজাৰ মাক আৰু ধৈণীয়েকে ৰাম-সিংহলৈ এই বুলি চিঠি লিখিছিল, "শুনিছো বোলে সি অসম দেশত নাম-কীৰ্তন অনেক প্ৰকাশ হৈ আছে। তাক মাৰি মজুম-খাঁ নবাব কত কাল বক্সিলে? ইয়াকে চাই যিখান ভাল তাকে কৰিবা।" ইয়াৰপৰা বুজিব পাৰি অসমত প্ৰচলিত ভাগৱতী ধৰ্মৰ নাম-কীৰ্তনৰ মহিমাৰ কথা গোটেই ভাৰতত ৰাষ্ট্ৰ হৈ পৰিছিল।

সেই কালৰ স্বদেশপ্ৰিয় অসমীয়াই নিজৰ দেশৰ সাধু-মহন্তক সাক্ষাৎ গুৰু বুলি মানি লৈছিল। অচিনাকি বিদেশী সাধুক তেওঁলোকে গুৰু বুলি মানিবলৈ কুণ্ঠা-বোধ কৰিছিল। শৰাইঘাটৰ যুদ্ধৰ সামৰণিত উদয়াদিত্যসিংহই ধৰ্ম ভাবলৈ মন মেলি-বলৈ সকাহ পালে। সেই সময়ত উজনি গড়গাৱঁত নানা দেশ ভ্ৰমি বৃন্দাবনৰ গকুলপুৰৰ এজন বৈৰাগী সন্ন্যাসী বাস কৰিছিল। তেওঁৰ অলৌকিক কাৰ্য-কলাপত মুগ্ধ হৈ স্বৰ্গ-

দেৱে তেওঁতে কায়মন সমৰ্পণ কৰিলে। স্বৰ্গদেৱে বাৰজন ঠাকুৰকো বৈৰাগীৰ শৰণ লবলৈ আদেশ কৰিলে। স্বৰ্গদেৱে ক'লে, "বাৰে-মহন্তত বৈৰাগীৰ সমান হ'ব নোৱাৰে।" ইয়াকে শুনি খৰাগোমৰ পুতেক সোকাজান মহন্তৰ সেৱক দক্ষিণপতীয়া হাজৰিকা ডেবেৰাই মহন্তসৱৰ পদধূলি শিৰত লৈ স্বৰ্গদেৱৰ কাৰ্যৰ গতিৰোধ কৰিবলৈ প্ৰতিশ্ৰুত হ'ল। স্বৰ্গদেৱৰ ভায়েক সৰুগোহাঁইসৈতে চক্ৰান্ত কৰি ডেবেৰাই উদয়াদিত্যসিংহক হত্যা কৰিলে; বৈৰাগীকো অনেক বিকৰ্ষনা কৰি মাৰিলে। সৰুগোহাঁই ৰজা হৈ ৰামধ্বজ সিংহ নাম ল'লে—শক ১৫৯৪।

উদয়াদিত্যসিংহৰ দিনৰেপৰা মন্ত্ৰীসকলৰ প্ৰভুত্ব বাঢ়ি আহিল। স্বৰ্গদেৱ পাত্ৰৰ অধীন হ'ল। দহ-এঘাৰ বছৰৰ ভিতৰতে সাতজন ৰজা সিংহাসনত বহিল। সদায় প্ৰাণহানিৰ কাৰণে ত্ৰস্ত হৈ থকাৰ কাৰণে এইকেইজন ৰজাই ধৰ্মৰ উন্নতিৰ কাৰণে চেষ্টা কৰিবলৈ সময় আৰু সুযোগ নাপাইছিল। তথাপি সেই সময়ত উচচ তৰপৰ আহোম সমাজত হিন্দুধৰ্ম আৰু সেই ধৰ্মৰ গ্ৰন্থই কেনেকৈ আদৰ পাইছিল তাক তিনিটা ঘটনাৰপৰা ভালকৈ জানিব পাৰিব। প্ৰথম, ডেবেৰা বৰবৰুৱাৰ ক্ষমতা ক্ৰমাৎ বাঢ়ি অহাত তেওঁ ৰাজ্যত মহা অকাৰ্য কৰিবলৈ ধৰিলে। ডেবেৰাৰ ইঙ্গিতত ৰজা সিংহাসনত উঠা-নমা কৰিবলৈ ধৰিলে। ৰজা হ'ব পৰা কোঁৱৰসকলৰ জীৱনবো থান-থিত নোহোৱাত পৰিল। ডেবেৰাৰ বাঢ়ি অহা ক্ষমতা উৎখাতন কৰিবৰ নিমিত্তে গুৱাহাটী শৰাইঘাটত থকা বিষয়াসকলে ব্ৰাহ্মণ আনি তাম, তুলসী, ৰত্নাৱলী পুথি, শালগ্ৰাম আগত থৈ "কেৱে কাকো নেৰোঁ" বুলি শপত খাই বাঁহগৰীয়া, আতন বুঢ়াগোহাঁইক মুখ্য পাতি উজনিলৈ যাত্ৰা কৰিলে। তাম, তুলসী, ৰত্নাৱলী আৰু শালগ্ৰাম হিন্দুৰ উপাস্য সম্ভাৰ, আহোম বিষয়াই তাকে আগত সাক্ষী ৰাখি শপত খাইছিল। ইয়াৰপৰা আহোমৰ মাজত হিন্দু-ধৰ্মৰ প্ৰভাৱ আৰু বিস্তৃতিৰ কথা সহজে অনুমান কৰিব পাৰি। দ্বিতীয়, ডেবেৰা বৰবৰুৱাক শৰাইঘটীয়াসকলে বন্দী কৰি অপৰাধৰ বিচাৰ কৰিলে। ডেবেৰাৰ দুষ্কাৰ্য প্ৰমাণিত হ'ল। মেতেকাতলীয়া লালুকসোলা বৰফুকনে ডেবেৰাক সুধিলে, "ডেবেৰা! তই কিয় এনে কাম কৰিলি?" ডেবেৰাই ক'লে, "নুশুনিছহঁকনে? একে দেই। দশমৰ পদ মইহে কৰিছোঁ, তয়ো কৰিবি।" ইয়াৰপৰা অনুমান কৰিব পাৰি শঙ্কৰদেৱ মহাপুৰুষ ৰচিত ভাগৱতৰ দশম স্কন্ধৰ আদ্যখণ্ড আৰু অনন্ত কন্দলি বিৰচিত অৱশিষ্ট অৰ্থাৎ শেষ খণ্ড দশম কিদৰে অসমত বহুলভাৱে প্ৰচাৰিত হৈছিল। তৃতীয়, চুডেকা পৰ্বতীয়া ৰজাই আতন বুঢ়াগোহাঁই ডাঙৰীয়াৰ জীয়েকক বৰকুঁৱৰী পাতি লয়। ৰজাৰ বৰকুঁৱৰীক দেশ-দস্তুৰমতে বুঢ়াগোহাঁই আদি বিষয়াসকলে আঠুলৈ 'লিখন' বা সেৱা কৰিব লাগে। এতিয়া সমস্যা হ'ল জীয়েক হৈ বাপেকৰ সেৱা গ্ৰহণ কৰে কেনেকৈ? বাপেকেই বা জীয়েকক আঠু লয় কেনেকৈ? ইপোনে, বুঢ়াগোহাঁই দেশৰ ধাৰা নীতি পালন নকৰিলে আনে তাক ভঙ্গ কৰিবলৈ আসে পায়। পৰ্বতীয়া ৰজাই বুঢ়াগোহাঁই আৰু বৰকুঁৱৰীক এই কাৰ্যৰ দ্বিধা কৰাৰ নিমিত্তে বিকৰ্ষনা কৰিবলৈ ধৰিলে। কুঁৱৰীয়ে ইয়াৰ এটা সহজ সিদ্ধান্ত উলিয়ালে। কুঁৱৰীয়ে আগত এখন শৰাই লৈ বহিল। শৰাইত ৰত্নাৱলী পুথি এখন থোৱা হ'ল। বাপেক বুঢ়াগোহাঁয়ে সেই ৰত্নাৱলী পুথিৰ উদ্দেশ্যে আঠু লৈ সেৱা কৰিলে। ৰজাই ভাবিলে বৰকুঁৱৰীকে সেৱা কৰিছে। সকলো কুল ৰক্ষা পৰিল।

চুডেংফাৰ পূৰ্ববৰ্তী ৰজা চুজিনফা দিহিঙীয়া স্বৰ্গদেৱ আৰু ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঁই ভাজনীয়া দুয়ো মৰান'ৰা মহন্তৰ শিষ্য আছিল। চুলিকফা ল'ৰাৰজা আৰু ভাটীৰ বৰফুকন বন্দৰ দুয়ো দক্ষিণপাট সত্ৰৰ শৰণীয়া আছিল। জয়ধ্বজসিংহৰ পৰা চুলিকফা ল'ৰাৰজাৰ দিনলৈকে আহোম স্বৰ্গদেৱসকল আৰু তেওঁৰ বিষয়াসকল অসমৰ বৈষ্ণৱ মহন্তসকলৰ শিষ্য আছিল। কিন্তু গদাধৰসিংহ মহাৰাজৰ দিনৰেপৰা ৰাজ্যত শাক্তধৰ্মৰ প্ৰভাৱ সোমাবলৈ ধৰিলে।

## পঞ্চদশ অধ্যায়

# অসমত শাক্ত মত প্ৰচলন

অসম এখন তন্ত্ৰমুখী দেশ। অনেকৰ মতে অসম বা কামৰূপ তন্ত্ৰমতৰ আদিস্থান। অসমৰ ওচৰে-পাজৰে অনেক অনাৰ্য পৰ্বতীয়া মানুহ বাস কৰে। ভাৰত-বৰ্ষৰ অন্যান্য ঠাইতো এই পৰ্বতীয়া জাতিবৃন্দই উপাসা কৰা দেৱ-দেৱতাক হিন্দু উপাসনাৰ অন্তৰ্গত কৰি সেই জাতিবোৰক হিন্দু ধৰ্মত স্থান দিয়াৰ কাৰণেই তান্ত্ৰিকমতৰ উদ্ভৱ হয়। হিন্দু তন্ত্ৰ মতৰ প্ৰধান উপাস্য দেৱতা হৈছে শক্তিগোসাঁনী বা দুৰ্গা। এই গোসাঁনীক অতীজৰেপৰা নানান জাতিয়ে নানানভাৱে পূজা কৰি আহিছে। এই শক্তি গোসাঁনীৰ বিবিধ অৱস্থামতে নামো অনেক,—কুমাৰী, কালী, কপালী, মহাকালী, চণ্ডী, চামুণ্ডা, কৰালা, কাত্যায়নী, বিজয়া, কৌশিকী, কণ্টাৰবাসিনী, পাৰ্বতী, উমা, দুৰ্গা, শ্যামা, তাৰা, জগন্মাতা, ভবানী, অম্বিকা, ত্ৰিনয়নী, ভৈৰৱী, দেৱী, মহাদেৱী, হৈমৱতী, কালিকা, বিন্ধ্যবাসিনী, নীলাচলবাসিনী, শৈলজা, দশভুজা, ভগৱতী, মহেশ্বৰী, জগদ্ধাত্ৰী, মহিষ-মৰ্দিনী, শিবা ইত্যাদি। শক্তি গোসাঁনীৰ ঘাইকৈ দুইটি ৰূপ, এটি মৃদু আৰু এটি উগ্ৰ বা প্ৰচণ্ড। মৃদু ৰূপত তেওঁ উমা, হৈমৱতী, পাৰ্বতী, ত্ৰিনয়নী আদি নামেৰে শিৱৰ ভাৰ্যা আৰু গৃহিণী ৰূপে পূজিতা। উগ্ৰ ৰূপত তেওঁ গিৰি-গহ্বৰ আৰু অৰণ্যত লুক্কা-য়িতভাৱে থকা জঁয়াৰ প্ৰকৃতি। তেওঁক তেতিয়া কৰালা, কালী, ছিন্নমস্তকা, দুৰ্গা আদি নামেৰে পূজা কৰা হয়। তেওঁ বাস কৰা ঠাইলৈ তেওঁক বিন্ধ্যবাসিনী আৰু নীলাচলবাসিনীও বোলা হয়। অতি পূৰ্বে প্ৰকৃতিৰ আদ্যশক্তিক মানুহে নানান ঠাইত নানান নামেৰে উপাসনা কৰিছিল। কালক্ৰমে সেই বিভিন্ন উপাসিতা শক্তিবোৰক এজন দেৱতাৰে বিবিধ বিকাশ বুলি মানুহে পূজিবলৈ ধৰিলে। এই শক্তিগোসাঁনীৰ স্বৰূপত প্ৰকৃতিৰ বিবিধ মুখী নিহিত প্ৰভাৱ একত্ৰীকৰণৰ চেষ্টা মাথো প্ৰকাশ পাইছে।

প্ৰাচীন কামৰূপত শক্তিগোসাঁনীক বিবিধভাৱেৰে মানুহে পূজা কৰিছিল আৰু এতিয়াও কৰে। কিছুমান অনাৰ্য জাতিয়ে বুঢ়ী গোসাঁনীৰ নামেৰে এগৰাকী দেৱতাক পূজা কৰে। সেই জাতিবোৰে হিন্দুধৰ্ম অৱলম্বন কৰাৰ পাচতো বুঢ়ী গোসাঁনীৰ থানত পূজা-পাটল দিবলৈ নেৰে। সেই জাতিবোৰৰ অৱস্থা ভাল হৈ আহিলে বুঢ়ী গোসাঁনীৰ থানত যুগমীয়া মঠ-মন্দিৰ তেওঁলোকে নিৰ্মাণ কৰি দিছিলে। ক্ৰমাৎ এই বুঢ়ী গোসাঁনীৰ থানবোৰ বহুদিনীয়া আৰ্য হিন্দুৰো উপাস্য থল হৈ পৰিল। উজনিৰ কেঁচাই-খাতি গোসাঁনীৰ আগত নৰবলি দিয়াৰ প্ৰথা গৌৰীনাথসিংহ ৰজাৰ দিনলৈকে প্ৰচলিত আছিল। সেইদৰে বামখা দেওশাল আৰু নেঘেৰীটিঙৰ দেওশালতো কছাৰীয়ে পূজা

দিছিল। অতীজতে গুৱাহাটীৰ কামাখ্যা দেওশাল আৰু বিশ্বনাথৰ দেওশালত অনাৰ্য জাতিৰ কোনো উপাস্য দেৱতাৰ পূজা চলিছিল বুলি অনুমান কৰিব পাৰি। পাচলৈ অনাৰ্য উপাস্য দেৱতা হিন্দুৰ গ্ৰহণীয় হৈ অহাত উপৰোক্ত দেওশালবোৰত হিন্দু পদ্ধতি-মতে পূজা-বিধিৰ ব্যৱস্থা হ'বলৈ ধৰিলে। মনত ৰখা উচিত যে কামৰূপৰ আদিমবাসী অনাৰ্য জাতিবৃন্দহে ; আৰ্যসকলৰ বসতি পাচে-পৰেহে হৈছিল। কামাখ্যা দেৱীক খাচীয়া সকলে অতীজতে নিজৰ দেৱথল বুলি ক'বলৈ খোজে, কা=স্ত্ৰীলিঙ্গবাচক উপশব্দ, মেইখা=বুঢ়ী আই। অৰ্থাৎ খাচীয়া দোৱানমতে কামাখ্যা হৈছে তেওঁলোকৰ বুঢ়ী আই বা বুঢ়ী গোসাঁনীৰ থান।

হিন্দুধৰ্মৰ প্ৰভাৱ ক্ৰমাৎ বাঢ়ি অহাত কামৰূপৰ বহুত অভকতীয়া অনাৰ্য মানুহে হিন্দুধৰ্মত শৰণ ল'বলৈ ধৰিলে। কিন্তু তেওঁলোকে পুৰুষ পৰম্পৰাই মানি অহা আচাৰ-পদ্ধতি ততালিকে ত্যাগ কৰিবলৈ টান পালে। ইপোনে হিন্দুধৰ্মৰ নিষিদ্ধ আচাৰ-ব্যৱহাৰ বৰ্জন কৰিবলৈ টানি ধৰিলে এই নতুন শৰণীয়া সম্প্ৰদায়ে হিন্দুধৰ্মকে ত্যাগ কৰিব পাৰে, এনে শঙ্কা কৰি হিন্দু আচাৰ্যসকলে সেইবোৰ আচাৰ-ব্যৱহাৰ তন্ত্ৰৰ মতে সিদ্ধ বুলি স্বীকাৰ কৰিবলৈ ধৰিলে। পাচলৈ এই অনাৰ্য আচাৰ-পদ্ধতিৰ অনুমোদনকাৰী তন্ত্ৰমত শৃঙ্খলাবদ্ধ হৈ হিন্দুধৰ্মৰ এটি বিশিষ্ট শাখা বুলি পৰিগণিত হ'ল। পঞ্চমকাৰ পূজা তন্ত্ৰমতে সিদ্ধ হ'ল। এই পঞ্চমকাৰৰ উপচাৰ পাঁচটি–মদ্য, মাংস, মৎস্য, মুদ্ৰা আৰু মৈথুন। পাচলৈ আচাৰ্যসকলে এই পঞ্চ-উপচাৰৰ প্ৰত্যেকটোৰে এটি গূঢ়াৰ্থ উদ্ভাৱন কৰি উলিয়াবলৈ চেষ্টা কৰিছিল। নৰবলি প্ৰথাও তন্ত্ৰমতে সিদ্ধ আছিল। এনে কি কালিকা পুৰাণত বলি দিয়া মানুহৰ লক্ষণ, প্ৰকৃতি আৰু গুণাগুণৰ বিষয়ে সবিশেষ বৰ্ণনা আছে। কোচবেহাৰৰ নৰনাৰায়ণ আৰু শুক্লধ্বজ কোঁৱৰে কামাখ্যাৰ ভগ্নমন্দিৰ পুনৰ নিৰ্মাণ কৰি তাৰ উদ্বোধন কৰোতে এশতকৈয়ো সৰহ মানুহ বলী দিছিল। আহোম ৰজাসকলে দেশৰ অমঙ্গল, উৎপাত নিবাৰণ কৰিবলৈ হ'লে শদিয়াৰ কেঁচাইখাতি গোসাঁনীলৈ বলি আগবঢ়াইছিল। কামাখ্যাত বলি দিয়া মানুহক 'ভোগী' আৰু শদিয়াত বলি দিয়া মানুহক 'ষাড়ঁকোঁৱৰ' বোলা হৈছিল। দেওশালত বলি দিয়াৰ এবছৰৰ আগৰে-পৰা এই ভোগী আৰু ষাড়কোঁৱৰবিলাকক যি ইচ্ছা তাকে খাবলৈ বা ভোগ কৰিবলৈ অনুমতি দিয়া হৈছিল। কিছুমান ষাড়কোঁৱৰে নিজ ইচ্ছামতে কিছুদিনলৈ খাই লৈ বলিৰপৰা ৰক্ষা পাবৰ কাৰণে দাঁতিকাষৰ পৰ্বতবোৰলৈ পলাই গৈছিল। তেনে কিছুমান ষাড়কোঁৱৰৰ সতি-সন্ততি এতিয়াও খাচীয়া আৰু জয়ন্তীয়া পাহাৰত দেখিবলৈ পোৱা যায়। তেওঁলোকে আজিলৈকে 'খাৰকোঙৰ' উপাধিৰে পৰিচয় দিয়ে।

তান্ত্ৰিক ক্ৰিয়া-কাণ্ডৰ উদ্দেশ্যে পৰমাৰ্থ সিদ্ধি, কিন্তু যেই-সেই মানুহে সেই সিদ্ধি লাভ কৰিব নোৱাৰে। বিশেষ সংযত ন'হলে তন্ত্ৰমাৰ্গ অনুসৰণ কৰি মানুহ ব্যভিচাৰৰ প্ৰলোভনত পৰে। ই যেন এৰাঁসূতাৰ সাকো, অলপ ইকাতি-সিকাতি হ'লেই সৰ্বনাশ। এই তন্ত্ৰশাস্ত্ৰৰ প্ৰচাৰত কামৰূপত বহুত অৰীতি প্ৰৱৰ্তন হ'বলৈ ধৰিলে। হিন্দুধৰ্মৰ নাম লৈ তান্ত্ৰিক মতত আউজি কামৰূপৰ হিন্দুৱে নানান অনাচাৰ অকাৰ্য সাধিবলৈ ধৰিলে। বৌদ্ধধৰ্মৰ প্ৰভাৱৰ যুগতো তাৰ গূঢ় উদ্দেশ্য উপলব্ধি কৰিব নোৱাৰা অনাৰ্য জাতিবোৰৰ মাজত নানান আসুৰিক আচাৰ-পদ্ধতি চলিবলৈ ধৰিলে। আৰু সেইবোৰ বৌদ্ধধৰ্মৰ

সন্মত বুলি পৰিগণিত হ'ল। কিন্তু এই আসুৰিক বৌদ্ধশাখাৰ নাম হ'ল তন্ত্ৰায়ণ। লাহে লাহে বৌদ্ধাচাৰ অৰ্থে আসুৰিক ক্ৰিয়াকাণ্ডকে বুজাবলৈ ধৰিলে। আৰু হিন্দু ধৰ্মৰ অনাচাৰী অভিব্যক্তিকে বৌদ্ধাচাৰ বোলাৰ প্ৰথা হ'ল। শাক্যমুনি সম্ভূত যি নিৰ্মল পৰিমিত বৌদ্ধমাৰ্গ এসময়ত প্ৰায় সমুদায় এচিয়াৰ স্বীকৃত আস্থা হৈছিল, আৰু যি স্বাৰ্থৰ নিগূঢ় সত্যাই গ্ৰীচ, ৰোম আৰু ইজৰায়েলৰ চিন্তাধাৰাতো আঘাত কৰিছিল। সেই বিশুদ্ধ বিনয়মাৰ্গ বৌদ্ধাচাৰ নামেৰে পৰিগণিত হৈ হিন্দু ধৰ্মৰ চূড়ান্ত অধম অৱস্থাক বুজোৱাত পৰিলগৈ। তন্ত্ৰৰ মাহাত্ম্যৰপৰা পদস্খলিত হৈ অসমৰ নতুন আৰু পুৰণি অনেক হিন্দুৱে ৰাতিখোৱা সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত হৈ পঞ্চমকাৰৰ পূজা পূৰ্ণভগীয়াকৈ চলাবলৈ ধৰিলে। এই বৌদ্ধাচাৰৰ নিৰ্মূল সাধনেই অসমৰ বৈষ্ণৱ মহাপুৰুষসকলৰ অখণ্ডনীয় কীৰ্তি।

শঙ্কৰদেৱ আদি মহাপুৰুষসকলে এই বৌদ্ধাচাৰৰ বিৰুদ্ধে যুদ্ধ কৰিছিল; তান্ত্ৰিক মতৰ চূড়ান্ত অধোগতি হোৱাত সেই মতৰ পৰিৱৰ্তে বিশুদ্ধ ভাগৱতী ধৰ্ম প্ৰচাৰ কৰিছিল, আৰু সেই কালৰ অসমীয়াৰ সামাজিক অৱস্থা আৰু মনোবৃত্তিলৈ চাই নাম-কীৰ্তনৰ বিশেষ নিয়ম প্ৰকৰণ বান্ধি গৈছিল। ভাগৱতী ধৰ্মৰ বহুল প্ৰচাৰৰ কাৰণে দেশত সত্ৰ-নামঘৰ আদি নিৰ্মিত হ'ল। এই সত্ৰ-নামঘৰ আদিৰ জৰিয়তে আৰু বৈষ্ণৱ সাহিত্যৰ সহাযেৰে অসমৰ ঘৰে ঘৰে ভাগৱতী ধৰ্মই ঠাই পালে। হৰিনামৰস ব্ৰহ্মাণ্ড ভেদি বৰলৈ ধৰিলে। এই ভাগৱতী ধৰ্মৰ সৰল ক্ৰিয়া-কলাপ অসমীয়া মানুহৰ উদ্বেগ-বিহীন, আড়ম্বৰ শূন্য স্তিমিত মনোবৃত্তিৰ উপযোগী হোৱাত ই অসমীয়া স্বজাতীয় ধৰ্ম হৈ পৰিল। ভাগৱতী ধৰ্মৰ প্ৰভাৱত মানুহৰ অন্তৰত যি স্থিৰবুদ্ধি আৰু স্থিতপ্ৰজ্ঞাৰ সৃষ্টি হয় তাৰ বলেৰে অসমীয়াই দুৰ্জয় জাতীয় সঙ্কট হেলাৰঙ্গে উত্তীৰ্ণ হ'বলৈ ধৰিলে। অসমৰ ভাগৱতী ধৰ্ম বতাহত উৰি অহা বস্তু নাছিল। এই ধৰ্মৰপৰা অসমৰ সাহিত্য, সঙ্গীত, নাট্য চিত্ৰাঙ্কন আদি বিবিধ সুকুমাৰ কলাৰ উন্নতি হ'বলৈ ধৰিলে। আৰু এইবোৰৰ মাজেদি সেই ধৰ্মই অসমীয়াৰ অন্তৰত দকৈ শিপা মেলিবলৈ ধৰিলে। অসমৰ নাম-কীৰ্তনৰ মহিমা ভাৰতৰ চৌদিশে বিয়পি পৰিল।

ভাগৱতী ধৰ্মৰ প্ৰভাৱত তান্ত্ৰিকতাই অসমত প্ৰকাশ্যে মূৰ দাঙিব নোৱাৰিলে; কিন্তু যি দেশত দাঁতিকাষৰে আৰু ভৈয়ামত ইমান পৰাক্ৰমী অভকতীয়া মানুহ আছে আৰু য'ত শদিয়াৰ কেঁচাইখাইতী গোসাঁনী, কামাখ্যাৰ ভগৱতী মন্দিৰ আৰু নানান ঠাইত বুঢ়ী গোসাঁনীৰ দ'ল-দেৱালয় স্থিত, সেই দেশৰপৰা তান্ত্ৰিকতা একেবাৰে নিৰ্মূল কৰা অসম্ভৱ। অভকতীয়া সম্প্ৰদায়ে বৈষ্ণৱ ধৰ্মৰ আশ্ৰয় লৈয়ো ৰাতিখোৱা পূৰ্ণধৰীয়া আদি অৰীতিয়া সেৱা-পূজাৰ প্ৰৱৰ্তন কৰিবলৈ ধৰিলে।

আহোম ৰজাসকলৰ ঘৰত আগমোক্ত তান্ত্ৰিক পূজাই বহুত দিনলৈকে ঠাই নাপাইছিল। জয়ধ্বজসিংহ স্বৰ্গদেৱৰ দিনৰেপৰা চুলিক্ফা ল'ৰাৰজাৰ আমোললৈকে সকলোটি ৰজা বৈষ্ণৱ গোসাঁইৰ শিষ্য আছিল। গদাধৰসিংহ মহাৰাজ অভকতীয়া আছিল; কিন্তু শক্তিপ্ৰিয়, পৰাক্ৰমী বীৰ গদাধৰসিংহ স্বাভাৱিকতে শাক্তধৰ্মৰ ফালে বিশেষ শৈৱিক উপাসনাৰ ফালে, অনুগত আছিল। প্ৰাচীন হিন্দু যুগৰ ভাস্কৰবৰ্মা আদি কামৰূপ নৃপতিসকলো শিৱ উপাসক আছিল বুলি ঠাৱৰ কৰিব পাৰি। গদাধৰসিংহ

মহাৰাজ বৈষ্ণৱ বিৰোধী হোৱাৰ কাৰণ কেইবাটাও। স্বৰ্গদেৱে ভাবিছিল যে নীৰহনিপনীয়া বৈষ্ণৱ ধৰ্মৰ সাত্ত্বিকতা ৰাজ্য শাসকসকলৰ উপযোগী পন্থা নহয়। ৰাজ্য শাসন কৰিবলৈ হ'লে ৰাজসিক গুণৰ দৰ্কাৰ। তাৰ উপৰিও বৈষ্ণৱ-ধৰ্মমতে শকত আহাৰ নিষিদ্ধ। দুৰ্বল আহাৰ-ভোজীসকলে নিজ বাহুবলেৰে ৰাজ্য ৰক্ষা কৰিব কেনেকৈ? অসমত বৈষ্ণৱ ধৰ্মৰ বিস্তাৰ বন্ধ নকৰিলে প্ৰজা ক্ৰমাৎ নিশকতীয়া হৈ পৰিব, তাৰ পৰিণামস্বৰূপে স্বদেশ পৰপদানত হ'ব। তাৰ উপৰিও স্বৰ্গদেৱে পূৰ্বে দুখন সত্ৰৰপৰা অপমান পাইছিল। পলাতক অৱস্থাত কিছুদিন আউনীআটীত থাকোতে এজন ভকতে "এইটো ক'ৰ মানুহ? ইয়াৰপৰা গুচি যা" বুলি কোঁৱৰৰ গাত তামোলৰ পিক পেলাইছিল। কলিয়াবৰত ডাঙৰীয়াসকলে গদাপাণি কোঁৱৰক ৰজা পাতি উজনিলৈ যাত্ৰা কৰোঁতে দক্ষিণপাটৰ গোসাঁয়ে স্বশিষ্য বন্দৰ বৰফুকনক একে গুৰুঘৰৰ সেৱক ল'ৰাৰজাৰ বিৰুদ্ধে থিয় হ'বলৈ মানা কৰিছিল। বৰফুকন সন্মত নোহোৱাত অধিকাৰে শাও দিলে, "বন্দৰ, তোৰ ঘৰত আগলৈ বৰফুকন সম্পত্তি গুচিব।" সত্ৰত ফুৰোতে গদাপাণি কোঁৱৰে মহন্তসকলৰ অগাধ ঐশ্বৰ্য-বিভূতি দেখি শঙ্কা কৰিলে যে ইমান ধন-সম্পত্তিৰ গৰাকী অধিকাৰসকলে ইচ্ছা কৰিলে ৰজাৰ ৰাজসিংহাসনৰো প্ৰতিদন্দ্বী হ'ব পাৰিব। সিংহাসনত বহাৰ পাচত বেজদলৈ পৰিয়ালৰ ৰঙ্গাচৰণ ভণ্ডাৰী বৰুৱাই স্বৰ্গদেৱক গোচৰ দিলে, "ভকতৰ ঘৰত ধন কেলৈ লাগিছে? চাউল কঠাহে লাগে। তাকো সেৱক শৰণীয়াই দিছে। যদি স্বৰ্গদেৱৰ আজ্ঞা হয়, সেই ধন আনিব পাৰোঁ।" এই প্ৰস্তাৱত স্বৰ্গদেৱে সন্মতি প্ৰকাশ কৰাত ভণ্ডাৰী বৰুৱাই সকলো ঠাইলৈকে চাওডাং আৰু টেকেলা পঠিয়াই সত্ৰসমূহৰ ধন-বস্তু লুৰি আনিবলৈ ধৰিলে। আৰু মহন্তসকলকো নগুৰ শাস্তি কৰিলে। মহন্তসকলক নিজ সত্ৰৰপৰা উচ্ছন্ন কৰি নামৰূপ, টোকোলাই আৰু চেউনীত পাতিলে, খেনোক হত্যা কৰিলে, খেনোক আন দণ্ড কৰিলে, সত্ৰসকলকো জুই দি পুৰিলে। ৰজাঘৰীয়া নিৰ্যাতনত অসমৰ ভাগৱতী ধৰ্মৰ ভেঁটি কঁপিবলৈ ধৰিলে।

গদাধৰসিংহ স্বৰ্গদেৱে প্ৰকাশ্যভাৱে কোনো শাক্ত গোসাঁইৰ শিষ্যত্ব গ্ৰহণ কৰা নাছিল। তথাপি তেওঁ শাক্ত অনুষ্ঠানৰফালে আসক্তি দেখুৱাইছিল। ১৬১১ শকত এবাৰ নৰিয়া পৰোঁতে স্বৰ্গদেৱে পাঁচ বছৰ বিশ্বনাথলৈ গৈ ১০৮ ব্ৰাহ্মণৰ হাতে জপহোম কৰাইছিল। কাত্যাযন ভট্টাচাৰ্য আৰু মুকলিমুৰীয়া ভট্টাচাৰ্যে তিলে-কুশে উছৰ্গি স্বৰ্গদেৱক এশ ব্ৰাহ্মণৰ আয়ুস দিছিল। ১৬১৩ শকত দুৰ্গোৎসৱৰ একাদশীত ভাত নোখোৱাৰ কাৰণে কাত্যায়নকে আদি কৰি পণ্ডিতসকলক বাঁহগড়াৰ ৰাজ কৰি ডিঙিত কলহ আৰি গতিয়াই খেদিছিল। ১৬১৪ শকত স্বৰ্গদেৱে পুনৰ লোহিতত সংকল্প কৰি জপহোম কৰি ছাগ-হাঁহ বলি দি ১০০ বৎসৰ আয়ুস প্ৰাৰ্থনা কৰিলে। এইজনা স্বৰ্গদেৱে গুৱাহাটীৰ উমানন্দত শিৱদৌল নিৰ্মাণ কৰি মাটি-বৃত্তি দান কৰিছিল। কেন্দুগুৰীয়া বৰপাত্ৰগোঁহাই ডাঙৰীয়াৰ মঙ্গলাৰ্থে হাজোৰ মাধৱৰ মন্দিৰত থিউ বন্তি জ্বলাবৰ কাৰণে সতৰাম নামে এজন মানুহক স্বৰ্গদেৱ গদাধৰসিংহই তাম্ৰৰ ফলিৰে মাটি বৃত্তি দিছিল। গদাধৰসিংহৰ ধৰ্ম অনুষ্ঠানবোৰত শাক্তধৰ্মৰ প্ৰতি অনুৰাগ প্ৰকাশ পাইছিল।

১৬১৮ শকত গদাধৰসিংহৰ মৃত্যু হোৱাত তেওঁৰ বৰজনা পুতেক লাইকোঁৱৰে ৰুদ্ৰসিংহ নাম লৈ সিংহাসনত বহে। ৰুদ্ৰসিংহ স্বৰ্গদেৱ তেওঁৰ পিতৃৰজা গদাধৰ

সিংহৰ দৰে একাচেকা বিধৰ মানুহ নাছিল। তেওঁৰ উদ্দেশ্য আছিল ভাৰতৰ মাজত জন্মভূমি অসমক উচচ আসন দিয়া, আৰু সেই অৰ্থে তেওঁৰ সকলো যত্ন আৰু চেষ্টা প্ৰযুক্ত হৈছিল। তেওঁ আছিল সাম্যবাদী। দেশত যাতে ধৰ্ম বিষয় লৈ কোনো প্ৰকাৰৰ বিপ্লৱ বা চাঞ্চল্য নহয় তাৰ কাৰণে তেওঁ চেষ্টা কৰিছিল। ধৰ্মতকৈ ৰাজ্য ডাঙৰ—এয়ে আছিল ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ মত। ধৰ্ম সংক্ৰান্ত কথালৈ কালপাত কৰিলে পাৰমাৰ্থিক মঙ্গল হ'ব পাৰে, কিন্তু তাৰপৰা ৰাজ্যৰ সৰ্বাঙ্গীন উন্নতি সাধিবলৈ সময়ৰ নাটনি হৈ পৰে, এই কথা ৰুদ্ৰসিংহ স্বৰ্গদেৱে ভালকৈ উপলব্ধি কৰিছিল।

কথিত আছে বোলে বৈষ্ণৱ মহন্তসকলক নিৰ্যাতন কৰিবলৈ গদাধৰসিংহ মহাৰাজে অন্তিম সময়ত পুতেকক অনুৰোধ কৰিছিল। সেইমতে ৰুদ্ৰসিংহই মহন্তসকলক শাস্তি দিবৰ কাৰণে ধৰি আনি বন্দীশালত থয়। কিন্তু এদিন এটা সপোনত পিতৃৰজাৰ নিষেধ বাক্য শুনি শাস্তিৰ কাৰণে বাট চাই থকা মহন্তসকলক মুক্তি দান কৰিছিল আৰু তেওঁলোকক যথাস্থানত থাপি-সাঞ্চি থৈছিল। ৰুদ্ৰসিংহই নিজে আউনীআটীৰ অধিকাৰ কেশৱদেৱ গোসাঁইত শৰণ লৈছিল বুলিও প্ৰবাদ আছে। হিন্দুপ্ৰাণ ৰুদ্ৰসিংহ স্বৰ্গদেৱে হিন্দুৰ পবিত্ৰ গঙ্গাক অসমৰ অন্তৰ্ভুক্ত কৰিবৰ নিমিত্তে বঙ্গ আক্ৰমণৰ আয়োজন কৰিছিল। শূদ্ৰ মহন্তই ব্ৰাহ্মণক দীক্ষা দিব পাৰেনে নোৱাৰে এই বিষয় লৈ স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনত বাদ-প্ৰতিবাদ চলিছিল। স্বৰ্গদেৱে ব্ৰাহ্মণ আৰু শূদ্ৰ মহন্তসকলক চপাই তাৰ মীমাংসা কৰিবলৈ গড়গাওঁত এখন মেল পাতিছিল আৰু সেই মেলত নানান পুথি-পাজি মেলি আলোচনা কৰা হৈছিল। কিন্তু শূদ্ৰ-মহন্তসকলে শাস্ত্ৰৰ বচন দেখুৱাব নোৱাৰাত স্বৰ্গদেৱে আজ্ঞা কৰিলে যে ভৱিষ্যতে কোনো শূদ্ৰ মেধিয়ে ব্ৰাহ্মণক শৰণ দিলে দণ্ডাৰ্হ হ'ব।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত মাজুলীত পদ্মনাভ ভট্টাচাৰ্য নামে এজন তান্ত্ৰিক পণ্ডিত আছিল। এওঁৰ পিতামহ দশৰথ ভট্টাচাৰ্য ১৫৩৫ শকত কনৌজৰপৰা অসমলৈ আহে। দশৰথৰ পাণ্ডিত্যৰ পৰিচয় পাই বুদ্ধিস্বৰ্গনাৰায়ণ প্ৰতাপসিংহ স্বৰ্গদেৱে তেওঁক চুসাপাৰত মাটি-বৃত্তি দান কৰে। দশৰথৰ পুত্ৰ মনোহৰ। ১৫৮০ শকত মনোহৰৰ ঔৰসে অম্বিকাদেৱীৰ গৰ্ভত পদ্মনাভৰ জন্ম হয়। নবদ্বীপ আৰু কাশীত স্মৃতি, ন্যায়, দৰ্শন আদি অধ্যয়ন কৰি পদ্মনাভে ভাৰতবৰ্ষৰ সেতুবন্ধলৈকে তীৰ্থাদি কৰি ফুৰে। ইতিপূৰ্বে কাশীত থকা পূৰ্ণানন্দ যতি নামে এজন পৰমহংস পৰিব্ৰাজকৰ পৰিচৰ্যা কৰি তেওঁৰ অনুগ্ৰহত পদ্মনাভে ব্ৰহ্মদৰ্শন লাভ কৰে। অসমলৈ উভতি অহাৰ পাচত ৰুদ্ৰ-সিংহ স্বৰ্গদেৱে পদ্মনাভ বিদ্যাবাগীশৰ দৰে এনে এজন শাস্ত্ৰদৰ্শী আৰু ঈশ্বৰানুগৃহীৰ সাধুপুৰুষ দেশত থকা বুলি শুনি তেওঁক মাতি নি আদৰ সন্মান কৰি তেওঁৰপৰা পৌৰা-ণিক নিয়মে পঞ্চাক্ষৰ শিৱমন্ত্ৰ গ্ৰহণ কৰি তেওঁক গুৰু বৰণ কৰে। ভট্টাচাৰ্যই স্বৰ্গদেৱক দেখা কৰিবৰ সময়ত চোলা-পাগুৰী নিপিন্ধি মুকলি মূৰেৰেই উপস্থিত হোৱাত তেওঁ মুকলিমূৰীয়া নামে জনাজাত হ'ল। আৰু তেওঁৰ সতি-সন্ততি অধিকাৰসকলো মুকলিমূৰীয়া গোসাঁই নামে খ্যাত হ'ল।

ৰুদ্ৰসিংহ স্বৰ্গদেৱে পদ্মনাভ গোসাঁইক মাজুলীৰ শাকোপৰা গাৱঁৰ ওচৰত ঘৰ-বাৰী সাজি দিলে। আৰু দিচৈ ৰাকডোঙ্গা আদি ঠাইত মাটি-বৃত্তি দান কৰিলে, আৰু গড়গাৱঁৰ ওচৰতো থাকিবলৈ দিহা কৰি দিলে। এদিন ৰুদ্ৰসিংহ স্বৰ্গদেৱে পুতেক শিৱসিংহ আৰু প্ৰমত্তসিংহ কোঁৱৰক দীক্ষা দিবলৈ পদ্মনাভ গোসাঁইক অনুৰোধ কৰিলে। তান্ত্ৰিক মতে দীক্ষা লোৱা বৰ সহজ কথা নহয়, তিনি-চাৰি বছৰ পৰীক্ষা কৰিহে শিষ্যক দীক্ষা দিব পাৰি। ইয়াৰ বাহিৰেও পৰমাৰ্থান্বেষী সাধক ৰাজগুৰুৰ পদত অধিষ্ঠিত হ'লে ধৰ্মবিচলিত হোৱাৰ ভয়। ইয়াকে ভাবি পদ্মনাভ গোসাঁয়ে নবদ্বীপত পঢ়াকালত তেওঁৰ সতীৰ্থ শান্তিপুৰ নিবাসী টেঙ্গৰামৰা ভট্টাচাৰ্যৰ ঘৰৰ কৃষ্ণৰাম ন্যায়বাগীশক আনিবলৈ স্বৰ্গদেৱক উপদেশ দিলে। সেইমতে উক্ত ন্যায়বাগীশ পণ্ডিতক আনিবলৈ স্বৰ্গদেৱে টেপাই নামে এজন বৈৰাগীক বঙ্গদেশলৈ পঠিয়ালে। অসমৰ নৃপতিৰ নিমন্ত্ৰণ পাই কৃষ্ণৰাম ন্যায়বাগীশ আসাম পালেহি। সেই সময়ত ৰুদ্ৰসিংহ স্বৰ্গদেৱে বঙ্গ আক্ৰমণ কৰিবৰ অভিপ্ৰায়েৰে সৈন্য-সামন্ত লৈ উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰত বাহৰ কৰি আছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱে ভাবিছিল যে ৰাজগুৰু হ'বলৈ অহা এই পণ্ডিতজন দেখনিয়াৰ সভাগুৱনি আৰু অলৌকিক জ্যোতিসম্পন্ন পুৰুষ হ'ব।* কিন্তু ন্যায়বাগীশ পণ্ডিতক অন্যান্য সাধাৰণ মানুহৰ দৰে দেখি তেওঁৰ শিষ্য হ'বলৈ স্বৰ্গদেৱে অনিচ্ছা প্ৰকাশ কৰিলে। পণ্ডিতে অপমান পাই দেশলৈ যাত্ৰা কৰিলে। কথিত আছে বোলে ন্যায়বাগীশ পণ্ডিতক প্ৰত্যাখ্যান কৰাত অসমত নানান অমঙ্গলীয়া ঘটনা ঘটিবলৈ ধৰিলে, কোনো কোনো মন্দিৰৰ সোণৰ কলসীও বোলে ভাগি পৰিছিল। পণ্ডিতক আদবাটৰপৰা ওভোতাই আনিবৰ কাৰণে স্বৰ্গদেৱে মানুহ পঠিয়ালে। ইতিমধ্যে ৰজাদুৱাৰ বাহৰতে স্বৰ্গদেৱৰ টান নৰিয়া হ'ল। পদ্মনাভ ভট্টাচাৰ্যই ভুৱনেশ্বৰী মন্দিৰত দেৱীক ঐকান্তিক ধ্যান কৰি দেৱীৰপৰা সম্বিধান পালে যে অলপতে স্বৰ্গদেৱৰ মৃত্যু ঘটিব। দেৱীৰ ভৱিষ্যদ্বাণী নফলিওৱালৈকে পদ্মনাভ ভট্টাচাৰ্য গোসাঁইক বন্দী কৰি থোৱা হ'ল। ইতিমধ্যে স্বৰ্গদেৱৰ নৰিয়া টান হ'বলৈ ধৰিলে৷ ১৬৩৬ শকৰ ১৩ ভাদ্ৰৰ দিনা ৰজাদুৱাৰ বাহৰত স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ স্বৰ্গী হ'ল।

ৰুদ্ৰসিংহৰ মৃত্যুৰ পাচত তেওঁৰ বৰজনা পুতেকে শিৱসিংহ নাম লৈ সিংহাসনত বহে। পিতৃৰজাৰ অন্তিম উপদেশমতে শিৱসিংহ স্বৰ্গদেৱে কৃষ্ণৰাম ন্যায়বাগীশৰপৰা শাক্তমত অনুসাৰে দীক্ষা-মন্ত্ৰ গ্ৰহণ কৰে। আহোম অন্ত্যজ বুলি ন্যায়বাগীশ পণ্ডিতে বেল-পাতত বীজমন্ত্ৰ লিখি দিছিল। অসমৰ শাক্তমত সৰ্বপ্ৰধান পীঠস্থান কামাখ্যাত বাস কৰাৰ কাৰণে কৃষ্ণৰাম ন্যায়বাগীশ আৰু তেওঁৰ পৰৱৰ্তী অধিকাৰসকলক পৰ্বতীয়া গোসাঁই বোলা হয়। শিৱসিংহ স্বৰ্গদেৱে ন্যায়বাগীশক কামৰূপ অঞ্চলত বিস্তৰ মাটি বৃত্তি দান কৰে। আৰু পাচৰ ৰজাসকলে পৰ্বতীয়া গোসাঁইক নতুনকৈ দিয়াত অসমত তেওঁলোকৰ এখন ডাঙৰ জমিদাৰীৰ সৃষ্টি হৈছিল। মানুহে এতিয়াও কয় যে আহোম ৰজাসকলে পৰ্বতীয়া গোসাঁইক কামৰূপৰ অৰ্ধৰাজ্য ভোগ কৰিবলৈ দিলে।

এই কৃষ্ণৰাম ন্যায়বাগীশৰপৰা অসমৰ ৰজাঘৰ আৰু অন্যান্য ঠাইত শাক্তমতৰ প্ৰাধান্য বাঢ়িবলৈ ধৰিলে। ৰজা নিজেই শাক্তমন্ত্ৰত দীক্ষিত হ'ল, আৰু ৰাজপৰিয়ালৰ লগতে বহুত ভাল ভাল মানুহ সেই মতাৱলম্বী হ'ল। কৃষ্ণৰাম ন্যায়বাগীশ এজন ভাল পণ্ডিত আছিল। তেওঁ দিয়া বিধানমতে ৰজাঘৰত দুৰ্গোৎসৱ, চণ্ডীপাঠ আৰু বলিদান

আদিৰ প্ৰথা চলিবলৈ ধৰিলে। ন্যায়বাগীশ পণ্ডিতে অসমৰ দেৱালয় আদিৰ পূজাবিধি নিৰূপণ কৰি দিয়ে, আৰু যোগিনীতন্ত্ৰ আৰু কালিকাপুৰাণ আদি গ্ৰন্থৰ স্তৱ-কৱচ আদি উদ্ধাৰ কৰি প্ৰত্যেক ঠাইতে বেলেগ বেলেগ পদ্ধতি নিৰন্ধ কৰে। তেখেঁই সৌৰ, গাণপত্য, শৈৱ, শাক্ত আৰু বৈষ্ণৱ দেৱালয়ত সেই সেই মতৰ নিত্যনৈমিত্তিক ক্ৰিয়া-কলাপৰ বিধি প্ৰস্তুত কৰি প্ৰচাৰ কৰে, আৰু তাত যথাৰীতি পূজাৰ ব্যৱস্থা কৰি দিয়ে। তেতিয়াৰপৰা অসমত তন্ত্ৰ অনুসাৰে ৰঘুনন্দনৰ স্মৃতিৰ ব্যৱহাৰ প্ৰচলিত হয়। ন্যায়বাগীশে কামাখ্যা দেৱালয়ৰ কাৰণে 'দুৰ্গাবচন মঞ্জৰী' নামে দুৰ্গাপূজাৰ এক বিধি সংগ্ৰহ কৰি তাক প্ৰবৰ্তন কৰায়। এওঁৰ ভাযেক কালীচৰণ ন্যায়ৰত্ন ভট্টাচাৰ্যই 'দুৰ্গোৎসৱ পূজাবিধি' নামে এখন গ্ৰন্থ সংকলন কৰে।

তন্ত্ৰমতে দীক্ষা লৈ স্বৰ্গদেৱ শিৱসিংহ সেই ধৰ্মত ঘোৰ আসক্ত হৈ পৰিল। ৰজাদেৱে ধৰ্মকাৰ্যত বৰ মন দিছিল আৰু একান্তমনে দীক্ষা মন্ত্ৰ জপোঁতে ৰজাদেৱৰ বহুত সময় গৈছিল। আৰু সেই অনুপাতে ৰাজকাৰ্যৰ প্ৰতি অৱহেলা হৈছিল। কথিত আছে বোলে স্বৰ্গদেৱে এদিন জপ কৰি থাকোঁতে হঠাৎ মন্ত্ৰ জ্যোতিৰ্ময় হৈ ফিৰিঙতিৰ দৰে উফৰিবলৈ ধৰিলে। তাতে পূজাৰী আৰু পৰিচাৰকবৃন্দ বিস্মিত হ'ল। শিৱসিংহ স্বৰ্গদেৱ শাক্তধৰ্মত অনুৰক্ত আছিল বুলিও তেওঁ বৈষ্ণৱ মহন্তসকলৰ প্ৰতি কোনো অশিষ্ট ব্যৱহাৰ নকৰিছিল।

কৃষ্ণৰাম ন্যায়বাগীশ আৰু তেওঁৰ পৰৱৰ্তী অধিকাৰসকলক পৰ্বতীয়া গোসাঁই বোলা হৈছিল। কিন্তু সমসাময়িক বুৰঞ্জীত তেওঁলোকক 'বিদেশী ভট্টাচাৰ্য' বুলি আখ্যা দিয়া হৈছে। এই ন্যায়বাগীশে ৰজা আৰু আন কিছু মানুহৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাৰ কাৰণ তেওঁৰ অগাধ পাণ্ডিত্য, তাৰ উপৰিও তেওঁ অলৌকিক কাৰ্য সম্পাদন কৰিব পাৰে বুলি এটা জনশ্ৰুতি আছিল। ন্যায়বাগীশ পণ্ডিত নিজ দেশত থাকোঁতে কোনো এক সৰোবৰত স্নান কৰোতে টেঙৰা মাছ এটাই তেওঁক খুটিয়াইছিল। পণ্ডিতে "টেঙৰা মাছবোৰ মৰি সাং হওক" বুলি অভিসাপ দিয়াত পুখুৰীত থকা টেঙৰা মাছবোৰ মৰি পানীৰ ওপৰত ওপঙিবলৈ ধৰিলে। সেইদেখি এওঁক টেঙৰামৰা ভট্টাচাৰ্য বোলা হৈছিল। আকৌ এবাৰ ন্যায়বাগীশ পণ্ডিত কামাখ্যাত থাকোঁতে কামাখ্যাবাসী কিছুমান মানুহে পণ্ডিতক প্ৰশ্ন কৰাত তেওঁৰ মুখৰপৰা অতৰ্কিতভাৱে "আজি পূৰ্ণিমা তিথি" বুলি বাক্য স্ফুৰণ হ'ল। কিন্তু সেইদিনা অমাৱস্যাহে আছিল। হঠাৎ মুখৰপৰা পূৰ্ণিমা তিথি বুলি বাক্য ওলোৱাত ন্যায়বাগীশ পণ্ডিত কিংকৰ্তব্যবিমূঢ় হ'ল। পণ্ডিতে তন্ত্ৰ অনুসাৰে নানান পূজা-পাতল কৰি নিজৰ বাক্যমৰ্যাদা ৰক্ষা কৰিবলৈ ভগৱতীক প্ৰাৰ্থনা কৰিলে। সাধকৰ স্তুতি-বাক্যত দেৱী সন্তুষ্ট হ'ল। ভগৱতীৰ নিৰ্দেশমতে পণ্ডিতে এখন মন্ত্ৰপূত থালি ওপৰলৈ দলিয়াই দিয়াত আকাশ নিৰ্মল জ্যোতিষ্কাৰ হৈ পৰিল, পূৰ্ণচন্দ্ৰৰ পোহৰত দশোদিশ উজ্জ্বল হ'ল। তেতিয়াৰ দিনৰ মানুহে এনেধৰণৰ অঘটন ঘটনৰ কথা সহজে বিশ্বাস কৰিছিল, আৰু সেই কাৰণে ন্যায়বাগীশ পণ্ডিতৰ বাক্য অকাট্য-অব্যৰ্থ বুলি সকলোৱে শিৰোধাৰ্য কৰিছিল।

স্বৰ্গদেৱ শিৱসিংহই কাকো উপদ্ৰৱ নকৰাকৈ শাক্তধৰ্ম অনুশীলন কৰিছিল আৰু এইদৰে সাম্যভাৱে নিজ পন্থাৰ অনুগামী হৈ চলাইছিলেন ৰাজ্যত কোনো অমঙ্গল

নধটিলহঁতেন। ৰজাৰ চ'ৰাৰ জ্যোতিষীয়া পণ্ডিতসকলে গণিতা চাই ক'লে বোলে স্বৰ্গদেৱ শিৱসিংহৰ ছত্ৰভঙ্গ যোগ আছে। সেইদেখি তেওঁ আপোনমনেৰে কিছুদিনৰ কাৰণে ৰাজ্যভোগ এৰি ফুলেশ্বৰী ৰৰকুঁৱৰীক ৰাজ্যভাৰ সমৰ্পণ কৰিলে। কুঁৱৰীয়ে প্ৰমথেশ্বৰী নাম লৈ বৰ ৰজা উপাধিৰে ৰাজ্যৰ সৰ্বনিয়ন্ত্ৰী হ'ল। স্বামীৰ লগত এওঁ শাক্তধৰ্মত দীক্ষিতা হৈছিল। এই নতুন ধৰ্মৰ অনুগামিনী হৈ তেওঁ বৈষ্ণৱ মহন্তসকলক নানানভাৱে লাঞ্ছনা কৰিবলৈ ধৰিলে। এবাৰ ৰজাঘৰত হোৱা দুৰ্গাপূজালৈ মহন্তসকলক মাতি আনি তেওঁলোকে শাক্ত গোসাঁনীক সেৱা কৰিবলৈ অনিচ্ছুক হোৱাত বৰৰজা ফুলেশ্বৰীৰ আজ্ঞাৰে মহন্তসৱৰ কপালত পূজাৰ চন্দন আৰু বলিকটা তেজৰ ফোট দিয়া হ'ল, আৰু বলেৰে তেওঁবিলাকক গোসাঁনী সেৱা কৰোৱালে। নিমাখিত বৈষ্ণৱ মহন্তসকলে ইয়াৰ একো প্ৰতিকাৰ কৰিব নোৱাৰি নিমাতে সকলো লাঞ্ছনা-অপমান সহি থাকিল। কিন্তু অসাধাৰণ ঐশ্বৰ্য আৰু শিষ্য সম্পত্তিৰ অধিকাৰী মায়ামৰা সত্ৰৰ অধিকাৰ চতুৰ্ভুজ মহন্তই এই অপমানৰ প্ৰতিশোধ ল'বৰ মনেৰে গুজৰি-গুমৰি থাকিল। তাৰ পাচত ফুলেশ্বৰীৰ সন্তান প্ৰসৱৰ সময় আহিল। কি সন্তান হ'ব বুলি কুঁৱৰীয়ে মহন্তসকলত সোধাত চতুৰ্ভুজ দেৱে ক'লে বোলে লোপথোপ কোমোৰা এটিৰ প্ৰসৱ হ'ব। এই কথাত বিষম ক্ষোভ কৰি কুঁৱৰীয়ে মহন্তক কাটিবলৈ তেওঁক চাওডাঙৰ হাতত গতাই দিলে। চাওডাঙে কাটিবলৈ লৈ যাওতে কৃষ্ণৰাম পৰ্বতীয়া গোসাঁয়ে মহন্তৰ জ্যোতিষ্মান বদনশ্ৰী দেখি শিৱসিংহ মহাৰাজক বুজাই মেলি মহন্তক চাওডাঙৰ হাতৰপৰা ওভোতাই আনিলে। বুৰঞ্জীয়ে কয় বোলে মহন্তসকলক অপমান কৰাৰ কাৰণে অনেক ললাট ভুগি ফুলেশ্বৰী আইকুঁৱৰীদেও মৃত্যুমুখত পতিত হ'ল।

শিৱসিংহ স্বৰ্গদেৱৰ পাচত প্ৰমত্তসিংহ মহাৰাজেও পৰ্বতীয়া গোসাঁইতে শৰণ লয়। পৰ্বতীয়া গোসাঁইৰ জীয়ৰীৰ ফালৰ নাতি এজনা আছিল। প্ৰমত্তসিংহৰ পাচত ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে এই নাতি গোসাঁইতে শৰণ লৈ তেওঁক গুৱাহাটীৰ পাণ্ডুনাথত ঘৰ-বাৰী কৰি দিয়ে, আৰু স্বৰ্গদেৱৰ আজ্ঞামতে নাতি গোসাই পাণ্ডুনাথ দেৱালয়ৰ সকলো উপসত্ত্বৰ অধিকাৰী হয। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ মন্ত্ৰসিদ্ধ হৈছিল বুলি সেই কালৰ মানুহৰ বিশ্বাস আছিল। এদিন স্বৰ্গদেৱে পূজা কৰি সামৰণি মৰাত পূজাৰ পুষ্পৰ লগত বাৰ আঙুলমান দীঘল দীৰ্ঘচন্দ্ৰ আকাৰৰ এটা পাৰিজাত ফুল পোৱা গৈছিল। তাতে মানুহে বৰ বিস্ময় মানিছিল আৰু শাক্তমন্ত্ৰৰ অলৌকিক প্ৰভাৱৰ কথা বিশ্বাস কৰিছিল। শিৱসিংহ, প্ৰমত্তসিংহ আৰু ৰাজেশ্বৰসিংহ এই তিনিজনা স্বৰ্গদেৱৰ দিনত কামাখ্যা দেৱালয়ৰ যাৱতীয় দুৰ্গাপূজা স্বৰ্গদেৱ আ॰ পৰ্বতীয়া গোসাঁইৰ নামেহে কৰিব পৰা গৈছিল। এওঁলোকৰপৰা পৰ্বতীযা গোসাঁয়ে কামৰূপত বিস্তৰ মাটি দান পালে। সেইবোৰ মাটি পৰ্বতীয়া গোসাঁইৰ সতি-সন্ততিসকলে আজি পৰ্যন্ত ভোগ কৰি আছে।

ৰজাৰ ঘৰত পৰ্বতীয়া গোসাঁইসকলক বৰ সন্মান দেখুৱা হৈছিল। স্বৰ্গদেৱক সাক্ষাৎ কৰিবলৈ গ'লে স্বৰ্গদেৱৰ দুলীয়াই পহিচাঙিৰে বা বিদেশী নলকীৰে তেওঁলোকক ৰজাৰ গড়ৰ ভিতৰলৈ আনে আৰু জাপিধৰাই বাখৰপতা সোণৰ চুলাৰে পানীজাপি ধৰি আহে। গোসাঁয়ে দুৱাৰৰ মুখত হাউলিব ভিতৰ দুৱাৰ ঘৰৰ বাহিৰতে সেই চাঙীৰপৰা

নামি তাতে খোঁৰাত উঠে। তেতিয়া বানত দিয়া ৰৰজাপি গোসাঁইৰ ওপৰত ধৰা হয়। এইদৰে গোসাঁইসকলে গোসাঁই ঘৰৰ জখলামুখৰ চাওডাং চৰাৰ ওচৰলৈকে আহি খোঁৰাৰপৰা নামি পয়জাৰেৰে জখলা মুখলৈকে গৈ তাতে পয়জাৰ আৰু পিকপেলোৰা দাবৰ এৰি গোসাঁই ঘৰৰ টুপত ৰজা থকাত বহেগৈ। গোসাঁইৰ কাষত নিৰ্মালি আৰু হাঁচতি শৰাইত থোৱা হয়। তাৰ পাচত স্বৰ্গদেৱে সেই টুপতে বাণতত বহি গোসাঁইক প্ৰণাম জনায়। গোসাঁয়ে স্বৰ্গদেৱৰ শিৰত নিৰ্মালি দি মূৰত ধৰি আশীৰ্বাদ কৰে। নাতি গোসাঁয়েও পৰ্বতীয়া গোসাঁইৰ দৰে মৰ্যাদা পাইছিল।

কিন্তু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ ভায়েক লক্ষ্মীসিংহ মহাৰাজৰ দিনত পৰ্বতীয়া গোসাঁই ৰাজগুৰু পদৰপৰা স্খলিত হ'ল আৰু সেই অনুসাৰে তেওঁৰ প্ৰতিপত্তিও কমি আহিল। ৰাজেশ্বৰসিংহ জীয়াই থকাতে ভায়েক কালশিলীয়া গোসাঁইদেৱে পৰ্বতীয়া গোসাঁইত দীক্ষা ল'বৰ মনেৰে দুবাৰ হবিষ্যে থাকি বিফল মনোৰথ হয়। কালশিলীয়া গোহাঁইদেও ৰৰণে ক'লা আছিল। সেইদেখি তেওঁ ৰুদ্ৰসিংহৰ ঔৰসজাত সন্তান নহয় বুলি অনেকে তেওঁক হেয় জ্ঞান কৰিছিল। এই অপবাদত পৰ্বতীয়া গোসাঁই তেওঁক মন্ত্ৰ দিবলৈ অসন্মত হ'ল। কালশিলীয়া গোহাঁইদেৱৰ এজন অধ্যাপক আছিল, নাম ৰমানন্দ আচাৰ্য। তেওঁৰ ঘৰ আছিল মাজুলীৰ পহুমৰা চাপৰিত, আৰু তেওঁ নাতি গোসাঁইৰ শিষ্য আছিল। আচাৰ্যই কোঁৱৰৰ গাত ৰাজলক্ষণ দেখি অতি আনন্দেৰে তেওঁক শিৱমন্ত্ৰ দান কৰিলে। কালশিলীয়া গোহাঁইদেৱে লক্ষ্মীসিংহ নাম লৈ সিংহাসনত উঠি তেওঁৰ গুৰু ৰমানন্দ আচাৰ্যক পহুমৰীয়া গোসাঁই নাম দি অনেক বৃত্তি-বিধান দিয়ে। এই পহুমৰীয়া গোসাঁইক ন-গোসাঁয়ো বোলে। এই ন-গোসাঁইৰ তিনি ঘৰ—বৰ, মাজু আৰু সৰু ; আৰু প্ৰথমজনা ন-গোসাঁই ৰমানন্দ আচাৰ্যৰ তিনিজনা পুতেকৰ নামে এই তিনি ঘৰৰ সৃষ্টি। স্বৰ্গদেৱে ৰংপুৰত গৌৰীবল্লভ দেৱালয় স্থাপন কৰি মাটি-মানুহ দি ৰৰজনা ন-গোসাঁই গঙ্গাবল্লভ দেৱক দান কৰিছিল। মাজুজনাক গুৱাহাটী শুক্ৰেশ্বৰৰ বাণেশ্বৰ দেৱালয়, আৰু সৰুজনাক উমানন্দৰ চন্দ্ৰশেখৰ দেৱালয় দিয়া হৈছিল।

কৃষ্ণৰাম ন্যায়বাগীশে স্বৰ্গদেৱ শিৱসিংহক পোন-প্ৰথমে শাক্তমন্ত্ৰ দিওঁতে গোসাঁনীৰ নামেহে মন্ত্ৰ দিছিল। আহোমৰ চোমচেং দেৱতাৰ আদ্যশক্তিৰ মন্ত্ৰ কটা আছে বুলি তাতে হিন্দু শাক্ত গোসাঁনীৰ মন্ত্ৰ অৰ্পণ কৰাত স্বৰ্গদেৱে এই চোমচেং মন্ত্ৰকে উদ্দেশ্য কৰি দীক্ষা লৈছিল। কৃষ্ণৰাম ন্যায়বাগীশে ইয়াৰদ্বাৰা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল যে আহোমৰ কুলদেৱতা চোমচেং আৰু হিন্দুৰ শাক্ত গোসাঁনী দুৰ্গা এই দুইৰ মাজত একো প্ৰাৰ্থক্য নাই। এই সামঞ্জস্যৰ বাবে স্বৰ্গদেৱৰ দীক্ষাগ্ৰহণ অনুকৰণ কৰি ভালেমান আহোমে শাক্ত গোসাঁনীৰ মন্ত্ৰ লৈছিল। কিন্তু পহুমৰীয়া ন-গোসাঁয়ে লক্ষ্মীসিংহ স্বৰ্গদেৱক কোঁৱৰালি কালত শিৱ মন্ত্ৰেৰেহে দীক্ষা দিছিল। তাতে এটা প্ৰবাদ উঠিছিল যে খুন্‌লাং-খুন্‌লাইৰ দিনৰেপৰা চলি অহা চেংদেৱৰ পূজা এৰি শিৱপূজা গ্ৰহণ কৰাৰ কাৰণে লক্ষ্মীসিংহৰ দিনতে এনে ৰাজ্য বিভ্ৰাট ঘটিছিল।

আহোম স্বৰ্গদেৱৰ ৰাজগুৰুৰ সন্মানৰপৰা বঞ্চিত হোৱাত পৰ্বতীয়া ভট্টাচাৰ্য গোসাঁই বিশেষ ক্ষুব্ধ হ'ল। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ আগছোৱাত মোৱামৰীয়াই বিদ্ৰোহ কৰিলে, স্বৰ্গদেৱ জয়দৌলত বন্দী হ'ল, ৰৰবৰুৱা আদি প্ৰাচীন বিষয়াসকলক

মৰাণে ধ্বংস কৰিলে। স্বৰ্গদেৱে পুনৰ সিংহাসন লাভ কৰিলে সঁচা, কিন্তু এমুঠি মৰাণে দলবদ্ধ হৈ মাহচেৰেকলৈ ৰাজ্য ভোগ কৰিবলৈ পাৰিছিল এই কথাতে আহোমৰ আধিপত্য আৰু পৰাক্ৰমৰ সাঁকি লৰিল। সিংহাসনাকাংক্ষী ৰাজকোঁৱৰসকলে অন্যান্য মানুহৰ লগত যোত্ৰ হৈ ৰজা আৰু পাত্ৰ-মন্ত্ৰীক মাৰি নিজে ৰজা হ'বলৈ বিচাৰিছিল। ১৬৯৩ শকত চাৰুসিংহ কোঁৱৰৰ পুতেক ভুধৰসিংহ গোহাঁয়ে লক্ষ্মীসিংহ স্বৰ্গদেৱক মাৰি ৰাজ্য ল'বলৈ ষড়যন্ত্ৰ কৰিছিল। ষড়যন্ত্ৰ চলাবৰ কাৰণে প্ৰয়োজনীয় ধন-সোণ আৰু বয়-বস্তু পৰ্বতীয়া গোসাঁইৰ ঘৰত থোৱা হৈছিল। এই ষড়যন্ত্ৰ ধৰা পৰাত ভুধৰসিংহ গোসাঁই আৰু তেওঁৰ যোত্ৰৰ ভদ্ৰসেন বৰকতিয়াল বৰবৰুৱাক প্ৰাণে মৰা হ'ল। পণ্ডিত ব্ৰাহ্মণ দেখি পৰ্বতীয়া গোসাঁইক স্বৰ্গদেৱে এই বাৰলৈ একো নকৰিলে। ইয়াৰ দুবছৰৰ পাচত প্ৰমত্তসিংহ স্বৰ্গদেৱৰ পুতেক তিপমীয়া গোহাঁয়ে স্বৰ্গদেৱৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাৰ প্ৰমাণ পোৱা গৈছিল। তিপমীয়া গোহাঁইৰ ষড়যন্ত্ৰত পৰ্বতীয়া গোসাঁয়ো যোগ আছিল। গোহাঁইৰ ৰাজ্য লাভৰ অৰ্থে গোসাঁয়ে কৰ্ম-ধৰ্ম কৰাইছিল। বিচাৰত তিপমীয়া গোহাঁই অপৰাধী প্ৰমাণিত হ'ল। তেওঁক পোনতে টোকোলাই, পাচলৈ নামৰূপলৈ খেদি দিয়া হ'ল। ভট্টাচাৰ্য গোসাঁইৰ কাৰ্যত স্বৰ্গদেৱ ক্ৰোধান্বিত হৈ বসুদেৱ কটকীক পঠিয়াই দায় ধৰি কোৱালে, "বিদেশী বামুণ, ইঠাইতে অনেক দিন আছে। পূৰ্বে ককাইদেউ-সকলে যিৰূপে শ্ৰেষ্টা-আদৰ কৰিছিল ময়ো সেইৰূপে কোনো দ্ৰব্য-খনিৰ খলিত নকৰি সেইৰূপ শ্ৰেষ্টা-আদৰ কৰি আছোঁ। সি তাকে খাই-পিন্ধি আমাৰ কুশল চিন্তি থাকিব পায়। তথাপি যে অনেক ডাঙ্গৰীয়া-ল'ৰা, কোঁৱৰ, ব্ৰাহ্মণ এনে লোকক তেওঁ মন্ত্ৰ দিয়ে, কথা হৈ আমাকো কোনোখান কৰিবলৈ ইচ্ছা কৰে, দেশ ৰাইজৰো মৰণক চিন্তে, এনে কথা কৰিব পায় নিকিন? আগেয়ো বিদায় কৰিলত মই নুবুলিলোঁ, এতিয়া বিদায় দিছোঁ, আপোনাৰ দেশলৈ যাওঁক। যদি থাকিব খোজে মোৰ আন ব্ৰাহ্মণৰ দৰে পাতি খওঁ, সেইৰূপে থাকক।" স্বৰ্গদেৱে পৰ্বতীয়া গোসাঁইক ৰংনাথৰ চ'ৰাত বন্দী কৰি থ'লে। ডাঙৰীয়া আৰু ফুকন বৰুৱাসকল বৰচ'ৰাৰ মেলত বহাত স্বৰ্গদেৱে মানুহ পঠিয়াই কোৱালে, "এই ভট্টাচাৰ্যৰ আৰু শিষ্য-প্ৰশিষ্য ক্ৰমে যি ইয়াৰ মন্ত্ৰ লয় সি আপোনাৰ পূৰ্বৰ যি গুৰুঘৰৰ ভকত এইবোৰৰো দ্ৰোহী, মোৰো দ্ৰোহী, ৰাজৰো দ্ৰোহী, তাৰ সপ্তমপুৰুষ নৰকত পৰিব, নিৰ্বংশী হ'ব, স্বৰ্গদেৱৰো দণ্ডাৰ্হ হ'ব। এই-ৰূপে কথা শুনাই কৰি, কোনে কি বোলে বোলক।" স্বৰ্গদেৱৰ এই প্ৰচণ্ড আজ্ঞা শুনি সভাস্থ বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই, বৰবৰুৱা আৰু অন্যান্য ফুকন, বৰুৱা, কাকতী, কটকী, গণক, দলৈ, সভাপণ্ডিত, দেওধাই, বাইলুং আদি সকলোৱে হৰিধ্বনি শব্দ কৰি ক'লে, "এই ভট্টাচাৰ্যৰ আৰু তেওঁৰ শিষ্যৰো শিষ্যৰ আমাৰ দেশস্থ প্ৰজাৰ সকলেও যদি মন্ত্ৰ লব সেইবোৰ ৰাজদ্ৰোহ ও গুৰুদ্ৰোহ ভকতদ্ৰোহ সকল সিদ্ধ হ'ব, সপ্তমপুৰুষ নৰকত পৰিব, স্বৰ্গদেৱৰ দণ্ডাৰ্হ হ'ব। আৰু পো-ভাই যেনেকৈ হয় সেই-ৰূপে ভাগে ভাগে ধৰি দিব।" বৰচ'ৰাৰ এই সিদ্ধান্তৰ কথা দূতে গৈ স্বৰ্গদেৱক জনোৱাত স্বৰ্গদেৱে তাকে ফলি কৰি থ'ব দিলে।

এনে সময়ত ৰঙ্গাচিলা দুৱৰাৰ ঘৰৰ হৰনাথ সেনাপতি ফুকন স্বৰ্গদেৱৰ দণ্ড-ভাজন হৈছিল। তেওঁ ইতিপূৰ্বে পলাই ভালেমান দিন ভাটী অঞ্চলত আছিল। কাম-ৰূপত থাকোঁতে জিকেৰীৰ হৰদত্ত চৌধাৰীয়ে নকৈ শাক্তমতত দীক্ষিত হোৱা হৰনাথৰ

মন্ত্ৰৰ বিধি ভৰাই দিছিল। বজাচিলা দুৱৰাৰ ঘৰ আগৰেপৰা আউনীআটীৰ শিষ্য আছিল। পূৰ্বৰ গুৰু এৰি বিদেশী ভট্টাচাৰ্যত দীক্ষা লোৱাৰ কথা শুনি স্বৰ্গদেৱ লক্ষ্মীসিংহে হৰনাথক দায় ধৰি সুধিলে, "ইয়াৰ সপ্তমপুৰুষ আউনীআটীৰ ভকত, ই কিয় ভট্টাচাৰ্যৰ মন্ত্ৰ লয় ? এতেকে সকলো মন্ত্ৰণা কৰি মোক মাৰিবৰ নিমিত্তেহে মন্ত্ৰ ল'লে।" ১৯৬৫ শকৰ শাওণৰ ২৭ দিন যাওঁতে হৰনাথ ফুকনৰ বিচাৰ হৈছিল। সেনাপতি ফুকনে স্বৰ্গদেৱক এই বুলি দায় এৰালে, "এই জেঠতহে মই ভট্টাচাৰ্যৰ মন্ত্ৰ ললোঁ। কামৰূপী হৰদত্তে বিধি ভৰাই দিলেহি। পূজা-পাটল একো শিকা নাই।"

শাক্তমন্ত্ৰ সাধনাৰ পথ বৰ দুৰ্গম আৰু কষ্টসাপেক্ষ। বিষয়বাব থকা মানুহৰ পক্ষে মন্ত্ৰসিদ্ধ কৰাটো অতি টান, তাৰ কাৰণে সময়ৰ প্ৰয়োজন। ৰাজকৰ্মত লিপ্ত থকা কৰ্মচাৰীয়ে শাক্তমতক কি চকুৰে চাইছিল তাক লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনৰ এখন বুৰঞ্জীৰপৰা জানিব পাৰি। ওপৰত কোৱা তিপমীয়া গোহাঁইদেৱে পৰ্বতীয়া গোসাঁইতে আশা-ভৰসা কৰি আছিল। পৰ্বতীয়া গোসাঁইৰ শিষ্য-সংখ্যা বৃদ্ধি হ'লে সকলোপিনে কাৰ্যতো কুশল হ'ব বুলি ভাবি তেওঁ ব্ৰাহ্মণ পঠিয়াই মানুহক উক্ত গোসাঁইত শৰণ ল'বলৈ অনুৰোধ কৰিছিল। মৰাণ পাতৰৰ বৰপাত্ৰগোহাঁই ডাঙৰীয়া ভাগৱতী ধৰ্মতে প্ৰবৰ্তি আছিল। তেওঁৰ নিচিনা ক্ষমতাৱন্ত ৰাজবিষয়া পৰ্বতীয়া গোসাঁইৰ শিষ্য শ্ৰেণীত ভুক্ত হ'লে সকলোৰে পক্ষে মঙ্গল, ইয়াকে জানি তিপমীয়া গোহাঁইদেৱে ডাঙৰীয়াৰ তালৈ এজন ব্ৰাহ্মণ পঠিয়াই কোৱাইছিল। সেই ব্ৰাহ্মণে গৈ বৰপাত্ৰ গোহাঁইক ক'লেগৈ, "তিপমীয়া গোহাঁয়ে ক'ব দিছে বোলে, আমাৰ বিদেশী গোসাঁইতে ডাঙৰীয়াই মন্ত্ৰ লওক। এতেকে ভাল, সকলো ভাই-ককাই যেন হওঁ। বৰগোহাঁইৰ পেট পায়ে আছোঁ আৰু ভিতৰুৱাল ফুকন, খাৰঘৰীয়া ফুকন, ঢেকীয়াল বৰুৱা আমি সকলো ভাই-ককাই যেন, এতেকে ডাঙৰীয়াইয়ো মন্ত্ৰ ললে সকলো ভাই-ককাই যেন হওঁ, সংশয়ো গুচে।" ইয়াৰ উত্তৰত বৰপাত্ৰগোহাঁই ডাঙৰীয়াই ক'লে, "মই আহোমৰ ল'ৰা, আমাৰ কি মন্ত্ৰ ? আমি বিষয়-বৰখীত পৰি আছোঁ। মন্ত্ৰ ল'লে অথনি মন্ত্ৰ জঁপিবলৈ ধৰিম, তেনেতে ল'ৰাই মাতিব, তিৰুতাই মাতিব, বিলতীয়াত কোনো আৱাৰ কৰিব, স্বৰ্গদেৱৰ ঠাইৰপৰাও শীঘ্ৰে যাব দিব, এতেকে কি কৈ মন্ত্ৰ সিদ্ধ কৰিম ? এতেকে আমি আহোমৰ ল'ৰা, আমাৰ বাসনা সেই সকলো ভাগৱত ধৰ্মতে প্ৰবৰ্তিছোঁ আমি একে ৰাজী হৈ। আমাক আহোমৰ ল'ৰা কেলেই মন্ত্ৰ পাচে ?"

বৰপাত্ৰগোহাঁই ডাঙৰীয়াৰ তালৈ এইদৰে ব্ৰাহ্মণ দূত পঠিওৱা কলিতা-ফুকনৰো সংযোগ আছিল। সেই সময়ত ৰাজ্যৰ কেউফালে হুলস্থুল। তাক নিবাৰণ কৰিবলৈ চেষ্টা নকৰি শাক্তমতৰ শিষ্য বঢ়াবলৈ যত্ন কৰাত বৰপাত্ৰগোহাঁই ডাঙৰীয়াই কোঢ়া ভট্টাচাৰ্যক ক'লে, "বাপু, ফুকনত কৰি, গুৱাহাটীখনো ওপৰজনায়ে থাকিল, মৰঙ্গীখনো তেনেই থাকিল, শদিয়াত নিৰ্বীজ হোৱা নাই, বাৰে-চিৰিঙৰ চিত্ত কেনে তাকো পাইছোঁ। তাতে বিশেষ তিপমীয়া গোহাঁইৰ ত'ৰপৰা দেখো এইবোৰ কয়। এতেকে ফুকনে এনে কথাবোৰত শ্ৰেষ্ঠা নকৰে কিয় ? এনেবোৰত যদি ফুকনে শ্ৰেষ্ঠা নকৰে আমাৰ বিষয়ত কি কাৰ্য ? বিষয় এৰি ঘৰ সোমাই থকাহে উচিত।" এই

ঘটনাৱপৰা বুজিব পৰা যায় যে শাক্তধৰ্মত নকৈ দীক্ষা লোৱাসকলে তেওঁলোকৰ সতীৰ্থৰ সংখ্যা বঢ়াবলৈ চেষ্টা কৰিছিল, আৰু আহোমৰ মাজত কিছুমান দূৰদৰ্শী মানুহ আছিল, তেওঁলোকে শঙ্কা কৰিছিল যে শাক্তমন্ত্ৰ সাধনা কৰিবলৈ চেষ্টা কৰিলে ৰাজকাৰ্যত বিপৰ্যয় ঘটিব, আৰু ধৰ্মসংক্ৰান্ত কথালৈ সময় অতিবাহিত কৰিলে ৰাজ্য শাসনৰ মূল কাৰ্যখিনিৰ প্ৰতি অৱহেলা হ'ব।

আহোমৰ ৰজাঘৰত আৰু বিবিধ হিন্দু মানুহৰ মাজত শাক্তমতৰ প্ৰবল সোঁত বৰলৈ ধৰিলে। তাক মৰাণ পাতৰৰ বৰপাত্ৰগোহাঁই ডাঙৰীয়াৰ নিচিনা মানুহে ভেঁটা দি ৰাখিব নোৱাৰিলে। অসমত এইদৰে শাক্তধৰ্মে প্ৰাধান্য লাভ কৰাৰ কাৰণ কেবাটাও,—কিছুমান মানুহে শাক্তধৰ্মৰ অন্তৰ্নিহিত মাহাত্ম্য উপলব্ধি কৰিছিল; কিছুমানে চৈতন্য-মৰা ভট্টাচাৰ্য কৃষ্ণৰাম ন্যায়বাগীশৰ অলৌকিক বাক্‌সিদ্ধিত বিশেষভাৱে মুগ্ধ হৈছিল, ৰজা আৰু ওখ খাপৰ বিষয়াসকলৰ খেলবদ্ধনীয়া বা সমধৰ্মী হ'লে সাংসাৰিক প্ৰতিপত্তি লাভৰ সুবিধা হব বুলি কিছুমানে শাক্তমন্ত্ৰ গ্ৰহণ কৰিছিল; অসমৰ দেৱালয়বিলাকত শাক্তমতে পূজাৰ যাৱতীয় কাৰ্য সম্পাদিত হৈছিল, সেই দেৱালয়ৰ পূজাৰীসকলে ৰজাৰ নিযুক্ত শাক্ত ধৰ্মাচাৰ্য পাই তেওঁৰপৰা মন্ত্ৰ গ্ৰহণ কৰিবলৈ সুবিধা পালে; পূজাসক্ত আৰু অনুষ্ঠানপ্ৰিয় কিছুমান মানুহে বৈষ্ণৱ মাৰ্গত সেইবোৰৰ সুবিধা নাপাই তাৰপৰা ওলাই আহি শাক্তমতত প্ৰৱৃত্তি পূজা-তৰ্পণ কৰিবলৈ সুবিধা পালে।

অসমত নদীয়া শান্তিপুৰ নিবাসী কৃষ্ণৰাম ন্যায়বাগীশ অনুষ্ঠিত শাক্তধৰ্ম প্ৰৱৰ্তন হোৱাত অসমত বিদেশী বঙ্গালীৰ প্ৰভাৱ আৰম্ভ হ'ল। ৰজাৰ ঘৰত তিনি তৰপীয়া ধৰ্ম সোমাল—প্ৰথম, দেশত বিশদভাৱে প্ৰচলিত আৰু সাহিত্য-সঙ্গীতৰদ্বাৰা পৰিপুষ্ট বৈষ্ণৱ ধৰ্ম; দ্বিতীয়, আহোমৰ পুৰাতন দেওধাই ধৰ্ম আৰু তৃতীয়, নতুনকৈ বঙ্গদেশৰপৰা আমদানি হোৱা শাক্তধৰ্ম। স্বৰ্গদেৱসকলে এই তিনি পন্থাৰ প্ৰতি সমদৃষ্টি ৰাখিবলৈ পাৰ্যমানে চেষ্টা কৰিছিল; কিন্তু উত্তেজনাবিহীন নিৰপেক্ষতা মানৱ-হৃদয়ৰ সদায় সন্তৰপৰ নহয়। তাৰ পৰিণামস্বৰূপে অসমৰ ৰজাঘৰ আৰু প্ৰজাঘৰত বিভিন্ন পন্থা, বিভিন্ন উদ্দেশ্য, বিভিন্ন সমাজ বান্ধোন আৰু বিভিন্ন শ্ৰদ্ধা-ভক্তি সৃষ্টি হ'বলৈ ধৰিলে। এই পাৰ্থক্যৰ সৃষ্টি হোৱাত অসম ৰাজ্যৰ ধ্বংস আৰম্ভ হ'ল। জাতীয় ভাব জাগৰণ কৰি সেই পাৰ্থক্যৰ গতিৰোধ কৰিবলৈ চেষ্টাৰ অভাৱত সেই ধ্বংসলীলা অবাধে চলিবলৈ ধৰিলে।

আহোম ৰজাঘৰত শাক্তধৰ্মৰ প্ৰাধান্য আৰু ৰজাক ধৰ্মাসক্ত হোৱা দেখা পাই দেওধাই-বাইলুং আদি আহোম-পুৰোহিতসকল চুকাফা প্ৰতিষ্ঠিত সিংহাসনৰ পতন অনিবাৰ্য বুলি ভাবিবলৈ ধৰিলে। তেওঁলোকে আক্ষেপ কৰি ক'বলৈ ধৰিলে, "ৰজা হ'ল ভকতীয়া, প্ৰজা হ'ল কপটীয়া।" তেওঁলোকে ভাবিছিল যে এই পৰিৱৰ্তনৰ মূলতে আছিল ৰুদ্ৰসিংহ স্বৰ্গদেৱহে, বহুতে বিশ্বাস কৰিছিল যে এইজনা ৰজাই কৃষ্ণৰাম ন্যায়বাগীশৰ পৰা শাক্তমন্ত্ৰ গ্ৰহণ কৰিছিল। তলত দিয়া গীতটিত ৰক্ষণশীল আহোম সম্প্ৰদায়ৰ অন্তৰৰ ভাব ভালকৈ ফুটি ওলাইছে,—

বিদিনা ৰুদ্ৰসিংহে ন্যায়বাগীশ ভট্টাচাৰ্যত
শৰণ ল'লেহি পৰি।
স্বৰ্গৰ লক্ষ্মীয়ে সপোনত দেখালে
জয়মতীৰ আকৃতি ধৰি ॥

শুনা পুত্ৰ মোৰ চেনেহৰ গোহাঁইদেও
অকাৰ্য কৰিলা ঘোৰ।
নিজৰ ধৰ্ম এৰি পৰক ভজিলা
চেনেহৰ পুত্ৰ মোৰ ॥

স্বধৰ্ম আদিমূল, স্বধৰ্ম জাতি-কুল
স্বধৰ্ম সবাতকৈ ধাই।
এনেহেন স্বধৰ্ম এৰিলা গোহাঁইদেও
তোমাৰ হেন পাতকী নাই ॥

স্বধৰ্ম আদিমূল, স্বধৰ্ম জাতি-কুল
স্বধৰ্ম ব্ৰহ্মাণ্ডৰ ৰুচি।
এনেহেন স্বধৰ্ম এৰিলা গোহাঁইদেও
স্বৰ্গলৈ যাওঁগে গুচি ॥

যত ঢাল-তৰোৱাল বন্দুক-বৰহিলৈ
সবাকে হাতত লই।
চৌত্ৰিশজন দেৱতাৰ বংশক লগত লই
স্বৰ্গলৈ গুচি যাওঁ মই ॥

ৰঙ্গপুৰ নগৰখন ছুনপুৰ হ'বগৈ
দেৱালযৰ খহিব মাটি।
সুবৰ্ণৰ কলচী সুলকি পৰিব
অমঙ্গলে ধৰিব চাপি ॥

শাল শিঙৰী কৰৈ গজিব
অপূৰ্ব ৰঙ্গপুৰৰ মাজ।
গড়ৰ গড়খাৱৈ খহি সোঁত যাব
আনে কাঢ়ি ল'ব ৰাজ ॥

ধৰ্ম পৰিবৰ্তনত মৰ্মান্তিকভাৱে বেদনা পোৱা দেওধাই পুৰোহিতসকলে অভিশাপ মন্ত্ৰ উচ্চাৰণ কৰিলে,—

কি কাং কি হাং কি হামুকা
তু কিং কিংৰু মান তা
ৰাং খান্ চং পিক জই হাং কা।

অৰ্থাৎ গৰুড়ৰ চকু দুয়োটা চোঁৰা কাউৰীয়ে খুটি খালে, আৰু পাখি দুখান ছিঙি সাগৰত পৰিল। লঠা-মুঠা গাৰে সি এতিয়া কি কৰিব পাৰে ?

## ষোড়শ অধ্যায়

# মোৱামৰীয়া বিদ্ৰোহ

বহুতে ভাবে যে বৰজনা ফুলেশ্বৰী কুঁৱৰীৰ হাতত পোৱা অপমানেই মোৱা-মৰীয়া বিদ্ৰোহৰ প্ৰধান কাৰণ। ই নানান কাৰণৰ এটা কাৰণ বা কটা ঘাত খাৰণিৰ ছাটি হ'ব পাৰে, কিন্তু অসমত বৈষ্ণৱ-ধৰ্ম প্ৰচাৰৰ আৰম্ভণিতে মোৱামৰীয়া বিদ্ৰোহৰ বীজ বপন কৰা হৈছিল বুলি ক'ব পাৰি। মোৱামৰীয়া মহন্ত আৰু তেওঁৰ শিষ্য-সম্প্ৰদায়ৰ প্ৰতি অন্যান্য ধৰ্মপ্ৰচাৰক আৰু ধৰ্মাৱলম্বীসকলৰ হেয় ভাব আৰু পুৰুষ-পৰম্পৰাই ৰজা আৰু ৰাজবিষয়াৰ নিৰ্যাতন, এই দুই কাৰণতে শৰণ-ভজনশীল বৈষ্ণৱ সম্প্ৰদায় এটিয়ে নিজৰ আত্মসন্মান অটুট ৰাখিবৰ কাৰণে ৰণক্ষেত্ৰত নামিব লগাত পৰিছিল। এই হেয় ভাব সত্য কাৰণৰ ওপৰত প্ৰতিষ্ঠিত নে সি ভুল ধাৰণা, ভুল বুজনি, জনশ্ৰুতি, প্ৰবাদ আদি সত্যগ্ৰাসী দানবৰ কীৰ্তি সেই বিষয়ে আলোচনা কৰিবলৈ হ'লে সমসাময়িক বুৰঞ্জী আৰু চৰিত্ৰপুথিৰ সহায় ল'ব লাগিব। কিন্তু এইটো সত্য যে তেনে এটি হেয় ভাব আছিল, কাৰণ যিকিয়েই নহওক।

অ-মোৱামৰীয়াই মোৱামৰীয়াক কৈছিল, "মোৱামৰীয়া, তোমাৰ ধৰ্ম, আচাৰ, ৰীতি-নীতি আৰু তোমাৰ আদি পুৰুষৰ কাৰ্য-কলাপলৈ চাই তোমাৰ লগত আমাৰ সঙ্গতি নচলে।" ইয়াৰ উত্তৰত মোৱামৰীয়াই কৈছিল, "তোমালোকে যি কাৰণত আমাৰ ওপৰত দোষাৰোপ কৰিছা সি ভিত্তিহীন।" এই মনোমালিন্য বহুকালৰেপৰা চলি আহিছিল। সাম্প্ৰদায়িক ভাবৰ উত্তেজনাত নিৰপেক্ষভাৱে সত্য অনুসন্ধান কৰিব নোৱৰাত সেই মনোমালিন্য গুচক চাৰি কালক্ৰমে সি ঘনীভূত হৈছিল। তাৰ ফলে মোৱামৰীয়াৰ ওপৰত নিৰ্যাতন, আৰু প্ৰতিহিংসা সাধনৰ কাৰণে মোৱামৰীয়াৰ মাজত বহুদিন ব্যাপী ভিতৰি আকাংক্ষা আৰু চেষ্টা। এই মনোমালিন্যৰ চৰম পৰিণতিয়েই দুকুৰি বছৰ কাল ব্যাপী অসমত সশস্ত্ৰ প্ৰজাবিদ্ৰোহ, তাৰ ফলে অসমৰ ৰাজশক্তি আৰু স্বাধীনতাৰ যৱনিকা-পতন।

মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱ প্ৰচাৰিত ভাগৱতী ধৰ্ম অনুসৰি তদানীন্তন অসমীয়া প্ৰজাৰ বিবিধমুখী আচাৰ-ব্যৱহাৰ, মনোবৃত্তি আৰু ধৰ্মপ্ৰবৃত্তি অনুযায়ী চাৰি সংহতি বা মাৰ্গৰ প্ৰৱৰ্তন কৰা হ'ল—ব্ৰহ্মসংহতি, পুৰুষসংহতি, নিষ্ঠাসংহতি আৰু কাল-সংহতি।

ব্ৰহ্মসংহতিত শৰণ-সংহিতা অনুযায়ী বৈদিক আচাৰৰ প্ৰভাৱ বেছি আৰু ইয়াত জীৱাত্মা-পৰমাত্মা, সত্য-অসত্য, জড়-চৈতন্যৰ ব্যাখ্যা অতি সূক্ষ্ম। এই সংহতিৰ সত্ৰসকলে গোবিন্দ ঠাকুৰ, যাদৱৰায়, বংশীগোপাল, মদনগোপাল, কৃষ্ণৰায় আদি অষ্ট-মূৰ্তি পূজা কৰে।

পুৰুষ-সংহতি মতে অভকতীয়া নাৰদ মুনিয়ে কিৰাতৰূপী নাৰায়ণৰপৰা পোৱা শৰণক প্ৰহ্লাদ আদি ভক্তসকলক দান কৰে। সেই শৰণকে মহাপুৰুষ দুজনাই সেৱা-সেৱকৰূপে অৱতাৰ হৈ নাম, গুৰু, হৰি, ভক্তি—এই চাৰিক প্ৰধান উপাসাৰ বাহানি কৰি ধৰ্ম প্ৰচাৰ কৰে। পুৰুষ-সংহতিৰ সত্ৰত দশম-কীৰ্তন, ঘোষা-ৰত্নাৱলী পুথি শৰাইত থৈ তাকে দুইজনা মহাপুৰুষ বুলি মানি মহন্তই শিষ্যক শৰণ দিয়ে। এই শৰণকে নাৰদীয় শৰণ বোলে।

নিষ্ঠা-সংহতিত সকলো কথাতে শুদ্ধ বা নিকাভাৱে আচৰণ কৰাৰ বিধি আছে। এনে কি গাওঁ এৰি অইন ঠাইত ফুৰোঁতে নিষ্ঠা-সংহতিৰ ভকতে একাঠু বা এবুকু পানীত খিয় হৈহে তিতা তিয়নীৰে আৰৈ চাউলকে ভোজন কৰে। এই সংহতি অনুসাৰে কৈবল্যাচাৰ, গুৰু-বৈষ্ণৱ চৰ্চা আৰু নাম-কীৰ্তন আৰু শ্ৰৱণত বাহিৰে অন্য কামত ভকতৰ ৰতি থাকিব নালাগে। এই সংহতিক নিকা পন্থা, হনুমন্তী কাঠা বা শিৱ সম্প্ৰদায় বুলিও কোৱা হয়। এই সংহতিৰ প্ৰতিষ্ঠাপক সৰুজনা পুৰুষ অৰ্থাৎ মহাপুৰুষ মাধৱদেৱ। সেই গতিকে নিষ্ঠা-সংহতিৰ ভকতে শ্ৰীমন্তশঙ্কৰগুৰু বস্তুক জগদ্গুৰু বুলি মানে।

কাল-সংহতিৰ প্ৰবৰ্তকসকলৰ মাজত প্ৰবাদ আছে যে শঙ্কৰ মহাপুৰুষে এবাৰ ব্ৰহ্মপুত্ৰ পাৰ হওঁতে বতাহ-বৰষুণ অহাত মহাপুৰুষৰ শিক্ষাৰ বিৰুদ্ধে ইষ্টদেৱতাক আৰা-ধনা কৰা অপৰাধত গোপালদেৱক নাৱৰপৰা নমাই দিলে। তেনে সময়ত নাৰায়ণে আহি লোহিত্যক আদেশ দি পানীৰ মাজত বলুকা পেলাই দিলে, আৰু গোপালদেৱক নিৰ্গুণ জীৱমুক্ত শৰণ দেখাই গ'ল। এই সংহতিৰ নীতি-নিয়ম অলপ স্বতন্ত্ৰীয়া আৰু ইয়াত স্বাধীন চিন্তা আৰু স্বাধীনভাৱে উদ্ভাৱন কৰা ৰীতি-আচাৰ প্ৰৱৰ্তনৰ ক্ষমতা দেখা যায়। কালসংহতিৰ সত্ৰইপ্ৰতি নীতি-নিয়ম পৃথক। প্ৰত্যেক সত্ৰতে নিজৰ অধিকাৰ-সকলে কৰা গীত ঘোষাৰ প্ৰচলন। মহন্ত-ভকত সকলোৱে একেলগে বহি চিৰা-সান্দহ বিলাই খায়। এই পন্থৰ ব্ৰাহ্মণে সন্ধ্যা-গায়ত্ৰীক তিৰুতা জ্ঞান কৰি নেমানে। আন সংহতিৰ শিষ্য থানত সোমালে সেই ঠাই গোবৰ-মাটি দি মচি পেলোৱা হয়। এই সংহতিৰ কীৰ্তন ঘৰবোৰ উত্তৰা-দক্ষিণাকৈ সাজে, আনবোৰে পুবা-পশ্চিমাকৈ সাজে। শৰণ ল'বৰ সময়ত শিষ্যই নিভৃত ঠাইত মহন্তৰ কৃপাত চতুৰ্ভুজ-মূৰ্তি দৰ্শন কৰে। এওঁ-লোকৰ মাত-কথাত লৰচৰ। কালসংহতিৰ ভকতে মহন্তক 'মহাপুৰুষ' বোলে, মহন্তক হুলে বিন্ধিলে 'হুলে সেৱা কৰিছে' বোলে, সেইদৰে 'জ্বৰে সেৱা ধৰিছে', 'বসন্তে সেৱা ধৰিছে'। মহন্তৰ লোকান্তৰ হ'লে 'নাট সামৰা' বোলে। এই সংহতিৰ সেৱকসকলে আন মহন্তৰ সেৱকৰ লগত কোনোমতে খোৱা-লোৱা কৰা নিষিদ্ধ। শৰণ দিবৰ সময়ত

মহন্তই শিষ্যক এইৰূপে বুজায়, "আনৰ ভকতেৰে খোৱা-লোৱা নকৰিবি। আপোন খেলেখে প্ৰৱৰ্ত্তিবি। গুৰুৱেই ঈশ্বৰ, গুৰুৱেই ব্ৰহ্মা, গুৰুৱেই বিষ্ণু, গুৰুৱেই মহেশ্বৰ, গুৰুৱেই ত্ৰাণকৰ্ত্তা। কোনো আপদত পৰিলে গুৰু-ভকতলৈ সেৱা আগ কৰিবি অপৰ অন্য দেৱ-দেৱী যি সেৱা কৰে সি আপুনি নষ্ট হোৱে। আমাৰ ধৰ্মৰ বাজ আন সত্ৰ-শিষ্যাৰ খালে আমাৰ দায়গ্ৰস্থ হ'ব লাগে। যদি মহাপীড়া হয় আৰু যদি আমাৰ ভকত কাৰণ স্বজাতি কাষত নাথাকে, আপোন ভকত অলপ হীন জাতি হ'লেও তাতে ব্যৱহাৰ কৰিবি। পৰশিষ্যাৰ হাতে খালে ধৰ্ম লোপ হয়, জাত যায়। জীৱৰ মুক্তি আটাইলোকৰ সেৱাও গুৰুতে হয়। তোমাৰ তনু আজি পাগ দিয়া গ'ল। এই সংহতিৰ ধৰ্ম হৈছে পূৰ্ণভাগ। আন সত্ৰই ধৰ্ম অলপ অলপহে পালে।"

গুৰুৰ প্ৰতি অচলা ভক্তি, আৰু গুৰু আৰু ভকতৰ মাজত সামাজিক বিষয়ত ঐক্য ভাৱ, এয়ে হৈছে কাল-সংহতিৰ বিশেষত্ব। নিয়মৰ বশৱৰ্ত্তী নহৈ কাল অনুযায়ী সেৱা-পদ্ধতি অৱলম্বন কৰি চলাটো এই সংহতিৰ বিশেষত্ব। কিন্তু এই সংহতিৰপৰা বাঢ়ি যোৱা এটা ঠালৰ নাম হৈছে পূৰ্ণধৰীয়া বা বৰখেলীয়া সম্প্ৰদায়। এওঁলোকৰ আদি গুৰু হৈছে গোপাল আতা। ব্ৰহ্মপুত্ৰৰ পানীৰ মাজত শঙ্কৰদেৱে মহাপুৰুষে নমাই দিয়াৰ পাচত গোপাল আতাই নাৰায়ণী মন্ত্ৰ লাভ কৰি গুৱাহাটীৰ সমীপৱৰ্ত্তী নুনমাটি নামে ঠাইত বসতি কৰি ওচৰ-পাজৰৰ মিকিৰ-কছাৰী আদিক শৰণ লগাই তেওঁলোকৰ উপযোগী পূৰ্ণধৰীয়া পন্থা প্ৰচলন কৰে। মহাপুৰুষ শঙ্কৰদেৱ বৰপেটাত থকা কালত গোপাল আতাৰ কথা শুনি শ্ৰীৰাম আতাক পঠিয়াই দিলে। গোপাল আতাই অতিথি শ্ৰীৰামক মিকিৰ-কছাৰী আদি জাতিৰ খাদ্য, গাহৰি মাংস, কুকুৰা, মদ আৰু ভাত খাবলৈ দিলে। শ্ৰীৰামে কৰ্ণত আঙুলি দি বিস্ময় মানি সেই ৰাতি অনাহাৰে কটালে। পুৱা উঠি দেখে যে সেই অখাদ্য আহাৰ দিব্য কুসুমৰ ৰূপ ধৰি জাতিস্মাৰ হৈ আছে।

বৰখেলীয়া সম্প্ৰদায়ে ৰাতি খোৱা পূজাৰ প্ৰচলন কৰিছিল। কছাৰী-মিকিৰ আদি অ-শৰণীয়া জাতিৰ মাজত স্বভাৱতে এই পূজাৰ প্ৰচলন আছিল আৰু আজিকালিও ঠায়ে ঠায়ে আছে। এইবোৰ জাতিয়ে গোপালআতাৰ জৰিয়তে শৰণ লোৱাৰ পাচত সেই পূজা ত্যাগ নকৰিছিল আৰু সেই পূজাৰ বিবিধ অঙ্গক তান্ত্ৰিকমতে ব্যাখ্যা কৰিবলৈ চেষ্টা কৰা হৈছিল। কুকুৰা, গাহৰি, সুৰা, গো-বধ, ব্ৰহ্ম-বধ, মাতৃগমন আদি পূৰ্ণধৰীয়া সম্প্ৰদায়ৰ সন্মত আছিল; কিন্তু ইয়াৰ প্ৰত্যেকৰে অৰ্থ সাধাৰণ মতে আমি যি বুজোঁ সেইটো নহয়, প্ৰত্যেকৰে গূঢ় তত্ত্ব আছে, কুকুৰা মানে পৃথিৱী, সুৰা মানে ভক্তি-প্ৰেম-মদিৰা, গাহৰি মানে আত্মাক বিস্মৰণ কৰোৱা সামগ্ৰী, অৰ্থাৎ প্ৰকৃত ধৰ্ম, গো-বধ মানে ইন্দ্ৰিয়-নিগ্ৰহ, ব্ৰহ্ম-বধ মানে আত্মভাৱ সংহৰণ, মাতৃগমন মানে ভক্তিৰ সন্নিকট হোৱা। পূৰ্ণধৰীয়া সেৱা-কাণ্ডত ভকতসকলে তিৰুতা ভকতনীৰ লৈতে দিগম্বৰী হৈ চোলঙ্বত বহিছিল, আগত লোভনীয় সকলো খাদ্য আৰু লোভনীয় বাহানি প্ৰস্তুত আছিল; কিন্তু কোনোবাই আত্মসম্বৰণ কৰিব নোৱাৰিলে দণ্ডাৰ্হ হৈছিল। সম্বৰণ কৰিব পৰা ভকত আৰু ভকতনী পাঁচনমীয়া চৈতীয়া শাৰীৰপৰা উন্নীত হৈ কৰণী আৰু দিগম্বৰীৰ শাৰীৰ অন্তৰ্ভুক্ত হৈছিল। পূৰ্ণধৰীয়াৰ গ্ৰন্থাদিত সুকীয়া; যথা, গোটা, ভাগ, চক্ৰভেদ, চক্ৰ-বিধান, বৰকৰণী। ইয়াৰ বাহিৰেও 'গোটা ভাগৱত' আৰু 'ওভোতা শঙ্কৰ' গ্ৰন্থত অশ্লীল

বিহুনামৰ সমষ্টি আছে বুলি শুনা গৈছে। এই পূৰ্ণধৰীয়া পন্থাত অশৰণীয়া আৰু তান্ত্ৰিক আচাৰক বৈষ্ণৱ সংহতিৰ অন্তৰ্গত কৰাৰ চেষ্টা দেখা যায়। বৰখেলীয়া ভকতৰ মতে ইয়াৰ প্ৰতিষ্ঠাপক গোপাল আতা। এই গোপাল আতা কোন?

মাধৱদেৱৰ মৃত্যুৰ পাচত ৰুদ্ৰেশ্বৰৰ পৰিনাতি কামেশ্বৰ ভূঞাৰ পুত্ৰ কথাৰ-সাগৰ ভবানীপুৰীয়া গোপালদেৱ মহাপুৰুষৰ অন্তিম ব্যৱস্থা মতে গোটেই অসমৰ বৈষ্ণৱ জগতৰ ধৰ্মাচাৰ্য পদত প্ৰতিষ্ঠিত হয়। মহাপুৰুষ শঙ্কৰদেৱে এবাৰ মাধৱদেৱক কৈছিল, "বৰাৰ পো, গোপালক তোমাক দিলো, তেওঁক আটাইফেৰা দিবা।" সেই সম্প্ৰদান অনুসাৰে মাধৱদেৱে গোপাল আতাক নিজৰ বিয়োগান্তত ধৰ্মাচাৰ্য মনোনীত কৰে। তাৰ ফলে উক্ত গোপালদেৱে দিহিং, বাঁহবাৰী, নমাটি, মায়ামৰা, পুৰণিমাটি, গজলা, দহঘৰ, হালধিআটী, চকলা, কঠালকুচি, বৰনগৰীয়া, সৰুনগৰীয়া, বিষলিকুচীয়া, বাঘমৰা, ইকৰা-জান, কাঠপাৰ, আহঁতগুৰি, কৰতিগাওঁ, এইকিখন 'ভাটীখোৱা সত্ৰ' স্থাপন কৰে। ইয়াৰ ভিতৰত গোপালদেৱৰ আজ্ঞাৰে অনিৰুদ্ধদেৱে স্থাপন কৰা সত্ৰ মায়ামৰা আৰু পুৰণিমাটি। গোপালদেৱৰ নিচিনা শুচি সংযত পুৰুষে যে পূৰ্ণধৰীয়া শৰণ-ভজন প্ৰচাৰ কৰিব ই সম্ভৱপৰ নহয়।

কিন্তু আগৰ দিনৰ বহুত মানুহে বিশ্বাস কৰিছিল যে ভবানীপুৰীয়া গোপাল আতাই পূৰ্ণধৰীয়া অৰীতিয়া আসুৰিক ৰাতিখোৱা সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা। শঙ্কৰদেৱ মহাপুৰুষে এৰি যোৱা সময়ত বলুকাৰ ওপৰত থাকোতে নাৰায়ণে আহি গোপালদেৱৰ আগত কালসংহতিৰ মূলতত্ত্ব ব্যাখ্যা কৰে; শ্ৰীৰাম আতা গোপাল আতাৰ সত্ৰত থাকি মহা অসন্তোষ পায়। এইবোৰ কথা ভৱানীপুৰীয়া গোপালদেৱ আৰু পূৰ্ণধৰীয়া গোপাল আতাৰ জীৱন-কাহিনীত পোৱা যায়। তাৰ উপৰিও পূৰ্ণধৰীয়া গোপাল আতাই মায়া দেখুৱাই শ্ৰীৰাম আতাক বিস্মিত কৰিছিল। সেইদৰে ভৱানীপুৰীয়া গোপালদেৱৰ আজ্ঞা-পৰ মায়ামৰা সত্ৰৰ আদিজনা আচাৰ্য অনিৰুদ্ধদেৱ গোপালদেৱৰপৰা ধাতু-তাম্ৰাক্ষৰী বা কল্পতৰু পুথি লাভ কৰি তাৰ সহায়েৰে আহোম ৰজাৰ আগত মায়া দেখুৱাই ৰজাক তবধ লগাইছিল। অন্যান্য কালসংহতিৰ সত্ৰত মায়াৰ প্ৰচলন নাছিল আৰু তেনে কোনো গ্ৰন্থও নাছিল। গতিকে মানুহে সন্দেহ কৰিছিল যে অনিৰুদ্ধদেৱ প্ৰৱৰ্তিত মায়ামৰা সম্প্ৰদায়ৰ মাজত পূৰ্ণধৰীয়া বা বৰখেলীয়া বিধৰ আসুৰী, অৰীতিয়া বা ৰীতিয়া আচাৰ-ব্যৱহাৰৰ প্ৰচলন আছিল। ভৱানীপুৰীয়া গোপালদেৱ আৰু পূৰ্ণধৰীয়া গোপাল আতা একেজন পুৰুষ হ'লেও এইটো সত্য হ'ব পাৰে যে তেখেতে দিয়া বিশুদ্ধ বৈষ্ণৱ পন্থা অৱলম্বন কৰিব নোৱাৰি কছাৰী মিকিৰ আদি জাতিৰ শৰণীয়াসকলে আগৰেপৰা প্ৰচলিত মদ, কুকুৰা, গাহৰি আদি আহাৰ আৰু অন্যান্য নীতি-নিয়ম এৰিব নোৱাৰি শৰণীয়া হোৱাৰ পাচতো তাকে চলাই আছিল, আৰু তেনে আচৰণত গোপালদেৱৰ সন্মত আছে বুলি দেখুৱাবলৈ নানান আখ্যানৰ সৃষ্টি কৰিছিল।

অনিৰুদ্ধদেৱ এজন পৰম বৈষ্ণৱ শিক্ষিত পুৰুষ আছিল। তেওঁৰ ৰচিত ভাগৱত চতুৰ্থ আৰু পঞ্চম স্কন্ধ, ন-ঘোষা, ভটিমা আৰু টোটয় গীত আদিৰ নিহিত সাত্ত্বিকতা গাম্ভীৰ্য আৰু লালিত্য দেখিলে বুজিব পাৰি যে তেওঁ ৰাতিখোৱা সম্প্ৰদায়ৰ উৎসাহদাতা হ'ব নোৱাৰে। অনিৰুদ্ধদেৱৰ শিষ্যসকলৰ ভিতৰত মৰাণ আৰু কছাৰীৰ

সংখ্যা সৰহ। তেওঁলোকে গুপ্তভাৱে গুৰুজনৰ নিষিদ্ধ পূৰ্ণধৰীয়া পূজাৰ প্ৰচলন কৰা সম্ভৱ। আৰু এই পূজাত আনে নজনাকৈ অতি সাৱধানে সংগোপনে কৰাৰ নিয়ম আছিল। আগৰ দিনৰ বুৰঞ্জীত "মৰাণে অৰীতিয়া মতে প্ৰবৰ্তি" "আসুৰি মেল পাতি ৰণ উলিয়াইছে", এনেবিধ কথা পোৱা যায়। ভবানীপুৰীয়া গোপাল আতা আৰু অনিৰুদ্ধদেৱ এই দুজনাৰদ্বাৰা প্ৰৱৰ্তিত বৈষ্ণৱ মাৰ্গত অনুষ্ঠিত বৈষ্ণৱ ধৰ্ম এটা কথা, আৰু তেওঁলোক দুজনাৰ নিষিদ্ধ অশৰণীয়া জাতিৰ মানুহে শৰণীয়া হৈ আগৰ অৰীতিয়া পন্থা গুপ্তভাৱে অনুসৰণ কৰা এটা কথা। এই দুয়োৰে মাজত যি পাৰ্থক্য তাক সূক্ষ্ম আৰু নিৰপেক্ষ-ভাৱে চাব নোৱাৰাত আগৰ দিনৰ মানুহে মায়ামৰা মহন্তক আসুৰী অৰীতিয়া পন্থাৰ প্ৰৱৰ্তক আৰু তেখেতৰ শিষ্যবৰ্গক আসুৰী অৰীতিয়া পন্থাৰ অনুৱৰ্তী বুলি ভাবি সন্দেহ আৰু ঘৃণাৰ চকুৰে চাইছিল।

আৰু এটি কথা, গোপালদেৱে অনিৰুদ্ধদেৱক দিয়া শিক্ষাৰ ফলত অনিৰুদ্ধ-দেৱে মধুমতী মায়াক নিৰ্মাণ কৰিব পৰা ক্ষমতা পাইছিল। সেই ক্ষমতাৰ বলেৰে অনিৰুদ্ধদেৱে চুখাম্‌ফা খোৰাৰজাদেৱৰ চ'ৰাত মাটিৰ কলহৰপৰা মায়াসৰ্প উলিয়াই আকৌ তাৰপৰা সেই মায়াসৰ্প নোহোৱা কৰিছিল। কিন্তু মায়া বা যাদুৰ লগত লেনদেন থকা মানুহক আসুৰিক প্ৰক্ৰিয়াৰ অনুৱৰ্তক বুলি জগতৰ সকলো ঠাইতে আৰু সময়তে সন্দেহৰ চকুৰে চাই অহা হৈছে। মায়া কৰিব পৰা শক্তি যে অশেষ দৈৱিক প্ৰভাৱৰ ফল, তাক সিদ্ধ পুৰুষেহে আয়ত্ত কৰিব পাৰে, মানুহে সেইটো সহজে বিশ্বাস নকৰে। মানুহে ইয়াকে মাথোন ঠাৱৰ কৰে যে ভৌতিক দেৱতা-উপদেৱতাৰ সহায়েৰেহে আৰু আসুৰিক প্ৰক্ৰিয়াৰ দ্বাৰাহে এই শক্তি লাভ কৰিব পাৰি।

এইবোৰ বাৰেমিহলি কাৰণত আগৰ দিনৰ মানুহে মায়ামৰা সত্ৰৰ মহন্তক আৰু তেওঁৰ শিষ্যবৰ্গক বিশুদ্ধ বৈষ্ণৱ ধৰ্মৰ উপাসক নহয়, বেদবিৰোধী আসুৰিক পন্থাৰ প্ৰৱৰ্তকহে, এনে বুলি ভাবিছিল। ভবাটো নিৰপেক্ষ বিচাৰ নহ'ব পাৰে, কাৰণ মায়ামৰা মহন্ত আৰু শিষ্যৰ মাজত অসংখ্য শুদ্ধাচাৰী বৈষ্ণৱ পুৰুষ আছিল, কিন্তু ভাবিছিল যে এইটো সত্য।

এইবোৰ সন্দেহ ঘণীভূত আৰু প্ৰচাৰিত হৈছিল আৰু এটি কাৰণত। মোৱা-মৰীয়াৰ শিষ্য-সম্পত্তি আৰু পয়োভৰ অন্য সত্ৰতকৈ চৰা আছিল। এই কথাত অন্যান্য সম্প্ৰদায়ৰ ঈৰ্ষাভাৱ আৰু ৰজাঘৰৰ ক্ষোভ হোৱাটো স্বাভাৱিক। ঈৰ্ষাভাৱৰ বশৱৰ্তী হৈ মানুহে তিলকে তাল কৰা বা অমূলক কথা উদ্ভাৱন কৰা সৃষ্টিৰ আদিৰেপৰা চলি আহিছে, বিশেষতঃ আমাৰ এই সোণৰ সঁফুৰা অসম দেশত। অনিৰুদ্ধদেৱে যোগৰ বলেৰে নানান দৈৱিক কাৰ্য কৰি দেখুৱাত তেওঁৰ শিষ্য ক্ৰমান্বয়ে বাঢ়িবলৈ ধৰিলে। তাৰ উপৰিও কালসংহতিত এটি স্বাধীন আৰু উদাৰ ভাব আছিল, যাৰদ্বাৰা অশৰণীয়া জাতিৰ মানুহেও সহজে হিন্দু মাৰ্গত প্ৰৱেশ কৰি শুদ্ধাচাৰী ভকত হ'ব পাৰিছিল। তাৰ ফলে আজি দিহিং সত্ৰ আৰু মায়ামৰা সত্ৰই বহুত অশৰণীয়া অভকতীয়া মানুহক বিশুদ্ধ ভাগৱতী ধৰ্মত প্ৰৱৰ্তন কৰাই অসমীয়া হিন্দু সমাজক টনকিয়াল আৰু সতেজ কৰি ৰাখিছে।

কালসংহতিৰ শিষ্যই গুৰুক আনি চিৰা-সান্দহ উপহাৰ দিব। গুৰুৱে সুধিব, "সজনে?" শিষ্যই ক'ব, "সজ।" তাৰ পাচত গুৰুৱে গুৰ-গাখীৰ সানি সকলোকে বাটি দিব, একেলগে নিজেও খাব, শিষ্য-ভকতকো খুৱাব। প্ৰত্যেক সত্ৰতে নিজৰ

সুবিধা আৰু ৰুচি অনুযায়ী ব্যৱস্থা কৰিব পাৰে। এইদেখি কালসংহতিৰ চোক আৰু আকৰ্ষণ-শক্তি বেছি, বিশেষকৈ নকৈ হিন্দু ধৰ্মত দীক্ষিত হ'ব খোজা মানুহৰ পক্ষে। ইয়াত বহুত অনাৱশ্যক অনুষ্ঠান ৰহিত হৈছে; আছে মাথো শৰণ, ভজন, শ্ৰৱণ, কীৰ্তন, স্মৰণ আৰু চিন্তন। এনেকি আমৰুকা বা মেৰুকা ফুল বা কাঠৰ মালাৰ সলনি মালাৰ বস্তু মাত্ৰ স্মৰণ কৰা পদ্ধতি, "কাঠৰ মালা ফাটে ফুটে। মনৰ মালা কাহা ছুটে॥" এইবোৰ সহজ পদ্ধতিৰ কাৰণে মায়ামৰা আৰু দিহিং সত্ৰৰ শিষ্য-সম্পত্তি অপৰিমেয় আছিল।

অনিৰুদ্ধদেৱে গোপালদেৱৰপৰা দীক্ষা গ্ৰহণ কৰি পোনতে নাৰায়ণপুৰ মৌজাৰ অন্তৰ্গত বিষ্ণু-বালিকুচি তাৰ পাচত মৰনৈৰ কাষৰত নাহৰআটী নামে ঠাইত সত্ৰ স্থাপন কৰে। ১৫৪৮ শকত অনিৰুদ্ধদেৱৰ লোকান্তৰ হোৱাত তেখেতৰ সন্ততিসকলে খুটিয়া-পোতা, বৰভেটি, গড়মূৰ আৰু শেষত দীনজয় নামে ঠাইত সত্ৰ স্থাপন কৰে। বৰ্তমানে মায়ামৰাৰ সত্ৰ চাৰিখন—দীনজয়, পুৱণিমাটি, মদাৰখাট আৰু গৰপৰা। যি ঠাইত মায়া-মৰা সত্ৰ স্থাপিত হৈছিল সেই ঠাই মৰাণ-কছাৰীয়ে চুকি পোৱা ওচৰ ঠাই। এই মৰাণ-কছাৰীয়ে মায়ামৰা মহন্তত শৰণ ল'বলৈ সুবিধা পোৱাত প্ৰায় মৰাণেই মায়ামৰাৰ শিষ্য হৈছিল। এই মৰাণ-কছাৰী অসমৰ আদিমবাসী লোক। চুকাফা স্বৰ্গদেৱে সাম-দান-ভেদ-বিগ্ৰহ নীতিৰে অসম জয় কৰোঁতে মৰাণে চুকাফাৰ লগত মিত্ৰভাব ধৰি আহোম ৰাজত্ব স্থাপনৰ বাট সুচল কৰি দিছিল, বৰং এই মৰাণ আহোমৰ দিগ্বিজয় কাৰ্যত সহায়হে হৈছিল। এনে এটি বলীয়ান সম্প্ৰদায়ৰ আচাৰ্য হোৱাত মায়ামৰা মহন্ত আৰু সত্ৰৰ পযোভৰ আৰু শিষ্য-সম্পত্তি সকলোৰে চকুৰ আগত ঈৰ্ষা-উৎপাদক হোৱা আচৰিত নহয়। এসময়ত মায়ামৰা সত্ৰৰ শিষ্যৰ সংখ্যা সাত লাখ আছিল বুলিও খেনোৱে অনুমান কৰে।

আদিচৰিত নামে ভূঞাসকলৰ বৃত্তান্ত থকা এখন পুথি বহু কালৰেপৰা অসমীয়াৰ মাজত প্ৰচাৰিত আছে। এই পুথিৰ গ্ৰন্থকাৰ মাধৱদেৱ বুলি উল্লেখ আছে। তাত অনিৰুদ্ধদেৱৰ গ্লানিসূচক নানান কথা লিপিবদ্ধ আছে। সেই পুথিৰ মতে অনিৰুদ্ধদেৱে মহাপুৰুষ শঙ্কৰদেৱৰ অতি সংগোপনে সাঁচি থোৱা তান্ত্ৰিক মায়াসাধনৰ পুথি ধাতু-তাম্ৰাক্ষৰী অৰ্থাৎ তামৰ পাতত লিখা কল্পতৰু শাস্ত্ৰখনি চুৰ কৰি আয়ত্ত কৰিছিল। এবাৰ শঙ্কৰ-দেৱ মহাপুৰুষে মাধৱদেৱ, গোপালদেৱ, অনিৰুদ্ধ আদি শিষ্য সহিতে ব্ৰহ্মপুত্ৰইদি উজাই আহিছিল। ফাগুন মাহ, বেলা তিনি প্ৰহৰ, এনেতে হঠাৎ বতাহ-বৰষুণ হ'ল আৰু মেঘে ভীষণ নিনাদে গাজিবলৈ ধৰিলে। কল্পতৰু গ্ৰন্থৰ মন্ত্ৰৰ সহায়েৰে অনিৰুদ্ধদেৱে "মেঘদেৱ বৃষ্টিৰ ঈশ্বৰ" বুলি স্তুতি-নতি কৰিবলৈ ধৰাত আকাশ ফৰকাল হ'ল। শঙ্কৰ-দেৱে দেৱ-স্তুতি কৰা ভকতক নাৱত নাৰাখোঁ বুলি অনিৰুদ্ধক পানীত নমাই দিলে। অনিৰুদ্ধই কল্পতৰুৰ বীজমন্ত্ৰৰ বলেৰে নৈত বলুকা পেলাই তাতে স্থিত হ'ল। শঙ্কৰ-দেৱে কিছুদূৰ আগবাঢ়ি গৈ মনত অনুতাপ কৰি অনিৰুদ্ধৰ কি অৱস্থা হ'ল তাকে চাবলৈ মাধৱদেৱ আৰু যদুমণিক পঠিয়াই দিলে। অনিৰুদ্ধদেৱে শঙ্কৰদেৱৰ সমীপলৈ নগৈ দুই মহাপুৰুষৰ প্ৰতি বিস্তৰ বিকৰ্ষনা বাক্য প্ৰয়োগ কৰিবলৈ ধৰিলে, আৰু ক'লে,

"সম্পূৰ্ণ নৌকাৰে বৈঠা বাইবেক শঙ্কৰ।
অন্য বৈঠা বাই মই তৰিবো সংসাৰ॥"

মাধৱদেৱ আৰু যদুমণিয়ে গৈ শঙ্কৰদেৱৰ আগত অনিৰুদ্ধই কোৱা কথাৰ সম্বাদ দিয়াত শঙ্কৰদেৱে ক'লে,

"হেন শুনি গুৰু পাচে বুলিলন্ত বাণী ।
অনিৰুদ্ধে চুৰি কৰি নিলে শাস্ত্ৰখনি ॥
কল্পতৰু শাস্ত্ৰখান নামে তাম্ৰাক্ষৰ ।
এহি শাস্ত্ৰ পায়া লাগ এৰিলে আমাৰ ॥
অনিৰুদ্ধে তাকে পাওক আমাক নপাওক ।
হেনজানি সৰ্ব্বজনে শুনা মোৰ বাক ॥
অনিৰুদ্ধে সমে যিটো আলাপ কৰয় ।
জাতিভ্ৰষ্ট হৈয়া সিটো আমাক নপাই ॥
তান আজ্ঞাকাৰী যত হৈবে লোকচয় ।
তাহানে সহিতে যিটো আলাপ কৰয় ॥
সিটোজনে কদাচিতো নপাইবে আমাক ।
যিটোজনে তাৰ মুখে ভক্তি লভিবেক ॥
তাৰ লগে ভক্তি কৰি আমাক নপাইব ।
ইষ্ট মিত্ৰ লোক তাৰ যত শিষ্য হৈব ॥
সেহি সবে মোৰ লাগ নপাইবে নিশ্চয় ।
সত্যে সত্যে কৈলো শুনা সাধু সমস্তই ॥
শাস্ত্ৰ চুৰি কৰি গৰ্ব্বে এৰিলে আমাক ।
সিকাৰণে সৰ্ব্বজনে বুলিবে মটক ॥
আৰু পৃথিৱীত যত ৰাজা-প্ৰজা হৈব ।
অনিৰুদ্ধ ধৰ্ম্মে সব বৈৰতা চিন্তিব ॥
আমি অনিৰুদ্ধ এক বংশে উতপতি ।
মাধৱ সহিতে আমি ভূঞাৰ সন্ততি ॥
সবাকো এৰিয়া অনিৰুদ্ধ অন্তৰিল ।
সূৰ্য্য পৃথিৱীৰ যেন অন্তৰ্গত ভৈল ॥
একবংশে আজি হন্তে দুই বংশ ভৈলা ।
এহি বুলি গুৰু এক তৃণ তুলি লৈলা ॥
শঙ্কৰ বদতি সাক্ষী হৈবা ভক্তগণ ।
পৃথিৱীয়ে সাক্ষী আৰ স্বৰ্গে দেৱগণ ॥
অনিৰুদ্ধ সঙ্গে আজি বংশচ্ছেদ ভৈল ।
এহি বুলি গুৰু তৃণ দুই খণ্ড কৈল ॥"

—আদি-চৰিত

তাৰ পাচত শঙ্কৰদেৱ বৰপুৰ আৰু লক্ষীমপুৰলৈ গ'ল । অনিৰুদ্ধদেৱে নুকুৰা ঠাইৰপৰা কল্পতৰু পুথিখনি আনি বহুত কৈৱৰ্তক ভকত কৰি কাৰকাপত কিছুদিন

থাকিল, তাৰ পাচত উজাই গৈ টেঙাপানী নদীৰ কাষত হোলোজাগুৰী নামে ঠাইত সত্ৰ পাতি কল্পতৰুৰ মন্ত্ৰ সাধনাৰে অনেক অলৌকিক কৰ্ম সম্পাদন কৰি বহুত প্ৰজাক দীক্ষা দিলে। স্বৰ্গদেৱ চুখাম্‌ফা খোৰা ৰজাই অনিৰুদ্ধৰ মায়াবলৰ কথা শুনি তেওঁক ৰাজ-চ'ৰালৈ মাতি নি পৰীক্ষাৰ কাৰণে কলহ এটাৰ ভিতৰত কিবা বস্তু সুমুৱাই "ভিতৰত কি থোৱা হৈছে?" বুলি অনিৰুদ্ধক সুধিলে। অনিৰুদ্ধদেৱে ফেটীগোম সাপ আছে বুলি কোৱাত—

"মুখৰ বস্ত্ৰক দূতে গুচাইলা যেখন।
কুম্ভহন্তে সৰ্পগোট ওলাইলা তেখন॥
ফেটীগোম নামে সৰ্প দেখি ভয়-ভীত।
প্ৰজাগণে ভৈলা ত্ৰাস ৰাজাও মূৰ্চ্ছিত॥"

—অনিৰুদ্ধ চৰিত

এই অলৌকিক দৃশ্য দেখি স্বৰ্গদেৱে স্তম্ভিত হৈ ক'লে,

"ৰাখা, ৰাখা সৰ্প বুলি নৃপতি কহয়।
তুমি সন্ত হোৱা মই জানিলো নিশ্চয়॥
তম্ভু বাক্য সত্য ভৈল দেখিলোঁ এখন।
তোমাক মানোক গুৰু মোৰ প্ৰজাগণ॥
নৃপতিৰ হেন বাক্য অনিৰুদ্ধে শুনি।
কুম্ভ চুয়া সৰ্বনাশ কৰিলা আপুনি॥
মাধৱ বদতি কথা শুনা সন্তজন।
অনিৰুদ্ধ ৰৈলা যায় আপোন ভৱন॥
মায়া-সৰ্প গুচাই লও ৰাজাৰ আগত।
সিকাৰণে মায়ামৰা হৈলা সত্ৰ খ্যাত॥"

—অনিৰুদ্ধ চৰিত

আদিচৰিতত থকা অনিৰুদ্ধৰ বিষয়ে কথাখিনি মানুহে সহজে বিশ্বাস কৰিছিল, কাৰণ এই গ্ৰন্থ মাধৱদেৱ মহাপুৰুষৰ লিখা বুলি প্ৰচাৰিত হৈছিল। মাধৱদেৱৰ নামৰ চাব মৰা বুৰঞ্জী শিলৰ ৰেখা, তাক কোনেও নুই কৰিব নোৱাৰিছিল। তাৰ উপৰিও নাৰৱপৰা অনিৰুদ্ধদেৱক নমাই দিয়া ঘটনাস্থলীত মাধৱদেৱ শঙ্কৰদেৱৰ সহযাত্ৰী আছিল। শঙ্কৰদেৱৰ লগ এৰি অনিৰুদ্ধদেৱে কামৰূপত শিষ্যক দীক্ষা দিয়াৰ কথা বৰখেলীয়া সম্প্ৰদায়ৰ কিম্বদন্তীত গোপাল আতাক ন্যস্ত কৰা হৈছে। শঙ্কৰদেৱৰপৰা নহয়, গোপাল-দেৱৰ হাতত থাকোঁতে অনিৰুদ্ধদেৱে কল্পতৰু পুথিখনি লুকাই পঢ়ি ভাল পাই তালৈ আগ্ৰহ দেখুৱাত গোপালদেৱে অনিৰুদ্ধদেৱক দিয়ে, এই কথাষাৰ মায়ামৰা সত্ৰৰ বংশা-ৱলীতো আছে। তাৰ উপৰিও খোৰা ৰজাৰ আগত মায়াসৰ্প উলিয়াই পুনৰ তাক নষ্ট কৰাৰ প্ৰবাদ মায়ামৰীয়াই বিশ্বাস কৰিছিল। এইদৰে আদিচৰিতৰ কিছু কথা মায়ামৰা সত্ৰৰ জনশ্ৰুতি আৰু বুৰঞ্জীৰ লগত মিলে। সত্য মিশ্ৰিত অসত্য কথা মানুহে সহজে পতিয়ায়। মানুহে ভাবিছিল, ইমানখিনি কথা যদি মায়ামৰা সন্মত আৰু সত্যাই হ'ল,

ৰাকীখিনি কথাও নিশ্চয় সত্য। মোৱামৰীয়াই হাজাৰ নুই বুলিলেও মহাপুৰুষ মাধৱদেৱৰ নাম থকা আদিচৰিত পুথিৰ কাহিনী ৰাইজে ধ্ৰুৱপ বিশ্বাস কৰিছিল। মোৱামৰীয়াই কৰা মৌখিক প্ৰতিবাদ বহলভাৱে মানুহৰ কাণত নোসোমাইছিল। কিন্তু গজগজীয়া আদিচৰিত পুথিখনিৰ বহুল প্ৰচাৰ হোৱাত মানুহে শঙ্কৰদেৱৰ নিষেধ বাণীকে শিৰোধাৰ্য মানি মোৱামৰীয়া সম্প্ৰদায়ক এঘৰীয়া কৰি থলে। মোৱামৰীয়াই মাত্ৰ গুজৰি-গুমৰি থাকিল।

শঙ্কৰদেৱ মহাপ্ৰভুৰ জন্ম হোৱা শক ১৩৭১, তিৰোভাৱৰ শক ১৪৯১। মায়ামৰা সত্ৰৰ বংশাৱলীমতে অনিৰুদ্ধদেৱৰ ১৪৭৫ শকত জন্ম আৰু ১৫৪৬ শকত বৈকুণ্ঠ-প্ৰয়াণ। তাৰপৰা জনা যায় শঙ্কৰদেৱ স্বৰ্গগামী হ'বৰ কালত অনিৰুদ্ধৰ বয়স মাথোন ষোল বছৰ। এইখিনি বয়সতে তেওঁ কল্পতৰু পুথিখন আয়ত্ত কৰি তাক সাধনা কৰিলে কেনেকৈ? আৰু যদি ভুলক্ৰমে "নাৱৰ ভিতৰত শঙ্কৰ মহাপ্ৰভু আছে, হে মেঘদেৱ! বাত-বৃষ্টি-গৰ্জন উপশম কৰা।" এই বুলি প্ৰাৰ্থনা কৰিলেই নাবালকৰ সৰল দেৱ-আৰাধনা বুলি শান্ত-দান্ত-প্ৰকৃতিষ্ঠ সাত্বিক ভাৱাপন্ন পৰমাৰ্থ তত্ত্ব বুজোঁতা মহাপুৰুষ শঙ্কৰদেৱে তাক ক্ষমা কৰিলেহেঁতেন; আৰু অনিৰুদ্ধক পানীত নমাই দিয়া দূৰৈৰ কথা তেওঁক যুক্তি-তৰ্কেৰে বুজাই-বঢ়াই ঐকান্তিক বৈষ্ণৱ মাৰ্গলৈ আনিবলৈ চেষ্টা কৰিলেহেঁতেন আৰু সেই কাৰ্যত যথাসম্ভৱ কৃতকাৰ্যও হ'লহেঁতেন। আদিচৰিত পুথিৰ ভাষা আৰু ভাৱৰ সমাবেশ আদিলৈ চাই সকলোৱে অনুমান কৰিব পাৰি যে ঘোষা-ৰত্নাৱলী প্ৰণেতা মাধৱদেৱৰ কাপৰ ই একেবাৰে অযোগ্য। সূৰ্যদেৱ বা দিন্‌অন্তৰ সম্ভূত বুলি ভূঞাৰ আদি পুৰুষ শান্তনু আৰু সুমন্তৰ কুলৰ নাম হ'ল কায়স্থ—

"দেশ কৰ্ম কৰি যজ্ঞসূত্ৰে গ'লে দিলা।
সূৰ্যৰ তনয় দেখি কায়ষ্ঠ বুলিলা ॥
মাতা যে শূদ্ৰানী পিতা দেৱ দিন-অন্ত।
সেহিসে কাৰণে জানা ভৈলন্ত কায়ষ্ঠ ॥"

এনে যুক্তি মাধৱদেৱৰ কাপৰপৰা ওলোৱা অসম্ভৱ। তাৰ উপৰিও মহাপুৰুষ শঙ্কৰদেৱৰ জীৱনৰ ঘটনাৱলীলৈ চালেও আৰু তদানীন্তন অসমৰ ভুগোলৰ লগত মিলালেও এই ঘটনা বিশ্বাসযোগ্য নহয়।

ধাতুতাম্ৰাক্ষৰী বা ধনুৰ্বেদতন্ত্ৰ বা তেনে ধৰণৰ কিবা এখনি সন্মোহনী পুথি যে তেতিয়াৰ দিনত বিদ্ৰোহাত্মক মানুহৰ মাজত প্ৰচলিত আছিল এইটো ৰজাঘৰীয়া বুৰঞ্জীৰ-পৰাও জানিব পাৰি। ৰামলী নামে এজনী হাৰীয়নীয়ে নাহৰখোৱাক গুণ-মন্ত্ৰ থকা এখিলা তামৰ পাত দিছিল। মোৱামৰীয়াৰ আদৰ্শৰে লক্ষ্মীসিংহ স্বৰ্গদেৱক সিংহাসনৰ-পৰা খেদাই নৰোৱা মেধিয়ে নিজে ৰজা হ'ব খুজিছিল। এই ষড়যন্ত্ৰ ধৰা পৰাত গোচৰৰ সাক্ষীৰূপে নৰোৱা ঠাকুৰৰ ভায়েক বৰটোৱে জবানবন্দীত কৈছিল, "ৰহাতো দদায়ে ৰজাপোৱালি কতোবোৰক ভকত কৰিলে, কতোবোৰক সোণৰ কেৰুৰে বঁটা দি ইয়ো বশ কৰিছে এইৰূপে শুনিছোঁ, আৰু বগা বোলাটো আমাৰ একো নহয়, ভকতহে, আমাৰ তিনিপুৰুষ হাড়া দি মাৰিছে, মহা হাড়ামী, পিচ দি ধূলি এমুঠিকে লৈ খাব নাৱে জাৰি থুই লৈ আৰু ধোইও ৰৰকৈ, ধুলে সেই মানুহটো ডেই-পুৰি মৰে। বগাৰ ওচৰলৈ গ'লেহে

শাত পৰে। তাৰ হাতে হুনো আগৰে পুথি এখন আছে, সেয়েৰে সকলো বশ হয়। ৰাজা-প্ৰজাকো বশ কৰিব পাৰে। সেই পুথি লৈ ডেকা বৰুৱাও বৰকৈ ধৰি বিচাৰ কৰি নাপালে। আগেও এই বগাৰ প্ৰবাহ সত্ৰৰপৰা খেদিলে। তেতিয়াও এই পুথিখন বিচাৰ কৰিছিল, নেপালে। এতিয়া দদাৰ বগাত ডাঙৰ বিশ্বাস, সিয়েৰে একেলগে শোৱে, ৰহে।"

আদিচৰিত পুথিত এই কল্পতৰু পুথি মায়ামৰা মহন্তৰ হাতত পৰা পদ্ধতিতে কেৰোণ লগোৱা আৰু শঙ্কৰদেৱৰ মহাপ্ৰভুৰ মুখৰপৰা বেলেগতীয়া বাক্য উচ্চাৰণ কৰোৱা হৈছে। আগৰ দিনৰ মানুহে সূক্ষ্ম তৰ্কৰ সহায়েৰে কথাটো সম্ভৱপৰ নে অসম্ভৱপৰ এইটো বিচাৰ কৰিবলৈ চেষ্টা নকৰিছিল, ওপৰে ওপৰে সম্ভৱপৰ যেন দেখিলেই তাকে শিলৰ খুটি বুলি বিশ্বাস কৰিছিল। এইদৰে সহজে অপ্ৰয়াসে যুক্তিহীনভাৱে কথা গ্ৰহণ কৰাৰ অভ্যাস এই সত্যগ্ৰহণশীল যুগতো দেখা যায়। গতিকে আদিচৰিত পুথিত মায়ামৰাৰ বিৰুদ্ধে যি বিহ চলা গ'ল সেই বিহ সকলোৱে উদৰস্থ কৰিলে। তাৰ ফলে মায়ামৰাৰ প্ৰতি অ-মায়ামৰাৰ ঘৃণা আৰু বিদ্বেষৰ প্ৰকোপ চৰিল।

অনিৰুদ্ধদেৱৰ বিষয়ে আৰু এটি কথা প্ৰচলিত আছিল। এবাৰ গোপালদেৱে উজনিত থকা অনিৰুদ্ধৰ সত্ৰ চাবলৈ গ'ল। এদিন অনিৰুদ্ধদেৱে গোপালদেৱক ভোজনলৈ নিমন্ত্ৰণ কৰিলে আৰু সেই ভোজনত মাটিমাহত শুকান মাছৰ চেনা দি এখন আগ্‌য়া খাবলৈ দিলে। গোপালদেৱে মাছৰ আঞ্জাৰে তিনি গ্ৰাস ভাত পেটলৈ নিওতে চতুৰ্থ গ্ৰাসত বিকৃচিনা লাগি আৰু পেটলৈ নিব নোৱাৰা হ'ল। গোপালদেৱে অনিৰুদ্ধদেৱক কি বস্তু বুলি সোধাত অনিৰুদ্ধদেৱে ক'লে, "ই বস্তু অতি গুপ্তশাস্ত্ৰৰ আচৰণীয় মতৰ বস্তু। এই শাস্ত্ৰৰ মতাবলম্ব নে আচৰণ হৈছে। আমি এই বস্তুৰেই অৰ্দ্ধেক দেশ বশ্যতা কৰি শিষ্য কৰি আছোঁ। আপুনি আমাৰ আচাৰ্য আৰু সুহৃদ, আপোনাক মাত্ৰ ইয়াৰ সপ্ৰপঞ্চ কহন উচিত। এই বস্তুৰ প্ৰকাশ আপোনাতে মাত্ৰ থাকিব, মোৰে শপত অন্য লোকৰ আগত ব্যক্ত নকৰিব। পূৰ্বে এই শাস্ত্ৰৰ আপুনি কিঞ্চিৎ আভাস মাত্ৰ পালে। অশেষ শাস্ত্ৰ আমিহে পালোঁ। এই কাৰণ সেই শাস্ত্ৰৰ মতে ব্যৱহাৰখনি আপুনি নাজানে, আমি মাত্ৰ জানো। বিশেষ এই বস্তুৰ উৎপন্ন আমাৰ মোৱামৰা বিলতে। তাতে ৰোহিতাদি মীনসকল উৎপন্ন হয়। তাকে আনি চৰ্ম দূৰ কৰি ফালি খণ্ড খণ্ড কৰি চাং পাতি অন্য জন্তু-মনুষ্যে স্পৰ্শ নকৰাৰূপে নিৰ্জান থানে দি ধনু ধৰি ৰাখি থাকে। আমাৰ পত্নীসকলে গধূলি চপাই থয়, প্ৰত্যূষে দিয়ে। ইহাৰ নাম শাস্ত্ৰৰমতে 'পদোচেনি' কহে। সখি, ইয়াত কিঞ্চিৎ ভ্ৰান্তি ন'হবা। অগ্নিত শুষ্ক দগ্ধ যেনে ৰৌদ্ৰেও সেইমতে দাহ কৰে। অগ্নি সূৰ্য সমান গ্ৰন্থ। অগ্নি দগ্ধ যি ভক্ষণ নকৰে ৰৌদ্ৰ-শুষ্কতো তাৰেহে বিচাৰ থাকে। এই কাৰণে কিঞ্চিৎ আশঙ্কা নকৰিবা।"

অনিৰুদ্ধৰ মুখৰপৰা আদ্যন্ত শুনি শুকান মাছ বুলি ধ্ৰুৰূপ জানি বাহিৰলৈ আহি গোপালদেৱে খোৱা গ্ৰাস সকলোখিনি উদৰৰপৰা বহিৰ্গত কৰিলে আৰু ঈশ্বৰ গুৰু-পুৰুষৰ নাম লৈ শুদ্ধপুৰুষ হ'ল। গোপালদেৱে অনিৰুদ্ধক ক'লে, "আদ্যাৱধি তোমাৰ আমাৰ উভয়ৰ সম্বন্ধ ছেদ হ'ল। পূৰ্বে শ্ৰীশঙ্কৰ গুৰু নিজে বৈকুণ্ঠৰপৰা চতুৰ্বিধ ধৰ্ম আনি অৱতীৰ্ণ হৈ যাক যি ধৰ্মৰ যোগ্যতা দেখিলে তাকে সেই ধৰ্ম দি থাপন কৰিলে। তাকে কৰিবৰ কাৰণে শ্ৰীমাধৱদেৱ গুৰুকো ও নিজ নাতি দুইজনাকো

আজ্ঞা দি গ'ল। ক্ৰমে চাৰি সংহতি প্ৰৱৰ্তিল। চাৰিও সংহতিৰ বাহিৰ দুয়োজনা গুৰুৰ নিষিদ্ধ কৰ্মতে ভুঞাৰ পো অনিৰুদ্ধে প্ৰৱৰ্তিলে। এই কাৰণে চাৰিও ধৰ্মৰ অনিৰুদ্ধ বাহিৰ অদ্যাৱধি হ'ল। এই অনিৰুদ্ধৰে ইষ্টতা কৰিলে, ইহাৰ শিষ্যৰ জীয়ৰী-পুতৰী মিত্ৰতা কৰিলে, একে ঘাটে জল খালে, একে জাকে গৰু চাৰিলে সি সি লোক দুয়োজনা ঈশ্বৰ-পুৰুষৰ ধৰ্মৰ বাজ॥" এই কথা উৰ্ধবাহু হৈ কৈ ব্ৰহ্মপুত্ৰত স্নান কৰি মাধৱ কন্দলিৰ হতুৱাই পা-পৰাচিত হৈ পালনাম আদি কৰি গোপালদেৱ শুদ্ধ হ'ল।

সেই সময়ত দিহিং সত্ৰৰ সংস্থাপক বৰযদুমণিদেৱ উজনিত আছিল। গোপাল-দেৱে অনিৰুদ্ধৰ লগ এৰি যোৱাৰ দিনচেৰেকৰ পাচত যদুমণিদেৱে অনিৰুদ্ধদেৱৰ অতিথি হ'লহি। গোপালদেৱে অনিৰুদ্ধদেৱক ত্যাগ কৰিছে বুলি যদুমণিদেৱে নাজানিছিল। বৰযদুমণি, সৰুযদুমণি, নাৰায়ণ, অনিৰুদ্ধ, সনাতন, কৃষ্ণানন্দ, গোপালদেৱে আচাৰ্য পতা এই ছয়জনা শূদ্ৰ মহন্তৰ পৰস্পৰে পৰস্পৰৰ হাতে খোৱা-বোৱাৰ আচৰণ আছিল। সেই-দৰে, মুৰাৰি, ৰামচন্দ্ৰ, ৰামশৰ্মা সন্ন্যাসীগুৰু পুৰুষোত্তম, বৰগুৰু শ্ৰীৰাম, শ্ৰীৰাম আতা, —এই ছয়জনা ব্ৰাহ্মণ মহন্তৰো একেজনাৰ পাকত ছয়োজনৰ ভোজন চলিছিল। অনিৰুদ্ধৰ পত্নীসকলে যদুমণিদেৱৰক্মে শুক্ত মৎসেৰে আগ্ৰা বান্ধি দিয়াত যদুমণিদেৱে গম পাই ক'লে, "অনিৰুদ্ধ অদ্যাবধি চাৰি সংহতিৰ সাধু সম্প্ৰদায়, শ্ৰীশঙ্কৰ-মাধৱৰ ধৰ্ম, আৰু আতা শ্ৰীগোপালৰ ধৰ্মৰ বাহিৰ। চাৰি সংহতিৰ লোকে সম্বন্ধ নকৰিব।" এইদৰে নিষেধ বাক্য প্ৰয়োগ কৰি যদুমণিদেৱে ব্ৰহ্মপুত্ৰত স্নান কৰি ৰত্নকন্দলি বাপুৰ হতোৱাই প্ৰায়শ্চিত্ত কৰিলে। ইয়াৰ পাচত যদুমণিদেৱে গম পালে যে গোপাল আতাৰো এই কথা হৈছিল। সেই অৱধি মায়ামৰা সত্ৰ চাৰি সংহতিৰ বাহিৰ; চাৰি সংহতিৰ লোকে ব্যৱহাৰ সম্বন্ধ নকৰে, একে ঘাটে পানী নাখায়, আৰু একেলগে গৰু নচৰায়।

এইখিনিতে এটা বৰ ডাঙৰ সমস্যা উপস্থিত। গোপালদেৱ আৰু যদুমণি-দেৱে শ্ৰীশঙ্কৰ গুৰু আৰু মাধৱদেৱৰ পাচত অনিৰুদ্ধৰ আতিথ্য গ্ৰহণ কৰিছিল। শঙ্কৰ-দেৱে অনিৰুদ্ধক ত্যাগ কৰা সময়ত গোপালদেৱ আৰু যদুমণিদেৱ লগতে আছিল। শঙ্কৰদেৱে যদি তৃণ এডাল দুটুকুৰা কৰি অনিৰুদ্ধৰ লগত কোনো সম্বন্ধ নাৰাখিবলৈ আজ্ঞা দিছিলেই তেনেহ'লে এওঁলোক দুজনাই মহাগুৰুৰ নিষেধ লংঘন কৰি অনিৰুদ্ধ-দেৱৰ আতিথ্য গ্ৰহণ কৰিছিল কেনেকৈ? ইপিনে মাধৱদেৱৰ মৃত্যুৰ পাচত গোপালদেৱ বৈষ্ণৱ জগতৰ ধৰ্মাচাৰ্য হোৱাত তেওঁৰ আজ্ঞাপৰ হৈ অনিৰুদ্ধদেৱে সত্ৰ স্থাপন কৰে। পুৰণা সন্ত-আখ্যান আৰু চৰিতপুথি আদিত গোপালদেৱ আৰু অনিৰুদ্ধদেৱৰ কোনো বিৰোধ থকাৰ গম পোৱা নাযায়। পাচলৈ গোপালদেৱ আৰু অনিৰুদ্ধদেৱৰ অনুৱৰ্তী-সকলৰ বিৰোধ হৈছিল সঁচা, সেই বিৰোধৰ উৎপত্তি পূৰ্ব কাললৈ ঠেলি নিবৰ চেষ্টাত শঙ্কৰ মহাপুৰুষৰ নিষেধ বাণী, আৰু গোপালদেৱ আৰু যদুমণিদেৱৰ অনিৰুদ্ধদেৱক ত্যাগ কৰাৰ ঘটনা সৃষ্টি হৈছিল বুলি অনুমান কৰিব পাৰি।

যি কি নহওক, শক, তাৰিখ, চন, সম্ভৱপৰ-অসম্ভৱপৰ মিলাই চাব নোৱাৰা যুগত মানুহে অনিৰুদ্ধদেৱৰ বিৰুদ্ধে প্ৰচাৰিত হোৱা কথা সহজে বিশ্বাস কৰিছিল। সেই কথা ইকাণ-সিকাণ বাগৰি দেশময় ৰাষ্ট্ৰ হোৱাত মায়ামৰা মহন্ত আৰু তেখেতৰ শিষ্য সম্প্ৰদায়ে মনত দুঃসহ বেজাৰ পাইছিল। এই বেজাৰ আৰু অপমান বহুত যুগ সঙ্গোপনে পুহি থকাৰ পাচত আৰু তাৰ লগে লগে ৰজাঘৰৰ পৰাও লাঞ্ছনা সহিব লগা

হোৱাত মায়ামৰা মহন্ত আৰু তেওঁৰ শিষ্যবৰ্গই হাতত অস্ত্ৰ ধৰি সেই দেৰশ বছৰীয়া লাঞ্ছনা আৰু উৎপীড়নৰ প্ৰতিশোধ ল'বলৈ সাজু হ'ল।

যদুবংশী ভগদত্ত ৰজাৰ পৰিনাতি গোন্দাগিৰিৰ ঔৰসে মহাপুৰুষ শঙ্কৰদেৱৰ খুৰায়েকৰ কন্যা আজলীৰ গৰ্ভত ১৪৭৫ শকৰ ১৫ বহাগ বৃহস্পতি বাৰে, শুক্লা-নৱমী তিথিত অনিৰুদ্ধদেৱৰ জন্ম হয়। ১৫২৩ শকত অনিৰুদ্ধদেৱে ভৱানীপুৰীয়া গোপাল আতাৰ আজ্ঞাৰে নাৰায়ণপুৰ মৌজাৰ মৰনৈ কাণৰ নাহৰ-আটীত সত্ৰ স্থাপন কৰি ১৫৪৮ শকৰ পুহ মাহত শুক্লা-দশমী তিথিত বৈকুণ্ঠগামী হয়। তাৰ পাচত মায়ামৰা সত্ৰ খুটিয়াপোতা, বৰভোটি আৰু মাজুলীৰ গড়মূৰ আদি ঠাইলৈ অনা হয়। ১৭৫৯ শকত ভজ্ঞানন্দদেৱে চাবুৱালৈ সত্ৰ দাঙ্গি আনি দীনজয় মায়ামৰা সত্ৰ স্থাপন কৰে। আজি পৰিমাণে সেই ঠাইতে মায়ামৰাৰ মূলসত্ৰ আছে।

অনিৰুদ্ধদেৱৰ দিনৰেপৰা বৰ্তমান কাললৈকে মায়ামৰা মূলসত্ৰৰ সত্ৰাধিকাৰ-সকলৰ নাম তলত দিয়া হ'ল।

| | নাম | সত্ৰাধিকাৰ হোৱা শক | বৈকুণ্ঠ-প্ৰয়াণৰ শক |
|---|---|---|---|
| ১। | অনিৰুদ্ধদেৱ | ১৫২৩ | ১৫৪৮ |
| ২। | কৃষ্ণদেৱ | ১৫৪৮ | ১৫৬৩ |
| ৩। | হৰিৰামদেৱ | ১৫৬৩ | ১৫৬৬ |
| ৪। | নিত্যানন্দদেৱ | ১৫৬৬ | ১৫৭২ |
| | ধৰ্মাসন অপ্ৰকাশ | ১৫৭২ | ১৫৭৬ |
| ৫। | জয়ৰামদেৱ | ১৫৭৬ | ১৬০৫ |
| ৬। | যদুনন্দনদেৱ | ১৬০৫ | ১৬১০ |
| ৭। | বৈকুণ্ঠনাথদেৱ | ১৬১০ | ১৬১৩ |
| | ধৰ্মাসন অপ্ৰকাশ | ১৬১৩ | ১৬১৮ |
| ৮। | চতুৰ্ভুজদেৱ | ১৬১৮ | ১৬৭০ |
| ৯। | অষ্টভুজদেৱ | ১৬৭০ | ১৬৯২ |
| | ধৰ্মাসন অপ্ৰকাশ | ১৬৯২ | ১৭০৬ |
| ১০। | পীতাম্বৰচন্দ্ৰদেৱ | ১৭০৬ | ১৭২৭ |
| ১১। | ভজনানন্দদেৱ | ১৭২৭ | ১৭৩০ |
| ১২। | ভজ্ঞানন্দদেৱ | ১৭৩০ | ১৭৬২ |
| ১৩। | স্বৰূপানন্দদেৱ | ১৭৬২ | ১৭৬৫ |
| ১৪। | ভৱানন্দদেৱ | ১৭৬৫ | ১৭৭৯ |
| ১৫। | জয়ানন্দদেৱ | ১৭৭৯ | ১৭৯০ |
| ১৬। | চিদানন্দদেৱ | ১৭৯০ | ১৮০২ |
| ১৭। | জগতানন্দদেৱ | ১৮০২ | ১৮১২ |
| ১৮। | হৃদয়ানন্দচন্দ্ৰদেৱ | ১৮১২ | ১৮৫৬ |

পীতাম্বৰচন্দ্ৰ আৰু চিদানন্দদেৱে ৰচা মায়ামৰা সত্ৰৰ বুৰঞ্জীমতে সেই সত্ৰৰ প্ৰতিষ্ঠাপক অনিৰুদ্ধদেৱ এজন পৰম ধাৰ্মিক পুৰুষ আছিল। গোপালদেৱে অনিৰুদ্ধ-

দেৱক পৰম বিনীত শিক্ষিত আৰু সদাচাৰী দেখি তেওঁক ধৰ্মাচাৰ্য পাতিছিল আৰু মহাপুৰুষ মাধৱদেৱে শঙ্কৰগুৰুৰপৰা পোৱা শাস্ত্ৰখনি গোপালদেৱে অনিৰুদ্ধদেৱক দান কৰিছিল। গোপালদেৱে অনিৰুদ্ধদেৱক কৈছিল,

"তুমি সম মহাভক্ত নাহিকে আমাৰ।
এহি হেতু দিওঁ লৈয়া যাইও গুৰুভাৰ॥
মধুমতী মায়াৰ শিৰত তুমি চড়ি।
মন্দিয়া মায়াক থাকা ধৰ্ম্মক আচৰি॥
তুমি বিনে নাহি মোৰ একান্ত ভকত।
উপদেশ দাতা দেখোঁ তুমিহে শকত॥
হেন জানি তুমি মোৰ বাক্য নবাধিবা।
ভকতি বিস্তাৰি লোক সব নিস্তাৰিবা॥
শ্ৰীমন্ত শঙ্কৰদেৱে যিবা শাস্ত্ৰখানি।
আতা মাধৱক দিলা আচাৰ্য বখানি॥
মাধৱ গুৰুৱে দিলা মোক সেহি শাস্ত্ৰ।
তুমি বিনে ই শাস্ত্ৰৰ আছে কোন পাত্ৰ॥
এতেকে তোমাক আমি এহি শাস্ত্ৰ দিলোঁ।
আজি হন্তে তোক বাপ আচাৰ্য পাতিলোঁ॥" (অঃ চঃ)

গোপালদেৱৰপৰা ধৰ্মাচাৰ্যৰ বাব পাই অনিৰুদ্ধই কালজাৰ এৰি বালিকুচিলৈ আহিল। সেই ঠাইত অসংখ্য লোকে তেওঁৰ শৰণ ললেহি। তাৰ ভিতৰত ধেলী দৰজী নামে এজন মুছলমানেও অনিৰুদ্ধৰ দীক্ষা লৈছিল, শৰণীয়া হোৱাৰ পাচত ধেলীৰ নাম ধ্যানপতি খোৱা হৈছিল। পাচলৈ বালিকুচিৰপৰা মৰনৈৰ পাৰত থকা নাহৰআটী নামে ঠাইত নতুন সত্ৰ পতা হৈছিল। অনিৰুদ্ধদেৱে পঞ্চমখণ্ড ভাগৱত অনুবাদ কৰিছিল, তাৰ উপৰিও এও গীত, টোটয়, ভটিমা, ঘোষা আদি ৰচনা কৰিছিল। লাহে লাহে অনিৰুদ্ধদেৱৰ শিষ্যসম্পত্তি বাঢ়িবলৈ ধৰিলে।

আহোম স্বৰ্গদেৱ চুখাম্ফা খোৰাৰজাদেৱে অনিৰুদ্ধদেৱৰ প্ৰতিপত্তিৰ কথা শুনি তেওঁক চাবৰ মনেৰে এবাৰ দিহিঙলৈ গৈছিল। এটা কলহৰ মুখ বস্ত্ৰেৰে বান্ধি তাৰ ওপৰত পাগুৰী এগছ থৈ ৰজাই অনিৰুদ্ধদেৱক সুধিলে—"ইয়াত কি বস্ত আছে কোঁৱা ?" অধিকাৰে ক'লে, "কলহৰ ভিতৰত কালসৰ্প এটা আছে।" কলহৰ মুখৰ বস্ত্ৰ গুচাই খোৱাত লহ লহ কৰি এটা সাপ ফেট মেলি কলহৰ ভিতৰৰ পৰা জাগি উঠিল। এই অলৌকিক কাণ্ড দেখি খোৰাৰজাদেৱে ক'লে,

"পৰীক্ষা কৰিয়া আচৰিলো মহাদোষ।
নিজগুণে মোত প্ৰভু হুয়োক সন্তোষ॥
মায়া সৰ্প সৃজি যাতো কৰিলা নিৰ্বাণ।
এহি হেতু মায়ামৰা হৈবেক আখ্যান॥
এহি বুলি ৰাজা পাচে বিদায় কৰিলা।
সেহি হন্তে মায়ামৰা নাম খ্যাত ভৈলা॥" (অঃ চঃ)

অনিৰুদ্ধদেৱে দিহিঙৰ পাৰত এডোখৰ মুকলি ঠাই দেখি তাতে ভৱিষ্যতে সত্ৰ পাতিবলৈ সংকল্প কৰি খাগৰিৰ খুটি এটা পুতিছিল। কিন্তু ইয়াৰ অলপ দিনৰ পাচতে অনিৰুদ্ধদেৱে নৰনাট সামৰিলে।

অনিৰুদ্ধৰ মৃত্যুৰ পাচত তেওঁৰ প্ৰথম পুত্ৰ কৃষ্ণদেৱ অধিকাৰে পূৰ্বে খুটি পোতা ঠাইত সত্ৰ স্থাপন কৰিলে, সেই সত্ৰৰ নাম হ'ল খুটিয়াপোতা। এই নতুন সত্ৰৰ নাট-ঘৰৰ খুটা, চাঁট, বেৰ আদিত হিন্দু ৰজা দেৱ-দেৱী আৰু নানাবিধ জীৱ-জন্তুৰ প্ৰতিমা চিত্ৰকৰে অঙ্কন কৰিছিল। সেইদেখি এই নামঘৰ "ফুলাম নামঘৰ" বুলি প্ৰসিদ্ধ আছিল। কৃষ্ণদেৱ অধিকাৰৰ 'সনাতন' নামে এজন নিৰ্বিকাৰ, নিৰ্ভীক ভকত আছিল। স্বৰ্গদেৱৰ দীঘল-বহল দোপদৰ দেখি সনাতনে কৈছিল–"এই দোপদৰত নাম ল'বলৈ ভাল আছিল।" এই কথা শুনি ৰজাই সনাতনক কাটিবলৈ চাওডাঙৰ হাতত গতাই দিছিল। কলঞ্জু ফুকনে পাই ৰজাত কৈ সনাতনক মোকলাই আনিছিল। চুচেংফা প্ৰতাপসিংহ স্বৰ্গদেৱৰ চাৰিজন বিষয়া কৃষ্ণদেৱৰ অধিকাৰৰ শিষ্য আছিল—লাকো বৰপাত্ৰগোহাঁই, নেওগ ফুকন, গুইমেলা আৰু অজ্ঞাত এজন।

মোৱামৰাৰ শিষ্যসকলে নিজগুৰুৰ বাহিৰে আনৰ ওচৰত মূৰ দোঁওৱাৰ নিয়ম নাই। ওপৰৰ চাৰিজনা বিষয়াই ৰজাক মূৰ দোঁৱাই সেৱা কৰাত ৰজাই তাৰ কাৰণ সুধিলে। ইয়াৰ উত্তৰত লাকু বৰপাত্ৰ ডাঙৰীয়াই ক'লে,

"যাক গুৰু মানি আমি দিয়া আছো শিৰ।
নদমাওঁ মাথা সেইজনৰ বাহিৰ ॥
মুণ্ড চাপৰাইবে লাগে বুলি আমি সবে।
বৰ যে মাৰল ঘৰ নকৰিলোঁ আগে ॥
দীঘল কৰিয়া ঘৰ হোৱয় আমাৰ।
মূধে দ্বাৰ দিয়া থাকে জানা সবে সাৰ ॥" (অ: চ:)

স্বৰ্গদেৱ প্ৰতাপসিংহই দূত পঠিয়াই মোৱামৰীয়াৰ ঘৰ আদি পৰীক্ষা কৰোৱাত একে ব্যৱস্থাৰ প্ৰমাণ পালে। দূতে আহি ক'লে যে পুৰণি ভকতৰ ঘৰে "মূধে বাটকটা পেটে নাহিক দুৱাৰ।" স্বৰ্গদেৱে ইয়াকে জানি নিজৰ বিষয়া কেইজনৰ সাহ-পিত আৰু গুৰু-ভক্তিৰ প্ৰমাণ চাবলৈ এখন দীঘল তৰোৱাল মূৰৰ জোখাই ওখ কৰি পথালিকৈ বান্ধি উক্ত চাৰিজনা বিষয়াক ঘোঁৰাত উঠি বেগেৰে সেই তৰোৱালৰ তলেদি যাবলৈ আদেশ কৰিলে। সেই অনুসাৰে আটাইকেইজন বিষয়াই ৰজাৰ দণ্ডিত তেজী ঘোঁৰাত উঠি বিজুলী সঞ্চাৰে তৰোৱালৰ ফালে গতি কৰিলে। প্ৰথমতে নেওগ ফুকনে তৰোৱালৰ ওচৰ পায়ো মূৰ নচপৰোৱাত তৰোৱালৰ আঘাতত তেওঁৰ মূৰ উফৰি পৰিল; মুণ্ডবিহীন গাটো মাথোন ঘোঁৰাৰ ওপৰত থাকিল। সোলাগুইমেলাৰো সেই দশা হ'ল। ৰজাই বিষম দেখি লাকু বৰপাত্ৰক সেই পৰীক্ষাৰপৰা বিৰত হ'বলৈ ঘোঁৰাৰপৰা নমোৱালে।

"লাকু বৰপাত্ৰক চাই বুলিলা বচন।
তোবা সবে মোৰ দোষ ক্ষমা এতিক্ষণ ॥
মহাভক্ত হনুমন্ত ৰামৰ ভকত।
নকৰিলা সেৱা কৃষ্ণদেৱৰ পাৰত ॥

যেতিক্ষণে ৰামৰূপ ধৰিলাহা হৰি।
কৰিলন্ত সেৱা তান পদে দৃঢ় কৰি ॥
সেহি হনুমন্তী কান্ঠা তোমৰাসৱৰ।
একদেৱ বিনা আৰু নাজানা অপৰ ॥
একমতে মতীয়ান তোৰা সৰ্ব্বজন।
আজিসে জানিলোঁ মই স্বৰূপ বচন ॥
তোমৰাসৱৰ জানিলোহোঁ একমত।
একগুৰু পদ বিনে নাজানা সতত ॥
এতেকে সতেক আখ্যা দিলোঁ আজি ধৰি।
এহি কথা নিশ্চয় জানিবা স্থিৰ কৰি ॥"

মোৱামৰীয়া বংশাৱলীমতে 'মটক' শব্দৰ এয়ে উৎপত্তিৰ কাৰণ। এওঁৰ শিষ্যৰ সকলোৰে মত এক, অৰ্থাৎ সকলোৱে গুৰু বিনে আনৰ ওচৰত মূৰ দোঁৱাৰ বিৰোধী। কিন্তু অসমীয়া মতে মটক শব্দৰ অৰ্থ বলিষ্ঠ, আটিল, সাহিয়াল আৰু একা-চেকা বিধৰ মানুহক বুজায়। মোৱামৰীয়া বেছিভাগ শিষ্যই মৰাণ জাতীয় হোৱাত তেওঁলোকৰ শৰীৰ আৰু মনৰ প্ৰকৃতি চাই অসমীয়া মানুহে মটক আখ্যা দান কৰিছিল। মোৱামৰীয়া বংশা-ৱলীত দিয়া 'মটক' শব্দ 'মত-এক' শব্দৰ ৰূপান্তৰ বুলি দেখুৱাবলৈ কৰা চেষ্টা অসমীয়া ৰাইজে গ্ৰহণ কৰা নাই। বংশাৱলীত থকা কথা অন্য সমসাময়িক নিৰপেক্ষ পুথি-পাজিত সমৰ্থন হ'লে 'মত-এক'ৰ ব্যাখ্যা গ্ৰহণীয় হ'ব পাৰে।

স্বৰ্গদেৱ প্ৰতাপসিংহৰ মৃত্যুৰ পাচত মোৱামৰীয়া সত্ৰৰ শ্ৰীবৃদ্ধি হ'বলৈ ধৰিলে। শিষ্য-সম্পত্তি, হাতী-ঘোঁৰা, গৰু-মহঁ, ধান-চাউল এইবোৰৰ পয়োভৰত মোৱামৰীয়া মহন্ত সকলোতকৈ চৰা আছিল। ৰজাৰ সভাত তেওঁলোকক সন্মানেৰে নিমন্ত্ৰণ আৰু অভ্যৰ্থনা কৰা হৈছিল।

চুৰম্ফা ভগাৰজা দেৱৰ দিনত নিত্যানন্দদেৱ মোৱামৰাৰ মহন্ত এবাৰ স্বৰ্গ-দেৱৰ পিতৃৰজাৰ সাম্বৎসৰিক শ্ৰাদ্ধলৈ নিমন্ত্ৰিত হৈছিল। আউনীআটি আদি সকলো মহন্তৰ লগত যিমান মানুহ গৈছিল অকল নিত্যানন্দদেৱৰ লগত তাতোকৈ সৰহ মানুহ গৈছিল। এই দলদোপী প্ৰজাৰ ফালে চাই আনন্দত বিভোল হৈ নিত্যানন্দদেৱে ক'লে, "এইসকল মহাজন মোৰ কটাক্ষ ফুতে উৰি যাব। মই ইন্দ্ৰবংশী ৰজাৰ ঘৰেৰেহে সমান। ৰজা ৰাজধৰ্মত থাকিব পায়, মহন্ত মহন্তধৰ্মত থাকিব পায়। আমাক সকলো মহাজনে হিংসা কৰে, আমি হিংসা কৰিলে দেশত হুলস্থুল লাগি পৰিব।" মৰা পাঁচনিয়ে এই কথা শুনি চুৰম্ফা স্বৰ্গদেৱৰ আগত লগালেগৈ। ৰজাই শুনি মহন্তক দমাবৰ পথ বিচাৰি ফুৰিলে।

ম'ৰা পাঁচনিয়ে বেজদলৈ ভণ্ডাৰী বৰুৱাক সকলো কথা ভাঙ্গি-পাতি ক'লে। আগৰেপৰা মোৱামৰীয়া মহন্তলৈ বেজদলৈৰ আখেজ আছিল। এই বেজদলৈৰ পিতৃ আছিল ভূঞাৰ গোমোস্থাৰ মন্ত্ৰী। আহোম ৰজাই ভূঞাসকলক বশ কৰি পূৱত নি পাতোঁতে তাৰ লগতে বেজদলৈৰ উপৰিপুৰুষো গ'ল। এবাৰ বেজদলৈয়ে নিজৰ পুত্ৰৰ কাৰণে নিত্যানন্দদেৱৰ সুন্দৰী কন্যাক প্ৰাৰ্থনা কৰিছিল। কিন্তু বৈষ্ণৱ মহন্তই ৰাজ-বিষয়াৰ সন্তানক নিজৰ কন্যা দিবলৈ নোখোজাত বেজদলৈয়ে ক্ৰোধান্বিত হৈ ক'লে,

"শুষ্ক-মৎস্য খোৱাৰ হোৱালী লোক নেলাগে। চাওঁ কি কৰিব পাৰে।" সেইদিনা সভা কৰি মহন্তসকল নিজ নিজ বাহৰলৈ গধূলি জোৰ লগাই গৈছিল। আউনীআটি, দক্ষিণপাটৰ আগত দহ-বাৰটা জোৰ মাথোন আছিল, কিন্তু নিত্যানন্দদেৱৰ আগত বাৰে-কুৰি জোৰ আছিল, লগতো চাৰি-পাচ হেজাৰ মানুহ। স্বৰ্গদেৱৰ লগত এশটা জোৰ যোৱাহে নিয়ম আছিল। বেজদলৈয়ে এই দৃশ্য চাবলৈ স্বৰ্গদেৱক গড়গাৱঁৰ গোসাঁইঘৰৰ মিচাঙৰপৰা কাৰেঙলৈ লৈ গ'ল। স্বৰ্গদেৱে এজন সামান্য আশীৰ্বদীয়া তুলসীপতীয়া মহাজনৰ এনে পয়োভৰ দেখি ক্ৰোধত কম্পমান হৈ ক'লে, "মোৰ দিনতে ইয়াক দমিব নোৱাৰিলে ক্ৰমে ই ডাঠ হৈহে যাব, দমনৰো এই কালেহে ভাল। ইয়াৰ লোকক অধিক বিভূতি গৰ্ব হ'ল। মূঠে আশীৰ্বদীয়া মহাজনৰ ল'ৰা এটা, তাৰ শিষ্য অধিক হ'ল বুলি মোৰ আগত এনে বিভূতি দেখাই যায়। মোৰ ইন্দ্ৰবংশীয় ৰজাৰ ঘৰেৰেহে সি সমান বুলি ভাবে।" এই বুলি স্বৰ্গদেৱে ক'লা চাওডাঙক খোঁৰাচোৰাৰ লগত দি দিখৌৰ বালিতে মহাজনক কাটি থৈ আহিবলৈ আজ্ঞা কৰিলে। ক'লা চাওডাঙে কুজি-বালিতে খাটলাৰ ওপৰতে নিত্যানন্দদেৱৰ মহন্তক অস্ত্ৰাঘাত কৰি ছেদন কৰি খাটলা সহিতে মহাজনৰ শ পানীত পেলাই দিলে। মহাজনৰ লগত খাটনিয়াৰ তিনিটা, আলধৰা চাৰিটা আৰু তামুলী দুটাও কাটিলে। মহাজনৰ শিষ্যবৰ্গ বাহৰৰপৰা বিভঙ্গে পলাল। এজনী বুঢ়ীয়ে মহাজনৰ শ পাই কাঠপাৰালৈ নি মাটিত পুতি থলে। মোৱামৰীয়াৰ শিষ্যই বুঢ়ীৰপৰা খবৰ পাই সেই পোতা শ গাতৰপৰা উলিয়াই বিধিমতে কাঠ-সংস্কাৰ কৰিলে। এইদৰে বিনা দোষত মোৱামৰীয়া মহন্তক প্ৰাণহত্যা কৰা দেখি মোৱামৰীয়া শিষ্যসকল উত্তেজিত হৈ প্ৰতিজ্ঞা কৰিলে, "মৰি যাওঁ, মাৰি যাওঁ, গুৰুৰ ঋণ সুজি যাওঁ।" মোৱামৰীয়া শিষ্য সম্প্ৰদায় ভিতৰি অসন্তুষ্ট আৰু উত্তেজিত হৈ থাকিলেও চুৰম্‌ফা স্বৰ্গদেৱৰ দিনত এই হত্যাকাণ্ডৰ প্ৰতিশোধ ল'বলৈ তেওঁলোকে চল পোৱা নাছিল।

নিত্যানন্দৰ হত্যাকাণ্ডৰ পাচত তেওঁৰ ভাতৃ জয়ৰামদেৱে অধিকাৰ পদত বহে। তেওঁ চাৰি বছৰ কাল ৰজাৰ ভয়ত লুকাই আছিল। পাচত জয়ধ্বজসিংহ স্বৰ্গদেৱৰ মাতৃদেৱীয়ে নিজে মোৱামৰাৰ মহন্তত শ্ৰদ্ধা-ভক্তি কৰিছিল আৰু পুতেক স্বৰ্গদেৱকো সেই সত্ৰতে শৰণ ল'বলৈ কৈছিল। জয়ৰামদেৱে ৰাজগুৰু হ'বলৈ অৰাজী হোৱাত স্বৰ্গদেৱে কুৰুৱাবাহী গোসাঁইত আশা-ভৰসা কৰি থাকিল। কুৰুৱাবাহীৰ তদানীন্তন গোসাঁয়ে নিজে গুৰু নহৈ ভাগিনীয়েক নিৰঞ্জনদেৱক ৰজাক শৰণ দিবলৈ আদেশ দিলে। ১৫৭৬ শক অৰ্থাৎ ১৬৫৪ খৃষ্টাব্দত জয়ধ্বজসিংহ স্বৰ্গদেৱে নিৰঞ্জনদেৱৰ শিষ্যত্ব গ্ৰহণ কৰি গালপুৰা ঘাটত যাগ-যজ্ঞ পাতি বহুত দেবোত্তৰ মাটি দি আউনীআটিত সত্ৰ পাতি দিয়ে। জয়ৰামদেৱে ৰাজগুৰু হ'বলৈ অস্বীকাৰ হোৱাত ৰজাই ভকতসকলক বন্দী কৰি অনাহাৰে কষ্ট দি ৰাখিছিল। জয়ৰামদেৱৰ অনুৰোধ মতে নিৰঞ্জনদেৱে ৰজাক কৈ সেই ভকতসকলক মুক্তি দিয়ে।

জয়ধ্বজসিংহ ৰজাৰ পাচত চক্ৰধ্বজসিংহ ৰজা হয়। তেওঁৰ পাচত উদয়াদিত্যসিংহ। তেওঁ পৰমানন্দ নামে এজন গকুলপুৰ-বৃন্দাবনৰ সন্ন্যাসীৰ মাহাত্ম্য দেখি সকলো মহন্তকে আনি সন্ন্যাসীত শৰণ লোৱাবলৈ চেষ্টা কৰাত দেবেৰা হাজৰিকাই ৰজাক বধি ৰামধ্বজসিংহক ৰজা পাতে। তাৰ পাচত চুহুং চামগুৰীয়া কোঁৱৰ, তাৰ

পাচত গোবৰ ৰজা, তাৰ পাচত চুজিনফা দিহিঙীয়া ৰজা, তাৰ পাচত পৰ্বতীয়া ৰজা, পৰ্বতীয়া ৰজাৰ পাচত ল'ৰাৰজা, ল'ৰাৰজাৰ পাচত গদাধৰসিংহ। ইয়াৰ ভিতৰত চক্ৰধ্বজসিংহ আৰু ল'ৰাৰজা দক্ষিণপাটৰ ছোটবনমালী বাপুৰ শিষ্য আছিল। চুজিনফা স্বৰ্গদেৱ তেওঁৰ মহামন্ত্ৰী আতন বাহগৰীয়াৰেসৈতে ম'ৰামৰাৰ সেৱক আছিল। গদাধৰ-সিংহৰ আগলৈকে মোগল আক্ৰমণ আৰু তাৰ পাচত ভিতৰুৱা জঞ্জালৰ কাৰণে ৰজাসকলে সত্ৰাদিৰ ফালে ইমান চকু দিব নোৱাৰিছিল।

গদাধৰসিংহ স্বৰ্গদেৱে ঘৰ-বাৰী এৰি পলাই ফুৰোঁতে বৈষ্ণৱ মহন্তসকলৰ ঐশ্বৰ্য-বিভূতি দেখি তেওঁলোকৰ ধন-সম্পত্তি লুৰি আনিলে। মহন্তসকলক নামৰূপ, টোকোলাই আৰু বচা চেউনীত পাতিলে নি, খেনোক নি হত্যা কৰিলে, খেনোক মৰ্যাদা-নষ্ট কৰি আঠুৰ খিলা আৰু চকু কাঢ়িলে, সেই লগতে মোৱামৰাৰ অধিকাৰ বৈকুণ্ঠনাথ দেৱক হত্যা কৰিলে। স্বৰ্গদেৱে এই কৰ্ম কৰালে বজ্ৰাচৰণ বেজদলৈ ভণ্ডাৰী বৰুৱাৰ হাতে।

বৈকুণ্ঠনাথৰ হত্যাৰ পাচত তেওঁৰ ভায়েক চতুৰ্ভুজ ঠাকুৰ মোৱামৰাৰ মহন্ত হয়। গদাধৰসিংহৰ মৃত্যুৰ পাচত ১৬১৭ শক অৰ্থাৎ ১৬৯৬ খৃষ্টাব্দত তেওঁৰ পুতেক ৰুদ্ৰসিংহ সিংহাসনত বহে। ১৬২৪ শকৰ জেঠ মাহত স্বৰ্গদেৱে বিচাৰ কৰিলে শূদ্ৰই ব্ৰাহ্মণক শৰণ লগাব পায় নে নাপায়। অন্যান্য শূদ্ৰ মেধিয়ে একো নামাতিলে মাথোন নৰোৱাৰ ৰাম, ভাতিনোখোৱা মাধৱানন্দ, বাৰেঘৰীয়া, শ্ৰীৰাম, ভৱানীপুৰীয়া গোপালৰ নাতি ৰমানন্দ আৰু চেচামুখীয়া চতুৰ্ভুজ এইসকলে ক'লে, "ব্ৰাহ্মণক শূদ্ৰে শৰণ লগাব পায় যেন বচন দিম।" স্বৰ্গদেৱে পণ্ডিতসকলক মাতি আনি পুথি-পাজি দাম কৰি এই বিষয়ে আলোচনা কৰাত উক্ত পাঁচ মেধিয়ে তেওঁলোকৰ মত সমৰ্থন কৰা কোনো শাস্ত্ৰীয় বচন দেখুৱাব নোৱাৰিলে। স্বৰ্গদেৱে পাঁচোটা কলহ চূণেৰে আকি পঞ্চ মেধিৰ ডিঙিত আৰি দিহা-দিহি পঠিয়ালে। চতুৰ্ভুজ ঠাকুৰক মোৱামৰাত থোৱা হ'ল। স্বৰ্গদেৱে আদেশ দিলে যে আগলৈ কোনো শূদ্ৰ মেধিয়ে ব্ৰাহ্মণক সত্ৰত ঠাই নিদিব। ১৬২৫ শকৰ আহিনত ৰজাৰ চৰে মোৱামৰাত বামুণ দুটা দেখা পাই গোচৰ দিয়াত চতুৰ্ভুজ দেৱক ধৰি আনি খোলাতে পেলাই দণ্ড কৰিলে।

ৰুদ্ৰসিংহৰ মৃত্যুৰ পাচত তেওঁৰ বৰপুতেক সিংহাসনত উঠে, শক ১৬৩৬। জ্যোতিষীয়া পণ্ডিতসকলে গণিতা চাই ৰজাৰ ছত্ৰভঙ্গ যোগ আছে বুলি কোৱাত স্বৰ্গদেৱে নিজ নামেৰে শাসন কৰিবলৈ এৰি দি তেওঁৰ বৰকুঁৱৰী ফুলেশ্বৰী দেৱীৰ হাতত ৰাজ্যভাৰ গতাই দিয়ে। আৰু ছত্ৰভঙ্গৰ প্ৰতিকাৰৰ কাৰণে নানাবিধ পূজা-পাটল কৰি আৰু ব্ৰাহ্মণ সজ্জনক দান-দক্ষিণা মাটি-বৃত্তি দি দেৱতাক তুষ্ট কৰিবলৈ চেষ্টা কৰে। তাৰ উপৰিও কৃষ্ণৰাম ন্যায়বাগীশৰপৰা শাক্তমন্ত্ৰত দীক্ষা গ্ৰহণ কৰি সেই মন্ত্ৰ সিদ্ধ কৰিবৰ মানসেৰে স্বৰ্গদেৱে ৰাজকাৰ্যৰ গাত লগা দেৱীঘৰৰ দুৰ্গা উপাসনাৰ বেছিভাগ সময় অতিবাহিত কৰিছিল।

স্বৰ্গদেৱ শিৱসিংহ মহাৰাজে এইদৰে ধৰ্ম অনুষ্ঠানত ব্যগ্ৰভাৱে লিপ্ত থকাত তেওঁ স্বাভাৱিকতে ৰাজকাৰ্যত ভালকৈ মনোযোগ দিবলৈ সময় নাপাইছিল। তাতে ৰজাদেৱে তিৰোতাক বৰ ক্ষমতা দিছিল আৰু তেওঁলোকৰ সুবিধাৰ কাৰণে তেওঁ ৰাজ-কাৰ্যতো বেমেজালি লগাইছিল। অসমীয়া স্বৰ্গদেৱসকল সুন্দৰী, সু-শিক্ষিতা কুঁৱৰীৰ বাধ্য হোৱাৰ বহুতো প্ৰমাণ পোৱা যায়। গড়গঞা ৰজাই ন'ৰা ৰজাৰপৰা চাওচিং নামে

এগৰাকী পণ্ডিতা কুঁৱৰী পাইছিল। তেওঁ ভৰিৰে আহোম আখৰ লিখিছিল আৰু তেওঁৰ দিহামতে গড়গাওঁ নগৰত চাৰিওফালে গড় দিয়া হৈছিল। প্ৰতাপসিংহ ৰজাই দৰঙৰপৰা মঙলদৈ কুঁৱৰীক লাভ কৰিছিল আৰু ৰাজেশ্বৰসিংহ ৰজাই মণিপুৰৰপৰা কুৰঙনয়নীক বঁটা পাইছিল। কিন্তু এওঁলোকৰ কোনেও কুঁৱৰীসকলক ৰজাঘৰীয়া কামত হেতা-ওপৰা কৰিবলৈ নিদিছিল। যিকিজন স্বৰ্গদেৱে ৰজাঘৰীয়া কামত কুঁৱৰীসকলক হস্তক্ষেপ কৰিবলৈ দিছিল, তাৰপৰা তেওঁলোকৰ নিজৰ বা ৰাজ্যৰ অমঙ্গল হৈছিল। চুৰম্ফা ভগাৰজাৰ পুতেক মৰিল, কুঁৱৰীয়ে ৰোহ পাতিলে, "মৰাৰ পাচত মোৰ কোঁৱৰে কাৰ লগত উমলিব?" এই আপাহত ডাঙৰীয়া-বিষয়াৰ ল'ৰাক মৈদামত জীয়াই জীয়াই পোতালে। ইয়াৰ পৰিণাম স্বৰূপে বিষয়াসকল অসন্তুষ্ট হৈ ৰজাক সিংহাসনৰপৰা গুচাই আন এজনক সিংহাসনত বহুৱালে। কোমল বয়সীয়া ৰজা চন্দ্ৰকান্তই বেঙেনাআটীয়া সত্ৰৰ ভকত এজনৰ পদ্মাৱতী নামে এজনী জীয়ৰীৰ প-লাৱণ্যত বিমুগ্ধ হ'ল। স্বৰ্গদেৱে পদ্মাৱতীক নাচনিয়াৰ কৰিলে, পাচলৈ ছোৱালীৰ কন্যাকাল হওঁতে লিগিৰী কৰি স্বৰ্গদেৱে চাঙলৈ তুলিলে। পদ্মাৱতীৰ সৌন্দৰ্যত ৰজাদেৱ ইমান মোহিত হ'ল যে তেওঁক ৰজাই কুঁৱৰী পাতিবলৈ মনস্থ কৰিলে। কিন্তু কুঁৱৰী পাতিবলৈ হ'লে ডাঙৰীয়াসকলৰ সন্মতি লাগে, কাৰণ সেই কুঁৱৰী পাচলৈ ৰজাৰ মাক হ'বগৈ। যাতে ৰজাৰ কুল-মৰ্যাদা থাকে সেইদেখি এই ব্যৱস্থা। এই বিষয়ে পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে ৰজাদেৱত জনালে, "স্বৰ্গদেৱ, কুঁৱৰী পাতিব লাগিলে গোহাঁই-পৰীয়া আহোম অথবা চাৰিঘৰীয়া বা লাহন বা সন্দিকৈ আৰু দিহিঙীয়া আৰু দুৱৰা আহোমৰ ছোৱালী আনি কুঁৱৰী পতা শ্ৰেয়ঃ। অতি সামান্য ভকতৰ জীয়ৰীক বৰকুঁৱৰী, পৰ্বতীয়া কুঁৱৰী আৰু ৰাইডঙীয়া কুঁৱৰী পতা ভাল নহয়। তথাপি যদি পাতিব খুজিছে তেন্তে তেওঁক চমুৱা কুঁৱৰীকে পাতক।" কিন্তু স্বৰ্গদেৱ চন্দ্ৰকান্তই ডাঙৰীয়াৰ কথা নুশুনি পদ্মাৱতীক পৰ্বতীয়া কুঁৱৰী পাতিলে। কিন্তু নিজৰ সন্মতি নলৈ পদ্মাৱতীক পৰ্বতীয়া কুঁৱৰী পতাৰ কাৰণে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই কুঁৱৰীক সেৱা নকৰিলে। এই কাৰণত পদ্মাৱতী কুঁৱৰী ডাঙৰীয়াৰ প্ৰতি ৰুষ্ট হ'ল। তেওঁ ৰজাদেৱক ক'বলৈ ধৰিলে, "আপুনি নামমাত্ৰ ৰজা, বুঢ়াগোহাঁইহে ৰজা।" এইদৰে ডাঙৰীয়াৰ প্ৰতি চন্দ্ৰকান্ত ৰজাৰ মন লাহে লাহে বিষাক্ত হৈ আহিবলৈ ধৰিলে।

কথিত আছে বোলে কুকুৰাচোৱা ভূতৰ পুতেক সতৰাম চাৰিঙীয়া ফুকন হৈ ৰজাৰ প্ৰধান বল্লভ হোৱাৰ কাৰণ সতৰামৰ ভনীয়েক লিখনী। ডাঙৰীয়া পূৰ্ণানন্দই ৰজাদেৱক এনেবোৰ কামত কেতিয়াও আগৈ নিদিছিল, আৰু সতৰামৰ অসৎ সঙ্গৰপৰা ৰজাদেৱক আঁতৰত ৰাখিবলৈ যত্ন কৰিছিল। ইয়াতে অসন্তুষ্ট হোৱা মানুহে দলবদ্ধ হৈ ডাঙৰীয়াৰ প্ৰাণ নষ্ট কৰিবলৈ ষড়যন্ত্ৰ কৰে। বদনচন্দ্ৰ এই কাৰ্যত লিপ্ত থকাৰ প্ৰমাণ পোৱাত তেওঁক ধৰিবলৈ মহেশ্বৰ পৰ্বতীয়া ফুকনক পঠিওৱা হয়। তাৰ পৰিণামে অসমলৈ মান আহে আৰু অৱশেষত অসম ছাৰখাৰ হয়।

স্বৰ্গদেৱ শিৱসিংহ মহাৰাজেও সেই একে ভুলকে কৰিলে। তিৰোতাক তেওঁ বৰ আগৈ দিছিল। ৰুদ্ৰসিংহ মহাৰাজ উত্তৰ গুৱাহাটীৰ বাহৰত স্বৰ্গী হয়। তেওঁৰ মৰা শৰটোক বিষয়াসকলে পৰ-পালি দি আছিল। পাচত পাত্ৰ-মন্ত্ৰীসকলে উজাই যাবলৈ মনস্থ কৰিলে। শিৱসিংহ ৰজাই কেইদিনমানৰ কাৰণে উজনি যাত্ৰা স্থগিত ৰাখিলে,

ইয়াৰ কাৰণ ৰজাদেৱৰ লগত যাবলৈ ওলোৱা তিনিজনী নাচনিয়াৰ ছোৱালীৰ এজনী অশুচি হ'ল। তাৰ কাৰণে স্বৰ্গদেৱে চাৰিদিন বাট চালে। কিন্তু উজনিলৈ তুৰন্তে যোৱাৰ নিতান্ত দৰকাৰ আছিল। শিৱসিংহ ৰজাদেৱে এইদৰে সামান্য নাচনিয়াৰৰ কাৰণে হোহোঁকা-পিচলা কৰা দেখি পাত্ৰ-মন্ত্ৰী অসন্তুষ্ট হ'ল আৰু সেই নাচনিয়াৰ ছোৱালী কেইজনীক ঘনশ্যাম পাঁচনি বৰাৰ হতুৱাই চেপি মাৰি শৰৰ ঠেঙৰ তলতে দিলে।

তাৰ পাচত চিনাতলীয়া নটৰ জীয়ৰী নাচনিয়াৰ ফুলমতীৰ ওপৰত শিৱসিংহৰ চকু পৰে। তেওঁক চাঙলৈ আনি ৰজাদেৱে ফুলেশ্বৰী নাম দি বৰকুঁৱৰী পাতিলে। সেই সময়ত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ নিচিনা সাহসিক বিষয়া নাছিল। সেই-দেখি এই বিবাহত কোনেও আপত্তি কৰিবলৈ সাহ নকৰিলে। এনেতে ৰজাৰ জ্যোতিষীয়া পণ্ডিতসকলে গ্ৰহৰ গণনা কৰি ক'লে যে ৰজাৰ ছত্ৰভঙ্গ যোগ পৰিছে। তাৰ শান্তিৰ নিমিত্তে স্বৰ্গদেৱে দেৱীৰ দেৱালয়ত আৰু ব্ৰাহ্মণ মহন্তসকলক বৃত্তি দিবলৈ ধৰিলে। দৈবিক ৰূপে ছত্ৰভঙ্গ হ'লে নানান অমঙ্গলৰ আশঙ্কা, সেইদেখি ৰজাদেৱে নিজে সিংহাসন এৰি স্বইচ্ছা মতে ছত্ৰভঙ্গ কৰিলে, আৰু ফুলেশ্বৰীক প্ৰমথেশ্বৰী নাম দি বৰৰজা পাতি পাটমাদৈৰ ৰাজ্যশাসন চলাবলৈ ধৰিলে। ৰাজ্যৰ মোহৰতো ৰজাৰ নামৰ লগত বৰৰজাৰ নাম অঙ্কিত হ'ল। এইদৰে চিনাতলীয়া নটৰ জীয়ৰী প্ৰকাৰান্তৰে অসম ৰাজ্যৰ অধিশ্বৰী হ'ল।

ফুলেশ্বৰী কুঁৱৰীয়ে বৰৰজা হৈ ৰজাৰ ছত্ৰ ধাৰণ কৰিলে, আৰু হাতীত উঠিল। ভায়েকক বৰপাত্ৰ পাতিলে। দদায়েক এজনক তিপমীয়া ফুকন আৰু আন এজনক ঢেকীয়াল বৰুৱা পাতিলে। পূৰ্বৰ আহোমৰ মৈদাম বন্ধা ৰীতি গুচাই মৰাক পোৰাবলৈ ধৰিলে। ঠাকুৰীয়া মহাজনসকলক আনি আউনীআটিত সেৱা কৰাই শ্ৰীমূৰ্তি শালগ্ৰাম দেউৰী-ভাগৱত, আদি পূজা-সেৱা কৰিবলৈ দিলে। কুঁৱৰীয়ে নিজে সোণাৰীজানৰ বাহৰত থাকি ফুলবাৰীৰ দেৱালঘৰ বাহিৰে অন্যান্য দেৱালয়ৰপৰা মূৰ্তি আদি অনাই লুইতত সেই মূৰ্তি পেলোৱালে, তাৰ ঠাইত শিল আৰু পিতলৰ প্ৰতিমা কৰাই স্থানে স্থানে দিলে। এইবোৰ কাৰণত ফুলেশ্বৰী বৰকুঁৱৰী বৈষ্ণৱসকলৰ বৰ অপ্ৰিয় হ'বলৈ ধৰিলে।

কিন্তু ফুলেশ্বৰী কুঁৱৰী এইখিনিতে ক্ষান্ত নাথাকিল। তেওঁৰ স্বামী শিৱ-সিংহই শাক্ত গোসাঁই কৃষ্ণৰাম ন্যায়বাগীশত শৰণ লৈছিল। তেৱেঁই অসমৰ সৰ্বপ্ৰথম শাক্ত আহোম ৰজা। শাক্ত ধৰ্মাৱলম্বী ৰজাৰ সহধৰ্মিণী ফুলেশ্বৰী কুঁৱৰীদেৱো শাক্ত-মতানুগতা আছিল। ইপিনে মোৱামৰীয়া আদি কৰি বৈষ্ণৱ পন্থাৱলম্বী মহন্তসকলে আকৌ শক্তি পূজাৰ গোসাঁনী নামানে, এনেকি গোসাঁনীৰ আগত বলিকটা শুনিলে বা দেখিলে চকুৱে-কাণে হাত দি শ্ৰীবিষ্ণু স্মৰণ কৰি একতীয়া হৈ যায়। ইয়াকে ফুলেশ্বৰী কুঁৱৰীয়ে সহিব নোৱাৰিলে। তেওঁ ভাবিলে, ৰজাৰ যি ধৰ্ম প্ৰজায়ো সেই ধৰ্ম গ্ৰহণ কৰিব লাগে, ৰজাই যি ভাল দেখিছে, প্ৰজায়ো তাকে ভাল দেখিব লাগে। ৰজাৰ শাক্ত ধৰ্ম আৰু প্ৰজাৰ বৈষ্ণৱ ধৰ্ম হ'ব কিয় ?

ইয়াকে ভাবি ফুলেশ্বৰী কুঁৱৰীয়ে বৈষ্ণৱ মহন্ত আৰু মেধিসকলক এবাৰ দুৰ্গোৎসৱ পূজালৈ নিমন্ত্ৰণ কৰিলে। ৰজাৰ নিমন্ত্ৰণ মতে নিমন্ত্ৰিত মহন্তসকল ৰজাৰ ঘৰলৈ গ'ল। বৰৰজাৰ আজ্ঞামতে মহন্তসকলক বলেৰে গোসাঁনী সেৱা কৰোৱা হ'ল।

বলিকটা ছাগলী আৰু ম'হৰ তেজেৰে মহন্তৰ কপালত ফোঁট দিয়া হ'ল আৰু গোসাঁনীৰ সিন্দুৰ, চন্দন, আদিৰ নিৰ্মালি-প্ৰসাদ কাটিয়াই মহন্তসকলক নগুৰ-শাস্তি কৰা হ'ল। শঙ্কৰদেৱ মহাপুৰুষৰ প্ৰচাৰিত মতত আছে,

"অন্য দেৱী-দেৱ নকৰিবা সেৱ
প্ৰসাদ নাখাইবা, গৃহক নাযাইবা
ভক্তি হৈবে ব্যভিচাৰ।"

ইয়াত মহন্তসকলে বৰ বিষম মনকষ্ট পাইছিল। নিৰ্জু স্বভাৱৰ মহন্তসকলে "ৰজাৰ ভঁৰি, বনত বাস" বুলি এই লাঞ্ছনা শিৰোধাৰ্য কৰি ল'লে। কিন্তু তেজাল মোৱামৰীয়া মহন্তই এই অপমানক মৰণতুল্য জ্ঞান কৰি অনেক শিষ্য গোটাই মনে মনে প্ৰতিহিংসা সাধনৰ উপায় চিন্তিলে।

দুৰ্গোৎসৱ পূজাত মোৱামৰা মহন্ত চতুৰ্ভুজদেৱে যি লাঞ্ছনা ভোগ কৰিলে তাৰ দুঃসহ বেজাৰ দূৰ নহওঁতেই ফুলেশ্বৰী আইকুঁৱৰীদেৱৰ আজ্ঞাত তেওঁক পুনৰ নিৰ্যাতন কৰা হ'ল। ১৬৫৩ শক, ইংৰাজী ১৭৩১, বৰৰজা ফুলেশ্বৰী আইকুঁৱৰীদেৱে গৰ্ভৱতী হ'ল। তেওঁৰ জঠৰত কি সন্তানে জন্ম লৈছে, ল'ৰা নে ছোৱালী জানিবলৈ কুঁৱৰীৰ বৰ উৎকণ্ঠা হ'ল। তেওঁ বৈষ্ণৱ মহন্তসকলক আনি সুধিলে, "মোৰ পেটত কি সন্তান হৈছে ক'ব লাগে।" মহন্তসকলৰ ভিতৰত খেনোৱে ক'লে ল'ৰা, খেনোৱে ক'লে ছোৱালী। মোৱামৰা সত্ৰৰ অধিকাৰ চতুৰ্ভুজ-দেৱক সোধাত মহন্তই ক'লে, "কুঁৱৰীৰ গৰ্ভত লোপথোপ কোমোৱা এটিৰ উদ্ভৱ হৈছে আৰু সেই প্ৰসৱৰ যন্ত্ৰণাত কুঁৱৰীৰ প্ৰাণ বিয়োগ হ'ব।" কথা শুনি কুঁৱৰীয়ে গৰ্জি ক'লে, "মোৰ গুৰুৱে কৈছে, মোৰ পুত্ৰসন্তান জন্ম হ'ব, এনে স্থলত মোৰ লোপথোপ কোমোৱা হ'ব বুলি কয়।" এই বুলি চতুৰ্ভুজ মহন্তক চাওডাঙৰ হাতত গতাই দি নামডাং আলিৰ কাণতে নিধন কৰিবলৈ আজ্ঞা কৰিলে। এনে সময়ত ৰজাঘৰৰ শাক্ত গুৰু কৃষ্ণৰাম পৰ্বতীয়া ভট্টাচাৰ্যই সেইফালে যাওঁতে কাটিবলৈ নিয়া চতুৰ্ভুজদেৱক দেখা পাই তেওঁৰ বদনশ্ৰী দেখি আৰু গুণ-গৰিমাৰ সন্ধেদ পাই নিজ শিষ্য শিৱসিংহ মহাৰাজক বুজাই মহন্তক বন্দীয়াৰ অৱস্থাৰপৰা মুকলি কৰিলে। ৰজাই পৰ্বতীয়া গোসাঁইৰ অনু-ৰোধত চতুৰ্ভুজ মহন্তক মান-সৎকাৰ কৰি নিজ ঠাইলৈ পঠিয়াই দিলে। মহন্তৰ ভৱিষ্যৎ বাণীমতে ফুলেশ্বৰী কুঁৱৰীৰ প্ৰসৱ হ'ল। কিন্তু সি নৰাকৃতি শিশু নহৈ কিবা এটি কিম্ভূতকিমাকাৰ ধূমকেতুহে হ'ল।

"নাহি হাত নাহি ভৰি নাহি চক্ষুমুখ।
গাৰি গোট জন্ম ধূমকেতুৰ সদৃশ॥
দশ আঠ দিন মানে যাতনা ভুঞ্জায়।
সেহি মতে বৰৰাজা যমপুৰে যায়॥" (পদ্যবুৰঞ্জী)

এইদৰে অনেক ললাট ভুঞ্জি বৰৰজা ফুলেশ্বৰী আইকুঁৱৰীদেৱৰ মৃত্যু হ'ল।

বৰৰজা ফুলেশ্বৰী কুঁৱৰীয়ে এইদৰে দেশৰ এদল ধৰ্মপ্ৰাণ সম্প্ৰদায়ৰ মনত কুঠাৰ মাৰি মহা অনিষ্ট সাধিলে। তিৰোতাই বৰ্তমানক ধিয়াই ভৱিষ্যতৰ কথা সাধাৰণতঃ ভাবিব নোৱাৰে। মনৰ বেগত মহন্তক দিয়া এই অপমানৰপৰা আঠৈকুৰি তিনিকুৰি বছৰ ধৰি দেশত অশান্তি-বিপ্লৱ হ'বলৈ ধৰিলে। অসমৰ স্বৰ্গদেৱ লক্ষ্মীসিংহ

মহাৰাজ সিংহাসনৰপৰা খেদা খাই মোৱামৰীয়াৰ হাতত বন্দী হয়। বহুল পৰাক্ৰমী সেনাপতি আৰু ৰাজবিষয়াই এই মোৱামৰীয়াৰ হাতত প্ৰাণত্যাগ কৰে। মৰাণৰ উৎ-পাতত দেশ লণ্ড-ভণ্ড হ'ল। প্ৰজাবোৰ দেশ এৰি বিদেশলৈ পলাল বা হাবি-বননিত সোমাল। ফুলেশ্বৰী কুঁৱৰীৰ হাতত পোৱা লাঞ্ছনাৰপৰা জন্ম হোৱা এই মোৱামৰীয়া বিদ্ৰোহৰূপী ৰাক্ষসে অসমৰ ৰাজশক্তি একেবাৰে গ্ৰাস কৰিলে।

বহুদেশত তিৰোতাই ৰাজক্ষমতা পাই দেশৰ অনিষ্ট কৰিছে। ফুলেশ্বৰী কুঁৱৰীয়ে মোৱামৰীয়া মহন্তক লাঞ্ছনা কৰাৰ প্ৰায় দুশ বছৰৰ আগতে ইংলণ্ডৰ ৰ'মান কেথলিক মতাৱলম্বী ৰাণী মেৰীয়ে প্ৰটেষ্টাণ্ট মতাৱলম্বী লেটিমাৰ, ৰিড্‌লি, ক্ৰেন্‌মাৰ আদি ধৰ্মপ্ৰাণ পুৰুষসকলক অগ্নিত পেলাই মাৰে। ইয়াৰ ফলত ইংলণ্ডত দুগুণ প্ৰতাপে প্ৰটেষ্টাণ্ট ধৰ্মৰ প্ৰতিপত্তি বাঢ়িবলৈ ধৰে। এতিয়া সি ইংলণ্ডৰ ৰজাঘৰীয়া ধৰ্ম হৈছে। ফুলেশ্বৰী কুঁৱৰীৰ এই মহন্ত-নিৰ্যাতনো দুৰন্ত নাৰীমতীৰপৰা ওলোৱা। ফুলেশ্বৰী কুঁৱৰী লোকান্তৰ হোৱাৰ পাচত স্বৰ্গদেৱে তেওঁৰ ভনীয়েক দ্ৰৌপদীক বিয়া কৰায়। এওঁক পোনতে মিৰি সন্দিকৈৰ সলাল বৰগোহাঁয়ে নিছিল, গোহাঁইৰ ফালৰ দুটি ল'ৰা হ'ল। শিৱসিংহ ৰজাই দ্ৰৌপদীক কাঢ়ি আনি অম্বিকা নাম দি পৰ্বতীয়া কুঁৱৰী পাতিলে। এওঁৰ মৃত্যুত স্বৰ্গদেৱে সলাল গোহাঁইৰ জীয়েক অনাদৰীক বিয়া কৰায়।

শিৱসিংহ ৰজাৰ দিনত মোৱামৰীয়া মহন্তই বিদ্ৰোহ আচৰিবলৈ চেলু নাপালে, সম্ভৱতঃ তেওঁলোকৰ সকলো আয়োজন সম্পূৰ্ণ হৈ উঠা নাছিল। মোৱামৰীয়াই প্ৰকাশ্যে দ্ৰোহ নকৰিলেও ভিতৰি ভিতৰি তাৰ সকলো যোগাৰ-যন্ত্ৰ কৰিছিল। এনে প্ৰতাপী আহোমৰ ৰাজক্ষমতা, তাত আঘাত কৰিবলৈ বহুত দিনৰ আয়োজন লাগে।

শিৱসিংহ স্বৰ্গদেৱ ১৬৬৬ শক, ইংৰাজী ১৭৪৪ খৃষ্টাব্দত মৃত্যু হোৱাত তেওঁৰ ভায়েক প্ৰমত্তসিংহ সিংহাসনত বহিল। বকতিয়ালৰ কীৰ্তিচন্দ্ৰ সেই কালত বৰবৰুৱা আছিল। মোৱামৰীয়া মহন্তৰ প্ৰতি বৰবৰুৱাৰ ভিতৰ অসূয়া থাকিলেও স্বৰ্গদেৱৰ আসৈ নোপোৱাত তেওঁ প্ৰকাশ্যে একো কৰিব নোৱাৰিছিল। ১৬৭৩ শক খৃষ্টাব্দ ১৭৫১ চনত প্ৰমত্তসিংহৰ মৃত্যু হোৱাত ৰাজেশ্বৰসিংহ সিংহাসনত উঠিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ অন্তিম ব্যৱস্থামতে তেওঁৰ তৃতীয় পুত্ৰ বৰজনা গোহাঁই, বা বাটঘৰীয়া গোহাঁই বা মোহনমালা গোহাঁইদেৱ ৰজা হ'ব লাগিছিল, কিন্তু কীৰ্তিচন্দ্ৰ বৰবৰুৱাই চক্ৰান্ত কৰি মোহনমালাক ৰজা নাপাতি তেওঁৰ ভায়েক ৰাজেশ্বৰসিংহক সিংহাসনত বহুৱায়। এই কীৰ্তিচন্দ্ৰই বিনাযুদ্ধে কছাৰী আৰু মণিপুৰীয়া ৰজাক স্বৰ্গদেৱৰ সমীপলৈ নি স্বৰ্গদেৱৰে মিত্ৰ কৰোৱাত স্বৰ্গদেৱে বৰবৰুৱাৰ গেন্ধেলা নাম গুচাই কীৰ্তিচন্দ্ৰ নাম দিলে। তাৰ পাচত মণিপুৰৰ ৰজা জয়সিংহৰ কন্যা কুৰঙ্গনয়নীক স্বৰ্গদেৱলৈ বিয়া দিয়ে। এইবোৰ কাৰণত কীৰ্তিচন্দ্ৰ বৰবৰুৱা স্বৰ্গদেৱৰ বেথাৰ পাত্ৰ হৈ বৰ ক্ষমতাপন্ন হৈ পৰিল। তেওঁৰ গুৰু আছিল দিহিং বা শিলিখাতলৰ মহন্ত কৈবল্যানন্দনদেৱ। প্ৰমত্ত-সিংহ স্বৰ্গদেৱৰ দিনতে ১৬৭০ শকত মোৱামৰাৰ অধিকাৰ চতুৰ্ভুজদেৱৰ মৃত্যু হোৱাত তেওঁৰ পুত্ৰ অষ্টভুজ গোসাঁই অধিকাৰ হয়। শিষ্য-সম্পত্তি আৰু ঐশ্বৰ্য-বিভূতি এই দুয়ো বিষয়ত মোৱামৰা আৰু শিলিখাতলীয়া মহন্ত সমকক্ষ আছিল।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ জৰিয়তে তেওঁৰ নিজ গুৰু শিলিখাতলীয়া মহন্তৰ ৰজাঘৰীয়া মান-সন্মান অধিক হ'বলৈ ধৰিলে। কৈবল্যানন্দন মহন্ত দেখিবলৈ বৰ

সুশ্ৰী সুপুৰুষ আছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে সেইদেখি তেওঁক চিকুণ গোসাঁই নাম দিছিল। ৰজাৰ লগত চিকুণ গোসাঁইৰ বৰ সৌহাৰ্দ আছিল। এই আপাহতে স্বৰ্গদেৱে মহন্তক চকচিং নামে দঁতাল হাতী এটি একেবাৰে নিজা কৰি উপহাৰ দিয়ে, আৰু লক্ষীমপুৰৰ তেলাহী কলীয়াজানত ৭৫০ পুৰা মাটি নিস্কৰ কৈ দিয়ে, তাৰ উপৰিও সোণৰ খচৰুৱা খাৰু আৰু পহি দোলা উপহাৰ দিলে।

মোৱামৰাৰ অষ্টভুজ গোসাঁইৰ লগতো ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ বিশেষ প্ৰীতি আছিল। ইকালে যদিও তেওঁৰ পুত্ৰ আৰু শিষ্যসকলে পূৰ্বে ৰজাঘৰৰপৰা পোৱা অপমানৰ প্ৰতিশোধ ল'বলৈ চল বিচাৰি ফুৰিছিল স্থিতপ্ৰজ্ঞ অষ্টভুজ গোসাঁই তেনে ৰাজদ্ৰোহৰ কামত প্ৰশ্ৰয় নিদিয়াত ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ দিন কেইটা শান্তিৰে অতিবাহিত হৈছিল।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাই কিন্তু মোৱামৰা মহন্ততকৈ দিহিঙৰ মহন্তৰ প্ৰাধান্য স্থাপিবলৈ সদাই চল বিচাৰি ফুৰিছিল। তেওঁ সুবিধা পালেই নিজৰ মহন্তক ডাঙৰ আৰু মোৱামৰা মহন্তক তুচ্ছ কৰিবলৈ নেৰিছিল। দুয়ো মহন্তৰ গায়ন গালে মোৱামৰা মহন্তৰ গায়ন জিকিলেও বৰবৰুৱাই দিহিঙৰ গায়নকহে প্ৰশংসা কৰিছিল। মোৱামৰা মহন্তে বৰবৰুৱাৰ খিয়লীয়া স্বভাৱৰ কথা স্বৰ্গদেৱলৈ পত্ৰৰে জনাই থাকিছিল। স্বৰ্গদেৱে দুয়োঘৰৰ গায়ন নি গান কৰাই নিজে পৰীক্ষা কৰি মোৱামৰাৰ গায়নক ভাল পাই প্ৰশংসা কৰি দুগুণ ধন দিছিল। সেইদেখি মোৱামৰাৰ মন বকতিয়াল বৰবৰুৱালৈ বৰ বিষম হ'ল। অষ্টভুজ গোসাঁইৰ প্ৰথম পুত্ৰৰ নাম আছিল সপ্তভুজ বা গাগিনী ডেকা, বুৰঞ্জীত এওক বায়ন ডেকাও বোলা হৈছে। বৰবৰুৱাৰ ওপৰত প্ৰতিশোধ ল'বলৈ এও মন কৰিলে। বুঢ়া মহন্তই মিত্ৰ স্বৰ্গদেৱে ভয় পাই বুলি প্ৰতিপদে উত্তেজিত গাগিনী ডেকাক মানা কৰি আছিল। গাগিনী ডেকাই পিতাকৰ নিষেধত অসন্তুষ্ট হৈ বৰবৰুৱাক ধৰিবলৈ শিষ্যৰে সৈতে পৰামৰ্শ কৰি থিৰাং কৰিলে। সকলো মটকে অধিকাৰৰ অনুমতি খোজাত বুঢ়া অষ্টভুজ মহন্তই ক'লে, "ৰাজেশ্বৰসিংহ মহাৰজা থকাত মোক একো নুসুখিবি। ৰজা মোৰ পিতৃ, ৰজাৰপৰাহে ৰক্ষা পাই আছোঁ। বকতিয়ালৰ জলমবটা মৰবন্দীৰ ল'ৰাই জানকো সাগৰৰ সমান কৰিব খোজে। কোনো কালে শিলিখাতল মোৰ সমান নহয়।"

স্থিৰ গম্ভীৰ বুঢ়া মহন্তৰপৰা উৎসাহজনক সমিধান নাপাই ডেকা-মহন্তই ভকতৰেসৈতে মন্ত্ৰণা কৰিলে বোলে, "বকতিয়ালে আশ্চৰ্য দেখা, দিহিঙৰ মহন্তৰো হৃদয় বিদাৰণ হোৱা, আমাৰ কিমান শিষ্য আছে তাৰো জনাজাতি পোৱা এনে এটা কাম কৰোঁ। মালৌ পথাৰত বিডোখৰ ঠাইত সদায় পানী থাকে, দ হয়, তাতে পৰ্বত সমান কৰি বান্ধি সকলো শিষ্য ভকতক বহিবলৈ জোৰা কৰি এটি কীৰ্তনঘৰৰ ভেটি কৰোঁ, সত্ৰখন জোৰা কৰি এখন ঠাই বন্ধাওঁ।" এই বুলি বুঢ়া মহন্তত জনালে। মহন্তই উত্তৰ দিলে, "ভেটি বন্ধাবি, জানো তোৰ ৰাজকাৰ্যলৈ ইচ্ছা হয়।" পাচে ডেকা-মহন্তই বাপেকত ক'লে, "দেৱতাৰ আজ্ঞা নহলে আমি কোনো কাৰ্যত নপ্ৰৱৰ্তো।" ডেকাৰ মন বুজি বুঢ়া মহন্তই পুনৰ বুজালে, "শ্ৰীৰাজেশ্বৰসিংহ মহাৰজা মোৰ পিতৃ। তই পিতামহ দ্ৰোহত মন নিদিবি। ৰজাৰ অন্তে পাৰ যি যুক্তি হয় কৰিবি।" এইদৰে বৃদ্ধ মহন্তই বাধা কৰিলত গাগিনী ডেকাই সম্প্ৰতিকলৈ মালৌ পথাৰত কীৰ্তন ঘৰ আৰু সত্ৰৰ ভেটি তুলিবলৈকে থিৰাং কৰিলে। তাৰ কাৰণে উজনি-ভাটী, উত্তৰ-দক্ষিণ সকলো

শিষ্যলৈ ভকত পঠিয়াই আজ্ঞা দিলে, "যি মোৱামৰাৰ শিষ্য হ'ব সি নাম মুৰি আহিব, নাহিলে বাৰে-বছৰলৈ দায়তি, তাৰ পুৰুষানুক্ৰমে এই কীৰ্তনঘৰৰ ভেটিত উঠিব নোৱাৰিব।" এই আজ্ঞা শুনি কুৰি দিনৰ ভিতৰতে দেশ-দেশান্তৰৰ শিষ্য আহি মোৱামৰা সত্ৰত গোট খালেহি। ডেকা-মহন্তই তেওঁলোকক আজ্ঞা দিলে, "কীৰ্তনঘৰৰ বৰভেটি বান্ধিবৰ কাৰণে নাম মুৰি এটা এটা চপৰা বলে পৰাকৈ কীৰ্তনঘৰৰ ভেটিত পেলাব লাগে, আৰু সত্ৰৰ ভেটিৰ থানতো পেলাব লাগে।" এই আজ্ঞা শুনি শিষ্যসকলো মালৌ পথাৰলৈ গ'ল। পোনতে সত্ৰৰ গাওঁবুঢ়া বা মেধিসকলে গায়েপতি দুচপৰাকৈ মাটি পেলালে, তাৰ পাচত অন্যান্য শিষ্যসকলে এচপৰাকৈ মাটি পেলোৱাত কীৰ্তনঘৰ আৰু সত্ৰ দুয়োৰে পৰ্বত সমান ভেটি হ'ল। এই ভেটি এতিয়াও বৰভেটি নামে প্ৰখ্যাত হৈ আছে। ভেটি বন্ধোৱাৰ পাচত ডেকা-মহন্তৰ আজ্ঞাৰে শিষ্যসকলে নাম মুৰি খেৰ এটা, কামি এটা বেতসূত এটা আনি কীৰ্তনঘৰ, নামঘৰ আদি কৰি সত্ৰ সাজিলে আৰু সত্ৰৰপৰা কীৰ্তন ঘৰলৈ ওখ আলিও বন্ধালে।

মাঘ মাসত নতুন ঠাইত সাত দিন সাত ৰাতি সভা কৰি গোট খাই শিষ্য-বৰ্গলৈ চাই ডেকা-মহন্তই ক'লে, "মই অত শিষ্যৰে ৰজাকে হ'ব পাৰোঁ।" গাওঁবুঢ়া-সকলেও ক'লে, "আমাৰ গুৰুকে ছেদন কৰি খৈছে, আজ্ঞা দিলে আমি এই ফৌজেৰেই ৰজাক ধৰোঁ।" এই আলচৰ কথা শুনি বুঢ়া মহন্তই ডেকা-মহন্ত আৰু গাওঁবুঢ়াসকলক বিশ্বাসে মাতি নি শপত দি বাধা কৰিলে বোলে, "তোক ৰাজ-সম্পত্তি কি কাৰণে লাগিছে? যাৰ ঘৰত ডুলি-পাতি ৰূপ-সোণ অপৰ্যাপ্ত; অসম দেশৰ অৰ্দ্ধেক মোৰ শিষ্য। ৰজা এঘৰ, মোৱামৰা এঘৰ। দহ-বাৰ হাজাৰ ভকত, আঠ-দহ হাজাৰ দাস-দাসী, দহ-বাৰখন খাট, চাৰি-পাঁচ হাজাৰ ম'হ। মোৱামৰাৰ আজ্ঞাৰে এইৰূপে আশ্চৰ্য কৰ্ম একদিনাই হয়, ৰজাই এই কৰ্ম কৰিবলৈ এক বৰ্ষতো শক্তি নাই। বকতিয়ালৰ ঘৰ বন্দী জলমবটাৰ ল'ৰা এটাই হিংসা কৰি আমাৰ কি শ্মশ্ৰু ছিঙিব পাৰিছে? তেনে ৰৰৰুৱা হাজাৰে তোক কি কৰিব পাৰে? আৰু শিলিখাতলীয়াক তোৰ শাৰীৰপৰা নি আগ কৰিলে, সৰু পৰ্বতীয়া নদীয়ে নিজ সেজা এৰি লৰি ফুৰে, সমুদ্ৰে কোনো কালে সেজা এৰি নুফুৰে, যি কালত সমুদ্ৰে নিজ সেজা এৰে দেশ নষ্ট হয়। চৰাচৰ জগত অজ্ঞানীয়ে সদায় যদি দিচৈ-কাকদঙ্গাকে অগ্ৰপূজা দিয়ে তথাপি ক্ষুদ্ৰ নদী সমুদ্ৰৰ লোমৰ সমানো নহয়। তোৰ আগত শিলিখাতলীয়া কোন বস্তু? তথাপি শত্ৰুক পীড়া দিব পায় বুলি শাস্ত্ৰে কয়। ৰাজা মোৰ পিতৃ ভয় পাব। এতেকে কিছুদিন অপেক্ষা কৰ, অলপতে পাবি। এতিয়া শত্ৰুপীড়া দিলে ৰাজপীড়া হ'ব।" এই বুলি বুঢ়া মহন্ত অষ্টভুজদেৱে বোধ দিলত ডেকা-মহন্ত আৰু গাওঁবুঢ়ালোক মান্তি হ'ল, অন্তৰি কিন্তু বকতিয়ালৰ কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ প্ৰতি সৰ্পৰ দৰে কোপ থাকি গ'ল। বৰবৰুৱাক ধৰি মাৰিলে স্বৰ্গদেৱ অসন্তুষ্ট হ'ব, এই ভাবি মাথোন তেতিয়া একো নকৰিলে।

স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ বহি থকা বিধৰ মানুহ নাছিল। তেওঁ শহাকণীয়া আৰু শালচকুৱা মানুহ আছিল। আৰু সদায় সতেজ সজাগ থাকি কোনো বিপদ দেখিলে তাক হেলা নকৰি আৰম্ভতে তাৰ প্ৰতিকাৰ কৰিছিল। মোৱামৰীয়া শিষ্য এইদৰে একগোট হোৱা শুনি স্বৰ্গদেৱে ভাবিবলৈ ধৰিলে, "পূৰ্বে বৰজনা কৰাইদেৱে মোৱামৰীয়া মহন্তক অভিমান দি থৈছে, সেই মহন্তৰে শিষ্য-প্ৰজাৰ এই প্ৰভাৱ শুনিছোঁ। অৱশ্যে সিহঁতে দ্ৰোহ কৰাৰ আগন্তুক আছে। কিন্তু এই মহন্তৰ বিমান শিষ্য-প্ৰজা আৰু বিভূতি

শিলিখাতলীয়া মহন্তৰো সিমান বিভূতি আৰু দুয়ো ভাই-ভাই হয়। এইগুণে দিহিঙৰ মহন্তক ভিতৰুৱাল কৰি লোৱা ভাল।" দিহিঙৰ মহন্তক হাত কৰি তেওঁৰ বন্ধু মোৱামৰীয়া মহন্তৰ গতিবিধি সকলোৰে সম্ভেদ লৈ স্বৰ্গদেৱ ৰাজেশ্বৰসিংহই মোৱামৰীয়া বিদ্ৰোহৰ আৰম্ভৰ আগতে দমাবলৈ চেষ্টা কৰিছিল, ইয়াৰপৰা তেওঁৰ সূক্ষ্মদৰ্শী ৰাজনীতিজ্ঞতাৰ পৰিচয় পোৱা যায়।

স্বৰ্গদেৱৰ আজ্ঞামতে দিহিঙৰ মহন্তক লিগিৰাৰ বাব দিয়া হ'ল আৰু ৰজাৰ চাঙলৈ সততে অহা-যোৱা কৰি থাকিবলৈ তেওঁ অনুমতি পালে। মহন্তই লিগিৰাৰ বাব পোৱা দেখি কোনেও ভাবিব নালাগে যে মহন্তই ৰজাদেৱৰ সামান্য কাম-বন কৰিবলগীয়া হৈছিল—অতি ওখ তৰপৰ বিষয়া আৰু সম্ভ্ৰান্ত পুৰুষৰ ল'ৰাক এই লিগিৰাৰ বাব দিয়া হৈছিল—কাৰণ ৰজাৰ চাঙলৈ যাকে তাকে অহা-যোৱা কৰিবলৈ দিলে লিগিৰাই ইচ্ছা কৰিলে শত্ৰুৰ আগত কৈ দিব পাৰে। ৰজাৰ মন্ত্ৰণা আৰু ৰজাৰ খোৱা-লোৱাৰ কথা, তাৰপৰা ৰজাৰ মৃত্যুৰ আশঙ্কা কৰিব পাৰি। সেইদেখি লিগিৰাৰ বাব বৰ বিশ্বাসৰ বাব, আৰু মানুহ বুজিহে এই সন্মান দিয়া হৈছিল। ৰজাৰ ঘৰত যিবিলাকে নীচ কাম কৰিছিল, সিহঁতক গোলাম, পাঁচনি, পয়জাৰ-পিন্ধোৱা, তামোল কটা আদি বোলা হৈছিল। অন্যান্য দেশতো লিগিৰা বা 'পেইজৰ' বাব বৰ সন্মানসূচক। লিগিৰা বাব নাথাকিলে ৰজাৰ ভিতৰুৱা মেলত বহাৰ কাৰো অধিকাৰ নাই। লিগিৰা বাব দি স্বৰ্গদেৱে দিহিঙৰ মহন্তক ভিতৰুৱা মেলৰ সদস্য কৰিছিল মাত্ৰ।

দিহিঙৰ অধিকাৰী মহন্তক চাঙলৈ আনি স্বৰ্গদেৱ ৰাজেশ্বৰসিংহই মোৱামৰীয়া মহন্তৰ ভেদাভেদ মন্ত্ৰণাৰ কথা সদাই জানি আছিল। স্বৰ্গদেৱে সকলো সন্ধানৰপৰা এইটো নিশ্চিন্ত ঠাৱৰ কৰিলে যে মোৱামৰীয়াই স্বৰ্গদেৱক খেদি ৰাজ্য ল'বৰ মনস্থ কৰিছে। শত্ৰু প্ৰবল নোহওঁতেই দমন কৰা ভাল বুলি স্বৰ্গদেৱৰ পাত্ৰ-মন্ত্ৰীসকলেৰে সৈতে তাৰ প্ৰতিকাৰৰ স্থিৰ যুক্তি কৰিলে। এইদৰে দকৈ যুক্তি কৰি ৰাজচ'ৰাৰপৰা আজ্ঞা কৰা হ'ল। মোৱামৰীয়াৰ যিবোৰ ভকত দ্ৰোহৰ আয়োজনত লিপ্ত আছে সিহঁতক মৰা হওক আৰু প্ৰবলসকলক বুদ্ধিৰে বশীভূত কৰা হওক। এই আজ্ঞানুসাৰে কাৰ্য কৰাত স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ দিনত মোৱামৰীয়া মৰাণ সাম্য হৈ থাকিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে এইদৰে সাম্য-নীতি অৱলম্বন কৰাত তেওঁৰ বিষয়া পাত্ৰ-মন্ত্ৰী কোনেও মৰাণৰ মুখিয়াল মানুহক প্ৰকাশ্যে লাঞ্ছনা কৰিব নোৱাৰিছিল, কিন্তু তেওঁৰ মৃত্যুৰ পাচতে বৰবৰুৱাই মোৱামৰীয়াৰ মুখ্য মানুহক চমটাৰে কোব মাৰি অপমান কৰে, তাৰ ফলত মোৱামৰীয়াই বিদ্ৰোহৰ ধুমুহা তুলি দেশ লণ্ড-ভণ্ড কৰে।

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে সাম্যভাৱেৰে হওক বা উপায়-মন্ত্ৰণাৰে হওক মোৱামৰা মহন্তৰ লগত মিলেৰে থকাত মোৱামৰীয়াই কোনো হুলস্থূল কৰা নাছিল। কিন্তু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনতো কীৰ্তিচন্দ্ৰ বৰবৰুৱাই মোৱামৰাৰ বৰডেকা মহন্তক এবাৰ অপমান দিছিল। স্বৰ্গদেৱে এবাৰ দেৱৰগাৱঁৰ বাহৰৰপৰা ৰংপুৰলৈ উভতি আহোঁতে বাটত মোৱামৰাৰ পদূলিৰ আগেদি যায়। বৰবৰুৱা স্বৰ্গদেৱৰ কিছু পাচতহে আহিছিল। বৰবৰুৱা অহাৰ বিলম্ব দেখি বৰডেকা গাগিনী মহন্তই দুশখন চাঙি দি ৰজাক ভেটিবলৈ আয়োজন কৰিলে। বৰবৰুৱা পাচত আছিল, তেওঁলৈ ৰ'লে স্বৰ্গদেৱেই মহন্তৰ পদূলি বিনা অভ্যৰ্থনাৰে চেৰাই যায়, এই দেখি অন্য বৰুৱা ফুকনৰ সহায়েৰে ডেকা-মহন্তই

স্বৰ্গদেৱক আদৰি উক্ত দুশ চাঙ্গিৰ বস্ত উপহাৰ দিয়ে। স্বৰ্গদেৱ মহন্তৰ পদূলি পাৰ হৈ গ'ল। পাচত বৰবৰুৱা আহোঁতে ডেকা-মহন্তই বৰবৰুৱাকো চাবিকুৰিখন চাঙ্গিৰে ভেটিছিল। আৰু ৰজা ভেটা কথাও বৰবৰুৱাক কৈছিল। 'বৰবৰুৱাৰ বিনা অনুমতিতে পোনে পোনে ৰজাক ভেটা কথা শুনি বৰবৰুৱা ক্ৰোধান্বিত হৈ বৰডেকা মহন্তক চাবিটা চকা মাৰিলে। তাতে ডেকা-মহন্তই বিষম অপমান পাই বৰবৰুৱাৰ নষ্টৰ উপায় চিন্তিবলৈ ধৰিলে।

১৬৯১ শকত, খৃষ্টাব্দ ১৭৬৯ চনত, দেৰগাওঁ বাহৰত ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ মৃত্যু হয়। কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ মন্ত্ৰণাৰে ৰুদ্ৰসিংহৰ 'এলাগি কোঁৱৰ' কালশিলীয়া গোহাঁই সিংহাসনত বহি লক্ষ্মীসিংহ নাম ল'লে। ৰাজেশ্বৰসিংহৰ দুজন পুত্ৰ চাৰুসিংহ যুৱৰাজ মাজুগোহাঁই আৰু ৰত্নেশ্বৰ সৰুজনা গোহাঁইক নগৰৰপৰা খেদাই অঙ্গক্ষত কৰি নামৰূপলৈ পঠিয়ালে। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ চব্বিশ গৰাকী কুঁৱৰীৰ অলঙ্কাৰ-পত্ৰ কাঢ়ি লৈ লগত মাথোন দুজনী লিগিৰী আৰু দুসাজ তাম-পিতলৰ বাচোন দি একেখন নাৱতে বোজা দি বৰকলালৈ পঠিয়ালে। পতিহীনা আইকুঁৱৰীসকলে বৰবৰুৱাক শাপ দিলে, বোলে, "স্বামী বিয়োগ হোৱাৰ পাচতে আমাক এইমান কদৰ্থিচ, যদি আমি ৰাজপত্নী হওঁ আৰু স্ব-ধৰ্মত আছোঁ তই অলপতে সপুত্ৰ-বান্ধৱে শাল পাবি।" নাৱৰ গুৰিয়াল ডোম নদাই মোৱামৰাৰ শিষ্য আছিল। ৰাজপত্নীসকলৰ দুৰ্গতি দেখি নদায়ে মোৱামৰা সত্ৰৰ ঘাটতে নাও চপালে। আইকুঁৱৰীসকলৰ এনে দুৰ্দশা দেখি বুঢ়া মহন্তই খেদ কৰি কান্দি কান্দি বোলে, "পিতৃ বিয়োগ হ'ল, এতিয়া আমাক কোনে ৰাখিব ? ঘোৰ বিবাদ মিলিব। ৰজা হ'ল বকতিয়ালৰ বশ্য। খেদি থোৱা এলাগি কোঁৱৰ এটাক ৰজা পাতি লৈছে। ৰাজেশ্বৰসিংহৰ বৰপুত্ৰক ৰজা পতা হ'লে আমালৈ ৰজাৰ দয়া হ'লহেঁতেন। কুঁৱৰীসকলৰ অৱস্থাতে আমি বুজিছোঁ ৰজাই আমাক ৰখাৰ শক্তি নাই। যাহোক জোকালে এৰা-এৰি নাই। এই ৰজাৰ দিনতে দেশ নষ্টৰ আৰম্ভ, ইয়াৰ পুতেকৰ দিনত দেশ হানি হ'ব। পূৰ্বে মোক মাধৱকন্দলিৰ পুতেকে কৈছিল, কিন্তু বিবাদৰো মূল শকুনি জলমৰটাৰ ল'ৰা বুলিও কৈছিল, সেই কালেই চাপিলহি।"

বুঢ়া মহন্তৰ আজ্ঞাৰে আইকুঁৱৰীসকলক হবিষ্যান্ন সহিত প্ৰতিজনক সাজ-কাপোৰ, তাম-পিতলৰ বাচোন আৰু বৰকলা পোৱা পৰ্যন্তে খোৱাৰ সামগ্ৰী দিয়া হ'ল। সত্ৰৰ ঘাটত দুদিন থাকি কুঁৱৰীসকলে মহন্তৰ বৈৰীসকলৰে সম্ভাষা হৈ বৰকলালৈ নাও মেলিলে। মহন্তই নিজা মানুহ লগত দি বৰকলাত থোৱালে।

বুঢ়া মহন্তৰ এই ৰাজভক্তি আৰু হিতকাৰী কাৰ্যই তেওঁৰ কাল হ'ল। লযোপে শুকাই মাৰিব খোজা কুঁৱৰীসকলক মোৱামৰা মহন্তই বোজ-বাজ দি বৰকলাত থোৱা কথা শুনি বৰবৰুৱা কুপিত হৈ পুতেকসকলেৰে সৈতে আলচ কৰি ৰজাক লগালে, "মোৱামৰা মহাজন বাপেক-পুতেক দুয়ো ঔশচৰ ভিতৰে কুঁৱৰীবোৰক ৰাখি জাতি মাৰিলে, নিজৰ কুলো নষ্ট কৰিলে।" বৰবৰুৱাই এই কথা দেশময় ৰাষ্ট্ৰ কৰি দিলে। বুঢ়া মহন্ত ভুমুনীত পতিত হৈছে বুলিও বৰবৰুৱাই বাদ উলিয়াইছিল। মোৱামৰীয়া মহন্তৰপৰা ৰজাঘৰলৈ মাহিলি নিৰ্মালি লৈ আহোঁতে খাটনিয়াৰসকলক বৰবৰুৱাই অনেক বিকথিলে আৰু ৰাজপত্নী গমন কৰাৰ নিৰ্মালি নালাগে বুলি নিৰ্মালি প্ৰত্যাখ্যান কৰি খেদি পঠিয়ালে। খাটনিয়াৰে এই সকলো কথা মহন্তক কোৱাত বুঢ়া অষ্টভুজদেৱ আৰু তেওঁৰ

পুত্ৰ সপ্তভুজ দুয়ো কান্দিবলৈ ধৰিলে। অৱশেষত বুঢ়া মহন্তই আদেশ দিলে, "যেই যুক্তি তাকে কৰিবি। যদি তোক দেখা-দেখি দ্ৰোহ কৰে তোৰ বল নাইনে ?" ধৰোঁ ধৰোঁ কৰি আছু, কেৱল মোৰ বাধাতহে আছু, তেও কও ৰজাই ভয় পোৱাখনি নকৰিবি। জলমবটাৰ ল'ৰাক মাৰি আমি তেনে মানুহ এটা মহাৰাজাক দিব লাগে মাথোন, আমাৰ দুৱৰাৰ বৰগাওঁবুঢ়া তাতোকৈ কাৰ্যত সহস্ৰগুণ চতুৰ আৰু দৰ্শনীয়। অনেক পুৰুষ বৰবৰুৱা বৰফুকনো হৈ গৈছে। তাকে পাতি দিব লাগে।"

১৬৯১ শকৰ জেঠ মাহত ৰাজেশ্বৰসিংহৰ মৃত্যু, আষাৰ, শাওণ, ভাদ এই তিনিমাহ গুণাগথা কৰি থাকোতেই গ'ল। আহিন মাহত মোৱামৰীয়াই আকৌ অসন্তোষৰ কাৰণ পালে। এদিন লক্ষ্মীসিংহ স্বৰ্গদেৱে কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ সৈতে নাৱেৰে ফুৰিবলৈ গৈছিল। নৈৰ ঘাটত মোৱামৰা মহন্ত থিয় হৈ আছিল। মহন্তই ৰজাক নমস্কাৰ কৰি আশীৰ্বাদ কৰিলে, কিন্তু কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ ফালে কটাক্ষ কৰিয়েই নাচালে। বৰবৰুৱাই অপমান পাই মহন্তক পাৰে মানে গালি পাৰিলে।

ইয়াৰ দিনদিয়েকৰ পাচত ৰাঘ নেওগ আৰু নাহৰখোৰা শইকীয়া এই দুজন হাতীযোগনীয়া মৰাণ বিষযাই লগত হাতীচুঙ্গি মানুহ কেতখিনিমানসৈতে ৰজাৰ ঘৰত বছৰি সোধাব লগা হাতী আনি বৰচ'ৰাৰ খলাতে হাজিৰ কৰিলে। বৰুতিয়াল বৰবৰুৱাৰ সততে খং, তেওঁক তুষ্ট কৰা বৰ টান, সেইদেখি মৰাণে এইবাৰ বিচক্ষণ বিচক্ষণ চাই হাতী আনিছিল যাতে বৰবৰুৱাই ক'তো খুঁত ধৰিব নোৱাৰে। নাহৰ খোৰা আৰু ৰাঘ নেওগে অনা প্ৰধান হাতীটো সাত হাত এবেগত আছিল। দাঁত আহোনীয়া। বৰবৰুৱাই একো ছিদ্ৰ উলিযাব নোৱাৰি বোলে, "হাতী বেযা কুলক্ষণবোৰহে আনিবলৈ পালি। বৰহাতীটোৰ নখো কুৰিটা, আন বেয়া লক্ষণো অলপ আছে, তাৰ উপৰি দক্ষিণ ফালৰ দাঁতটো অলপ চাপৰ। সভাৰ লোকে চাওঁক।" এইবুলি কোৱাত সভাস্থ লোক কোনেও একো নামাতিলে, মাথোন বৰবৰুৱাৰ মন বুজা হাঁহচোৰা দেওধাই বৰা এজনে বৰবৰুৱাৰ কথাত হয় দিলে। তাতে বৰবৰুৱাই ৰাঘক বাঁহেৰে গচকি ধৰি কুৰিটা চমটাৰ কোব মৰোৱালে। কোব খাই ৰাঘই শৰণ দিলে আৰু ক'লে, "এই দেশ অসুৰপুৰী হ'ল, চন্দ্ৰ, সূৰ্য, বায়ু, বৰুণ, সাক্ষী, ধৰ্ম সাক্ষী। এই অধৰ্মৰ ফল পাব।" এই বুলি হাতী শোধাই নিজ বাহৰলৈ গ'ল। লগৰ মানুহে ৰাঘক কাপোৰেৰে মেৰিয়াই তিনদিনৰ অন্তৰে ডেকা-মহন্তৰ আগত পেলালে নি। তাৰ পাচত বুঢ়া মহন্তৰ সাক্ষাৎ কৰালে নি। ৰাঘক সেকি-পুতি ঔষধ খুৱাই ভাল কৰি ৰণৰ কাৰণে আলচিলে। ডেকা-মহন্তই মোৱামৰাৰ গাওঁবুঢ়া সকললৈ সাজু হৈ আহিবলৈ আদেশ দিলে, বোলে, "সকলো মিলি কোঁঠ বান্ধি একবাৰেই যুঁজিব পৰা দৰে আহঁক।"

বুঢ়া মহন্তই বুলিলে, "ই কথা যুক্তি নহয়। পূৰ্বে ইন্দ্ৰবংশী ৰজা নামি আহি অনেক অনেক ৰণ কৰি মহাদুখে এই দেশ ল'লে। হাদি দেশত অনেক ঠাইৰ অনেক মানুহ আনি এঘৰ এঘৰ কৰি ক্ৰমেৰে পাতি লোৱা দেশ। আমাকো সেই ৰাজসকলেহে সংস্থাপন কৰি থৈছে। এতেকে ইন্দ্ৰবংশীৰ তুংখুঙীয়াৰে ৰজা পাতিবি, পৰে মিলি আমাৰো ভকত সিফালৰো ভকত মিত্ৰ-কুটুম্ব সম্বন্ধ হ'ব। দুয়ো ফালৰ বিষয়া হবি। ৰণত বাহিৰে কিছু মানুহ নাকাটিবি। তুংখুঙীয়া ৰজা হ'ল পৰলৈকো নিৰ্বীজ হ'ব। তুংখুঙীয়াৰ এজন ৰজা নাপাতি তইঁত ৰজা হ'লে তইঁতো মৰিবি আমাকো মাৰিবি। আৰু তইঁতে মন্ত্ৰণা নাজান। বামুণীয়া ভকতক

তিৰোতা নানিবি। সভাৰ কটকী, কাকতীক দি থৈ খুৱাই-বুৱাই সিহঁতক ভিতৰ কৰি সিহঁতৰ মন্ত্ৰণাৰে কাম কৰিবি। মোৰ শিষ্য বৰগোহাঁই আদি সাতো ঘৰৰ আছে। সেইবোৰকহে বৰচ'ৰাৰ বিষয়া পাতিবিহঁক। ইতৰবোৰে চমুৱা, মেলডগীয়া বৰভাণ্ডাৰ আদি কাম ল'বি। সভাৰ লোকৰ বৃত্তি পূৰ্বৰতে ৰাখিবি। কাঁড়ীবো বিষয়া বৰা, শইকীয়া মোৰ ভকত খেলত থকাকে পাতিবি, খেল সলনি কৰি বিষযা নাপাতিবি। সন্ত মহন্তক দ্ৰোহ নাচৰিবি, অকণ্টকে দেশ হ'ব, যদি এই কথা এৰ সত্ৰ সহিতে নষ্টৰ কাৰণ হ'ব।"

বুঢ়া মহন্তৰ এই সিদ্ধান্তমতে মোৱামৰীয়াই ৰণৰ কাৰণে তিয়াৰ হ'ল; আৰু মোহনমালা বৰজনা গোহাঁইদেৱৰে মিত্ৰতা কৰি তেওঁকে ৰজা পাতিবৰ মনেৰে ডিবৰু বা দিহিঙৰ কাষত কোঁঠ দিবলৈ যো-জা কৰিলে। কাতিকৰ পূৰ্বপক্ষত ৰণ পতা স্থিৰ হ'ল। মোহনমালা গোহাঁইদেৱে মোৱামৰীযাৰ লগ লৈ বোলে, "বকতিযালৰ ধাৰ সুজিব পাৰিম। বকতিযালক পিতৃদেৱতাই বৰবৰুৱা পাতিলে। ৰূপচন্দ্ৰ মৰিলত মাজিওজনা ৰুকাইদেৱে কীৰ্তিচন্দ্ৰক বৰবৰুৱা নাপাতে, মই শ্ৰীশ্ৰীপৰ্বতীয়া গোসাঁই ঈশ্বৰ-পুৰুষত জনাই দুৰাগ্ৰহ কৰি বৰবৰুৱা পতালোঁ। তাৰে উপকাৰ মোক কৰিলে। মোক খেদি সৰুভাইক ৰজা পাতিলে। তাৰে প্ৰতিকাৰ কৰি বকতিযালৰ সপুত্ৰবান্ধৱে মোৰ আগত শালত দিবি। ৰণলৈ কিছু ভয় নকৰিবি। মই শ্ৰীশ্ৰীৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পুতেক। যিবোৰ ফুকন, বৰুৱা, ৰণুৱা লোক আছে, সকলোবোৰ ফুকন, বৰুৱা মযে পাতি অহা। মোক দেখা মাত্ৰকে সিবোৰ অন্তৰ হ'ব, নিৰুপদ্ৰৱে ৰংপুৰ ল'ব পাৰিবিহঁক।" মৰাণৰ লগত প্ৰধান ৰণুৱা ৩০০০, মোট মানুহ ৭০০০, এযেৰে ৰংপুৰ ল'বৰ মনেৰে আহি চেচাৰ ওচৰতে মৰাণে কোঁঠ বান্ধি ৰ'লহি।

লক্ষ্মীসিংহ স্বৰ্গদেৱে মৰাণ ৰংপুৰৰ অভিমুখে অহা বাৰ্তা পাই দুৱৰাৰ হৰনাথ সেনাপতি ভিতৰুৱাল ফুকনক পাঁচিলে। হৰনাথ ফুকনে ৰণ টান হৈছে বুলি লিখাত দিহিঙীয়া ফুকনক পঠিয়াবলৈ যো-জা কৰিলে। ৰণলৈ পঠিযাবলৈ কাঁড়ী-বাৰুৱতী, হিলৈদাৰী, খাৰ-বাখৰ যতাওঁতে ডেকা-বৰবৰুৱাই পিতৃ কীৰ্তিচন্দ্ৰ বৰবৰুৱাক ক'লে, "দেউতা, ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ যিদিনা স্বৰ্গী হ'ল সেইদিনাই মই কৈছোঁ আমাৰ শ্ৰী-সম্পত্তি শ্ৰীশ্ৰীস্বৰ্গদেৱৰ লগতে গ'ল বুলি। বৰজনা গোহাঁইদেৱক কি কাৰণে খেদিলা? ৰুদ্ৰসিংহৰ পুতেক ই কেইজনা ৰজা হ'ব পায, তেওঁ ৰজা হ'ব নাপায়? তুমিহে খেদিলা? আৰু ডাঙৰীযা তিনিজনাই বৰচ'ৰাতে বোলে, 'বাহৰ আগ তল যক কাউৰীৰ ৰং চাও।' শ্ৰীৰাজেশ্বৰসিংহৰ পুত্ৰ বৰজনা গোহাঁইকে ৰজা পতা হ'লে এনে ৰণ নহয়। মোৱামৰাৰ মহন্তক ৰাত্ৰি-দিনে হিংসা কৰি দুই ভায়েৰে আলচি কুঁৱৰী-সকলৰে দুৰ্ণাম দি ৰজা-নিৰ্মালি ওভোতাই দিলা। তুমি কোন গুণে মোৱামৰাৰ জোৰ? বিষয় ভাঙিলেই তোমাৰ কোন থাকিব? লোকৰ অনাদি-সিদ্ধ অখণ্ড বিভূতি। ৰাধই সুন্দৰ হাতী আনি দিলে। মিছা কথাতে তাৰ পিঠি ছিঙিলা। মই দেখাত তোমাৰ সদ্‌গুণ কিছু নাই, খোজে খোজে দোষেইহে। এতিয়াও ডাঙৰীয়াসকল সহিত শ্ৰীশ্ৰীস্বৰ্গ-দেৱক নি মোৱামৰীয়াতে সৰ্বভাৰসা দি পৰাগৈ। বৃদ্ধ মহন্ত অতি দয়ালু, ডেকা-মহন্তও কথা বুজা, তুষ্ট হ'ব, ঘ'ৰে ৰণ তৈতে মাৰ যাব। তুমি ৰণ কৰি সিদ্ধি নোপোৱা। তোমাৰ ৰক্ষাৰ হেতু কোনোজনে ৰণ নকৰে। আৰু বৰজনা গোহাঁইদেৱ শ্ৰীৰুদ্ৰসিংহৰ

পুতেক, তোমাত বাজে তেওঁলৈ খং কাৰো নাই, তেৱেঁই পাতি যোৱা সকলো বিষয়া তেওঁ দেখা দিলে কোনোজনে ৰণ নকৰে। আমাৰ মৰণৰ হেতুকেহে এই ৰণ।" ইয়াৰ উত্তৰত বৰবৰুৱাই ক'লে, "মৰাণৰ হাতীচুজি চাইটাই মাৰিবলৈ খেদা গোহাঁই সহিতে দেও পাৰিছে, তাতে মই মোৱামৰালৈ যাব লাগে? মোৰ আগত এনে কথাটো নকবি। ৰাজেশ্বৰসিংহৰ পুতেকে আলচি মোক কটাব খুজিলে, এধাকটা কৰিলে, তাক ৰজা পাতিব দিয়? তোৰ এনে দুৰ্বুদ্ধি?" পাচে ডেকা-বৰবৰুৱাই বোলে, "তোমাৰ লগত আমি স্বয়ম্ভৰীহে হৈছোঁ।" এই বুলি পুতেক অন্তৰি গ'ল।

হৰনাথ সেনাপতি-ফুকন চেঁচাৰ কোঁঠত মৰাণক আক্ৰমণ কৰাত মোহনমালা বৰজনা গোহাঁইদেৱে হাতীত উঠি ফুকনক ক'লে, "তই দুৰবাৰ ঘৰৰ ফুকন, মই ৰুদ্ৰ-সিংহৰ পুতেক, বকতিয়ালৰ ঘৰবন্দীয়ে এডোখৰ খালে, তই মোৰ আগমঙহ খা," এইবুলি বুকুখন উদিয়াই দিলে, বোলে, "দুৱধা খা।" তাতে ফুকনে বকতিয়ালৰ দুষ্কীৰ্তিৰ কথা সুঁৱৰি চেঁচাৰ দাঁতিয়ে একাতি হৈ ৰণ এৰি দিলে। মটকে দিহিঙ্গ পাৰ হৈ এদিনৰ বাট আগবাঢ়ি আহি কোঁঠ দি ৰ'লহি। পাচে দিহিঙ্গীয়া ফুকনে ৰণ ধৰিলে। বৰজনা গোহাঁয়ে অনেক ক'লে। দিহিঙ্গীয়া ফুকনে মাথোন ক'লে, "তোমাৰ কপালত ৰাজপদ পাব লগা থাকিলে বকতিয়ালে গুচাবৰ কোন?" এই ৰণত দিহিঙ্গীয়া ফুকন পৰিল, লগৰ সেনাও নিহত হ'ল, মাথোন দুকুৰিজনমান মানুহ দৈৱযোগে সাৰি পলাল।

মৰাণে ৰণজয় হৈ ৰংপুৰৰফালে উধাও হৈ আহিল। স্বৰ্গদেৱে ৰংপুৰ এৰি বৰবৰুৱা, মাদুৰিয়াল বৰগোহাঁই, কুৰৈগঞা বুঢ়াগোহাঁই, আইকুঁৱৰীদেউসকল, আৰু জনচেৰেক বিষয়া আৰু লিগিৰা-লিগিৰী সৈতে পলাই সোণাই নৈৰ বাহৰত ৰ'লহি, ১৬৯১ শকৰ আষোণৰ ৮ দিন যাওঁতে, শনিবাৰে ৮ দণ্ড বেলা থাকোতে। তাৰেপৰা আঁতৰি তাহানি ১৬০০ শকৰ ফাগুন মাহত আতন বুঢ়াগোহাঁই ৰাজমন্ত্ৰী ডাঙৰীয়াই বন্ধোৱা নাইমতী বা চিন্তামণি গড়ত আশ্ৰয় ললেগৈ। বাটত আঁহোতে দুলীয়াই নিব নোৱাৰাত আৰু বিচাৰি হাতী আৰু হাতী-মাউত নোপোৱাত আইকুঁৱৰীসকল মাটিয়েই খোজ কাঢ়ি যাব লগাত পৰিছিল।

চিন্তামণি গড়ৰ অৱস্থাও বৰ ভাল নাছিল। গড়বোৰ ঠায়ে ঠায়ে ভাগি পৰিছিল। চাঙৰো ঠায়ে ঠায়ে ভগা। লগত নিয়া কাপোৰ আৰু গড়ত পোৱা কাপোৰ তৰি আইকুঁৱৰীসকলক আঁৰকাপোৰৰ ভিতৰত থোৱা হ'ল। স্বৰ্গদেৱ আৰু গোহাঁইদেৱ-সকলক চাংমাই বৰুৱাই কোনোপধ্যে ভাত এমুঠি বান্ধি খুৱালে, আন লোকৰ খাবলৈ একো নহ'ল। স্বৰ্গদেৱৰ ওচৰতে মাথোন বস্তি এগছ আছিল, লগৰ মানুহে গড়ৰ খৰিৰে জুই ধৰি পহৰীয়া হৈ আছিল। ৰাতি দুভাগমান যাওঁতে তাৰেপৰা হিলৈৰ শব্দ শুনা গ'ল।

ইতিমধ্যে মৰাণে আহি ৰংপুৰ অধিকাৰ কৰে। স্বৰ্গদেৱ আৰু তেওঁৰ পৰিয়ালৰ বিলাই দেখি বৰফুকন, ন-ফুকন আদি বিষয়াসকলে মৰাণক ৰৰাটোহে ভাল বুলি স্বৰ্গদেৱক পৰামৰ্শ দিলে। কিন্তু এই প্ৰস্তাৱত কীৰ্তিচন্দ্ৰৰ সন্মতি নাছিল। বৰ-বৰুৱাৰ মতে স্বৰ্গদেৱ কলিয়াবৰলৈ ভটিয়াই যোৱাটোহে ভাল আছিল, কাৰণ কলিয়াবৰত

স্বৰ্গদেৱে যুদ্ধৰ আয়োজন সংগ্ৰহ কৰিবলৈ সুবিধা পালেহেঁতেন, যিহেতু সেই অঞ্চলত মোৱামৰীয়াই তেতিয়াও সিমান প্ৰতিপত্তি পোৱা নাছিল।

কলিয়াবৰলৈ যোৱাৰ আয়োজন কৰিবৰ কাৰণে নাও-নাৱৰা বিচাৰি বৰবৰুৱা স্বৰ্গদেৱৰ লগ এৰি গ'ল। পাচে স্বৰ্গদেৱে বৰবৰুৱাক বিচাৰি নোপোৱাত বৰবৰুৱাই স্বৰ্গদেৱক আপদত লগ এৰি নিজে পৰিত্ৰাণ পাবলৈ চেষ্টা কৰিছে বুলি বৰফুকনে স্বৰ্গদেৱক জনালে, "বৰবৰুৱাই মৰাণৰ লগ লৈছেগৈ। বৰবৰুৱাই তেনে কাম কৰিব নালাগিছিল। আগেয়েতো প্ৰজাসকলে বুলিছিল, বৰবৰুৱা ডাঙৰ মানুহ, কাৰ্যতো দক্ষ, এনেজন থাকোতে শত্ৰুৰ ভয় নাই। মন্ত্ৰণাৰ বলে কছাৰী ৰজাৰ বাবে দদায়েক সন্ধিকাৰী এজনা মাত্তৰা যুদ্ধত ভঙ্গ হৈ কছাৰীৰ মাটিত থকা মেখেলীৰ জয়সিংহ ৰজা এজনা, এই দুজনাক বিনাযুদ্ধে আনি স্বৰ্গদেৱক সেৱা কৰাই কীৰ্তিচন্দ্ৰ নাম ল'লে, গোহাঁইবোৰৰ সন্মান পালে, আৰোৱানখনিহে নল'লে। এতিয়া মৰাণ কেউপাশে; বলে নোৱাৰি ৰজা-প্ৰজাক ৰংপুৰ নগৰৰপৰা সোণাৰীলৈ গৈ পলুৱাই আনি শৰীৰ ৰক্ষা কৰিবৰ নিমিত্তে ৰজা-প্ৰজা সকলোকে এৰি সপৰিয়ালে পলালে। এতেকে জানিলো বৰবৰুৱা ডাঙৰ লোক হৈ অপায় কালত শৰীৰ মোহত থাকি সকলো নীতি-মন্ত্ৰণা, মৰ্যাদা অভিমান এৰি বিশ্বাসঘাতক আদি পাপলৈকো ভয় এৰি ৰজা-প্ৰজা এৰি পলাল। এইটো কালৰহে বিক্ৰম।"

ইয়াৰ কিছুপৰৰ পাচতে নাও-নাৱৰা বিচাৰি একো যুগুতি কৰিব নোৱাৰি নিস্প্ৰাণ হৈ বৰবৰুৱা স্বৰ্গদেৱৰ আগত ওলালহি। তেওঁ নথকাত তেওঁৰ বিষয়ে অপবাদ কৰাৰ কথা শুনি বৰবৰুৱাই মৰ্মান্তিক বেজাৰ পালে। বৰবৰুৱাই ক'লে, "নাও বিচাৰি চেকীয়াল ফুকন আৰু ডেকা বৰবৰুৱা গ'ল, তেও নাও নাপালেহি, ময়ো মানুহ দি বিচৰাইছোঁ। আৰু মই স্বৰ্গদেৱৰ বন্দী—কায়বাক্যমনে। স্বৰ্গদেৱৰ চৰণ বিনে আনক নাজানোঁ। শ্ৰীচৰণতে শৰীৰ পৰিব, তথাপি স্বৰ্গদেৱৰ লগ কিয় এৰিম? মন্ত্ৰীৰ লগত স্বৰ্গদেৱৰ তিনি বন্ধুৰ গুৰু, তাতে, মোতে সকলো বিশ্বাস-ভাৰসাও কৰি আছে। স্বৰ্গদেৱক এৰিলে এইবোৰ পাতকে পায়, ই কথা ই শৰীৰে নকওঁ। তথাপি বৰবৰুৱা পলাল বুলি স্বৰ্গদেৱে শুনিছে। ই কালত যেনে কথা শুনিব নেপাইছে ই কথা স্বৰ্গদেৱে শুনি বুজিব।"

এনেতে যাদ তামুলীৰ পুতেক ৰামকৃষ্ণই কেখনমান নাও ঠিক কৰি অহাৰ বাৰ্তা দিলে। তাৰ পাচদিনা মৰাণৰ লগ লোৱা মোহনমালা কোঁৱৰৰ বৰাটি জীয়েক দুৱৰাৰ গোপেশ্বৰৰ ঘৈণীয়েকে তেওঁৰ বহুতীয়া হুৰাপোৱাৰ মুখে খুৱাদেৱেক লক্ষ্মীসিংহ স্বৰ্গদেৱলৈ কৈ পঠিয়ালে, "স্বৰ্গদেৱলৈ মৰাণৰ একো কক্ষা নাই। মৰাণৰ বৰবৰুৱা-লৈহে খং।"

এই কথা শুনি স্বৰ্গদেৱে অন্যান্য মন্ত্ৰীসকলেৰে পৰামৰ্শ কৰি মৰাণক ধৰিবলৈ অভিপ্ৰায় কৰিলে। তাকে শুনি, সত্তৰি বছৰীয়া বুঢ়া ৰাজনীতিত অভিজ্ঞ কীৰ্তিচন্দ্ৰ বৰবৰুৱাই স্বৰ্গদেৱক মেলত তলত দিয়াৰ দৰে নিজৰ মতামত জনালে।*

---

*কীৰ্তিচন্দ্ৰৰ উক্তিৰপৰা বৰবৰুৱাৰ প্ৰগাঢ় ৰাজনীতিজ্ঞান, মানৱ চৰিত্ৰৰ অভিজ্ঞতা, ৰাজ্যৰ বিবুধি কালত বিচক্ষণ উপস্থিত বুদ্ধি, কোনো এটা সমস্যাৰ আগ গুৰি পৰিণাম আৰু ভূত-ভৱিষ্যৎ কঁহিয়াই দেখুৱাব পৰা শক্তি, আৰু অসমীয়া গদ্য ভাষাৰ ওজস্বিনী শক্তিৰ পৰিচয় পাঠকে পাব পাৰিব।

"স্বৰ্গদেৱ, কালি স্বৰ্গদেৱৰ আহোঁতে স্বৰ্গদেৱৰ লগত নাহি অনেক থাকিল। কোনোবোৰে অহাখনিকে নাজানিলে, কোনোবোৰে জানিও নাহিল। স্বৰ্গদেৱৰ লগতো অনেক আহিল। পাচে তাৰে কোনোবোৰে বাটৰেপৰা উলটিলে, কোনোবোৰে বাহৰ পায়েই ৰাতিয়েই গ'ল। কোনোৱে পুৱাতে গ'ল, যিখনি আছে খাবলৈ পালেহে লগ নেৰিব। ইহঁতকো স্বৰ্গদেৱৰ চৰণত প্ৰাৰ্থনা কৰি ॥প দিযালোঁ, ৰূপ লৈয়ে কেতবোৰ গ'ল। লগৰ মানুহ পাতল হ'ল।

"মৰাণে ধৰিবও পাৰেহি। এতেকে ধৰিবলৈ নৌ পাওঁতেই শীঘ্ৰে দিহিঙৰ পাৰ হ'লেহে ভাল। সিপাৰে স্বৰ্গদেৱৰ বন্দী-বেটী অনেক আছে। সেই ভকতবোৰে-সৈতে মানুহ-দুনুহ চপাই লৈ, দীঘলী শালৰ নাও নমাই লৈ সেয়েৰেও, সত্ৰ-সভাৰ চহ-ৰীয়াৰো ভাৰী নাৱে সৈতে গৈ, আউনীআটি, বেঙেনাআটি আৰু যাক পায় সেইবোৰৰো ভকত আৰু নাও লৈ দেৰগাও পোৱা যাব। শালৰো নাও দেৱালৰো মানুহ কলিয়াবৰলৈ যাব লাগে। কলিযাবৰত স্বৰ্গদেৱৰ সকলো আহিলা আছে। স্বৰ্গদেৱৰ বন্দী-বেটী, হাতী অনেক আছে, মৰঙ্গীতো আছে। গোহাঁই দুজনাও আছে। এইবোৰক তাতে সাষ্টম হৈ থাকি গুৱাহাটীৰপৰা ফুকন ৰাজখোৱাৰে সৈতে আনখনি আনি মৰাণক মাৰিব পাৰিম।

"ক্ষত্ৰিয়ৰ ধৰ্ম শৰীৰ থাকে মানে যুদ্ধ কৰিব। জয় লভিলে ৰাজ্যভোগ হয়, যুদ্ধত পৰিলে স্বৰ্গভোগ হয়। শৰীৰৰ লগত কাতৰ হ'লে পৰলোকলৈকো পাপ হয়, ইহলোকতো পৰাধীন হয়, লোকৰ আজ্ঞাত প্ৰৱৰ্তি অনেক ভয়, লাজ, ক্লেশক পায়। মৃত্যু বাঞ্ছা কৰি থাকিব লগা হয়। অতি কুচিৎ দুখ। আৰু পৰদেশৰ ৰজাৰ হাতত পৰাজয় হ'লে, চাতুৰ হৈ তাক নিবন্ধ কৰি লৈ ৰক্ষা কৰিলে ভাল আছে, যাতে সি নিবন্ধ কৰি স্বদেশলৈ যায়। আৰু সেনাযে সৈতে সষ্টম হৈ থাকি সুদিন হ'লে তাকে জিনি পূৰ্বপদত স্থিতি হ'ব পাৰে। যিহেতু জয়-পৰাজয়ৰ সেযেই কাৰণ। এতেকে কাল বঞ্চিবৰ নিমিত্তে কাতৰতো আগেয়ে প্ৰৱৰ্তি গৈছে, সম্প্ৰতিও প্ৰৱৰ্তিছে, আগলৈকো প্ৰৱৰ্তিব।

"অতি কুচিৎ মহাম্লেছ আমি স্বৰ্গদেৱৰ সেৱকৰ সেৱক। আমাৰ সেৱকৰ সেৱকতহে তাৰ সেৱা ঘটিছে। তেনেত উপসা নকৰাকৈ শৰীৰ এৰাকেহে প্ৰশস্ত দেখি। যেন অন্যদাসে স্বামীজনক দাস কৰি সেই গৃহক্ষেত্ৰত স্বামী হৈ প্ৰৱৰ্তিলে স্বামীজনৰ মৰাহে প্ৰতিকাৰ, আতকৈ উপায় আনৰূপ নাই। আৰু কোনোসকলে যদি মৰাণক ৰবিবলৈ কয়, ৰবিলেও এইৰূপহে হ'ব। মৰাণে এই ভোগ পালে সন্তানৰ কুচিৎ ভোগ কৰিবলৈ কিয় যাব ?

"আৰু মৰাণ দুষ্টলোক, অনেক দুষ্টে তাৰ লগ লৈছেগৈ, ইঠাইত যিবোৰ দুষ্টলোক আছে এইবোৰ তাতোকৈ চতুৰ। ইহঁতে উত্তমলোকৰ সঙ্গত ফুৰি নীতি পাই শুনি দেখি আছে। এইহঁতেও তাৰ লগ ল'বহে। এইবোৰকে ইঠাই হ'লে দুষ্টৰ উন্নতি হৈ—অধৰ্মে দেশ জুৰিব, ধৰ্ম নীতিক লোপ কৰি সন্ত-শিষ্ট উত্তম লোকক নষ্ট কৰিব। কোনোবোৰে স্বধৰ্ম এৰি, দুষ্টৰ পালন হৈ তাৰে ধৰ্ম আচৰিব। এতেকে ধৰ্মত প্ৰৱৰ্তা উত্তম লোকৰহে কবুলো কয়, কভো বা বয়। দুষ্ট লোকৰ কবুল কাতৰ কোনো কালত নকয়। এতেকে উত্তম লোকে দুষ্ট লোকৰ বাক্যত কোনো কালত বিশ্বাস কৰি যোৱা

নাই। এতিয়া যদি দুষ্টৰ বাক্যত বিশ্বাস কৰা যাব, কদাচিতো তাৰপৰা শুভ নহয়, অশুভহে হ'ব, সন্ত-শিষ্ট উত্তম লোকৰ প্ৰলয়হে হ'ব। এতেকে স্বৰ্গদেৱে ই কথা নকৰিব।

"আৰু কোনোসকলে কয়, 'বৰবৰুৱালৈহে মৰাণৰ খং, বৰবৰুৱাকহে মাৰিব। স্বৰ্গদেৱৰো, দেশৰ লোক কাৰো একো নাই, কাকো একো নকৰে। মৰাণ ৰজা হোৱাও নাই, বৰজনা গোহাঁইদেৱৰ পুতেকটিকহে ৰজা পাতি আনিছে।' ই কথা মিছা। আৰু স্বৰ্গদেৱে নুশুনিব—নপতিয়াব। এইটো দুষ্ট লোকৰহে ফন্দ—উপায়।"

"মোৰ মানুহে ভালৰূপে জানি আহিছে, খোড়া মৰাণে কৈছে গোহাঁইৰ পুতেকক পাতিছে ৰজা। বৰজনা গোহাঁইদেৱক ৰজা পাতিম বুলি ফন্দেৰে চপাই লৈ তেওঁকে আগত খৈ দেশকে ৰৰাই মৰাণে কয়, 'বৰজনা গোহাঁইদেৱলৈ অস্ত্ৰ ধৰিব যি পাৰে, ধৰক, পোৱে-পুতেও সবংশে কাটিব। জিকিলেও ৰাজদ্ৰোহ হ'ব, এতেকে সি দুষ্ট লোকৰ ফন্দহে।"

"সেৱকৰ স্বৰ্গদেৱহে ঈশ্বৰ। স্বৰ্গদেৱৰ যি আজ্ঞা তাকে আচৰাহে ধৰ্ম, নাচৰিলেহে ৰাজদ্ৰোহ হয়। ফন্দেৰে মোক বিপৰীত কৰিছে, আৰু স্বৰ্গদেৱলৈ সাক্ষাতে অস্ত্ৰ ধৰি আহিছে। গোহাঁইদেৱ বুলিহে কৈছে যদি মহা গুৰুজন হ'লেও তাক নষ্ট কৰিব লগা, নষ্ট নকৰিলে দোষ পায়। দুষ্টৰ দণ্ডত থাকি ভাললোকে গমিব নোৱাৰাকৈ মৰাণৰ সঙ্গতি হৈছেগৈ। শত্ৰুৰ সঙ্গতি হ'লে ৰাজদ্ৰোহ পাতক অৱশ্যে সিদ্ধি হ'ল। তাত ভ্ৰম নাই। আৰু মৰাণ ৰজা হোৱাৰ সাক্ষাৎ প্ৰমাণ হৈ আছে। সত্ৰ-সভাত দেৱ-দেৱালয়ত ব্ৰাহ্মণত অপঘাত কৰি আহিছে। স্বৰ্গদেৱৰ বংশৰ ৰজা হ'লে এইসকলক সন্মানহে কৰিলেহেঁতেন, কদাচিতো অপঘাত নকৰে। দুষ্টৰ ফন্দত পৰিহে কোনোসকলে আকে স্বৰূপ বোলে।"

"আৰু মৰাণে মোক মাৰি আনক এৰিব এইখিনি নহয়, স্বৰ্গদেৱে তাক নপতিয়াব। বিশেষতঃ দুষ্টলোকে উত্তমলোকক মিত্ৰ কৰি কোনো কালে মনা নাই। দুষ্টৰ ক্ষমা-ধৰ্ম নাই। এতেকে কোনো নৰব। স্বৰ্গদেৱৰ একো নাই, মনত বহুত অসন্তোষ পাব। বন্দী-বেটীয়েও পাব, তেতিয়া আমাৰ নিচিনা বন্দীবোৰ গোটাব নোৱাৰিব। আৰু মানুহে অনেক ব্যাপাৰ কৰিও একুৰি পাইকৰ বৰা হয়হে, আমাক এশ পালেও দ্ৰব্য ব্যয় কৰিও তাকে ৰাখে, এৰিব নোৱাৰে। যদি মৰাণে ৰাজচক্ৰৱৰ্তীৰ পদ পায়, তাক এৰি হাবিলৈ যাব বুলি যদি কোনোবোৱে কয়, তাক স্বৰ্গদেৱে নপতিয়াব।"

"এতেকে যেই-সেই ৰূপে স্বৰ্গদেৱে মৰাণে নোপোৱাকৈ কলিয়াবৰলৈ শীঘ্ৰে যাব লাগে। আজিটো থাকিলেও কালিলৈ ই ঠাইত মৰাণে ধৰিবহি। মৰাণে পালেহি স্বৰ্গদেৱৰ লগত অহা বন্দী-বেটীও আঁতৰিব। ভাললোককো কোনোক মাৰিব, সকলো উপায় কাৰ্য গুচিব। এতেকেহে শীঘ্ৰ কৰিবলৈ প্ৰাৰ্থনা কৰিছোঁ। আজ্ঞা কৰিব লাগে।"

কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ পৰামৰ্শ শুনি বৰফুকনে ক'লে, "বৰবৰুৱাই যিখিনি কৈছে, সকলোখিনি শাস্ত্ৰোক্তি-নীতিপৰ। আক আচৰিব লাগে। কলিয়াবৰ পালেগৈ সকলো উপায় হ'ব। কলিয়াবৰলৈ যাবলৈ নাও নহ'লে কিহেৰে যোৱা হ'ব? ভাৰীনাও পাইছে একেখনি। স্বৰ্গদেৱ, গোহাঁইদেউ, ৰাজমাওদেউ, আইকুঁৱৰীদেউসকল, আইবোৰো

আছে। তাত কোন যাব ? ভাবীনাৱত গাকৈ মৰাকৈ তুলিবকো নোৱাৰি। যদি ভাবী নাৱত স্বৰ্গদেৱ গ'ল, স্বৰ্গদেৱৰ বন্দী-বেটী তুমি আমি অনেক আছিছোঁ, এইবোৰ স্বৰ্গদেৱৰ লগত কিৰূপে যাব ? যাব নোৱাৰিলে, সিহঁতে লগ নৌ এৰোঁতেই আমিয়েই এৰা হ'লো। প্ৰজাক এৰি যোৱানো হ'ব কি প্ৰকাৰে ?"

"নাও-নাৱৰাখনকেনো লোৱা যাব কি কৈ ? আৰু বাটতে হ'ল মোৱামৰা, দেশেই হৈছে তাৰেই। তাৰে অনেক ডোম সৰু নাৱেৰে দিনে-ৰাতিয়ে দিহিঙতে থাকে। প্ৰজায়ে সৈতে এইৰূপে যাবলৈ ডাঙৰ সংসাৰ। তাতে সেইহঁতৰ মেখিয়ে সৈতে সকলোবোৰ ধৰ্ম-কৰ্মকে নাজানে। তেনেবোৰ লোকজন নাইকিয়াকৈ পালে অপঘাত নকৰি নেৰিব। যদিবা অপঘাত নকৰে তেও লুট কৰি মৰ্যাদা হানি কৰিব। এইখিনি নিশ্চয়। এনেখনি হ'ব লাগিলে ই ঠাইতে কোনোখন হোৱাটোহে ভাল দেখি। মৰাণ বৰাটো কৰি এইখিনি হোৱা সামান্য হেন দেখি। এইখনি হ'লে বৰিলোঁ বুলিবলৈকো মৰাণে স্বৰূপ নেমানিব হেন দেখি।"

"সি মৰাণ স্বভাৱতে ধৰ্মহীন-অজ্ঞান-অসজ্ঞাতী-স্বমৃত্যুকো নাজানে, সদায়ে হিংসুক। তাক কি ৰূপে বুজোৱা যাব ? এতেকে সকলোকো সিহঁতে বুটি নকৰাকৈ নাও-নাৱৰায়ে কলিয়াবৰলৈ নিব পাৰিলে হ'লে সকলোখিনি ভাল হয়, সেইৰূপে নিব নোৱাৰিলে ই ঠাইতে থাকি মৰাণৰ ঠাইলৈকে কটকী পঠাই বৰাখনি হ'লেহে দিনকে পোৱা যাব হেন দেখি।"

"আমাৰ কৰ্মত যি লেখিছে গোসাঁই-গোসাঁনীয়ে তাকেহে কৰাব, কোনো স্বতন্ত্ৰ নহয়। মনেচোৱা খনিহে কৈছোঁ। দুজন ডাঙৰীয়া, বৰুৱা, ফুকন, সকলোকে স্বৰ্গদেৱে সমালোচন কৰি সেইৰূপ বোলে তাকে আচৰিবহে লাগে। বিলম্বত কাৰ্যৰো অকুশল হয়।"

এইদৰে কি কৰোঁ কি নকৰোঁ কৰি গুণা-গথা কৰি থাকোঁতেই খবৰ-যোগনীয়া মানুহৰপৰা স্বৰ্গদেৱৰ গতি-বিধিৰ সম্ভেদ পাই চাৰি-শ বৰতীয়া মৰাণে ৰাতি এপৰ হোৱাত স্বৰ্গদেৱক সকলোসৈতে বেৰি ধৰিলেগৈ। মৰাণে স্বৰ্গদেৱক বন্দী কৰিলে, আৰু বৰবৰুৱাক সগোষ্টে লোৱা লগালে।

স্বৰ্গদেৱক বন্দী কৰাৰ পূৰ্বে মৰাণে আহি ৰাতি দুপৰ চাইদগুত ৰংপুৰ নগৰ উঠিলহি। নাহৰখোৰা মৰাণৰ পুতেক ৰমাকান্ত ৰজা হ'ল, আৰু ৰাঘ বৰবৰুৱা হ'ল। মৰাণে বিহ খুৱাই মোহনমালা গোহাঁইৰ পুতেকক মাৰিলে, মোহনমালা দেৱকো মাৰিলে, তাৰ পাচতহে ৰমাকান্ত ৰজা হৈছিল। জয়লাভ কৰি নাহৰখোৰা শইকীয়াই নৰহৰি আৰু দেওগোঁসাই নাম ল'লে। খোৰাৰ প্ৰথম ভাৰ্যা ভাতুকীয়ে ৰাধা আৰু দ্বিতীয় ভাৰ্যা ভাবুলীয়ে ৰুক্মিণী নাম লৈ ৰণচণ্ডী হৈ ৰজাঘৰীয়া সৈন্যৰ লগত যুঁজ কৰিছিল বুলি প্ৰবাদ আছে। ৰাঘই বৰবৰুৱা হোৱাত ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ বৰকুঁৱৰী মগলৌ-জীয়ৰী কুৰঙ্গনয়নীক ভাৰ্যা কৰিবৰ মনেৰে চাঙলৈ নিয়ে, আৰু বৰুৱা ফুকন আদিৰ এশজনী জীয়ৰীকো ভাৰ্যা কৰি ৰাখে। বন্দীয়াৰত থাকোতে লক্ষ্মীসিংহ স্বৰ্গদেৱে কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰেসৈতে মোৱামৰা মহন্তৰ ওচৰলৈ গৈ আশ্ৰয় বিচাৰিছিল। ৰজা আৰু মন্ত্ৰী দুয়োকে বুঢ়ামহন্তই আশ্ৰয় দিয়াত ৰাঘ ক্ৰোধান্বিত হ'ল। গুৰুৰ আগতো স্বৰ্গদেৱে মূৰ নোদোঁৱাত ৰাঘই ৰজাৰ পিঠিত চমতাৰে একোব মাৰিলে, আৰু দুয়োজনকে

বলেৰে ৰাহিৰলৈ উলিয়াই আনি স্বৰ্গদেৱক পূৰ্ব্বৰ দৰে বৰদৌলত বন্দী কৰি থলে। গুৰুৰ কথা নামানি আশ্ৰিতক এইদৰে নিৰ্যাতন কৰাত বুঢ়ামহন্তই ৰাঘৱক শপিলে,

ঐশ্বৰ্য্যৰ গৰ্ব্বে তই ফুৰস হুঙ্কৰি।
আৰ ফল পাইবিহি বোলো নিষ্ঠ কৰি ॥
বিহুত যে বিহু তোৰ হৈব সৰ্ব্বনাশ।
তই ধূমকেতু সমস্তকে কৈবি নাশ ॥
লোহাৰ সঙ্গত অগনিয়ে ৰাৱি খায়।
তোৰ লগে আমাসাৰো হৈল সেহি প্ৰায় ॥

ৰাঘই অসাধাৰণ ক্ষমতাপন্ন হৈ চাৰিসত্ৰৰ বাদে আৰু অন্যান্য মহন্তক আনি বন্দী কৰি ধন ললে, আৰু এটকা মহন্তৰ সকলো শিষ্যক আনি মোৱামৰাত শৰণ লগাবলৈ দিহা কৰিলে। বুঢ়ামহন্তই ৰাঘৰ এই উত্তগুলি ভাল নাপাইছিল। তেওঁ মাথোন অন্য মহন্তৰ শিষ্যৰ শৰণ নোলোৱা সন্তানকহে শৰণ দিছিল আৰু মহন্তসকলক বিবিধ সম্ভাৰ দি নিজ নিজ ঠাইলৈ পঠিয়াই দিছিল। ৰাঘই ৰাজক্ষমতা পাই মদগৰ্ব্বী অন্ধ হ'ল, নিমাসিত মহন্তই ৰাঘক ক্ষমাই ৰাখিব নোৱাৰিলে। ইতিমধ্যে ৰাঘ মৰাণ বৰবৰুৱাৰ আজ্ঞা অনুসাৰে ১৬৯১ শকৰ মাঘত বুঢ়া কীৰ্তিচন্দ্ৰ বৰবৰুৱা, পুতেক চন্দ্ৰহাস ডেকাবৰবৰুৱা, উমা ঢেকীয়াল ফুকন, আৰু পদ্মসিংহক নচচা শালত দি হত্যা কৰা হ'ল।

লাহে লাহে ৰজাঘৰীয়াৰ চেতন আহিল, কুৰৈগঞা ঘনশ্যাম গোহাঁইহাজৰিকা, বৰগোহাঁইৰ ডেকা বাইলুং, যাদ তামুলীৰ পুতেক ৰামকৃষ্ণাই, বৰগোহাঁইৰ বিলতীয়া কেকেৰু কলিতা হাজৰিকা, এইসকলে কুৰঙ্গনয়নীৰসৈতে সংগোপনে পৰামৰ্শ কৰি ১৬৯১ শকৰ চ'তৰ সংক্ৰান্তিৰ দিনা হুচৰি গোৱা ছলেৰে খোৰাক বধ কৰিলে, পাচলৈ ৰমাকান্ত ৰজা, নাহৰখোৰা আৰু ৰাধাকো বধ কৰিলে। স্বৰ্গদেৱে পুনৰ সিংহাসনত বহিল। ঘনশ্যাম হাজৰিকা বুঢ়াগোহাঁই হ'ল, আৰু বাইলুং ডেকা বৰগোহাঁই হ'ল। সিংহাসনত উঠাৰ পাচ দিনাই ঘনশ্যাম বুঢ়াগোহাঁয়ে খুটিয়াপোতালৈ গৈ মোৱামৰাৰ মহন্ত অষ্টভুজদেৱ আৰু পুতেক সপ্তভুজক বন্দী কৰি বাপেক-পুতেক দুইকো কাপোৰৰ টোপোলা বান্ধি হাতীৰ ওপৰত দুফালে দুটাক পেলাই ৰংপুৰলৈ আনিলে, দুইকো ন-দুৱাৰৰ মুখৰ হাতীশালৰ মূৰৰ খোলাত অস্ত্ৰাঘাট কৰি মৰালে, ১৬৯২ শক, বহাগৰ কৃষ্ণপঞ্চমী তিথি।

লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত আৰু মৰাণৰপৰা বিশেষ আহুকাল হোৱা নাছিল। তথাপি মোৱামৰীয়া বিদ্ৰোহ নিৰ্ব্বীজ কৰিবৰ নিমিত্তে স্বৰ্গদেৱে ডাঙৰীয়াসকলেৰে সৈতে আলচ কৰিলে, "মোৱামৰীয়াই যিৰূপ কৰিলে গোহাঁইবোৰৰ চিত্তেও জানিছে। তথাপি মোৰ দেশৰ বন্দী-বেটী বুলি প্ৰধান দ্ৰোহীবোৰক কাটি মাৰি ইবোৰক ক্ষমা দিয়া গ'ল। এতেকে এজাৰক দুগ্ধেৰে শতবাৰ ধুৱালেও তাৰ কাল বৰ্ণ নুগুচে। এই মোৱামৰীয়াই কোনো ছিদ্ৰ পালে অপকাৰ নকৰিব এনে নহয়। ইয়াক মাৰি কাটিও সৰশেষ নিৰ্ব্বীজ কৰিব নোৱাৰি। এতেকে এই মোৱামৰীয়াকনো কেনে কৰা যুক্তি হেন দেখি?" গোহাঁই-সকলৰ পৰামৰ্শমতে স্বৰ্গদেৱে ৰাজ্যৰ চৌপাশে বিষয়া পঠিয়াই য'ত য'ত মোৱামৰীয়া মহন্তৰ ডেকাসকল, নাইবা মোৱামৰীয়া শিষ্য সকলে সন্দেহজনকভাৱে জুম বান্ধি আছিল বা চলাফিৰা কৰিছিল সকলোকে ধৰি আনি শাস্তি দিলে আৰু আহোমৰ কোঁৱৰবোৰেও মোৱামৰীয়াৰে যোত্ৰ হৈ বা অন্য মেধিৰ সহায় লৈ ৰাজপাট খাবলৈ যড়যন্ত্ৰ কৰাৰ গম

পালেই তেওঁলোকক ধৰি আনি শাস্তি দিয়া হৈছিল। এইৰূপে টানকৈ দিহা কৰাত লক্ষ্মীসিংহ স্বৰ্গদেৱৰ বাকী দিনকেইটা সুস্থিৰেই গৈছিল।

১৭০২ শক, খৃষ্টাব্দ ১৭৮০ চনত লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মৃত্যু হোৱাত তেওঁৰ পুতেক গৌৰীনাথসিংহ ৰজা হৈ গড়গাওঁ নগৰত শিঙৰীঘৰত উঠি তাতে পাট কৰি থাকিল। ইমান দিন নিতাল মাৰি থকা মোৱামৰীয়াই আলচ কৰিলে, "ই ৰজা একেটা, ইয়াৰ ভাই-ককাই নাই, পূৰ্বে বাপেক ৰজাক নেমাৰি থলে কাৰণে মন্ত্ৰণা কৰি ৰাঘৱ মাৰি পুনৰ ৰজা হ'ল। মৰা হ'লে আমাৰহে এজন ৰজা হৈ থাকিলহেঁতেন। নেমাৰি অকাৰ্য কৰিলে। এতিয়া এই শিঙৰীঘৰ উঠা সময়তে গড়গাওঁ নগৰতে আমি গৌৰীনাথক মাৰি গুৰু-ভকতৰো ধাৰ শুজোঁ, আমি ৰজাও হও।" এদিন স্বৰ্গদেৱে নাজিৰাহাটত হাতী-যুঁজ আৰু নাওখেল চাবলৈ গৈ উভতি ৰাতি নগৰ সোমাওঁতে মোৱামৰীয়াই ৰজাৰ জোৰধৰা মানুহৰ ভেশ ধৰি জোৰ ধৰি নগৰ সোমাই স্বৰ্গদেৱলৈ বুলি দোলাতে ঘা মাৰিলে। স্বৰ্গদেৱৰ গাত নপৰি দাৰ কোব দোলাৰ গাত পৰিল। স্বৰ্গদেৱে দেও মাৰি পলাই তলাতল ঘৰ সোমাল। স্বৰ্গদেৱক কাটিলো বুলি ঠাৱৰ কৰি মোৱামৰীয়াই ঢেকীয়াল ফুকন, দুলীয়া বৰুৱা, মিৰি-সন্দিকৈৰ ঢেকীয়াল ফুকন আদি সাতজন মানুহ কাটিলে, আৰু ৰজাৰ ৰৰচ'ৰা আৰু শিঙৰীঘৰতো জুই দিলে। মাদুৰিয়াল বৰগোহাঁই কেন্দুগুৰীয়া বৰপাত্ৰ গোহাঁই ডাঙৰীয়াৰ ঘৰত জুই দিলে। ঘনশ্যাম বুঢ়াগোঁহায়ে পুতেক পূৰ্ণানন্দ লড়ি-গোহাঁইৰ মুখে এই বাৰ্তা পাই পুতেকে স্থলত থাকিও স্বৰ্গদেৱৰ শত্ৰুৰে যুঁজ নকৰি ঘৰলৈ অহাত বুঢ়াগোহাঁয়ে ক্ৰোদ্ধ হৈ লড়ি-গোহাঁইৰ গালৈ যাঠিডাল মাৰি পঠালে। লড়ি-গোহাঁই পূৰ্ণানন্দই চেষ্টা নাপাই খুটাত বাগি দি সাৰিলে। বুঢ়াগোহাঁয়ে খঙতে পকি-জঁকি ক'লে, "কটা, ধিক জীৱন তোৰ। মোৰ ল'ৰা হৈ স্বৰ্গদেৱৰ লগত নমৰিলি কিয়? নবা মৰিব পা, নতুবা মাৰিব পা, তেহে মোৰ ল'ৰা হয়। কটা, এনে শিয়াল ল'ৰা কি কাৰ্যে লাগিছে? দা আন আগে ইয়াক কাটি যাও।" এনেতে লড়ি-গোহাঁই বাপেকৰ আগৰপৰা পলাই সাৰিল। ইয়াৰ পাচত বুঢ়াগোহাঁয়ে সেনাপতি বৰফুকনক মাতি আনি গোটাচেৰেক মানুহ লগত লৈ গড়গাওঁ নগৰত চলাহ কৰি স্বৰ্গদেৱৰ শৱ বিচাৰিবলৈ ধৰিলে, ক'তো নাপাই অনুমান কৰিলে স্বৰ্গদেৱ জীয়াই আছে। ভালেখিনি পৰৰ পাচত তলাতল ঘৰৰপৰা স্বৰ্গদেৱৰ মাত শুনিলে, সেইদিনা বহাগৰ ১০ দিন, ১৭০৫ শক।

স্বৰ্গদেৱক ঘা মাৰি মৰিল বুলি নিশ্চিন্ত হৈ শিঙৰীঘৰত জুই দি "গড়গাওঁ বাহুল্য ঠাই, আমি তাকৰ মানুহে ইয়াক ৰাখিব নোৱাৰিম, ৰংপুৰলৈ গৈ ভকত লোকক গোটাই তাতে ৰজা হৈ থাকোগৈ" বুলি মৰাণ ৰংপুৰ নগৰলৈ গ'ল। পাচদিনা স্বৰ্গদেৱক চাঙলৈ তুলি পালী-পহৰীয়া নিবন্ধ কৰি দি হাতী-ঘোঁৰা সৈন্য লৈ ঘনশ্যাম বুঢ়া-গোহাঁই, হৰনাথ সেনাপতি ফুকন, মাদুৰিয়াল বৰগোহাঁই ডাঙৰীয়া, দিহিঙীয়াৰ নাওবৈচা ফুকন, এইসকলে মৰাণ মাৰিবলৈ বুলি ৰংপুৰলৈ গ'ল। ৰংপুৰৰ কাষৰত আৰু ভিতৰতো বহুপৰ যুদ্ধ হ'ল। মোৱামৰীয়াৰ বিস্তৰ মানুহ কটা গ'ল। অৱশেষত তিষ্ঠিব নোৱাৰি ৰণশেষ মোৱামৰীয়া ৰংপুৰ নগৰ এৰি নদুৱাৰে ওলাই ভাগি গ'ল। বুঢ়াগোহাঁই ডাঙৰীয়াই নগৰলৈ স্বৰ্গদেৱলৈ বাৰ্তা পঠিয়ালে। এইবাৰ মোৱামৰীয়া ৰংপুৰত থাকোতে জয়সাগৰ পুখুৰীৰ পাৰত থকা পৰ্বতীয়া ভট্টাচাৰ্য গোসাঁইক মোৱামৰীয়াই অনেক দুৰ্বচন বুলিছিল, তাতে গোসাঁয়ে শপিলে বোলে, "এই মোৱামৰীয়া অলপহতে নষ্ট হ'ব।"

ৰংপুৰৰ জেকা-জঙ্গাল ভঙ্গাৰ পাচত স্বৰ্গদেৱ গড়গাওঁৰপৰা ভাটিয়াই ৰংপুৰলৈ গ'ল। স্বৰ্গদেৱে তিনিজনা ডাঙৰীয়া, বৰবৰুৱা, বৰফুকন আদিক আনি ভিতৰলৈ নিয়াই মোৱামৰীয়াক সপুত্ৰবান্ধৱে নষ্ট কৰিবলৈ সিদ্ধান্ত কৰিলে। সেইদিনা বৰচ'ৰাতে সকলোকে স্বৰ্গদেৱৰ আজ্ঞা শুনালে বোলে, "মোৱামৰীয়াক যেয়ে য'তে পায়, ততে ধৰি ধৰি সপুত্ৰ-বান্ধৱে মাৰক।" টেকেলা আদি ঘোঁৰাচোৰা পঠিয়াই সকলো গাৱেঁ-ভূঁয়ে স্বৰ্গদেৱৰ আজ্ঞা বাষ্ট্ৰ কৰা হ'ল। ৰজাৰ এই প্ৰচণ্ড আজ্ঞা শুনি মোৱামৰীয়া যাকে য'তে পালে তাতে ধৰি ধৰি মাৰিলে। কতো ডফলা, ভোট, কছাৰী, জয়ন্তা আদি দেশলৈ পলাই প্ৰাণ ৰক্ষা কৰি থাকিল। মায়ামৰীয়াৰ বংশাৱলী মতে আঠলাখ মোৱামৰীয়াক বধ কৰা হ'ল। মোৱামৰীয়াৰ তেজেৰে নৈ-বিল ৰাঙলী হ'ল। নদীৰ জল খাব নোৱাৰা হ'ল, আলিত মানুহ যাব নোৱাৰা হ'ল, ব্ৰহ্মপুত্ৰৰো জল খাব নোৱাৰা, মাছ খাব নোৱাৰা হ'ল। এইৰূপে দেশৰ মটক সকলোকে মাৰিলে। দেশ সমানে এফাল উবাৰ হ'ল, শিঙৰীঘৰ পোৰা স্বৰ্গদেৱক মাৰিব খোজা দুযোৰো প্ৰতিকাৰ হ'ল। তাৰেপৰা দেশ লঘু হ'ল। মেলে-খেলে পাইক ভাগিয়ে ভাগিযে পাইকো অৰ্ধখনি হ'ল। হাবিৰ মটক এটা ধৰি আনিলে। ধৰি অনাটোৱে বোলে, "কুটুম্ব, মোক আনিলে" এই বুলিলে তাৰ লগৰ যি দহ-বাৰটা থাকে সকলো ওলাই আহি মৰেহি। এই ক্ৰমেও অনেক মৰিল। পৰে তিনি পক্ষ মৰাণ মৰাত বৰগোহাঁই ডাঙৰীযা, বৰবৰুৱা, চ'ৰাৰ ফুকন ৰাজখোৱাসকলে স্বৰ্গদেৱত জনালে বোলে "দেশ উবাৰ হ'ল, দ্ৰোহী-অদ্ৰোহী সকলো মৰিল। যিবোৰ মাৰিলে মৰিল, নমৰাবোৰক এৰিবলৈ স্বৰ্গদেৱে যেন আজ্ঞা কৰিব, এতিয়াও মৰাটো যুক্তি নহয়।" বিষয়াসকলৰ কথা শুনি স্বৰ্গদেৱে গড়গাওঁত থকা ঘনশ্যাম বুঢ়াগোঁহাইলৈ জনাই পঠিয়ালে। বুঢ়াগোহাঁইয়ে ক'লে, "মই বিহবাহঁৰ সঁচ মাৰিব খুজিলোঁ, এতিয়া অৰ্ধখান মৰাতে বাধা কৰিছে। এই মটকে পুনৰ পুনৰ খাব, তেতিয়া মোলৈ মনত পৰিব।" স্বৰ্গদেৱে ঘনশ্যাম বুঢ়াগোহাঁইৰ উপদেশ উলংঘা কৰি মৰাণ মাৰিবলৈ নিষেধ কৰিলে।

১৭০৫ শকৰ আষাঢ় মাহত ঘনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়াই ব্ৰণ ৰোগত পৰি বৰ যন্ত্ৰণা পালে। অন্তিম কাল উপস্থিত হ'ল বুলি জানি পুতেক পূৰ্ণানন্দ লড়ি-গোহাঁইক শয্যাৰ কাষলৈ মাতি আনি আগত বহুৱাই ক'বলৈ ধৰিলে, "মোতেকৈ তোৰ শতগুণ কীৰ্তি হ'ব। স্বৰ্গদেৱক মনেৰেও বিষম নিচিন্তিবি। মটক-বিহবাঁহৰ কঠিয়া, তাৰ ভাল গাজটো দেখিলেই খুপি থাকিবি, তেহে দেশ খাব পাৰি। লোকৰ ছোৱালী লোকক নিদিবি, এই কথাত মোৰ দুখ দেখিছুই। গুচৰীয়া-পদৰীয়াৰ তামোল-পাণৰ চৰুত বাজে আন ভেঁটি নাখাবি, তেহে সিদ্ধান্ত শিলৰ ৰেখ হ'ব। দুটা এটাৰ ধন খাবৰ শুনিলে সকলৰো সিদ্ধান্ত মিছা বোলে। আৰু তই মোৰ টেমাত থকা পুথিখনি নেৰিবি। অলঙ্কাৰখনি মাত্ৰ তোক দিছোঁ। ৰজাই দেশ এৰিলেও তই আপোন দেশ নেৰিবি। দেশতে মৰ যদি মৰিবি। জীয়াই থাকিলেও কীৰ্তি থাকিব।" এইবুলি কোৱাৰ পাচতে কুঁৱৈগঞা ঘনশ্যাম বুঢ়াগোহাঁই ডাঙৰীয়া বৈকুণ্ঠলোকলৈ প্ৰয়াণ কৰিলে।

মোৱামৰা মহন্ত অষ্টভুজদেৱ নৱম অধিকাৰ নিহত হোৱাত চৈধ্য বছৰ কাল অধিকাৰ পদ শূন্য হৈ আছিল। গৌৰীনাথসিংহ স্বৰ্গদেৱে অৱৰীশ আৰু সাৰঙ্গপাণি নামে মোৱামৰাৰ গাওঁবুঢ়াৰ পৰামৰ্শ লৈ ১৭০৬ শকত অনিৰুদ্ধদেৱৰ কনিষ্ঠ পুত্ৰ সৰ্বানন্দ-দেৱৰ প্ৰপৌত্ৰ পীতাম্বৰক উত্তৰৰ ডফলা পৰ্বতৰপৰা আনি দক্ষিণপাটৰ নামে অগ্নিচাপৰিত ঘৰদুৱাৰ সাজি নামঘৰ মণিকূট কৰি দি মহাজন পাতিলে। ৰজাৰ আজ্ঞা মতে আউনী-

আটিৰপৰা মূৰ্তি, পূজাৰী ব্ৰাহ্মণ, ভাগৱত, পুৰোহিত দিয়া হ'ল, চামৰ চন্দ্ৰতাপো দিয়া হ'ল। মুকলিৰখনি মোৱামৰীয়াই পীতাম্বৰ মহাজনকে মহন্ত মানি সেৱা কৰিলে। বেংমৰা আৰু হোলোঙ্গাগুৰিৰ মৰাণে পীতাম্বৰক গুৰু নেমানি হৰিময় আৰু কাচিনলীয়া ভবানন্দ এই দুইক মহাজন মানি সেৱা কৰি দ্ৰব্য-বস্তু কৰ দিবলৈ ধৰিলে। এই ক্ৰমে থলৰখনি হ'ল এফালে, হাবিৰখনি মটক হ'ল এফালে, দুইভাগ দুইৰূপে প্ৰৱৰ্তিলে।

মৰাণক মাৰি ৰাজ্য সুখিল কৰি গৌৰীনাথ সিংহ স্বৰ্গদেৱে ৰং-আনন্দে কিছুদিন কাল কটাইছিল। স্বৰ্গদেৱৰ গুৰু ৰমানন্দ আচাৰ্য পহুমৰীয়া ন-গোসাঁইৰ মাজিওজনা পুতেক গঙ্গাধৰ গোসাঁইৰ উপদেশ মতে জয়সাগৰৰ পাৰত থকা পৰ্বতীয়া ভট্টাচাৰ্যক খেদাত ভট্টাচাৰ্য-গোসাঁয়ে যাত্ৰা কৰি ক'লে, "হে ভগৱতী, তোমাৰ অনেক-পুৰুষীয়া আমি উপাসিত। আমি শিৱসিংহ ৰজাকে আদি কৰি চাৰিজনা ৰজাক দেশে সহিতে সুকলমে প্ৰৱৰ্ত্তালোইঁক, আমি এতিয়া শ্ৰীগৌৰীনাথ মহাৰজাৰ দিনত নকৈ হোৱা গোসাঁইৰ আগত থাকিলে বিষম হয়। আমি গৈ কলিয়াবৰ পাই পূৰ্বদিশে অগ্নিময় দেখিব লাগে—এই প্ৰাৰ্থনা ৰাখিব লাগে।" মুকলিমুৰীয়া গোসাঁইৰ বংশৰ ৰামৰুদ্ৰ নামে এজন সিদ্ধ পণ্ডিতক পহুমৰীয়া গোসাঁয়ে কিছু বেজাৰ দিয়াত তেৱোঁ অসম এৰি গুচি গ'ল, যাবৰ সময়ত ক'লে, "এই দেশ উছন হ'ব।"

স্বৰ্গদেৱে পহু চিকাৰ কৰিবৰ মনেৰে গড়মূৰত বাহৰ কৰি আছিল। তাতে থকাত মটকে জাপৰিভিটাত ৰণ আলচিলে। এই ৰণৰ চৰ্দাৰ হৈছিল হাউহা নামে তাতী এটা, পাচলৈ যোগেন্দ্ৰ নামে খ্যাত। পূৰ্বে আৰিমত্ত ৰজাৰ নগৰখন লুইতে খহোৱাত মোৱামৰাৰ ডোম এটাই এখন তামৰ পাত পাই তাতীক দিলে। পাতত সাঁচ মৰা কথাখিনি আওৰাই লৈ ব্ৰত ধৰি তাঁতীয়ে ভয়বান মোহবান শিকি কপালত ফোট লোৱা সকলো সিদ্ধি কৰি বহু মানুহ চপাই কাড় ধনু দা বাৰু দি ওচৰৰ মানুহক পীড়া কৰিবলৈ ধৰিলে। স্বৰ্গদেৱৰ ভিনিহি সন্দিকৈৰ ভাগতী ৰৰবৰুৱাক তাতীৰ ৰণৰ কথা সোধাত ৰৰবৰুৱাই ক'তো ৰণ নাই বুলি পাতলাই থ'লে। স্বৰ্গদেৱে গড়মুৰ বাহৰ এৰিবৰ সময়ত ৰং চাবৰ মনেৰে বাহৰত জুঁই দিবলৈ আজ্ঞা কৰিলে। স্বৰ্গদেৱে ফাকুৱা দৌলত উঠি বাহৰ পোৱা ৰং চালে। তাৰ পাচত ৰজা ৰংপুৰলৈ গ'ল। তাঁতীৰ ৰণ টান হোৱাত আৰু অন্যান্য ঠাইতো ৰণ ওলোৱাত স্বৰ্গদেৱে মৰঙ্গিখোৱা আৰু দিহিঙ্গীয়া ফুকন এই দুইক ৰণলৈ পঠিয়ালে। ১৭০৯ শকৰ আষোণত ৰণ হ'ল। তাতীয়ে মন্ত্ৰ জাৰি কাপোৰ এখন ৰজাঘৰীয়া সেনাৰ গালৈ মাৰি দিয়ে, তাতে মানুহে ভয় খাই ৰণ এৰি পলায়। মৰঙ্গিখোৱা আৰু দিহিঙ্গীয়া ফুকন ৰণত পৰিল। পাচত বৰপাত্ৰ গোঁহাই আৰু গুৱাহটীয়া দিহিঙ্গীয়া ফুকনক ৰণলৈ পাঁচিলে। কেবা ঠাইতো ৰণ লাগিল। হাউহা তাতীয়ে মোহবান ভয়বান মাৰি ৰজাঘৰীয়া সৈন্যক পৰাভৱ কৰিলে। মৰাণৰ সেনাপতি কেবাজনাও ওলাইছিল, হাউহা তাতী, পৰ্সাদ, ফোফাই, বিদুৰ, তমাই, কলীয়াভোমোৰা। বৰপাত্ৰ গোহাঁয়ে ৰণ এৰি সৈন্য-সামন্ত লৈ ৰংপুৰলৈ আহিল। দিহিঙ্গীয়া ফুকনে ভালেমান দিন কোঁঠতে সোমাই থাকিল। গড়মুৰৰ বৰজনা অধিকাৰে কিছু ৰণ কৰিছিল। আউনীআটি দক্ষিণপাট গোসাঁয়েও ৰণ কৰিবলৈ মন কৰিছিল। হাউহা তাতীৰ লগত পৰ্সাদ, পৰমা আদি কৰি আৰু কেজনমান বীৰে যোগ দিছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই দিখৌমুখত কোঁঠ কৰি ৰণ দিছিল পাচত ৰণত লোৱাৰি চোলা চুৰিয়াত বাজে গাৰ কাপোৰ নোহোৱাকৈয়ে পলাই আহিব লগাত পৰিল। উত্তৰপৰীয়া মটকে পীতাম্বৰ মহাজনক অগ্নিচাপৰিৰপৰা

লগলৈ নিয়ালে। স্বৰ্গদেৱৰ আজ্ঞাৰে আউনীআটিৰপৰা দিয়া পুৰোহিত আৰু পূজাৰীক কটাই ধ্ৰুৰ্দ্ধষ মহাযাত্ৰা কৰি পীতাম্বৰ মহাজন মৰাণৰ লগলৈ গ'ল। দিহিঙৰ ৰৱজনা বাপে শিষ্য সহিতে ৰণলৈ ওলাল। মোৱামৰীয়া সেনাপতি পৰ্ৰ্যাদে দিহিঙৰ ভকতক বেঢ়ি ধৰিলে, ভকতসকল লৰ মাৰিলে। দিহিঙৰ মহন্তই অকলে আঠ-দহটা মটকক কটাত বেঢ়ি ধৰি মহন্তক আঘাত কৰিলে, মহন্তই ৰণথলীতে প্ৰাণ এৰিলে।

তাৰ পাচত মৰাণে ৰংপুৰৰ কাষ চাপি জয়সাগৰৰ ওচৰলৈকে ব্যাপি ৰ'ল। স্বৰ্গদেৱে ৰণ টান দেখি ভদৰী চোলাধৰা ফুকনৰ সহিতে চোংদেও আৰু লক্ষ্মীনাৰায়ণক লগত লৈ ধোন্দে দি সৰকি নাৱেৰে ভাটীলৈ যাত্ৰা কৰিলে, ১৭০৯ শকৰ মাঘ মাহ, ৮ দিন যাওতে শুক্ৰবাৰে। দুই দণ্ডৰ মধ্যতে ৰংপুৰ নগৰ শূন্য হ'ল। কেদিনমানৰ মূৰত গুৱাহাটী পোৱাত গৈগে বৰফুকনে আদৰ-সম্ভাষণ কৰি দোপদৰতে ঘৰ কৰাই ৰোজ-বাজ দি ৰাখিলে। ৰজা নোহোৱা ৰংপুৰত প্ৰসাদ আৰু হাউহা সোমাই পীতাম্বৰ মহাজনক মাতি আনিবলৈ মনস্থ কৰিলে। পীতাম্বৰ মহাজনে আহি নমটীয়া মোৱামৰীয়াৰ লগত বিবাদ লাগি পুনৰ গুচি গ'ল। হাউহা তাতীয়ে যোগেন্দ্ৰ নাম লৈ তিনি বছৰ ছমাহ কাল ৰংপুৰত ৰাজ্য ভোগ কৰিলে।

এইবাৰ ৰণত মোৱামৰীয়াৰ পক্ষে কেবাগৰাকীও তিৰোতাই ৰণ কৰিছিলে—প্ৰথম নায়িকা আছিল দ্বিজকন্যা চন্দ্ৰমালা, তেওঁৰ লগৰ আন আন ৰণচণ্ডী আছিল, মধুৰী, ৰম্ভা, জয়ন্তী, ভানুমতী, ভদ্ৰাৱতী, সুভদ্ৰা, সুচলা, জয়া ৰোহিনী আৰু সুমতি।

"তেতিক্ষণে দ্বিজৰ নন্দিনী চন্দ্ৰমালা।
শান্তীসৱ লৈয়া পাতিলন্ত যুদ্ধ খেলা॥

মধুৰী গুৰুৰ তেহে বধূ সৌভাগিনী।
শান্তীসৱ মধ্যে সিটো নাৰী শিৰোমণি॥

ৰম্ভা যে জয়ন্তী ভানুমতী ভদ্ৰাৱতী।
সুভদ্ৰা সুচলা জয়া ৰোহিনী সুমতি॥

এহি দশ শান্তী অতি পৰম ৰুচিৰ।
কঁকালত বস্ত্ৰ বান্ধি যুদ্ধে ভৈলা থিৰ॥

পাচে আগ বাঢ়ি চন্দ্ৰমালা মহাসতী।
বোলে বস্ ওৰে দুষ্ট ৰাজাৰ পদাতি॥

গুৰু সমে মাৰি আছ অনেক যে বাৰ।
লক্ষ লক্ষ লোক মাৰি কৰিলি উবাৰ॥

পতি পুত্ৰ সহোদৰ মাতুল খুড়াই।
সমস্তকে বধি আছ কৰিয়া অন্যায়॥

তাৰ প্ৰতিফল দিবো সমৰত ধৰি।
মুকুতিৰ চুটে নিবো সবাকো সংহৰি॥

আজি বুঢ়ীমাৰে যদি ধৰিবাক পাৰোঁ।
পঁচুৰা ছিৰাদি ছিৰি গুৰিয়াই মাৰোঁ॥ (অঃ চঃ)

গৌৰীনাথসিংহ স্বৰ্গদেৱে গুৱাহাটী পাই পানীফুকন আৰু চেৰিয়াল ফুকনক বাণী, জুকী, নগঞা আৰু ধৰজিৰ মানুহ লগত দি উজাই ৰণ কৰিবলৈ পঠিয়ালে।

পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই গঞ্জালি মানুহখিনি মুঠ কৰি দিচৈ নৈৰ পাৰত কোঁঠ দি আছিল। সেই দিচৈ নৈৰ দুয়োপাৰে দুখন হাট আছিল। পূব পাৰে পৰ্বতীয়া ফুকনৰ ভাগৰ হাট, পশ্চিমখন ৰাইদঙীয়া বৰুৱাৰ ভাগৰ হাট, সেইদেখি সেই ঠাইৰ নাম যোৰহাট হ'ল। আগে যোৰহাটৰ নাম টোকোলাই-বচাহে আছিল। ১৭১০ শকত ৰাজেশ্বৰ-সিংহ স্বৰ্গদেৱৰ সৰুটি পুতেক পাটকোঁৱৰেও মোৱামৰীয়াৰ বিৰুদ্ধে শিৱসাগৰত ৰণ কৰিছিল। ৰণত জিনি নিজে ৰজা হ'বলৈ চেষ্টা কৰি গুৱাহাটীত থকা গৌৰীনাথ-সিংহলৈ "স্বৰ্গদেৱ পাটকোঁৱৰৰপৰা ভাগি যোৱা ৰজালৈ দিয়া চিঠি" বুলি পত্ৰাদি দিছিল। পাচলৈ মোৱামৰীয়াৰ হাতত পাটকোঁৱৰে প্ৰাণত্যাগ কৰে। ১৭১১ শকত দেশত দুৰ্ঘোৰ আকাল হয়। দেশত ঠায়ে ঠায়ে মোৱামৰীয়া ৰজা হৈ ৰাজ্য খাইছিল। মাজুলীত হাউহা তাতীয়ে যোগেন্দ্ৰ নাম ধৰি দিহিং সীমাকৈ ৰাজ্য ভোগ কৰিছিল। ৰংপুৰত মোৱামৰীয়া মহাজন পীতাম্বৰদেৱে ১৭১৩ শকৰ ফাগুন মাহত ডেকা গোসাঁই ভৰথীক ৰজা পাতিছিল। উজনিৰ বেংমৰাত সৰ্বানন্দ ৰজা হৈছিল আৰু ১৭১৬ আৰু ১৭১৭ শকত নিজ নামৰ মোহৰ মৰাইছিল। ৰজাই ভৰতসিংহ নাম লৈ "ভগদত্তকুলোত্তৱ"-বুলি ১৭১৪ শকত মোহৰ মৰাইছিল। আৰু পাচলৈ ১৭১৮ আৰু ১৭১৯ শকতো মৰাইছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই দিচৈৰ কোঁঠত থাকি ৰাজ্য ৰক্ষা কৰিবলৈ যত্ন কৰিছিল, কিন্তু মোৱামৰীয়াক কোনোমতে নিৰ্বীজ কৰিব পৰা নাছিল।

স্বৰ্গদেৱে গুৱাহাটীৰপৰা নগাওঁলৈ যায়। তাৰ মানুহে ৰজা আৰু তেওঁৰ বিষয়াসকলক ৰচদ-পাতি যোগান দি আমনি লগাত আৰু ৰজাও পৰাক্ৰমহীন হোৱা দেখি ৰজাক কেবাবাৰো লঘু-লাঞ্ছনা কৰে। স্বৰ্গদেৱে গুৱাহাটীত থাকোঁতে মণিপুৰীয়া বুঢ়াৰজা জয়সিংহলৈ কটকী পঠিয়াই সহায় খোজে। জয়সিংহই পোনতে ধৰ্মাধিক পঠিয়ায় তাৰ পাচত নিজে পুতেক মধুচন্দ্ৰ যুৱৰাজ সৈতে আহি পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিহামতে গৌৰী-সাগৰৰ ওচৰত মৰাণৰে ৰণ কৰে, কিন্তু যুদ্ধত বিশেষ ফল দেখুৱাব নোৱাৰাত নিজ দেশলৈ গুচি যায়। পাচে স্বৰ্গদেৱে কলিকতালৈ লিখি কোম্পানিৰ সৈন্যৰ সহায় বিচাৰে। ১৭১৪ শক, ইংৰাজী ১৭৯২ চনত কাপ্টান ওৱেলচ্ চাহাবে সসৈন্যে গুৱাহাটীলৈ আহি স্বৰ্গদেৱক লগত লৈ উজাই মৰাণক খেদাই ৰংপুৰ উদ্ধাৰ কৰি গৌৰীনাথসিংহক পুনৰ সিংহাসনত বহুৱায়। ১৭১৬ শক, ইংৰাজী ১৭৯৪ চনত কোম্পানিৰ সৈন্য অসমৰপৰা উভতি যায়। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে কোম্পানি চিপাহীকেটামান লগত ৰাখি অসমীয়া সৈন্যক পাথৰ কলাই বন্দুক দি কাৱাজ কৰাই কুৰ্তা পিন্ধাই ওঠৰ কুম্পানি পল্টন গঠন কৰে। এনেতে ১৭১৭ শক, ইংৰাজী ১৭৯৫ চনত গৌৰীনাথসিংহৰ মৃত্যু হয়।

কমলেশ্বৰসিংহ স্বৰ্গদেৱ ৰজা হোৱাৰ পাচত ৰংপুৰ, যোৰহাট এই দুই অঞ্চলত ৰণ নাইকিয়া হ'ল। মোৱামৰীয়াৰ শেষ ৰজা ভৰতসিংহ ১৭২৩ শকত যুদ্ধ কৰি ৰণত পৰে। কিন্তু দুৱণিত নকৈ ৰণ ওলাল। কছাৰী আৰু মোৱামৰীয়া গোট খাই বৰ্তমান নগাওঁৰ চাংচকী, বেবেজীয়া, দবকা, তেতেলীখনাত ৰণ উলিয়ালে। হৰিপদ ডেকা ফুকনে সেই বিদ্ৰোহ দমালে। চিংফৌ খামটিয়ে শদিয়াৰফালে উপদ্ৰৱ কৰাত বুঢ়াগোহাঁয়ে সৈন্য পঠিয়াই সেই উপদ্ৰৱ দমন কৰিলে। ৰাজ্যত পুনৰ শান্তি হ'ল আৰু বুঢ়াগোহাঁই ডাঙৰীয়াই দেশে-দেশে ভাগি যোৱা অসমীয়া প্ৰজা ওভোতাই আনি স্বস্থানত পাতিবৰ দিহা কৰিলে।

ইমানদিন মোৱামৰীয়া সত্ৰ এৰবীয়া কৰি ৰাখিছিল। এতিয়া উপদ্ৰৱ কৰাত স্বৰ্গদেৱ কমলেশ্বৰসিংহই আগ-পাচ ভাবি আৰু আগলৈকো কোনো মনোবিবাদ নহ'বৰ কাৰণে, আৰু মহন্তয়ো বিশেষ মিনতি কৰাত ৰবসভা পাতি অন্য মহন্তৰে সৈতে মোৱামৰা মহন্তক চামিল কৰি থৈছিল।*

এইদৰে মোৱামৰীয়া বিপ্লৱৰ সৃষ্টি হ'ল আৰু দুকুৰি বছৰ কাল দেশত মহাবিভ্ৰাট ঘটোৱাৰ পাচত কমলেশ্বৰসিংহৰ দিনত তাৰ উপশম হ'ল। মৰাণ-বিপ্লৱত ভাগি যোৱা অসমীয়া মানুহ এতিয়াও পাকন্দা, চিলহট, জয়ন্তা, কছাৰী, নগাপৰ্বত, ৰঙ্গামাটি, চিলমাৰী পৰ্য্যন্তে গোমাল। দেশৰ দহ-অনা প্ৰজা নাইকিয়া হ'ল, ধনে-ধানে পৰিপূৰ্ণ অসম দেশৰ বহু ঠাইত, এৰাবাৰীৰ বননিয়ে ছাতি ধৰিলে। বাকী যি ছয়-অনা প্ৰজা আছিল তাকো চিংফৌয়ে ছয়-সাঁত বাৰ আহি ধৰি ধৰি লৈ গ'ল। তাৰ পাচত মানেও ধৰি নিলে। মানৰ উপদ্ৰৱত অসমীয়া প্ৰজাই আকৌ গাওঁ এৰি বিদেশত আশ্ৰয় ললেগৈ। আজি অসমত যি অসমীয়া আছে, সি পূৰ্বৰ অসমীয়া নিষ্পূৰ্ণীয়া প্ৰজাদেহৰ জঁকা মাত্ৰ।

মোগল-সম্ৰাটৰ ন্যায়ৰীতি-বৰ্জিত উৎপীড়ন আৰু গুৰুসকলৰ হত্যাৰপৰা যেনেকৈ ভগৱৎপ্ৰাণ শিখ সম্প্ৰদায়ে অস্ত্ৰ ধৰি বিদ্ৰোহ তুলি মোগল সাম্ৰাজ্যক নিশকতীয়া কৰিলে, তাৰ ফলে যেনেকৈ ভাৰতত তৈমূৰৰ ধ্বজা উৰিবলৈ এৰিলে, মোৱামৰীয়া বিপ্লৱেও সেইদৰে অসমক নিশকতীয়া কৰি অৱশেষত অসমৰ স্বাধীনতা বিলুপ্ত কৰিলে।

* স্বৰ্গদেৱ কমলেশ্বৰসিংহই অন্য মহন্তৰে সৈতে মোৱামৰীয়া মহন্তক চামিল কৰি যোৱাৰ কথা মণিৰাম দেৱানে লিখা অসম বুৰঞ্জীত পোৱা গৈছে। মোৱামৰা সত্ৰৰ বংশাৱলীমতে চন্দ্ৰকান্ত সিংহ ৰজাৰ দিনত সকলো মহন্তই মোৱামৰা মহন্তক পৰাচিত হ'ব লাগে বুলি কোৱাত মোৱামৰাৰ ভক্তানন্দদেৱে অধিকাৰ প্ৰভুৱে অস্বীকাৰ কৰিলে, আৰু আগেয়ে অন্য মহন্তসকলক পৰাচিত হ'বলৈ কলে। দুই পৰ কাল পৰামৰ্শ কৰি কোনেও পৰাচিতৰ কাৰণে সন্মত নোহোৱাত মহন্তসকল ঘৰলৈ গ'ল।

# সপ্তদশ অধ্যায়

# অসমীয়া মুছলমান

মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত অসমত থকা মুছলমানসকলে এই দেশীয় অন্যান্য প্ৰজাৰে সৈতে মিলা-প্ৰীতিৰে বাস কৰিছিল। তেওঁলোকে নিজ নিজ ধৰ্ম আৰু আচাৰ-পদ্ধতি মানি আৰু তাৰ শিক্ষা আৰু অনুশীলনৰ সুবন্দোবস্ত কৰি নিৰ্বিঘ্নে জীৱন যাপন কৰিছিল। অন্যান্য অসমীয়া প্ৰজাক ৰজাই যেনে বিষয়-বাব দিছিল, অসমীয়া মুছলমানসকলেও সেইদৰে ৰজাঘৰৰ বিষয়বাব খাইছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ পূৰ্বে মাথোন এজন অনাহোম অসমীয়াই ফুকনৰ খিতাপ পাইছিল, এওঁ হৈছে মীৰজুমলাৰ সময়ত জয়ধ্বজসিংহ স্বৰ্গদেৱে গুৱাহাটীলৈ যুদ্ধৰ চৰ্দাৰ কৰি পঠিওৱা বেজদলৈৰ ঘৰৰ মনথিৰ ভঁৰালীবৰুৱা। ৰজাই মনথিৰক বিশেষ স্নেহ কৰিছিল, নিজৰ শহুৰেক বৰফুকন গুৱাহাটীত থকা সত্ত্বেও মনথিৰৰ ওপৰত দায়িত্বপূৰ্ণ ভাৰ অৰ্পণ কৰি তেওঁক পৰ্বতীয়া ফুকন পাতিছিল। তাতে ক্ষুব্ধ হৈ আহোম বিষয়াসকলে যুদ্ধলৈ মনকাণ এৰিছিল। ৰাজেশ্বৰসিংহৰ পাচত প্ৰথমবাৰ মোৱামৰীয়া বিদ্ৰোহ দমোৱাৰ কাৰণে লক্ষ্মীসিংহ স্বৰ্গদেৱে কেকেৰু কলিতা হাজৰিকাক চোলাধৰা ফুকন পাতে। ১৬৬২ আৰু ১৭৭২ খৃষ্টাব্দৰ ভিতৰত কোনো অনাহোমে ফুকনৰ বাব পোৱা নাছিল। সেইদেখি হিন্দুৰ মাজত বৰুৱা, হাজৰিকা আৰু শইকীয়াই ডাঙৰ বাব আছিল। মুছলমানসকলেও আন হিন্দুৰ দৰে বৰুৱা আদি বিষয় ভোগ কৰিছিল। মুছলমানৰ পীৰ-ফকীৰ, পণ্ডিত-মৌলানা আদিৰ জীৱিকা-নিৰ্বাহৰ কাৰণে ৰজাই তেওঁলোকক পীৰপাল মাটি দান কৰিছিল। অন্যান্য প্ৰজাৰ দৰে মুছলমান প্ৰজাকো কাৰ্য অনুসৰি খেলে খেলে ভগোৱা হৈছিল, আৰু ওপৰৰ কৰ্মচাৰীৰ তলত তেওঁলোকে আনৰ দৰে নিৰ্দিষ্ট কৰ্তব্য সম্পাদন কৰিছিল। তেওঁলোকৰ মাত-কথাও খাচ-অসমীয়া আছিল, মাথোন আজিকালিৰ দৰে তেওঁলোকে ঘৰুৱা কথা-বাৰ্তাত ধৰ্মসম্বন্ধীয় গোটাচেৰেক বিশেষ শব্দ প্ৰয়োগ কৰিছিল। অসমীয়া মুছলমান সম্প্ৰদায় অন্যান্য অসমীয়া প্ৰজাৰ দৰে অসমীয়া জাতীয়ত্বত মাৰ গৈছিল। ধৰ্মগত পাৰ্থক্যৰ বাহিৰে অন্য অসমীয়াৰ লগত তেওঁলোকৰ জাতিগত কোনো পাৰ্থক্য নাছিল। অসমীয়া মুছলমান সম্প্ৰদায়ৰ জৰিয়তে অসমীয়াৰ মাজত বিবোৰ নতুন ভাৱ আৰু চিন্তাৰ ধাৰা প্ৰবাহিত হৈছিল তাৰপৰা অসমীয়াৰ জ্ঞানৰ ভঁৰাল আৰু সভ্যতাৰ বিবিধ অঙ্গই পৰিপুষ্টি লাভ কৰিছিল।

অসমীয়া ৰজা আৰু অসম ৰাজ্যৰ মঙ্গলৰ কাৰণে ঈশ্বৰৰ ওচৰত মুছলমানীমতে প্ৰাৰ্থনা কৰিবলৈ নিৰ্দিষ্ট মুছলমান গুৰু আছিল। শ্যাহ নেৱাজ নামে এজন পীৰ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনৰেপৰা এই কাৰ্যত নিযুক্ত আছিল। শ্যাহ নেৱাজ পীৰৰ ভালেমান শিষ্য-প্ৰশিষ্য আৰু লিগিৰা-বনুৱা আছিল, আৰু তেওঁ উচ্চশ্ৰেণীৰ মুছলমানে পিন্ধা সাজ-

কাপোৰ পিন্ধি ফুৰিছিল। তেওঁৰ ঘৰ আহোম ৰজাৰ ৰাজধানীৰ কাষতে আছিল আৰু স্বৰ্গদেৱে তেওঁৰ ৰাজ্যৰ হস্তে তুতি-মিনতি কৰিবৰ কাৰণে শ্যাহ নেৱাজ পীৰক মাজে মাজে হাজোৰ পোৱামক্কা তীৰ্থলৈ বস্তু-সম্ভাৰ দি পঠিয়াইছিল। নেৱাজৰ মৃত্যুৰ পাচত তেওঁৰ ওচৰ-সম্বন্ধীয়া এজনে এই বাব পায়। তেওঁৰ লগত আৰু তিনি-চাৰিজন পীৰ আছিল। স্বৰ্গদেৱে কাৰেং এৰি বাহিৰলৈ ওলালে এই পীৰসকলে উৰ্ধবাহু হৈ ৰজাৰ মঙ্গলৰ অৰ্থে পৰমেশ্বৰৰ আশীৰ্বাদ উচ্চাৰণ কৰিছিল।

আহোম ৰজাৰ আমোলত আৰবী ফাৰ্চী ভাষা, কোৰাণ, হদিছ্ আৰু ছৰিয়ত আদিত শিক্ষা দিবৰ কাৰণে অসমৰ নানা ঠাইত উপযুক্ত পঢ়াশালি আছিল। এই পঢ়াশালিবোৰ স্থানীয় মচজিদৰ লগত সংযুক্ত আছিল বা সুকীয়াকৈ আন ঠাইত পতা হৈছিল। মুছলমান ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে গুৱাহাটী নগৰত দহ-বাৰখন আৰু ৰংপুৰ ৰাজধানীত কুৰিখনতকৈয়ো অধিক পঢ়াশালি আছিল। ৰজাঘৰে এই পঢ়াশালিবোৰৰ কাৰ্যপদ্ধতিত কোনো প্ৰকাৰে হস্তক্ষেপ নকৰিছিল।

মুছলমানসকলে ভাৰতৰ উত্তৰ-পশ্চিম অঞ্চলৰ ফালৰপৰা অসমলৈ আহে। তেওঁলোক নিজ দেশত নানানি বিদ্যাত পাৰ্গত আছিল। অসমৰ পুৰাতনীয়া বাসিন্দা মানুহৰ মাজত সেইবোৰ বিদ্যাৰ বিশেষ ব্যুৎপত্তি নোহোৱাত অসমলৈ অহা মুছলমানসকলক তেওঁলোকৰ বিদ্যাৰ উপযোগী কামত লগোৱা হৈছিল। এবাৰ কোনো নিৰ্দিষ্ট কামত ৰজাঘৰৰপৰা জীৱিকাৰ সংস্থান হোৱাত তেওঁলোকে পুৰুষ-পৰম্পৰাই সেইবোৰ বিদ্যাত পাৰ্গতালি আৰ্জন কৰিছিল। অসমীয়া মুছলমানসকল ৰজাঘৰীয়া কামৰ অনুসাৰে তলত লিখাৰ দৰে নানান শ্ৰেণী বা খেলত বিভক্ত হৈছিল।

**আখৰকটীয়া**—এওঁলোকে দেবোত্তৰ, ব্ৰহ্মোত্তৰ, ধৰ্মোত্তৰ আৰু পীৰপাল মাটি দিয়া তামৰ ফলি, ৰজাৰ বিশেষ আদেশ থকা তামৰ আৰু শিলৰ ফলি, অন্যান্য কথা থকা শিল আৰু বৰহিলৈ আৰু সোণ-ৰূপ, তাম-পিতল কাঠৰ বাচোন আদিৰ আখৰ খোদাই কৰি কাটিছিল। এনে ধৰণৰ আখৰ কটাত মুছলমান কাৰিকৰ বৰ ওস্তাদ আছিল। অতি ওখ স্তম্ভ আৰু দেৱালৰ গাত তেওঁলোকে এনে ঠাচেঁৰে আখৰ কাটিব পাৰিছিল যে সবাতকৈ নামশাৰীৰ আখৰ আৰু সবাতকৈ ওখ শাৰীৰ আখৰ চকুৰ আগত একে সমান আকাৰৰ যেন দেখা গৈছিল। তাজমহলৰ গাত খোদিত লিপিত এনে ধৰণৰ চমৎকাৰ কাৰিকৰী নিহিত আছে। পশ্চিম ভাৰতৰ আখৰকটীয়া ওস্তাদ অসমলৈ অনা হৈছিল, তেওঁলোকে আৰু তেওঁলোকৰ সতি-সন্ততিয়ে আখৰকটা কাম কৰি জীৱিকা মোকোলাইছিল আৰু অসমৰ অন্যান্য মানুহকো সেই বিদ্যা শিক্ষা দিছিল। চাংৰুং ফুকন, শিলাকুটি বৰুৱা আৰু খনিকৰ বৰুৱাৰ তলে আখৰকটীয়া খেলৰ মানুহে কাম কৰিছিল আৰু তেওঁলোকৰ কাৰ্যৰ তত্ত্বাৱধান কৰিবৰ কাৰণে হাজৰিকা, শইকীয়া আৰু বৰা আদি নিৰ্দিষ্ট বিষয়া আছিল।

**খাৰঘৰীয়া**—কিছুমান মুছলমানক খাৰ-বাৰুদ তৈযাৰী কৰা কামত লগোৱা হৈছিল। তেওঁলোক গন্ধীয়াঘৰীয়া হিলৈদাৰী খেলত ভুক্ত আছিল।

**শেনছোৱা**—প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত চৈয়দ আবুবকৰ আৰু সত্ৰাজিতে আসাম আক্ৰমণ কৰে। চৈয়দ আবুবকৰ ৰণত পৰে আৰু সত্ৰাজিত পলাই যায়। তেওঁ-

লোকৰ লগৰ মানুহ আৰু নাও অসমীয়াৰ হস্তগত হয়। ধৰি অনা নাৱত ভালেমান সৰু সৰু শেনচৰাই আৰু সেইবোৰক প্ৰতিপাল আৰু শিক্ষা দিয়া মানুহ আছিল। অসমৰ ৰজাই সেইবোৰ মানুহক শেনচোৰা বৰুৱাৰ তলে শেনচোৰা খেলত পাতিলে। এওঁ-লোকৰ কাম আছিল চৰাইচোঙত শেন পোহা আৰু শেনক শিক্ষা দিয়া, আৰু ৰজাৰ আগত শেন মেলি ৰং দেখুৱা। শেনৰ প্ৰতিপাল আৰু চিকিৎসা আৰু শেন মেলাৰ নিয়ম-প্ৰণালী থকা নিৰ্দিষ্ট ৰজাঘৰীয়া পুথি আছিল।

**কাৰ্চিপৰ বণকৰা**—এওঁলোকে ভাল মিহি কাপোৰৰ ওপৰত কটা ফুলৰ কাম কৰিছিল, আৰু চোলা-চাদৰ আদিত ডাঠ কাপোৰৰ ফুল কাটি চিলাই কৰিছিল, আৰু ভাল ভাল সোণ-ৰূপৰ গুণাৰে ফুল-লতা বাচি বেজীৰে সি সি কাচিপৰ কাপোৰ তৈয়াৰ কৰিছিল।

**জলমবটা**—এওঁলোকে চৰাইদেৱৰ পূজাত লগা ছুয়জৰী বাটিছিল। ৰূপচন্দ্ৰ বৰবৰুৱা পোনতে এনে কাম কৰা মুছলমানৰ ঘৰত বনুৱা আছিল। সেইদেখি তেওঁৰ পৰিয়ালক বিদ্ৰূপ কৰি বকতিয়ালৰ জলমবটাৰ ঘৰ বুলি কৈছিল।

**গুণা কটীয়া**—এওঁলোকে আচল সোণৰ আৰু ৰূপৰ মিহি গুণা তৈয়াৰ কৰি-ছিল।

**বকতাৰ খেল**—এওঁলোকে ভাল ভাল মিহি তৰোৱাল, ডাঙৰ আৰু সৰু কটাৰী, আৰু গুপ্তী তৰোৱাল আদি গঢ়িছিল। এওঁলোক বকতাৰ খেলৰ অন্তৰ্ভুক্ত হৈ বৰবৰুৱাৰ অধীনে কাম কৰিছিল।

**পাৰ্চীপঢ়ীয়া**—এওঁলোকে বিদেশৰপৰা অহা ফাৰ্চী চিঠি আদি ৰজা আৰু বিষয়াসকলৰ আগত পঢ়ি শুনাই অৰ্থ বুজাইছিল, আৰু মুছলমানৰ মাজত মাটি-বাৰী সম্পত্তি সম্পৰ্কীয় বিৰোধ হ'লে মুছলমানী আইন মতে সেই সম্পত্তি কি ৰূপে বিভক্ত হ'ব লাগে তাকে শাস্ত্ৰ চাই ৰজাৰ বিচাৰকক পৰামৰ্শ দিছিল।

**মুদ্ৰা সাঁচত মৰা**—এওঁলোকে ৰজাৰ টাকশালত সোণ-ৰূপৰ চাকলি সাজি তাত আখৰ সাঁচ মাৰি নিৰ্দিষ্ট আকাৰৰ আৰু মূল্যৰ মোহৰ তৈয়াৰ কৰিছিল। এইবোৰ মোহৰ অসমৰ ৰজাঘৰ আৰু অন্য অসমীয়া বেপাৰী সাউদে বিদেশীক ধন দিব লগা হ'লে ব্যৱ-হাৰ কৰিছিল। ফুলেশ্বৰী কুঁৱৰীয়ে "আহোম-বেগম প্ৰমথেশ্বৰী" আৰু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে "ৰাজেশ্বৰ সিংহ আলমপাণ" বুলি ফাৰ্চী ভাষাত মুদ্ৰা মৰাইছিল। সেইবোৰৰ পাঠ পাৰ্চীপঢ়ীয়াই যুগুত কৰি দিছিল।

**মিস্ত্ৰী**—এওঁলোকে খাট-পালেং সাজিছিল, আৰু খেনোৰে হাতীদাঁতৰ পাটী, বিচনী, কাকৈ-ফণী আদিও তৈয়াৰ কৰিছিল।

**ৰাজমিস্ত্ৰী**—এওঁলোকে ইটা পগাইছিল, বিবিধ মছলা আদি গোটাই কঢ়াল তৈয়াৰ কৰিছিল, আৰু ইটাৰ পকীঘৰ আদি নিৰ্মাণ কৰিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত ৰংপুৰ নগৰৰ তলাতল ঘৰ আদি সঁজা ঘনশ্যাম কাৰিকৰ ঘনচামুদ্দীন নামে মুছলমান কাৰিকৰ আছিল বুলি খেনো বুৰঞ্জী লিখকে কয়।

**ৰহণ কৰা**—এওঁলোকে ৰং মাৰি আন দ্ৰব্য মিহলাই পকা ৰং তৈয়াৰ কৰিব পাৰিছিল। এওঁলোকে কাঠৰ পালেং, খাট, চাৰপাৰা, হাতীদাঁতৰ নানান আচবাবত ৰহণ লগাইছিল। এওঁলোকে ছবি আদিতো পকা ৰং লগাইছিল। শিৱসিংহ মহাৰাজ আৰু কুঁৱৰী অম্বিকা দেৱীৰ আদেশমতে ১৭৩৪ খৃষ্টাব্দত সুকুমাৰ কাইথে সংকলন কৰা 'হস্তীবিদ্যাৰ্ণৱ' পুথিৰ বিবিধ চিত্ৰাৱলী দিলবৰ আৰু দোষায় নামে দুজন চিত্ৰকৰে অঙ্কন কৰিছিল। এই দিলবৰ চিত্ৰকৰ এজন মুছলমান আছিল। সম্ভৱতঃ এওঁ মোগল সাম্ৰাজ্যৰ নানান ঠাইৰ অভিজ্ঞতা থকা মানুহ। পুথিত থকা মুছলমান বাদশ্যাহৰ চ'ৰাৰ মুছলমান সঙ্গীতজ্ঞ আৰু নাচনিয়াৰৰ ছবি এই দিলবৰৰ তুলিৰপৰা ওলাইছিল।

**হিল-গঢ়া ওস্তাজ**—এওঁলোকে কমাৰশাল পাতি মাত্ৰামতে তাপ দি নানা আকাৰৰ লো-পিতলৰ সৰুহিলৈ বৰহিলৈ গঢ়িছিল।

**নাগেৰীয়া**—অসমীয়া দেৱালয়বোৰত নাগেৰা বজাবৰ কাৰণে মুছলমান পাইক নিযুক্ত হৈছিল। এই নাগেৰা মুছলমান পাদশ্যাহ আৰু মনচবদাৰসকলৰ চ'ৰাৰ দুৱাৰমুখৰ নকৰখানাত বজোৱা নহবতৰ দৰে এবিধ বাদ্য, আৰু মৰ্যাদা অনুসাৰে দিনে ন-বাৰ, সাতবাৰ বা পাঁচবাৰকৈ নহবত বজোৱাৰ নিয়ম আছিল। নহবত বজোৱাত পাকৈত মুছলমানক অসমীয়া দেৱালয়ত নাগেৰা বজাবলৈ নিযুক্ত কৰা হৈছিল।

**দেৱলীয়া পাইক**—নাগেৰীয়া বাহিৰেও দেৱালয়ৰ যাৱতীয় কিছুমান কাম সম্পাদন কৰিবলৈ মুছলমান পাইকক দেৱলীয়া পাইকৰ শ্ৰেণীত নিযুক্ত কৰা হৈছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত গুৱাহাটীৰ চিত্ৰাচল বা নৱগ্ৰহ দেৱালয়ত জয় নামে এজন মুছলমান দেৱলীয়া পাইক মন্দিৰৰ বাৰীচোৱাৰ বাব পাইছিল। এইজনা স্বৰ্গদেৱে ১৬৭৬ শক বা ১৭৫৪ খৃষ্টাব্দত কামৰূপৰ দীপ্তেশ্বৰ দেৱালয়ৰ কাৰণে যি পাইক দিছিল তাৰ ভিতৰত ছজন মুছলমানৰ নাম পোৱা যায়, কৈঠালকুচিৰ আচামদ্দীন, সূতাৰকুচিৰ দেৰু, গঠিয়া, খৰা কণা, আৰু মাটী আলিৰ ছাদুল্লা। লক্ষ্মীসিংহ স্বৰ্গদেৱে পহমৰাৰ বৰজনা গোসাঁই গঙ্গাবল্লভ গোস্বামীক গৌৰীবল্লভ দেৱালয়ৰ সেৱাচলোৱা বাব দিয়াত তাৰ লগতে ফলি কৰি দুঘৰ মুছলমান দেৱলীয়া পাইক দিছিল।

**মৰিয়া**—এওঁলোক পিতল খুন্দি তাৰ বাচন আদি তৈয়াৰ কৰা কামত নিযুক্ত হৈছিল। এওঁলোক মুছলমানৰ অন্তৰ্গত এটি স্বকীয়া সম্প্ৰদায় বুলি পৰিগণিত হৈছিল। এওঁলোকে কোন দেশৰপৰা কেতিয়া অসমলৈ আহে তাক সঠিককৈ জানিব পৰা নাযায়। প্ৰবাদ আছে তুৰ্বকে অসম আক্ৰমণ কৰোঁতে তেওঁৰ লগৰ ৰণ-পলৰীয়া মানুহ কেতখিনিমান অসম ৰজাৰ সেনাপতিয়ে ধৰি আনে, আৰু পাচলৈ তেওঁলোকক হাতীঘাঁহী আৰু ভুঁই ৰোৱা কামত নিযুক্ত কৰা হয়। কিন্তু এই দুই কামত এওঁলোকে নানান ভুল-ভ্ৰান্তি কৰাত পিতলৰ বাচন নিৰ্মাণ কৰা কামত নিযুক্ত কৰা হয়, আৰু তেওঁলোকৰ পো-নাতিৰ দিনতো এই পিতলৰ বাচন কৰা ব্যৱসায়ত মৰিয়া সম্প্ৰদায় নিযুক্ত হয়। এই সম্প্ৰদায়ৰ মানুহ শকত-আৱত মজবুট আৰু দীৰ্ঘজীৱী, আৰু এওঁলোকৰ মাজত এটি সাম্প্ৰদায়িক ভাষা প্ৰচলিত আছে বুলি শুনা যায়।

ৰজাঘৰীয়া বাব পোৱা ওপৰত কোৱা মুছলমানসকলে বাইকৈ খনিকৰী কাম কৰিছিল। সেইদেখি তেওঁলোকে খনিকৰ বৰুৱাৰ তলে বাব পাইছিল। এতিয়াও

ভালেমান মুছলমানে আগৰ দিনৰ খনিকৰৰ খেলৰ মানুহৰ সতি-সন্ততি বুলি পৰিচয় দিয়ে। কিছু মুছলমানে গন্ধীয়া ফুকন আৰু খাৰঘৰীয়া ফুকনৰ তলেও কাম কৰিছিল।

তাৰ উপৰিও অনেক মুছলমানে ভিতৰুৱাকৈ নিজ বিদ্যা খুটুৱাই জীৱিকা উপাৰ্জন কৰিছিল। মুছলমান মানুহৰ মাজত পবিত্ৰ ইচ্‌লাম ধৰ্মৰ মূলতত্ত্ব বুজাই মানুহক ধৰ্মনিষ্ঠ কৰিবৰ কাৰণে পণ্ডিত ধৰণৰ পীৰসকল অসমলৈ আহি তাৰ চেষ্টা কৰিছিল। তেওঁলোকে নিজে কোনো ব্যৱসায় অনুসৰণ কৰি জীৱিকাৰ বাট মোকোলাইছিল, বা ৰাইজৰ দোৱা চাপাচিৰ ওপৰত নিৰ্ভৰ কৰি পোহপাল গৈছিল, বা ৰজাঘৰৰপৰা মাটি-বৃত্তি লাভ কৰি প্ৰতিপালিত হৈছিল। প্ৰমত্তসিংহ স্বৰ্গদেৱে ১৬৭২ শকত বা ১৭৫০ খৃষ্টাব্দত মাণিক নামে মোকামঘৰীয়া এজন ফকীৰক ফলি কৰি কামৰূপত নানকাৰ মাটি দিছিল বুলি জনা যায়। ১৭০২ শকত বা ১৭৮০ খৃষ্টাব্দত লক্ষ্মীসিংহ স্বৰ্গদেৱে গুৱাহাটী নিবাসী হাজী আনোৱাৰ পাৰ্চীপঢ়ীয়া ফকীৰক 'বিদেশৰপৰা আহিলত স্বৰ্গদেৱে কথামাত হৈ সন্তোষ পাই' বনভাগ আৰু কোঁৱৰভাগ, কামৰূপৰ এই দুই পৰগণাত থকা মাটি কিছু 'স্বৰ্গদেৱৰ কুশল চিন্তি' পুৰুষানুক্ৰমে অধিকাৰী হৈ ধৰ্ম প্ৰৱৰ্তাই থাকিবৰ কাৰণে দান কৰিছিল। ইযাৰ লগতে কামৰূপত থকা কেখনমান মোকামৰ উপসত্ত্বও স্বৰ্গদেৱে হাজী আনোৱাৰ ফকীৰক ভোগ কৰিবলৈ দিছিল, বাউসী পৰগণাৰ শ্যাহ মদাৰ বৰমোকাম ১, বৰনগৰ পৰগণাৰ শ্যাহফকীৰৰ মোকাম ১, ক্ষেত্ৰি পৰগণাৰ পাঁচপীৰৰ মকাম ১, হাজোৰ বৰমকাম ৪ ভাগৰ ১ ভাগ।

আগৰ দিনত অসম ভাৰতৰ পূব-সীমান্তত এচুকত পৰি আছিল। ওচৰ-চুবুৰীয়া দেশৰ সৈতে মানুহ অহা-যোৱাৰ ঘনিষ্ঠ সম্বন্ধ নথকাত আমাৰ দেশ আন দেশতকৈ পিচ পৰা হ'ব বুলি ৰজা-প্ৰজা সকলোৱে শঙ্কা কৰিছিল। ইপোনে বিদেশী মানুহক ইয়ালৈ অবাধে আহিবলৈ দিলে গোজেই গছ হ'ব বুলি মানুহৰ মনত ভয় আছিল। ইযাৰ কাৰণে অসমৰ ৰজাই কটকী, খাউন্দ, বৰাগী আদি পঠিয়াই বিদেশৰ ভাল দৰ-দস্তুৰ, ধাৰা-নীতি, সাজ-পাৰ, গান-বাজনা আৰু যুদ্ধ-কৌশল আদি শিকি অহাৰ ব্যৱস্থা কৰিছিল আৰু সেইবোৰ জনা মানুহ পাৰিলে অসমলৈকো লৈ আহিবলৈ স্বৰ্গদেৱসকলে আজ্ঞা দিছিল। মাটি-বাৰীৰ কৰ-কাটলৰ হিচাব লিখা মানুহ স্বৰ্গদেৱে বিদেশৰপৰা অনাইছিল, তেওঁলোকক কাকতী খেলত থোৱা হৈছিল। সেইদৰে নানান বিদ্যা জনা কায়স্থ আৰু ব্ৰাহ্মণকো স্বৰ্গদেৱসকলে অসমলৈ অনাই বিষয়-বাব দি ৰাখিছিল। বিদেশী বুলি এওঁলোকে ৰজাৰ অনুগ্ৰহত বিষয় খাই অসমত পুত্ৰ-পৌত্ৰাদিক্ৰমে বাস কৰিছিল আৰু এইদেশৰ মানুহৰ লগত জাহ গৈ ইয়াতে বিয়া-বাৰু কৰি কালক্ৰমে নিভাঁজ অসমীয়া হৈ পৰিছিল। উচচ তৰপৰ অসমীয়া হিন্দুৱে তেওঁলোকৰ পূৰ্বপুৰুষ কনৌজৰপৰা অহা বুলি প্ৰমাণ কৰিব পাৰিলে নিজকে গৌৰবান্বিত বুলি বিবেচনা কৰে। সেইদৰে নানান কাৰিকৰী কামজনা মানুহক অসম ৰজাই বঙ্গদেশৰ নবাব বা দিল্লীৰ বাদ্‌শ্যাহক অনুৰোধ কৰি অসমলৈ অনাইছিল। তেওঁলোকে ৰজাঘৰীয়া বিষয়-বাব খাই ইয়াতে বিয়া-বাৰু কৰি থিতাপি হৈ শিৰফুটা প্ৰাচীন বুনিয়াদী অসমীয়া হৈ পৰিছিল।

তাৰ উপৰিও কোনো বিদ্যাত বিশেষকৈ পাৰ্গত থকা কোনো মুছলমান মানুহ অসমলৈ আহিলে স্বৰ্গদেৱে তেওঁক ইয়াত নিগাজীকৈ থকাৰ সুবিধা দিছিল, আৰু তেওঁৰ গাত থকা বিদ্যাথিনিৰপৰা আনৰ যাতে উপকাৰ হয় তাৰ হস্তে ব্যৱস্থা কৰিছিল।

ৰজাই বিদেশলৈ দূত পঠিয়াই নিপুণ শিল্পী আৰু বিদ্বান মানুহ আমাৰ দেশলৈ অনাইছিল। তেনেস্থলত তেনে মানুহ নিজেই অসমত আহি কিবা কাৰ্যবশতঃ ওলালে ৰজাই সৌভাগ্য বুলি বিবেচনা কৰিছিল। অসমলৈ আহি ইয়াৰ সকলো কথাৰ সন্তেদ লৈ কোনো বিদেশী মানুহ স্বদেশলৈ যাব খুজিলে ৰজা অসন্তুষ্ট হৈছিল, কাৰণ তেতিয়া মোগলৰ বিৰুদ্ধে যুদ্ধ-বিগ্ৰহাদি চলি আছিল বা যেই সেই সময়তে যুদ্ধ হোৱাৰ আগন্তুক আছিল, গতিকে অসমৰ কোঠ-প্ৰাঙ্কি বাট-পদূলি আৰু অসমীয়া সৈন্যৰ বলাবলৰ কথা জানিলে বিদেশীৰ অসম আক্ৰমণৰ বিশেষ সুবিধা হোৱাৰ সম্ভাৱনা ; সেইদেখি বিদেশী ঘনশ্যাম কাৰিকৰে অসমৰ মানচিত্ৰ আদি লৈ যাবলৈ খোজাত তেওঁক আতক কৰি থোৱা হৈছিল। বিদেশী আগন্তুকৰ অসমৰ ৰজাঘৰীয়া নীতি এনে ধৰণৰ আছিল বুলি ক'ব পাৰি, "তুমি অসমত থাকা, তাত আমাৰ আপত্তি নাই। কিন্তু ইয়াতে বিয়া-বাৰু কৰি, ইয়াৰ ধাৰ-দস্তুৰ মানি আৰু এই দেশৰে মাত কথা লৈ ৰজাৰ কুশল বাঞ্ছা কৰি আমাৰে এজন হৈ থাকা। তোমাৰ আৰু দেশস্থ পুৰাতন প্ৰজাৰ ভিতৰত ভিন ভাব, ভিন স্বাৰ্থ আৰু ভিন উদ্দেশ্য হ'ব নালাগে।" ইয়ালৈ যিসকল মুছলমান নিজ খুচিৰে আহিছিল বা যুদ্ধ-বিগ্ৰহাদিত ইয়ালৈ আহি দেশলৈ নগৈ ইয়াতে চিৰস্থায়ী হৈছিল, তেওঁলোকে এই অসম দেশকে আপোন বুলি সাবটি ধৰি কালক্ৰমে কনৌজ আদিৰপৰা অহা হিন্দু প্ৰজাৰ দৰে ইয়াৰ শিৰফুটা বুনিয়াদী বাসিন্দা হৈ পৰিছিল।

বিদেশী আক্ৰমণকাৰী অসমলৈ আহিলে অসমীয়া মুছলমানসকলে মাতৃভূমি অসমৰ ফালেহে দেহ-মন সমৰ্পন কৰিছিল। স্থানীয় অসমীয়া মুছলমানসকলে অসম আক্ৰমণকাৰী স্ব-ধৰ্মী মুছলমানৰ প্ৰতি সহানুভূতি দেখুৱাব বুলি মোগল সেনাপতিসকলে আশা কৰিছিল, কিন্তু অসমীয়া মুছলমানে তেনে সহানুভূতি নেদেখুৱাত বিদেশী বিষয়াসকল অসন্তুষ্ট হৈছিল। মীৰজুমলাই অসম আক্ৰমণ কৰা কালত বাদুলী ফুকন, হৰি ডেকাৰ পুতেক জগতৰাম ডেকা আদি ভালেমান অসমীয়া হিন্দু বা আহোমে নবাবৰ লগ লৈছিলগৈ, এনেকি জয়ধ্বজসিংহ স্বৰ্গদেৱৰ পৰম বিশ্বাসী মনথিৰ ভঁৰালী বৰুৱা বেজদলৈ ফুকনেও মীৰজুমলাক বৰিবৰ মনেৰে ভিতৰি মানুহ-দুনুহ পঠিয়াইছিল। কিন্তু অসমীয়া মুছলমান-সকলে মোগলৰ সেনাপতি ছৈয়দ বংশজাত অখণ্ড প্ৰতাপী মীৰজুমলাক আগত পায়ো বিদেশীৰ লগত কোনো প্ৰকাৰৰ সহানুভূতি নেদেখুৱাইছিল। তাতে মীৰজুমলাৰ লগত থকা ৰণকাকতী চিহাবুদ্দিন তালিচে আক্ষেপ কৰি লিখিছিল, "পূৰ্বে হোৱা যুদ্ধ-বিগ্ৰহত বন্দী কৰা ভালেমান মুছলমান অসমত বিয়া-বাৰু কৰি বাস কৰি আছে। তেওঁলোকৰ সন্ততিসকলৰ কাৰ্য-কলাপ অবিকল অসমীয়াৰ দৰে। আৰু নামৰ বাহিৰে ইচ্‌লামৰ কোনো চিনচাবেই তেওঁলোকৰ গাত নাই। মুছলমানৰ লগত সঙ্গতি লোৱাৰ প্ৰতি তেওঁলোকৰ হৃদয়ৰ টান অতি কম ; অসমীয়াৰ লগত মিলিবলৈহে তেওঁলোকৰ ধাউতি বেছি।" মীৰজুমলাই অসম এৰি যাবৰ সময়ত জয়ধ্বজসিংহ স্বৰ্গদেৱৰ একমাত্ৰ সন্তান ছুৰছুৰীয়া কন্যা ৰমণী গাভৰুক যৌতুকস্বৰূপে নবাবৰ লগত বাদশ্যাহৰ অন্দৰ মহললৈ পঠিওৱা হয়। ১৬৬৮ খৃষ্টাব্দত আওৰংজেৱ বাদশ্যাহৰ তৃতীয় পুত্ৰ চুলতান আজমতৰাৰ-লৈতে ৰমণী গাভৰুৰ বিয়া হয়, তেতিয়াৰেপৰা গাভৰুৰ নাম হয় ৰহমত বাণু বেগম। তিপাম ৰজাৰ জীয়েক চুলতান আজমতৰাৰ চমুৰা বেগম হয়।

ৰামসিংহৰ আক্ৰমণৰ সময়ত উজনিত বাঘ হাজৰিকা নামে এজন মুছলমান বীৰপুৰুষ আছিল। তেওঁ শুদা হাতেৰে বাঘ এটা কিলাই বধ কৰিছিল, সেইদেখি তেওঁ

'বাঘ হাজৰিকা' নামে প্ৰখ্যাত হৈছিল। এই বাঘ হাজৰিকাই মোগলৰ যুদ্ধ-প্ৰণালী আৰু কায়দা জানিছিল। তেওঁ লাচিত বৰফুকনৰ লগত থাকি মোগলৰ যুদ্ধ-প্ৰণালীৰ সন্ধেত কোৱাত লাচিত ফুকনে মোগলৰ বিৰুদ্ধে যুদ্ধ কৰি বিদেশীক পৰাস্ত কৰিবলৈ সুবিধা পাইছিল। কিছুমান মুছলমানৰ মাজত এটা জনশ্ৰুতি আছে। 'জ্ঞান-মালিনীৰ' কবি মৌলবী মফিজুদ্দিন আহমদ হাজৰিকা এই বাঘ হাজৰিকাৰ সন্ততি।

শৰাইঘাটৰ যুদ্ধৰ সাত বছৰৰ পাচত চুডৈফা পৰ্বতীয়া ৰজাৰ দিনত গুৱাহাটীৰ বৰফুকন লালুকসোলাই বিনাযুদ্ধে গুৱাহাটীৰ গড় আজমতৰাৰ নবাব মনচুৰ খাঁক এৰি দি উজনিলৈ যাত্ৰা কৰি পৰ্বতীয়া ৰজাক মাৰি চুলিকফা ৰত্নধ্বজসিংহ ল'ৰাৰজাক সিংহাসনত বহুৱায়। ১৬৭৯ খৃষ্টাব্দৰ মাৰ্চ মাহ। মনচুৰ খাঁ নবাবৰ লগত দাক্ষিণাত্যৰ চেকেণ্ডৰা-বাদৰ এজন সুপণ্ডিত মৌলানা আছিল, নাম মহম্মদ আলি। তেওঁ মাহে এশ টকা দৰ্মহা লৈ গুৱাহাটীৰ মোগল ফৌজাদাৰ মনচুৰ খাঁ নবাবৰ পুতেকহঁতক পঢ়াইছিল। ১৬৮২ খৃষ্টাব্দৰ আগষ্ট মাহত গদাধৰসিংহ স্বৰ্গদেৱে ইটাখুলি যুদ্ধত মনচুৰ খাঁক পৰাস্ত কৰি পুনৰ গুৱাহাটী ৰাজ্য উদ্ধাৰ কৰে। গড়গঞা সন্দিকৈ ফুকন ভাটীৰ বৰফুকনৰ পদত নিযুক্ত হয়। মনচুৰ খাঁ নবাব অসমৰ ৰণত পৰাস্ত হোৱাৰ পাচতো মৌলানা মহম্মদ আলি অসমত থাকি যায়। তেওঁৰ হাতত নানান পুথি-পাঁজি আছিল, তাৰ ভিতৰত দিল্লীৰ পাদ্‌শ্যাহসকলৰ বুৰঞ্জী এখন আৰু যুধিষ্ঠিৰৰ দিনৰপৰা দিল্লীৰ সকলো ৰজাৰ তালিকা এখনিও আছিল। গড়গঞা সন্দিকৈ বৰফুকনে মহম্মদ আলিক নিৰ্বিঘ্নে অসমত থাকিব দিছিল, আৰু অসমীয়া কাকতী আদি লগাই মহম্মদ আলিয়ে জনা সকলো কথা টুকি ৰখাইছিল। দিল্লীৰ পাদশ্যাহসকলৰ কাহিনী থকা 'পাদশ্যাহ বুৰঞ্জীৰ' এঠাইত আছে, "চেকেন্দৰাবাদ ৰাজ্যৰপৰা দিল্লীক লাগি তিনি মাহৰ বাট। তাৰে মহম্মদ আলি নাও এটা মগল, আখুন বৰ পণ্ডিত, পাৰ্চী আৰব্বী লোগাত সকলে জানে। মঞ্চুৰখাঁৰ পোৱাকক পঢ়াইছিল। মাহত এক-শও ৰূপ থকা মহিলা দিছিল। তাৰে মুখৰ কথা।" এই 'পাদ্‌শ্যাহ বুৰঞ্জী' গ্ৰন্থৰপৰা মুছলমানসকলৰ যুদ্ধ প্ৰণালী আৰু আচাৰ ব্যৱহাৰৰ বিষয়ে বহুত কথা জানিব পাৰি। ওপৰত কোৱা মৌলানা মহম্মদ আলি অসমত চিৰস্থায়ী হৈছিল নে নাই, যদিহে হৈছিল তেওঁৰ সতি-সন্ততিসকল কোন আৰু তেওঁলোক ক'ত আছে তাৰ বিষয়ে একো জনা নাযায়।

অসমীয়া মুছলমান সমাজ স্তৰে স্তৰে সংগঠিত আৰু বৰ্দ্ধিত হোৱাৰ অৱস্থা এইকেইটা—

(১) অসম আৰু মুছলমানসকলৰ মাজত হোৱা যুদ্ধ-বিগ্ৰহাদিত যিসকল মানুহ অসমলৈ আহিছিল তাৰে কিছু নিজ দেশলৈ উভতি নগৈ এই দেশতে বিয়া-বাৰু কৰি নিগাজীকৈ বসতি কৰিছিল।

(২) নানান যুদ্ধ-বিগ্ৰহাদিত অসমীয়া সৈন্য আৰু প্ৰজাক মুছলমানে ধৰি লৈ গৈছিল, সেইদৰে মুছলমান সৈন্যকো অসমীয়াই ধৰি আনি অসমত মাটি-বাৰী আৰু ব্যৱসায়ৰ সুবিধা ইয়াতে বসতি কৰাইছিল।

(৩) মোগলৰ সেনাপতিসকলৰ লগত শাস্ত্ৰজ্ঞ মুছলমান পণ্ডিত আৰু পীৰ আহিছিল। তেওঁলোকে সেনাপতি আৰু বিষয়াসকলৰ যাৱতীয় লেখা-পঢ়া কৰিছিল,

শাস্ত্র পঢ়ি শুনাইছিল আৰু তেওঁলোকৰ ধৰ্মভাব জাগ্ৰত ৰাখিছিল। এনে ধৰণৰ ফকীৰ পীৰ লগত অনাৰ আৰু এক উদ্দেশ্য আছিল—কামৰূপৰ সুপ্রসিদ্ধ যাদুমন্ত্রৰ প্রভাব নিৰাকৰণ কৰা। এই পীৰসকলৰ খেনোজনে ইয়াতে বিয়া-বাৰু কৰি থাকি গৈছিল।

(৪) নানান বিদ্যা আৰু শিল্পকলাত পাৰ্গত মুছলমানক অসমৰ ৰজাই উত্তৰ ভাৰতলৈ মানুহ পঠিয়াই নিমন্ত্রণ কৰি অসমলৈ আনিছিল। আৰু খেনোৱে নিজ খুচিৰে স্বকীয় বিদ্যাৰ সহায়েৰে অসমত জীৱিকা উলিয়াবৰ অভিপ্রায়েৰে আহিছিল।

(৫) ভাৰতীয় অন্যান্য মুছলমান সমাজৰ লগত বিচ্ছিন্ন হৈ থকাৰ কাৰণে অসমীয়া মুছলমান সমাজৰ ইচলাম আসক্তি আৰু ছৰিয়ত মতে নিয়ম আদি পালন শিথিল হোৱাৰ কথা শুনি তাক দৃঢ়ীভূত কৰাটো কৰ্তব্য বুলি উত্তৰ ভাৰতৰ পীৰ ফকীৰ অসমলৈ আহিছিল।

(৬) ভাৰতৰ মুছলমান ছত্ৰৰ ছামিল নোহোৱা অসমত ইচলাম ধৰ্মৰ সোৱাদ মানুহক বিলাবলৈ বহুত মোছলেম পণ্ডিত আৰু পীৰ ইয়ালৈ আহিছিল।

(৭) মুছলমান পীৰ ফকীৰৰ মুখেদি সনাতন সাম্যবাদী ধৰ্মবাণী শুনি অমুছলমান অসমবাসী প্ৰজা পীৰসকলৰ ভক্ত হৈ মোছলেম ধৰ্মত দীক্ষা গ্ৰহণ কৰিছিল।

(৮) দৈৱ সংযোগে মুছলমানৰ লগত খোৱা-লোৱা কৰাৰ কাৰণে বহুত অমুছলমান অসমীয়া মোছলেম ধৰ্মত দীক্ষা ল'বলৈ বাধ্য হৈছিল।

অতি পূৰ্ব কালৰেপৰা অসম বা কামৰূপৰ নাম মোছলেম জগতত সুপৰিচিত আছিল। আৰব্বী হৰফত 'প' আখৰটো নাই, 'ফ' আছে, সেইদেখি কওঁতে মুছলমানসকলে 'কামৰূপক' 'কামৰূফ' বুলি মাতিছিল। অসমলৈ নাহি মুছলমান প্ৰজাৰ মুখত 'কামৰূফ' শব্দ শুনি টেভাৰনিয়াৰ আদি ইউৰোপীয় পৰিব্ৰাজকসকলে তেওঁলোকৰ ভ্ৰমণ-কাহিনীত কামৰূপক 'কামৰূফ' বা 'কেনেৰূফ' বুলিহে আখ্যা দিছিল। মানুহৰ মুখত পৰি লাহে লাহে 'কামৰূফ'ৰ শেষ আখৰ 'ফ' লুপ্ত হ'ল। সেইদেখি প্ৰাচীন আৰব্বী গ্ৰন্থ আৰু মোহৰ আদিত কামৰূপৰ নাম 'কামৰূ' বুলিহে পোৱা যায়।

কামৰূপ আৰু মোছলেম জগতৰ মাজত হোৱা বিবিধ সংঘৰ্ষণৰ সংক্ষিপ্ত আভাস তলত দিয়া গ'ল,

খৃষ্টীয় চতুৰ্থ শতাব্দীত কামৰূপৰ নৃপতি শঙ্কল ৰজাই উত্তৰ ভাৰতৰ অধিপতি কেদাৰ ব্ৰাহ্মণক পৰাস্ত কৰি লক্ষণাৱতী নগৰ স্থাপন কৰে। তুৰাণ আৰু স্কাইথীয় দেশৰ বাদশ্যাহ আফ্ৰেছীয়াবৰ সেনাপতি পীৰাণুৱিছাৰ লগত ঘোৰাঘাট নামে ঠাইত শঙ্কল ৰজাৰ ভীষণ যুদ্ধ হয়। সেই যুদ্ধত পীৰাণুৱিছা পৰাস্ত হোৱাত আফ্ৰেছীয়াব নিজে আহি যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হৈ শঙ্কল ৰজাক পৰাস্ত কৰি তেওঁক ধৰি বন্দী কৰি তুৰাণলৈ লৈ যায়। পাচত ছোহৰাবৰ পিতৃ বীৰকেশৰী ৰোষ্টমৰ হাতত শঙ্কল ৰজা নিহত হয়। পাৰস্য আৰু মধ্য-এচিয়াৰপৰা চীন সাম্ৰাজ্যত সোমোৱা দুষ্কৰ হেন জানি সেই ঠাইৰ বীৰসকলে উত্তৰ ভাৰতৰ মাজেদি সৈন্য-বাহিনী লৈ কামৰূপৰ সীমান্তেদি চীনত সোমাবলৈ যত্ন কৰিছিল। কামৰূপৰ মাজেদি চীন আৰু ভাৰতবৰ্ষৰ সদাগৰসকলে বেপাৰৰ বস্তু অনা-নিয়া কৰিছিল। সেইদেখি চীনৰ দুৱাৰ বুলি কামৰূপৰ বিশেষ প্ৰসিদ্ধি আছিল। চীন পৰিব্ৰাজক হিয়েনচাঙে ভাস্কৰবৰ্মাৰ ৰাজধানী প্ৰাগ্‌জ্যোতিষপুৰত

মানুহৰ মুখে চীন-নৃপতিৰ গীত শুনি বিস্ময় মানিছিল। তাৰপৰা সেই কালত চীন আৰু কামৰূপৰ লেনদেন থকাৰ প্ৰমাণ পোৱা যায়।

গুপ্টাছিব নামে এজন ৰজাই আক্ৰেছীয়াৰৰ পুত্ৰ আৰ্জাছিবক পৰাস্ত কৰি চীনলৈকে বিজয়ধ্বজা উত্তোলন কৰি কামৰূপৰ মাজেদি উত্তৰ ভাৰতেদি নিজ দেশলৈ প্ৰত্যাবৰ্তন কৰে। লৰালৰিকৈ কামৰূপৰপৰা যাবলগীয়া হোৱাত গুপ্টাছিবে কামৰূপৰ কোনো এক ঠাইত ১২০০ টোপোলা ধন-সোণ পুতি থৈ যায়।

১১৯৮ খৃষ্টাব্দত মহম্মদ বিন বখ্‌টিয়াৰ খিলিজীয়ে চীনদেশ আক্ৰমণ কৰিবৰ অভিপ্ৰায়ে কামৰূপ প্ৰৱেশ কৰে। কামৰূপৰ ৰজাই খিলিজীৰ সৈন্যক ঘেৰাও কৰি আটক কৰি থয়। খিলিজীয়ে মাথোন শচেৰেক আচোৱাৰী লগত লৈ বঙ্গদেশলৈ উভতি যাবলৈ বাধ্য হয়।

আনুমানিক ১২২০ খৃষ্টাব্দত গৌড়ৰ নৃপতি গিয়াছুদ্দিন বাহাদুৰ শ্যাহে অসম আক্ৰমণ কৰে, কিন্তু তেৱোঁ অসমত পৰাস্ত হৈ গৌড়লৈ উভতি যায়।

১২৫৬-৫৭ খৃষ্টাব্দত ইখ্‌টিয়াৰুদ্দিন য়ুজবেক টুঘ্ৰীল খাঁই অসম অধিকাৰ কৰে, আৰু ইয়াত মচজিদ নিৰ্মাণ কৰে। কিন্তু বাৰিষা কালত কেওফালে নাজল-নাথল পানী হোৱাত কামৰূপৰ ৰজাই সসৈন্যে ওলাই আহি য়ুজবেকৰ সৈন্যক পৰাস্ত কৰে। য়ুজবেক ৰণত নিহত হয়, তেওঁৰ অতি কম ৰণশেষ সেনাইহে বঙ্গলৈ উভতি যাব পাৰিছিল।

১৩৩৭ খৃষ্টাব্দত টোগলক শ্যাহৰ পুতেক মহম্মদ শ্যাহে এক লাখ সৈন্য লৈ অসম আক্ৰমণ কৰে। "কিন্তু সেই যাদুপূৰ্ণ কামৰূপ দেশত গোটেই সৈন্য-বাহিনী ধ্বংস-প্ৰাপ্ত হয় আৰু তাৰ কোনো চিন-মোকাম নোহোৱা হয়।" অসম দিগ্বিজয়ৰ কাৰণে পঠোৱা সৈন্যই বঙ্গৰ সীমাকে অতিক্ৰম কৰিব নোৱাৰিছিল।

ইবন্ বটুটা নামে সুপ্ৰসিদ্ধ পৰ্যটকে চট্টগ্ৰামৰপৰা অসমৰ পৰ্বতৰাজ্য প্ৰৱেশ কৰিছিল। তেওঁৰ উদ্দেশ্য আছিল ছেইখ্ জালালুদ্দিন তাব্ৰিজী নামৰ এজন সাধকৰ সৈতে সাক্ষাৎ লাভ কৰা। খৃষ্টাব্দ ১৩৫০ মানত ইবন্ বটুটা অসমত আছিল, আৰু তিনি দিনৰ কাৰণে তেওঁ উক্ত পীৰৰ আতিথ্য গ্ৰহণ কৰিছিল। তাব্ৰিজী এজন ঈশ্বৰ-পৰায়ণ পৰম সাধক পুৰুষ আছিল। তেওঁৰ ভগৱৎ প্ৰেম দেখি বহুত হিন্দু মানুহো তেওঁৰ ভক্ত হৈছিল। ইবন্ বটুটাৰ ভ্ৰমণ কাহিনীত অসমৰ মানুহক বিশেষকৈ প্ৰশংসা কৰা হৈছে। বটুটাই কৈছে যে অসমৰ মানুহ টুৰ্কী মানুহৰ দৰে বলিষ্ঠ আৰু কৰ্মপটু। শ্ৰীহট্টত থকা দাৰগাৰ শ্যাহজালাল আৰু এই জালালুদ্দিন তাব্ৰিজী একেজনা সাধক নহয়। ১১৮৯ খৃষ্টাব্দত শ্যাহজালালৰ মৃত্যু হয়, আৰু জালালুদ্দিন তাব্ৰিজী খৃষ্টীয় চতুৰ্দশ শতাব্দীৰ মানুহ।

১৪৬০ খৃষ্টাব্দমানত শ্যাহ ইচমাইল গাজী নামে এজনে কামৰূপ আক্ৰমণ কৰে, আৰু নানা উপায়-মন্ত্ৰণাৰে কামৰূপেশ্বৰৰ মুছলমান সেনাপতি এজনাক হাত কৰি ৰজাক পৰাস্ত কৰে। প্ৰাচীন অসম বুৰঞ্জীত এইজনা আক্ৰমণকাৰী মছলন্দ গাজী নামে সুপ্ৰসিদ্ধ।

১৪৯৮ খৃষ্টাব্দত গৌড়ৰ হুচেইন শ্যাহ পাদশ্যাহে কমতা আক্ৰমণ কৰি কমতেশ্বৰ নীলাম্বৰক পৰাস্ত কৰে। হুচেইন শ্যাহৰ মোহৰত "কামৰু আৰু কমতা দিগ্বিজয়ী চুলতান এই বাক্যআষাৰ পোৱা যায়।

১৫৩২ খৃষ্টাব্দত তুৰবকে আসাম আক্ৰমণ কৰে। কিন্তু তিনি বছৰ ৰণৰ পাচত অসমৰ সেনাপতি কনচেং বৰপাত্ৰগোহাঁই ডাঙৰীয়াই তুৰবকক পৰাস্ত কৰি কৰতোৱাৰ পাৰলৈকে অসমৰ সীমা হোহোঁৱাই নিয়ে।

বঙ্গৰ চুলতান চুলেইমান-ই-কাৰাণীৰ সেনাপতি কালাপাহাৰে খৃষ্টীয় ষোড়শ শতিকাৰ মাজভাগত অসম আক্ৰমণ কৰে। অসমৰ কিছু মঠ-মন্দিৰ নষ্ট হোৱাৰ বাহিৰে এই আক্ৰমণৰ পৰিণাম ইমান দীৰ্ঘকালব্যাপী হোৱা নাছিল।

১৬১৪ খৃষ্টাব্দত, জাহাঙ্গীৰ পাদশ্যাহৰ আমোলত পৰীক্ষিতৰপৰা পোৱা কোচহাজোৰ ফৌজাদাৰ মকৰম খাঁই ছৈয়দ হাকিম, আবুবকৰ আৰু সত্ৰাজিত নামৰ তিনিজনা সেনাপতিক অসমৰ বিৰুদ্ধে পঠিয়ায়। আবুবকৰ বা বাবাকৰ নবাব আৰু তেওঁৰ পুতেক গিয়াচুদ্দিন এই ৰণত কটা যায়। গিয়াচুদ্দিনক হাজোত কবৰ দিয়া হয়। তেওঁ এজন বৰ ধাৰ্মিক মানুহ আছিল, তেওঁৰ সমাধিস্থান কালক্ৰমে পোৱামক্কা তীৰ্থ নামেৰে অভিহিত হয়। দিল্লীৰ পাদ্শ্যাহ বঙ্গৰ চুবেদাৰ আৰু অসমৰ ৰজাই এই পোৱা-মক্কা তীৰ্থৰ প্ৰৱৰ্তনৰ কাৰণে মাটি-বৃত্তি দান কৰিছিল। উপৰোক্ত হুচেইন শ্যাহৰ পুতেক ডেনিয়েল কিছুদিন হাজোত ফৌজাদাৰ আছিল। ডেনিয়েলৰ মৃত্যুৰ পাচত গিয়াচুদ্দিন হাজোৰ ফৌজাদাৰ হয়। পোৱামক্কাৰ কবৰ এইজনা গিয়াচুদ্দিনৰ কবৰ বুলিও কিছুৱে অনুমান কৰে।

শ্যাহজাহান পাদশ্যাহৰ আমোলত ১৬৩৬ খৃষ্টাব্দত ঢাকাৰ নবাব ইচলাম-খাঁ মুছেদীয়ে সৈন্য-সামন্ত দি ছেইখ মুহীউদ্দীনক বিদ্ৰোহী সত্ৰাজিতৰ বিৰুদ্ধে পঠিয়ায়। মুহীউদ্দিন পৰাস্ত হোৱাত আহলা-ইয়াৰ খাঁ আহি সত্ৰাজিতক ধৰি হত্যা কৰে। বহুদিন যুদ্ধ-বিগ্ৰহৰ পাচত আহলা-ইযাৰ খাঁই কামৰূপৰ পূব অঞ্চল বা কোচ-হাজোৰপৰা অসমীয়াক খেদাই চাফ কৰি দিয়ে। ১৬৩৯ খৃষ্টাব্দত আহ্লা-ইযাৰ খাঁ আৰু মোমাই তামুলী বৰবৰুৱাই মিলি সন্ধি কৰি উত্তৰে বৰনদী আৰু দক্ষিণে অসুৰৰ আলিকে আসাম আৰু মোগলৰ সীমা ধাৰ্য কৰে।

১৬৫৭ খৃষ্টাব্দত শ্যাহজাহান পাদশ্যাহৰ নৰিয়া হয। সেই সুযোগতে অসমৰ স্বৰ্গদেৱ জয়ধ্বজসিংহ মহাৰাজে কোঁচ-হাজো উদ্ধাৰ কৰে আৰু ঢাকাৰ সমীপৱৰ্তী হাতীচলা ৰৰীতলালৈকে সৈন্য পঠিযাই মোগল ৰাজ্য উবাৰ কৰি বহুত মোগল প্ৰজা অসমলৈ ধৰি আনে। মোগলৰ কৰতলীয়া কোচবেহাৰৰ ৰজা প্ৰাণনাৰায়ণেও স্বাধীনভাৱে প্ৰৱৰ্তিবলৈ ধৰে। ভাতৃসকলক জব্দ কৰি সিংহাসনত স্থিত হৈ আওৰংজেৱ বাদশ্যাহে অসম আৰু কোচবেহাৰৰ বিৰুদ্ধে মীৰজুমলা নবাবক পঠিয়ায়। নবাবৰ উদ্দেশ্য আছিল অসম পাৰ হৈ চীনত সোমোৱা। ১৬৬২ খৃষ্টাব্দৰ মাৰ্চ মাহৰপৰা ১৬৬৩ খৃষ্টাব্দৰ জানুৱাৰীলৈকে মীৰজুমলা নবাবে গড়গাওঁ অধিকাৰ কৰি অসমত বাদশ্যাহী আমোল চলাবলৈ চেষ্টা কৰে। কিন্তু জয়ধ্বজসিংহ স্বৰ্গদেৱে নানান ৰূপে হাৰাশাস্তি কৰাত আৰু নবাবৰ সৈন্যও জ্বৰ-বেমাৰত পৰি মৰি শেষ হ'বলৈ ধৰাত ঘিলাঝাৰি ঘাটত দুয়ো-পক্ষৰে সন্ধি হয়। অসম ৰজাই ৯০ হাতী, তিনি লাখ টকা, জীয়েক ৰমণী গাভৰু আৰু তিপাম ৰজাৰ জীয়েকক বাদশ্যাহলৈ দিবলৈ স্বীকাৰ কৰে। মীৰজুমলা নবাবে এই সন্ধিৰ কিছু আগধন আৰু হাতী লগত লৈ ভাটিয়াই যায়। নবাবৰ লগত ভালেমান অসমীয়া মানুহ বজ দেশলৈ যায়।

জয়ধ্বজসিংহ মহাৰাজৰ মৃত্যুৰ পাচত চক্ৰধ্বজসিংহ আহোম ৰাজপাটত বহি কেৰাবছৰো যুদ্ধৰ আয়োজন কৰি লাচিত ফুকনক গুৱাহাটীলৈ বৰফুকন কৰি পঠিয়াই হেৰোৱা ৰাজ্য পুনৰ লবৰ চেষ্টা কৰে। ১৬৬৭ চনৰ আগষ্ট মাহত লাচিত বৰফুকনে গুৱাহাটী অধিকাৰ কৰে। ইয়াৰ বাৰ্তা পাই আওৰংজেব পাদশ্যাহে গুৱাহাটী উদ্ধাৰ কৰিবৰ মনেৰে মীৰ্জাৰাজা জয়সিংহৰ পুতেক ৰামসিংহ সেনাপতিক অসমলৈ পঠিয়ায়।

১৬৭১ চনৰ মাৰ্চ মাহত শৰাইঘাটৰ যুদ্ধত ৰামসিংহ পৰাস্ত হৈ আতৰি মোগল-আসামৰ সীমান্তত থকা ৰঙ্গামাটি থানাত নতুন সুবিধাৰ কাৰণে খাপলৈ আছিল।

শৰাইঘাটৰ যুদ্ধৰ পাচত দেশত অন্তৰ্বিপ্লৱ হয়। মন্ত্ৰীসকলে ৰাজক্ষমতা লাভ কৰি নিজৰ মনোনীত কোঁৱৰক সিংহাসনত বহুৱাই সৰ্বেসৰ্বা হৈ পৰিছিল। ভাটীৰ বৰফুকন লালুক সোলাই ১৬৭৯ চনৰ মাৰ্চ মাহত বিনাযুদ্ধে মনচুৰ খাঁ নবাবক গুৱাহাটী এৰি দি উজনিলৈ যাত্ৰা কৰে। ৰাজ্যৰ সঙ্কটজনক অৱস্থা দেখি মন্ত্ৰীসকলে বাহুবলী গদাপাণি কোঁৱৰক সিংহাসনত বহুৱালে। ১৬৮২ চনৰ আগষ্ট মাহত অসমীয়া সৈন্যই মোগলক পৰাস্ত কৰি পুনৰ গুৱাহাটী অধিকাৰ কৰিলে, আৰু পূৰ্বৰদৰে মানাহা নদী অসম আৰু মোগলৰ সীমা ধাৰ্য হ'ল। সেই সীমা ১৮২৫ চনত বৃটিছে অসম লোৱালৈকে প্ৰৱৰ্তি আছিল।

গদাধৰসিংহ মহাৰাজৰ পুতেক ৰুদ্ৰসিংহ স্বৰ্গদেৱে জয়ন্তা আৰু কছাৰীক বশ কৰি বিপুল সৈন্যবাহিনী লৈ বঙ্গ আক্ৰমণ আৰু পাৰিলে দিল্লীৰ সিংহাসন অধিকাৰ কৰিবলৈ মন কৰি গুৱাহাটীত বাহৰ কৰি আছিল। কিন্তু ১৭১৪ খৃষ্টাব্দত সেই বাহৰতে মহাৰাজৰ মৃত্যু হোৱাত বঙ্গ-আক্ৰমণ বা দিল্লী-আক্ৰমণ চিৰকাললৈ স্থগিত থাকিল। ৰুদ্ৰসিংহৰ পাচত মোছলেম শক্তিৰ লগত অসমৰ কোনো প্ৰকাৰৰ সংঘৰ্ষণ বা তাৰ আয়োজন হোৱা নাছিল।

এইদৰে অতীত কালৰেপৰা অসমৰ সৈতে মোছলেম জগতৰ সংঘৰ্ষণ আৰু সংস্পৰ্শ হৈছিল। তাৰ ফলে অসমলৈ নানা সূত্ৰে সহস্ৰ মুছলমান আহিছিল। সৰহভাগ আহিছিল যুঁজাৰু সৈনিকৰূপে, খেনো আহিছিল শাস্ত্ৰজ্ঞ পণ্ডিত আৰু ধৰ্মাৰ্থী পীৰ ফকীৰ-ৰূপে, খেনো কাহিনীলেখক বা ওয়াকায়া নবিচৰূপে। দুয়োপক্ষৰ নানান বাৰ উকীল কটকী চলাচল হৈছিল। অসমীয়া ৰজাৰ চ'ৰাত মোগলৰ চিঠি-পত্ৰ মাতিবলৈ পাৰ্চীজনা মানুহৰ দৰ্কাৰ পৰিছিল। মীৰজুমলাৰ লগত চীহাবুদ্দিন তালিছ নামে এজন ঐতিহাসিক আছিছিল, আৰু হিৰাট, নগৰবাসী মুল্লা দৰবেশ নামে এজন কৱিও আছিছিল। অসম-যুদ্ধৰ শোচনীয় অৱস্থা আৰু অপৰিহাৰ্য সঙ্কটৰ বিষয়ে মুল্লা দৰবেশে এটি সুদীৰ্ঘ 'কৃছিদা' বা কবিতা ৰচনা কৰি গৈছে। সহস্ৰাধিক বৎসৰ ব্যাপী সংস্পৰ্শৰ পৰিণাম স্বৰূপে অসম আৰু মোছলেম জগত পৰস্পৰে পৰস্পৰৰ ওচৰত আবিষ্কৃত হ'ল। খৃষ্টীয় একাদশ আৰু দ্বাদশ শতিকাত ইউৰোপীয়ৰ লগত ছাৰাছেন মুছলমানৰ যুদ্ধ-বিগ্ৰহৰ পৰিণাম স্বৰূপে উভয় পক্ষৰে কৃষ্টিৰ পৰিপুষ্টি সাধন হোৱাৰ দৰে অসমৰো জ্ঞান আৰু ভাবৰ ভৰাল পৰিপুষ্ট হ'বলৈ ধৰিলে। অসমৰ বুৰঞ্জী লিখকে সুদূৰ মধ্য এচিয়া দিল্লী আগ্ৰাৰ বুৰঞ্জী লিখিবলৈ ধৰিলে। মোগলৰ শিল্প কাৰুকাৰ্য, ৰাজনীতি আৰু জ্ঞান-বিদ্যাৰ জ্যোতিয়ে অসমক চমক লগালে; আৰু তাৰ ৰশ্মি আহি অসমৰ শিল্পকলা আৰু চিন্তাধাৰাত নতুন জিলিকনি দি উজ্জ্বল কৰি তুলিলে। নিজৰ স্বাধীনতা অক্ষুণ্ণকৈ ৰাখি চুকত পৰি থকা অসমে মোগল সভ্যতাৰ সকলো আভাস পাবলৈ ধৰিলে, আৰু তাক চালি-

জাৰি নিজৰ সুবিধা আৰু উপযোগিতা অনুসাৰে গ্ৰহণ কৰিবলৈ সমৰ্থ হ'ল। অসমৰ প্ৰজাদেহত নতুন তেজ সোমাল, অসমীয়াৰ আচুতীয়া সভ্যতাৰ অসম্পূৰ্ণতা দূৰীভূত হ'ল।

ওপৰত উল্লেখ কৰা নানান সংঘৰ্ষণৰ পৰিণামস্বৰূপে অসমত বিস্তৰ মুছলমান মানুহ বৈ গ'ল। এই অসমৰ হেৱা-পানী খাই চিৰকাল থাকিবলগা হোৱাত তেওঁলোকে এই দেশকে আপোন বুলি সাৱট মাৰি ধৰিলে। আন অসমীয়া প্ৰজাই যেনে মতে চলিছিল, মুছলমানসকলেও তেনে মতে চলিছিল। এই অসম দেশৰ বাহিৰে যে তেওঁলোকৰ স্বাৰ্থ আন কোনো দেশৰে সৈতে জড়িত আছিল সেইটো তেওঁলোকে নামানিছিল। সেইদেখি অসমলৈ অহা মুছলমান বুৰঞ্জী লিখকে ক'বলৈ বাধ্য হৈছিল, "অসমত থকা মুছলমানসকলৰ হৃদয়ৰ টান তাৰ পুৰাতন অসমীয়া বাসিন্দাসকলৰ ফালেহে বেছি।" ইয়াৰ উত্তৰত অসমীয়া মুছলমানে ক'ব লাগিছিল, "তেনে হ'বয়তো। যি দেশত মই খাউতি-যুগীয়াকৈ থাকিবলৈ আহিছোঁ, যি দেশত মই হাড় পেলাম, সেই দেশৰ মানুহ মোৰ জাতি-ভাই নহৈ আন কোন দেশৰ মানুহ মোৰ জাতি-ভাই হ'ব ? মোৰ উথন মোৰ পতন এই অসমীয়াৰ লগতে। মোক আপদত মাত দিব অসমীয়াই, মোৰ সম্পদৰ সঙ্গী হ'ব অসমীয়া। এই দেশত মোৰ শৰীৰৰ পঞ্চবায়ু বিলীন হ'ব। এই দেশৰ মাটিতে মোৰ ভৌতিক জীৱই আশ্ৰয় লৈ সেই মহাপ্ৰলয়ৰ কাৰণে বাট চাই থাকিব।'

মোগল আৰু অসমৰ ইমানবোৰ যুদ্ধ-বিগ্ৰহ হৈছিল তথাপি মোগলে ইয়াত খোপনি পুতিব পৰা নাছিল। গুৱাহাটীতে মোগলৰ আধিপত্যৰ সীমাৰ ওৰ পৰিছিল। মীৰজুমলা নবাবে মাখোন গুৱাহাটী চামধৰা চেৰাই গৈ মাহচেৰেকলৈ গড়গাও অধিকাৰ কৰিব পাৰিছিল, আৰু ইয়াৰ কাৰণ আছিল কায়স্থ কুলীয়া বেজদলৈৰ ঘৰৰ মনথিৰ ভঁৰালী বৰুৱাক পৰ্বতীয়া ফুকনৰ বাব দি গুৱাহাটীৰপৰা মানাহীলৈকে পানাৰ চৰ্দাৰ পাতি দিয়াত আহোম সেনাপতিসকলে ঠেহ পাতি যুদ্ধলৈ মন এৰি উজাই আহিছিল। যি মোগল শক্তিয়ে ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈকে সাম্ৰাজ্য বিস্তাৰ কৰিছিল, সেই মোগল শক্তি অসমীয়াৰ সন্মুখত নিষ্প্ৰভ হোৱাৰ কাৰণ কি ? সমান ঠাইৰ যুদ্ধত মোগল সৈন্যক কেও নোৱাৰিছিল, কিন্তু অসম হৈছে গিৰি-ভৈয়াম সংমিশ্ৰিত দেশ। উত্তৰ-ভাৰতৰ স্বাস্থ্যকৰ হেৱা-পানী খাই ডাঙৰ-দীঘল হোৱা মোগল সেনাই মাহচেৰেকলৈ অসমলৈ আহি ইয়াৰ ম'হ-দাহ জোকৰ কামোৰত নানান লেকাত ভুগিছিল। খৰকালি সকলো ঠাই ফৰকাল, শুকান, মোগল সৈন্যই য'তে হয় ত'তে তামীৰৰ সাজি নিশ্চিন্ত হৈ যুদ্ধৰ ছেগ চাই ফুৰিছে। বাৰিষা সেইবোৰ ঠাই পানীৰ তল গৈ এককাল এবুকু হ'ল, গোটেই ৰাজ্য পানীৰে বগটো হ'ল। ইকোঁঠৰ পৰা সিকোঁঠলৈ যাবলৈ হ'লে নাও লাগিছিল। এইবোৰ অনাভূত দুৰ্ঘটনাৰপৰা মোগলৰ যুদ্ধ-প্ৰণালী ব্যৰ্থ হৈছিল। অসমীয়াৰ কিন্তু এই কষ্টবোৰ সুজিছিল আৰু ভৱিষ্যৎ আসোঁৱাহৰ বাট তেওঁলোকে আগেয়েই মাৰি থৈছিল। মোগলৰ সৰঞ্জাম মানুহ-দুনুহ আহিলা-পাতি টুকালে তাক পূৰণ কৰিবলৈ নাও উজাই লুইতেদি আনিব লগাত পৰিছিল। অসমীয়াৰ কিন্তু সকলোবোৰ যোগাৰ-যন্ত্ৰ দুৱাৰৰ সন্মুখতে আছিল। মোগল সৈন্যই আয়মেৰে যুদ্ধ কৰিছিল, নাচ-গান পঞ্চশব্দ নহবৎ তেওঁলোকৰ অনবৰত চলি আছিল। অসমীয়া সৈন্য আছিল কষ্ট-সহিষ্ণু আৰু বিলাসিতা-বিবৰ্জিত। এদোণ কোমল চাউল মোনাত ভৰাই লৈ তাকে ভোক লাগিলে গলিয়াই খাই আঁতৰত যুদ্ধ কৰি থাকিব পাৰিছিল। অসমৰ জল-থল হেৱা-পানীৰ যি সুবিধা-অসুবিধা এই সকলোবোৰৰ মাজতে পুৰুষানুক্ৰমে বৰ্ধিত হৈ অসমীয়াই তাৰ সহজ

প্ৰতিকাৰ উলিয়াইছিল। মোগল সৈন্যই স্থানীয় অসুবিধাৰ প্ৰতিকাৰ অভিজ্ঞতা অনুসাৰে নকৈ আয়ত্ত কৰিবলগাত পৰিছিল। মোগল সৈন্যবাহিনীত যে অকল মুছলমান বণুৱা আছিল এনে নহয়, তাত বহুত ৰাজপুত আৰু ভীলসেনা আছিল। পাদশ্যাহী কাৰ্যত অৱহেলা কৰাৰ শাস্তিস্বৰূপে বা কোনো আপদজনক সেনাপতিৰপৰা মুক্তিলাভ কৰিবৰ কাৰণে বাদশ্যাহে তেওঁৰ ওপৰত অসম অভিযানৰ নেতৃত্ব অৰ্পণ কৰিছিল। অসমৰ বিষয়ে মোগল ভাৰতত এনে এটি বিশ্বাস আছিল, "অসম অতি অস্বাস্থ্যকৰ ঠাই, কোনো নবাবে তালৈ যুদ্ধ কৰিবলৈ গৈ উভতি নাহে। ইয়াৰ হাবি ডাঠ, পৰ্বত ভেদিব নোৱাৰা আৰু তাত বাৰেমাহ বিহ-বতাহ বয়। ইয়াৰ তিৰুতাসকল মন্দকৰ্মী। যাদুমন্ত্ৰৰ সহায়েৰে অসমীয়া মানুহে নোহোৱা কাম কৰিব পাৰে।" ৰামসিংহ ৰজাই অসম এৰি যাবৰ সময়ত কৈছিল "মই যদি অসমৰ যুদ্ধলৈ পুনৰ আহোঁ মোক যেন হাৰীয়নীয়ে বাঢ়নীৰে কোবায়।"

মোগল সৈন্য অসমৰ যুদ্ধত বাৰম্বাৰ পৰাস্ত হোৱাত তেওঁলোকে নিজৰ অক্ষমতা স্বীকাৰ কৰিবলৈ ভাল নাপাই "অসম যাদুমন্ত্ৰৰ দেশ, ইয়াৰ লগত যুদ্ধ কৰিব নোৱাৰি" এই বুলি ৰটাই ফুৰিছিল। আগৰেপৰা কামৰূপত তন্ত্ৰমতৰ প্ৰাধান্য থকাৰ গতিকে মানুহে এই জনৰৱ সহজে পতিয়াইছিল। ১৬৯৫ খৃষ্টাব্দত সঙ্কলিত হোৱা "খুলাছুত-ই-তাৱিখী" নামে গ্ৰন্থত লিখা হৈছিল, "অসমৰ মানুহে মায়াৰ বলেৰে ঘৰ নিৰ্মাণ কৰে। ঘৰৰ খুটাবোৰ একোটা একোটা জীয়া মানুহ, ঘৰৰ চালতো গোটেই মানুহ। ইহঁতে উশাহ-নিশাহ বন্ধ কৰি লৰচৰ নকৰাকৈ একে ঠাইতে থাকিব পাৰে। যাদুৰ সহায়েৰে অসমৰ মানুহে নৰমনুষ্যক চাৰিঠেঙীয়া জন্তু আৰু দুঠেঙীয়া চৰাইত পৰিণত কৰিব পাৰে। আৰু মানুহৰ গাত আন জন্তুৰ দৰে নেজ আৰু কাণ লগাব পাৰে। কামৰূপৰ তিৰোতাবোৰ বৰ সুন্দৰী, তেওঁলোকৰ যাদু, মোহিনী মায়া, মন্ত্ৰ, হাত-কাৰ্চাজী একেবাৰে অলৌকিক ধৰণৰ। তেওঁলোকে যেই সেই মানুহৰে চিত্ত আকৰ্ষণ কৰিব পাৰে, আৰু যাকে তাকে নিজৰ বশীভূত কৰিব পাৰে।" মোগল ঐতিহাসিকে লিখা অসমৰ সকলো বিৱৰণতে এনে ধৰণৰ বিশ্বাস বিৰিঙি ওলাইছিল। এনেকি আজি কুৰি বছৰমানৰ আগতে ৰাইবেৰিলিৰপৰা প্ৰকাশিত হোৱা "কামৰূপ কি যাদু" নামৰ উৰ্দু উপন্যাসত কামৰূপৰ যাদু-মন্ত্ৰৰ গৌৰৱ বিবৃত হৈছে। এই উপন্যাস লিখকৰ নাম ছৈয়দ গোলাম হাইদাৰ খাঁ চাহেব। এই উপন্যাসৰ নায়ক হামিদ নায়িকা জামিলাৰ প্ৰেমত অভিভূত হৈ নায়িকাই কামৰূপৰ যাদু জানে বুলি বিশ্বাস কৰিছিল।

মিৰজুমলা নবাবে অসম এৰি যোৱাৰ পাচত কৰৈবাৰীতে প্ৰাণত্যাগ কৰে। অসমত থাকোঁতে তেওঁৰ কেবাবাৰো নৰিয়া টান হৈছিল। তেওঁৰ লগৰ মানুহে দৃঢ় বিশ্বাস কৰিছিল যে অসমৰ স্বৰ্গদেৱে নবাবক কিবা যাদু-মন্ত্ৰহে কৰিলে। সেইদেখি ৰামসিংহ সৈনাপতি অসমলৈ আহোঁতে কামৰূপৰ যাদু নিবাৰণৰ কাৰণে লগত শিখ সম্প্ৰদায়ৰ নৱম গুৰু টেগ বাহাদুৰ আৰু শ্যাহ আকবৰ, শ্যাহ বাগমাৰ, শ্যাহ ছুৰণ, শ্যাহ ছুফী আৰু শ্যাহ কামাল নামৰ পাঁচজন পীৰক লগত লৈ আনিছিল। শ্যাহ আকবৰ ধুবুৰীতে ঢুকায় আৰু তেওঁক সেই ঠাইতে কবৰ দিয়া হয়। ধুবুৰীৰ "পাঁচপীৰৰ দৰগাত" আজিও মানুহে বন্তি দি কতেহা কৰে।

ৰামসিংহৰ আগেয়ে আৰু পাচে অসমলৈ অহা অন্যান্য মুছলমান আৰু ৰাজপুত সেনাপতিসকলৰ লগত কামৰূপৰ যাদু-মন্ত্ৰ দূৰ কৰিবৰ নিমিত্তে পীৰ-ফকীৰ অনাৰ কথা শুনিবলৈ পোৱা যায়। কিন্তু তেওঁলোকৰ নাম আৰু কাল জানিব নোৱাৰি।

কিন্তু এইটো হ'লে সত্য যে অসমৰ যাদু-মন্ত্ৰৰ জনশ্ৰুতিয়ে বহুত মুছলমান পীৰ-ফকীৰ মৌলানা পণ্ডিতক অসমলৈ টানি আনিছিল। তাৰ খেনোজন উত্তৰ ভাৰতলৈ উভতি গৈছিল, খেনোজন ইয়াতে ঘৰ-বাৰী কৰি চিৰস্থায়ী হৈছিল।

মুছলমান বাদশ্যাহ, নবাব উমৰাও শ্যাহ মহাজনসকলে পীৰ-ফকীৰ আউলীয়া দৰবেছুক বিশেষ সমাদৰ আৰু সন্মান কৰিছিল। ইয়াৰ উদ্দেশ্য আছিল, বৈষয়িক বাসনা-বৃত্তিত কলুষিত হৈ থকা আত্মাক পাৰমাৰ্থিক তত্ত্বজ্ঞানেৰে পৰিমাৰ্জিত কৰি ৰখা। দিল্লীৰ নিজামুদ্দিন আউলীযাৰ চৰণত দেশ-বিদেশৰ পাদশ্যাহ উমৰাৱে মন-প্ৰাণ সমৰ্পণ কৰিছিল। আকবৰ বাদশ্যাহে ছেইখ ছলিম চিষ্টিক আদৰ কৰি ফতেহপুৰ শিকৰীত সুবৃহৎ শিক্ষামঠ নিৰ্মাণ কৰি দিছিল। টৈমুৰলঙ্গ পাদশ্যাহে এজন পীৰত জীৱন-সৰ্বস্ব অৰ্পণ কৰি তেওঁৰ সঙ্কেতত সকলো কাম হাতত লৈছিল। প্ৰথম শ্ৰেণীৰ আউলীয়াৰ শিষ্যত্ব বা সাহচৰ্য উপভোগ কৰা সৌভাগ্য সকলোৰে নঘটিলেও মুছলমান সম্ভ্ৰান্ত পুৰুষ-সকলে এজন পীৰ বা মৌলানা লগত ৰাখিবলৈ নেৰিছিল। পীৰৰ বাহিৰেও ফাৰ্চী, আৰব্বী সাহিত্যত ব্যুৎপত্তি থকা পণ্ডিত তেওঁলোকৰ লগত ফুৰিছিল। মাজে মাজে কোৰাণ-ছুৰিফৰ এটা দুটা ছুৰা পঢ়ি শুনোৱা, ছাদি আৰু হাফিজৰপৰা এটা দুটা গজল বা ৰুছিদা মাতি শুনাই মনত তৃপ্তি দিয়া, বা এফাকি দুফাকি ফকৰা-যোজনা মাতি জীৱনৰ কোনো সমস্যা সিদ্ধান্তত সহায় কৰা, ল'ৰা-ছোৱালীক শিক্ষা দিয়া, এযে পণ্ডিতসকলৰ কৰ্তব্য আছিল। মুছলমানৰ বাহিৰেও আগৰ কালৰ হিন্দুস্থানৰ অন্য মানুহে লগত এজন ফাৰ্চী, আৰব্বী জনা মানুহ ৰখা নিযম হৈ পৰিছিল। তেতিয়াৰ দিনত পাদশ্যাহী আৰু নবাবী চিঠি-পত্ৰ ফাৰ্চী ভাষাত লিখা হৈছিল। সেইবোৰৰ অৰ্থ ভাঙিবলৈ বা তাৰ জবাব দিবলৈকো লগত মুনছী ৰাখিবলগাত পৰিছিল। নানান যুগত অসমলৈ অহা সেনাপতিসকলৰ লগত পীৰ-ফকীৰ মৌলানা-মুনছী আহিছিল।

মোগল ভাৰতৰ মুছলমান প্ৰজাৰ মাজত ইচলাম ধৰ্মৰ নাম-উপাসনা জাগ্ৰত কৰি ৰাখিবলৈ বিস্তৰ মোক্তাব, মাদ্ৰাজা, মচজিদ আৰু ইমামবৰা পতা হৈছিল। কিন্তু অসম দেশৰ মুছলমানসকল ভাৰতৰ মুছলমান কেন্দ্ৰবোৰৰপৰা আঁতৰত থকাৰ কাৰণে তেওঁলোকে লাহে লাহে ইচলামৰ আচাৰ-পদ্ধতি পাহৰি আহিবলৈ ধৰিলে। বহুত অস-মীয়া মুছলমানে ওচৰত মচজিদ নথকাৰ কাৰণে বেমাৰ-আজাৰ হ'লে হিন্দুৰ দেৱ-মন্দিৰত বন্তি দিছিল, আৰু নামাজ আদি ৰীতিমতে পঢ়া অভ্যাস তেওঁলোকে পাহৰিবলৈ ধৰি-ছিল। অসমৰ ইচলাম ধৰ্মৰ তেনে দুৰৱস্থা দেখি বহুত পীৰ-ফকীৰে অসমকে তেওঁলোকৰ কৰ্মক্ষেত্ৰ বুলি বাচি লৈছিল, আৰু ইয়াৰ মুছলমান সমাজত ইচলাম অনুষ্ঠান বদ্ধমূল কৰি-বলৈ আৰু নবী পয়গম্বৰসকলৰ কাহিনী প্ৰচাৰ কৰি মানুহৰ মাজত পবিত্ৰ ধৰ্ম বিলাবলৈ চেষ্টা কৰিছিল।* এই উদ্দেশ্যে তেওঁলোকে উত্তৰ ভাৰতৰপৰা অসমলৈ আহিছিল বা ইয়ালৈ অন্য সকামত আহি ইয়াৰ স্থানীয় মুছলমানসকলক ইচলাম ধৰ্মত গজগজীয়া কৰাকে নিজ জীৱনৰ ব্ৰত বুলি মানি লৈছিল।

আজি প্ৰায় দুশ-আঢ়ৈশ বছৰৰ পূৰ্বে তেনে উদ্দেশ্য লৈ এজন পীৰ অসমলৈ আহিছিল। তেওঁৰ নাম আছিল ছৈয়দ শ্যাহ মিলন আজমিৰী বোগদাদী। তেওঁৰ

* আজি প্ৰায় ডেৰকুৰি বছৰমানৰ আগেয়ে গুৱাহাটীৰ আজানধৰীয়া মৌলভী ছৈয়দ মহম্মদ ভৈৰেখুৱা চাহাবে পাণ্ডুৰ ওচৰত থকা গাৱঁলীয়া মুছলমান মানুহৰ মাজত মুমূৰ্ষু ইচলাম ধৰ্মক সঞ্জীৱিত কৰি তুলিছিল।

পূৰ্বপুৰুষসকল মোছলেম সভ্যতাৰ কেন্দ্ৰভূমি হাৰাণ-উল-ৰছিদ বাদশ্যাহৰ স্মৃতি-চিহ্নৰে জড়িত বোগদাদ নগৰীৰ মানুহ আছিল। শ্যাহ মিলনে ভাৰতৰ আজমীৰত বাস কৰিছিল। অসমলৈ আহি মুছলমানসকলক আজান দি নিয়মমতে নামাজ পঢ়িবলৈ শিকায়। সেইদেখি তেওঁৰ অসমীয়াৰ মাজত আজান ফকীৰ নামেৰে খ্যাত হৈছিল। ইচলাম ধৰ্মৰ সাৰোদ্ধাৰ কৰি সৰল অসমীয়াত তেওঁ গীত ৰচনা কৰিছিল, সেইবোৰ গীত পঢ়ি আৰু শুনি অসমীয়া মুছলমানৰ মাজত ইচলামত আসক্তি প্ৰগাঢ় হৈ পৰিল, আৰু হিন্দু মানুহেও ফকীৰক ভক্তি শ্ৰদ্ধা কৰিবলৈ ধৰিলে। ফকীৰে প্ৰচলিত অসমীয়া ধৰ্মসঙ্গীতবোৰৰ অন্তৰতম প্ৰাণত সোমাই তাৰপৰা শব্দ বুতলি আনি নিজৰ জিকিৰ বা ধৰ্মগীত ৰচনা কৰাত তেওঁৰ গীতবোৰে সকলোৰে চিত্ত আকৰ্ষণ কৰিব পাৰিছিল। তেওঁ বিদেশী মানুহ জীৱনতে অসমীয়া ভাষাৰ বাক্য আৰু ৰচনভঙ্গী এনেৰূপে আয়ত্ত কৰিব পৰাটো নিশ্চয় তেওঁৰ একাগ্ৰতা আৰু প্ৰতিভাৰ পৰিচায়ক।

আজান ফকীৰে লিখিছিল,—

"চিন্তো হেৰা মোৰ মন আল্লাৰ নামত।
ভজো হেৰা মোৰ মন গুৰুৰ পাৱত॥"

'মোহমুদ্‌গৰ'ত আছে,

"ভজ গোবিন্দং, স্মৰ গোবিন্দং।
গোবিন্দং ভজ মূঢ়মতে॥"

ফকীৰে লিখিছিল,

"দেও মাৰি পাৰ হই জীৱই আছে চাই।
চোৰা চোৰা জীৱসকল ভেলৰ বিলাই॥"

অসমীয়া দেহবিচাৰৰ গীতত এনে এফাকি বচন পোৱা যায়,

ফকীৰে কৈছিল,

"ৰজা হক চিৰস্থায়ী প্ৰজাৰ হক দখল।
শিল নোপঙ্গে মানে লাও নাযায় মানে তল॥"

এনে ধৰণৰ উপমা আগৰ দিনৰ অসমীয়া মানুহে সততে ব্যৱহাৰ কৰিছিল। পুৰণা বুৰঞ্জীৰ এঠাইত আছে, "লাও তল যাব, শিল উপঙ্গিব, কোৰা বগা হ'ব, বগ ক'লা হ'ব আৰু ব্ৰহ্মপুত্ৰে উভতি গতি কৰিব, তেবে কি মোৰ কবুল ছাৰিবে?"

মুছলমানৰ কৰ্তব্যৰ বিষয়ে আজান ফকীৰে গাইছিল,

"দুনিয়া এদিনৰ দুনিয়া দুদিনৰ,
দুনিয়া ফুলনিবাৰী।
কতক ছল-বল কৰ তই দুনিয়া
ধৰিব খেৰালি মাৰি॥
খেৰালি জালৰে গুড়া কৰে বুৰি
পাপৰ লেখা-জোখা নাই।

টিপনি মাৰিয়ে চোচনি মাৰিব
সবাকে একে ঠাইত পাই ॥
হাচিৰ চেলামক জবাবক দিবা,
বেমাৰীৰ ঘৰলৈ যাবা ।
জামাজা নামাজৰ শাৰীত খাৰা হ'বা
ফৰজ কেফায়তক পাবা ॥
মাৰা বাপেৰাৰ হুকুমত চলিবা
ওস্তাদৰ হুকুমক ধৰ ।
আপোনাৰ বাদশ্যাৰ হুকুমত চলিবা
খোদালৈ কৰিবা দৰ ॥
আখেৰতক লাগি এই দুখ খালোঁ
হালাল হাৰামক জান ।
মিছা বেশ্যাক অন্তৰ কৰিবা
তেবেসে মুছলমান ॥"

অসমৰ স্বৰ্গদেৱে আজান ফকীৰৰ কাৰণে মচ্জিদ বন্ধাই দিছিল,

"দিখৌ নৈৰ কাষৰি হুৰাগুৰি চাপৰি
ৰজাই বান্ধি দিয়া মঠ ।
ছুকুৰি ভকতে লয় আল্লাৰ নাম
মাদুৰি বনৰে কঠ ॥"

আজান ফকীৰে তেওঁৰ গীতৰ ভণিতাত কৈছে,

"এঘাৰ শ দুকুৰি নবিচন হিজিৰী
আকৌ পাঁচ বছৰ যায় ।
শ্যাহ মিলনে এই জিকিৰ কৰিলে
কোৰাণ কিতাবত পাই ॥"

আৰু এটা গীতত আছে,

"ভিক্ষাৰী আজানে কয় আহোঁ পৰদেশ ।
বিনা গুৰু মুখে নামৰ নাপাই আছোঁ ভেদ ॥"

ইয়াৰপৰা বুজা যায় যে আজান ফকীৰে বিদেশৰপৰা আহি হুৰাগুৰি চাপৰিত অসম ৰজাই সাজি দিয়া মচজিদত ছকুৰি ভগবন্তক্ত মানুহ লৈ আল্লাৰ নাম গাই থাকি ১১৪৫ হিজিৰী চন বা ইংৰাজী ১৭৩৮ খৃষ্টাব্দত জিকিৰ বা গীতাৱলী ৰচনা কৰে। সেইখিনি সময়ত অসমৰ স্বৰ্গদেৱ আছিল মহাৰাজ শিৱসিংহ। উজনিৰ মুছলমান সমাজত শিৱসিংহ স্বৰ্গদেৱৰ দিনত (খৃঃ ১৭১৪—৪৪) আজান ফকীৰ অসমলৈ অহা বুলি প্ৰবাদ আছে।

আজান ফকীৰৰ গীতবোৰ যদিও ইচলাম ধৰ্মক উদ্দেশ্য কৰি লিখিত হ'লেও কবিৰৰ গীতাৱলীৰ দৰে তাত সাৰ্বজনীন ভাব পূৰামাত্ৰা আছিল। সেইদেখি হিন্দু-

মুছলমান ধৰ্ম নিৰ্বিশেষে বহুত মানুহ ফকীৰৰ ভক্ত হৈ পৰিছিল। ৰূপাই ফটুমা নামে এজন মুছলমানে স্বৰ্গদেৱক গোচৰ দিলে যোলে আজান ফকীৰে সকলো ধৰ্মৰ মানুহকে একাকাৰ কৰিছে। ৰজাই ফকীৰক ৰাজসভালৈ মাতি আনিলে। ফকীৰৰ মাহাত্ম্যৰ কথা ৰজাই গম পাই তেওঁক সন্মান দেখুৱাই মাটি-বৃত্তি দান কৰিলে। ছৰাগুৰি চাপৰিত মঠ বা মচজিদ বান্ধি দিয়াৰ এয়েই কাৰণ।

চৈয়দ খোৰাজ, চৈয়দ মাজুম, চৈয়দ কুতুবুদ্দিন আৰু চৈয়দ চাহালোৱা নামৰ চাৰিজন পুত্ৰসন্তান এৰি আজান ফকীৰ লোকান্তৰ হয়। বৰ্তমান শিৱসাগৰৰ দিখৌ নৈৰ পাৰৰ ধাই-আলিৰ ওচৰত ফকীৰক কবৰ দিয়া হয়। হিন্দু কি মুছলমান সকলোৱে আজিলৈকে আজান ফকীৰৰ দৰগা বা সমাধিস্থললৈ গৈ ফকীৰৰ স্মৃতিক সন্মান কৰে।

ফকীৰৰ সতি-সন্ততি লাহে লাহে বাঢ়ি অহাত উজনিৰ নানা ঠাইত তেওঁলোকে বাস কৰিবলৈ ধৰিলে। তেওঁলোকে বাস কৰা ঠাইৰ নাম অনুসৰি ফকীৰৰ সন্ততিসকলৰ বেলেগ বেলেগ পৰিয়ালৰ নাম হ'ল, যেনে—ছৰাগুৰীয়া, হোলোঙ্গা-পৰীয়া, আহতগুৰীয়া, জাজিয়লীয়া, কপলিয়ান, ৰূপহিয়াল, শৰাগুৰীয়া আৰু শাকখোৱা। ফকীৰ সন্ততিসমূহক আজানঘৰীয়া বোলা হয়। ছৰাগুৰীয়া ফৈদৰ সন্ততি মৌলভী চৈয়দ নিয়মৎ-উল্লা। চৈয়দ কুতুবুদ্দিনৰপৰা বাঢ়ি অহা ৰূপহিয়াল ফৈদৰ সন্ততি চাৰ চৈয়দ মহম্মদ চাদুল্লা। হোলোঙ্গাপৰীয়া ফৈদৰ সন্ততি কটন কলেজৰ অধ্যাপক আবুল ফজল চৈয়দ আহমদ।

হজৰত আজান ফকীৰ বা চৈয়দ শ্যাহ মিলন অসমলৈ আহোঁতে তেওঁৰ লগত আৰু চাৰিজন পীৰ বা সাধক আহিছিল—নবী ১, শ্যাহ চৈয়দ নুৰুদ্দিন মোহাম্মেদ ছালেহ১, হজৰত শ্যাহ চৈয়দ ওসমান গণি ১, আৰু খোন্দকাৰ ১। এওঁলোকে নামনি আসামত বাস কৰিছিল আৰু এওঁলোকৰ ভগবদ্‌ভক্তিৰ পৰিচয় পাই মানুহে এওঁলোকক 'খলিফা বাপু' আখ্যাৰে অভিহিত কৰিছিল। উজনিতো এঘৰ-দুঘৰ নবীঘৰীয়া মানুহ পোৱা যায়। চক্ৰাইৰ অৱসৰপ্ৰাপ্ত পোষ্টমাষ্টৰ নাজিৰাহটীয়া চৈয়দ মহম্মদ ৰিয়াজুল হুচেইন চাহাব এজন নবীঘৰীয়া মান্যৱন্ত পুৰুষ। পশু-চিকিৎসক নাজিৰাহটীয়া শ্যাহ চৈয়দ আটাউল হক চাহেব ছালেহ চাহাবৰ সন্ততি। খোন্দকাৰ চাহেবৰ সন্ততিসকলক খোন্দকাৰ ঘৰীয়া বা কোমলদৈয়া বুলি কোৱা হয়। শিৱসাগৰ জুনিয়াৰ মাদ্ৰাচাৰ হেড্‌মাষ্টৰ মৌলবী মহিবুল হুচেইন আৰু খাঁ চাহেব মৌলানা চৈয়দ আজিজৰ ৰহমান খোন্দকাৰ চাহেবৰ সন্ততি। শিৱসাগৰ মহকুমাত শ্যাহ চৈয়দ ওসমান গণি আৰু খোন্দকাৰ পীৰৰ আৰু শিমলুগুৰিত শ্যাহ চৈয়দ নুৰুদ্দিন মহম্মদ ছালেহ চাহেবৰ দৰগা আছে।

আজান ফকীৰে নগা মানুহ কেতবিনিৰ মাজত ইচলামৰ মাহাত্ম্য প্ৰচাৰ কৰি কিছুমান নগাক সেই ধৰ্মত দীক্ষিত কৰে আৰু সাধক ছালেহ চাহাবক সেই দীক্ষিত নগাৰ মাজত ধৰ্ম-উপাসনা শিকাব বুজাবৰ কাৰণে থৈ আহে। সেইদেখি ছালেহ চাহাবৰ সন্ততিসকলক পৰ্বতীয়া দেৱান বোলে।

আজান ফকীৰৰ বিষয়ে সমসাময়িক বুৰঞ্জীত আছে, গদাধৰসিংহ স্বৰ্গদেৱৰ দিনত, "ৰূপাই দা-ধৰাই গোচৰ দিয়াত আজান ফকীৰৰ চকু কাঢ়িছে, পাচত তাৰ মাহাত্ম্য ওলালত মাটি-মানুহ দি ফকীৰক মাতিছে। ৰৰকলাত নগৰ কৰিছে, ১৬০৮ শক।"

আজান ফকীৰৰপৰা বাঢ়ি অহা আজানঘৰীয়া আঠ ঘৰ, আৰু নবী, ছালেহ, ওসমান গণি, খোন্দকাৰ এই চাৰিজনৰপৰা বাঢ়ি অহা চাৰিঘৰ, সৰ্বমোটে এই বাৰঘৰ

চৈয়দ পৰিয়ালৰ মুখিয়ালবোৰক দেৱান বোলা হৈছিল, আৰু তেওঁলোকে সমাজৰপৰা যথেষ্ট মান-সম্ভ্ৰম পাই আহিছে। 'দেৱান' শব্দে এইসকল বুজায়—ৰজা বা জমিদাৰৰ মহাফেজখানাৰ অধ্যক্ষ, ৰাজহৰ হিচাব—পত্ৰ ৰখা বিষয়া বা মন্ত্ৰী। উপৰোক্ত ধাৰেৰে মুছলমানে ৰজাঘৰৰপৰা মাটি-বৃত্তি লাভ কৰিছিল আৰু সমাজতো তেওঁলোক মাতব্বৰী মানুহ আছিল। ৰজাৰ ৰাজহ বিভাগৰ কৰ্মচাৰী নোহোৱা সত্ত্বেও সেইদেখি মানুহে তেওঁবিলাকক সম্ভ্ৰমকৈ দেৱান বুলি মাতিছিল, আৰু এই দেৱান খিতাপ এতিয়ালৈকে চলি আহিছে।* দেৱানৰ বাহিৰেও ৰজাঘৰৰপৰা মাটি-বৃত্তি খোৱা এজন 'নবাব ডেকা' আছিল। এওঁলোক কোন আৰু এওঁলোকৰ আতিগুৰি কি সেই বিষয়ে আমি বৰ্তমানে নাজানো। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিনত এইসকল মুছলমানৰ ৰজাঘৰৰপৰা ভৰণ-পোষণৰ ব্যৱস্থা কৰা হৈছিল, "দেৱান ১২, নবাব ডেকা ১, পাৰ্চী পঢ়ীয়া ২, মুদ্ৰা সাঁচত মৰা ১।"

প্ৰাচীন হাতেলিখা অসম বুৰঞ্জীবোৰত এইকিজন অসমীয়া মুছলমানৰ উল্লেখ পোৱা যায়,

স্বৰ্গদেৱ চুত্যিংফা নৰিয়া ৰজাৰ দিনত পোৱালি পাচনি নামে এজন মানুহে স্বৰ্গদেৱ আৰু বৰজনা আইকুঁৱৰীদেৱৰ মাজত বৈৰী ভাব সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল, আৰু আইকুঁৱৰীদেৱে ভাগিনীয়েকক ৰজা পাতিব খুজিছে বুলি স্বৰ্গদেৱক গোচৰ দিছিল। আইকুঁৱৰীৰ ষড়যন্ত্ৰত ৰূপাই নামে এজন মুছলমান লিপ্ত আছিল বুলি শুনি স্বৰ্গদেৱে ৰূপাইক কাটিলে। পাচত আইকুঁৱৰীদেৱে ষড়যন্ত্ৰ অপবাদ মিছা বুলি কোৱাত পোৱালি পাচনিক থিয়ই কাটিব দিলে।

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত কীৰ্তিচন্দ্ৰ বৰবৰুৱাক হত্যা কৰিবলৈ চেষ্টা কৰা হৈছিল। সেই ষড়যন্ত্ৰত লিপ্ত আছিল স্বৰ্গদেৱৰ পুত্ৰ তিপমীয়া গোহাঁই। ষড়যন্ত্ৰৰ এজন কাৰ্যকাৰক আছিল গোহাঁইদেৱৰ লিগিৰা চেগতুৰুকী নামৰ এজন মুছলমান। ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পাচত কীৰ্তিচন্দ্ৰৰ আজ্ঞাৰে এই অপৰাধৰ বিচাৰ হোৱাত চেগ তুৰুকীক "কাণ এডোখৰ কাটি কোব কিল চৰ ৩০-কৈ মাৰি নিবোকত পাতিব দিলে।"

লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত প্ৰথম বাৰ মোৱামৰীয়া বিদ্ৰোহ দমনৰ পাচত দেশৰ কেবা ঠাইতো মানুহে জুম বান্ধি ৰাজপাটলৈ যোগ্য কোঁৱৰ এজনক চপাই তেওঁক ৰজা পাতি নিজে বিষয়বাব ল'বৰ মনেৰে ৰজাক ধৰি আৰু তেওঁৰ ডাঙৰীয়া বিষয়াসকলক অপঘাত কৰি ৰাজ্য অধিকাৰ কৰিবলৈ ষড়যন্ত্ৰ কৰিছিল। দেশত এনে ষড়যন্ত্ৰ অতি কমেও সাতোটা কি আঠোটা হৈছিল। কেবাজনো সত্ৰীয়া মেধি, পৰ্বতীয়া গোসাঁই, ফুকন বৰুৱা আদিও এনে ধৰণৰ ষড়যন্ত্ৰত লিপ্ত আছিল। সেই কালৰ তেনে এটা ষড়যন্ত্ৰত জনচেৰেক মুছলমান মানুহে বিশেষকৈ আগভাগ কৰিছিল। এই ষড়যন্ত্ৰত মানুহ চপাই ফুৰিছিল বৰপাত্ৰ গোহাঁই ডাঙৰীয়াৰ বনুৱা কলীয়া, আৰু চোলাধৰা ফুকনৰ ভাগৰ বুকুজুৰ নামে দুজন মুছলমানে। সোতোৰা মৌলানা, ভায়েক কৈল্যাণী, ভতিজাক দিলগিৰী, থোলোকা, চবুৰ, তবিজ, হাজাৰী দেৱান, সোণপুৰ আদি কেবাজনো মুছলমান এই ষড়যন্ত্ৰত সংশ্লিষ্ট আছিল। এওঁলোকৰ উদ্দেশ্য আছিল লক্ষ্মীসিংহক ভাজি মোহন-

* খেনোৰ মতে 'দেৱান' শব্দ পাচৰ্চী 'দেৱানা' শব্দৰপৰা অহা। 'দেৱানা' শব্দই ভগৱৎ চিন্তাত তন্ময় হৈ থকা মানুহক বুজায়। অসমলৈ অহা উপৰোক্ত সাধকসকলক সেই দেখি দেৱান বুলি মতা হৈছিল।

মালা গোহাঁইৰ পুতেক এজনাক ৰজা পাতি নিজৰ ভিতৰত ভাল ভাল বিষয় বাতি লোৱা। ষড়যন্ত্রকাৰীসকলে কাম কৰিবলৈ পোৱাৰ আগতে ৰজাৰ মানুহে ইয়াৰ সম্ভেদ পাই অপৰাধীক বন্দী কৰি কলীয়া আৰু বুকুজুৰক গুচৰীয়া কৰি সকলো কথা জানিব পাৰিলে। নগা মজিন্দাৰ বৰুৱা, বৰবৰুৱাৰ পুতেক তামুলী লিগিৰা, তিপমীয়া ফুকন, আৰু চাংমাই বৰুৱাই এই সোধ সুধি যথাসময়ত স্বৰ্গদেৱক কাকত যোগালত স্বৰ্গদেৱে ষড়যন্ত্রকাৰীসকলক যথাবিধি শাস্তি দিলে। এই সোধৰ জবান-বন্দীৰ কাকত বুৰঞ্জীৰ পাতত ৰক্ষিত হৈছে। তাৰপৰা সেই কালৰ মুছলমানৰ অৱস্থা কিছুপৰিমাণে জানিব পাৰি।

বদনচন্দ্ৰ বৰফুকনে অসমলৈ মান আনি চন্দ্ৰকান্তসিংহক নামমাত্র ৰজাপদত ৰাখি নিজে মন্ত্রীফুকনৰ বাব লৈ ৰাজ্যৰ সৰ্বনিয়ন্তা হৈ পৰিল। নুমলী ৰাজমাও, ধনী বৰবৰুৱা, আৰু নিৰ্ভয় নাৰায়ণ বৰগোহাঁই ডাঙৰীয়াই বদনচন্দ্ৰক মাৰিবলৈ অভিসন্ধি কৰে, আৰু ইয়াৰ কাৰণে ৰূপসিং চুবেদাৰ আৰু ৰহমন খাঁ জামাদাৰ এই দুটাক আদেশ দিয়ে। এদিন পুৱা বৰফুকনে প্রাতঃকৃত্য কৰি মাটিপানী লৈ গা ধোৱাৰ পাচত ৰূপসিঙে পোনপ্রথমে ফুকনক তৰোৱালেৰে আঘাত কৰে, তাৰ পাচত ৰহমন খাঁ জামাদাৰে ফুকনক দুডোখৰ কৰি কাটে। এই হত্যা কাৰ্যত ৰূপসিং চুবেদাৰ প্ৰধান কাৰ্যকাৰক আছিল বুলি মানুহৰ বিশ্বাস। কিন্তু ৰহমন খাঁ জামাদাৰো এই কাৰ্যত লিপ্ত আছিল বুলি মণিৰাম দেৱানে স্বৰচিত অসম বুৰঞ্জীত লিখি থৈ গৈছে।

সামৰণি—ওপৰৰ বিৱৰণৰপৰা ভালকৈ বুজিব পাৰি যে অতি পূৰ্বকালৰেপৰা মুছলমানসকলে বিদেশৰপৰা আহি অসমৰ বুকুত মাৰ গৈছিল। অসমৰ বিবিধ হিন্দু সম্ভ্রান্ত পৰিয়াল আদিতে পশ্চিমৰপৰা অহা। বুনিয়াদী, অসমীয়া মুছলমান সকলো সেইদৰে পশ্চিমৰপৰা অহা। এই দুয়োবিধ অসমীয়া প্ৰজা নিজ দেশলৈ উভতি নগৈ ইয়াতে জীবিকাৰ বাট উলিযাই, এই দেশকে আপোন বুলি মানি, এই দেশৰ ভাল-বেয়া, সুখ-দুখতে নিজৰ জীৱন উচৰ্গা কৰি, আৰু ইয়াতে চিৰকাললৈ থাকি এই দেশৰ শিৰফুটা অধিবাসী হৈ পৰিছিল। এই অসম দেশৰ বাহিৰে তেওঁলোকৰ আন দেশ নাছিল। পশ্চিমৰপৰা অহা অসমীয়া ব্ৰাহ্মণৰূপে বৰ্তিছিল, কায়স্থ কায়স্থৰূপে বাস কৰিছিল; সেইদৰে অসমীয়া মুছলমানসকলে নিজ ধৰ্ম আৰু মাৰ্গ অনুসৰি ইয়াত জীৱন যাপন কৰিছিল। ধৰ্মগত পাৰ্থক্যৰ বাহিৰে অসমীয়া হিন্দু আৰু মুছলমানৰ মাজত জাতিগত কোনো পাৰ্থক্য নাছিল।

## অষ্টাদশ অধ্যায়

# স্বৰ্গদেৱৰ পাণ্ডিত্যানুৰাগ

মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ অসমৰ অন্যান্য নৃপতিসকলৰ দৰে অসমীয়া সাহিত্য আৰু পাণ্ডিত্যৰ উন্নতিৰ অৰ্থে বিশেষ মনোযোগী আছিল। স্বৰ্গদেৱৰ চ'ৰাত সভাপণ্ডিতসকলে যথাৰীতি আসন লাভ কৰিছিল। স্বৰ্গদেৱে নিজে অধ্যাপক ৰাখি তেওঁলোকৰ মুখৰপৰা শাস্ত্ৰ আৰু কাব্যামৃতৰস পান কৰিছিল। কামৰূপৰ এজন ব্ৰাহ্মণ পণ্ডিতৰ পাণ্ডিত্যত বিমুগ্ধ হৈ স্বৰ্গদেৱে তেওঁক সোণৰ লগুণ আৰু মাটি-বৃত্তি দান কৰিছিল। ইয়াৰ বাহিৰেও স্বৰ্গদেৱে এইসকলক তামৰ ফলি কৰি পাইক মানুহসৈতে মাটি-বাৰী দিছিল—ভঁৰালী বৰুৱাৰ পুতেক লক্ষ্মীনাথ, তন্ত্ৰশিৰোমণি ভট্টাচাৰ্য আৰু তেওঁৰ ভ্ৰাতৃসকল নাৰায়ণ শৰ্মা, জগজীও সত্ৰীয়া, দুৱলীয়া ৰাজবৈদ্য ধনেশ্বৰ শৰ্মা, ৰামকানু ভঁৰালী, চণ্ডীপাঠক কবিৰত্ন চক্ৰৱৰ্তী, ধৱলগুৰু সত্ৰৰ পশুপতি ব্ৰাহ্মণ, শংখপাণি মেধি, আৰু কামৰূপৰ সূৰ্য মল্ল আৰু ৰতনমল্ল।

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ নিজে কবি আছিল। তেওঁৰ ৰচিত 'কীচক বধ' নাটক বহুদিনলৈকে অসমীয়া ভাওনাত অভিনীত হৈছিল। মণিপুৰীয়া ৰজা জয়সিংহ আৰু কছাৰী ৰজা সন্ধিকাৰীক সম্ভাষণ জনাওঁতে স্বৰ্গদেৱৰ আগত কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ ৰৰপুতেক চন্দ্ৰহাস ডেকাবৰুৱাই দুশ মানুহৰ হতুৱাই 'ৰাৱণ বধ' ভাওনা কৰি ৰজাসকলক আনন্দ দিছিল আৰু সেই উপলক্ষে জয়ানন্দৰ জোৰাই স্বৰ্গদেৱৰ সভাত পাসৌজ গান কৰিছিল। এই জয়ানন্দ সেই কালৰ এজন বিচক্ষণ সঙ্গীতজ্ঞ পুৰুষ আছিল। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ পাণ্ডিত্যানুৰাগ আৰু কবিত্ব-প্ৰতিভাৰ পৰিচয় পাই পণ্ডিতসকলে তেওঁক 'কবি-চূড়ামণি' উপাধি দিছিল।

স্বৰ্গদেৱৰ পুতেক চাৰুসিংহ যুৱৰাজ মাজিও গোহাঁই আৰু তেওঁৰ প্ৰিয়তমা পত্নী প্ৰেমদাসুন্দৰী সাহিত্যৰ বিশেষ অনুৰাগী আছিল। স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ, যুৱৰাজ চাৰুসিংহ আৰু প্ৰেমদাসুন্দৰী, আইকুঁৱৰীদেৱৰ অনুমতি অনুসাৰে কবিশেখৰ ভট্টাচাৰ্য, ওৰফে নিগম আচাৰ্য বা বিদ্যাচন্দ্ৰ, কবিয়ে ৰাধা প্ৰমুখ্যে গোপিনীসকলৰসৈতে শ্ৰীকৃষ্ণৰ অনঙ্গলীলা বৰ্ণনা কৰি 'হৰিবংশ পদ' নামে এখন আদিৰসাত্মক কাব্য ৰচনা কৰিছিল। পুথিৰ আদি আৰু অন্তত থকা ভণিতাৰপৰা স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ আৰু তেওঁৰ পৰিয়ালৰ সাহিত্যলিপ্সাৰ কথা ভালকৈ জানিব পাৰি।

আদি ভণিতাত আছে,

> কৌৰৱ ৰাজাৰ ভাৰ্যা পুৰন্দৰা নাম।
> আৰাধিলা মাধৱক হুয়া পুত্ৰকাম ॥

তুষ্ট হৈয়া কৃষ্ণে তাক দিলা ইষ্টবৰ ।
হৈবেক সন্তান তোৰ ইন্দ্ৰৰ বীৰ্য্যৰ ॥
কৃষ্ণৰ আদেশে ইন্দ্ৰ পুত্ৰ উপাৰ্জিলা ।
স্বৰ্গনাৰায়ণ হেন তাৰ নাম দিলা ॥
পূৰ্বদেশে ৰাজা হৈলা সেহি দিনা ধৰি ।
ইন্দ্ৰৰ প্ৰভাৱে পাইলা দেশ-দেশান্তৰী ॥
সেহিবংশে ৰাজেশ্বৰসিংহ নৰপতি ।
শান্ত দান্ত শিষ্ট নিষ্ঠ অতি শুদ্ধমতি ॥
প্ৰতাপ প্ৰকাশ কীৰ্তি নীতি অতিশয় ।
দানী মানী মহাজ্ঞানী সদয়হৃদয় ॥
তাহাৰ তনয় চাৰুসিংহ মহামতী ।
গুণিগণ মধ্যে শ্ৰেষ্ঠ বিপুল শকতি ॥
পিতৃ-মাতৃ গুৰু ইষ্টদেৱত ভকত ।
আপুনি চতুৰ সৰ্ব শাস্ত্ৰৰ অৰ্থত ॥
তান পত্নী প্ৰেমদা নামত মনোনীতা ।
সৰ্বগুণৱতী যেন দ্ৰুপদ-দুহিতা ॥
স্বামী-চৰণত ভক্তি কৰে অনুক্ষণ ।
সপত্নীগণৰ মধ্যে ৰোহিনী যেমন ॥
তাসম্বাৰ আজ্ঞা-মুক্তা-মালা শিৰে ধৰি ।
শ্ৰীকবি শেখৰ ভট্টাচাৰ্য দ্বিজ হৰি ॥
ভাষাবন্ধে নিবন্ধিলা হৰিবংশ পদ ।
শুনা নিশবদে শুদ্ধ বুদ্ধ সভাসদ ॥

শেষ ভণিতাত আছে—

জয় জয় নৰপতি ৰাজা ৰাজেশ্বৰ ।
শক্তি ভক্তি কীৰ্তি নীতি বাঢ়োক বিস্তৰ ।
জগতপালক হৈয়া থাকা বহুকাল ।
চৰণে সেৱক হোক বহু মহীপাল ॥
জয় চাৰুসিংহ নৰপতি মহীপতি ।
যুষ্মাৰ কৃপাত হৌক শকতি ভকতি ॥
শত্ৰুকুলে যাওক তযু ব্যাপাৰ বিঘিনি ।
সমস্ততে জয় হৌক বিপক্ষক জিনি ॥
তযু প্ৰিয় পটেশ্বৰী প্ৰেমদাসুন্দৰী ।
কুশলে ৰহোক তযু পদ সেৱা কৰি ॥
কুমতি অজ্ঞান তাপ কোপ অপমান ।
কৃষ্ণৰ প্ৰভাৱে যাওক বিপক্ষৰ আন ॥

যেনমতে কৃষ্ণ-ৰাধা ভৈলা একলীন ।
সেহিমতে দুহন্তৰো চিত্ত নৌকভিন ॥
সজ্জনত মিত্ৰ ৰৌক দুৰ্জন সংহৰি ।
সৰ্বকালে ৰাজলক্ষ্মী থাকোক আবৰি ॥
ৰাজা হুয়া বহুকাল পৃথিৱী পালিবা ।
গীতি নীতি চিত্তবৃত্তি সমস্তে জানিবা ॥
সৰ্বদা কল্যাণে থাকা কৃষ্ণৰ প্ৰসাদে ।
একোকালে সমস্তক নোচোক আপদে ॥
শুনা সভাসদ হৰিবংশ পয়োসাৰ ।
ৰাধা-মাধৱৰ লীলা বিনোদ বিহাৰ ॥
মন ক্ষীৰ চিনি মিশ্ৰ বৰ্তমান কল ।
স্বাদু বৰ ক্ষুধাদুৰ ভুঞ্জিবাক চল ॥
শ্ৰীকবিশেখৰ ভট্টাচাৰ্য নিগদতি ।
ডাকি বোলা ৰাধা কৃষ্ণ হৰি যদুপতি ॥

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে গুণৱন্ত ধৰ্মাচাৰ্যসকলক কিৰূপে আদৰ কৰিছিল তেলপানী সত্ৰৰ অধিকাৰ স্বৰ্গীয় বৃন্দাবন চন্দ্ৰ গোস্বামী বিৰচিত 'তেলপানী সত্ৰৰ চৰিত্ৰ' নামে পুথিৰপৰা জানিব পৰা যায়। এই সত্ৰৰ অধিকাৰ শ্ৰীধৰদেৱে ভাটীৰপৰা বঙ্গালী বাদ্য আনি অসমত প্ৰচলিত কৰিছিল। শ্ৰীধৰদেৱৰ সঙ্গীত-নিপুণতাৰ কথা শুনি ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে তেওঁক ৰাজচ'ৰালৈ নিমন্ত্ৰণ কৰি নি তেওঁৰ মুখৰ গান শুনি প্ৰীতিলাভ কৰি যথাযোগ্য উপহাৰ দিছিল,

আনিলা বঙ্গালী বাদ্য আনো অপৰ্যন্ত ।
ভক্ত সমস্তক প্ৰভু বাদ্য শিখাইলন্ত ॥
প্ৰভু সম বিদ্যাৱন্ত সংসাৰত নাই ।
ৰাজেশ্বৰসিংহে যাক প্ৰকাশি আছয় ॥
প্ৰভুৰ যশস্যাগুণ শুনি নিৰন্তৰে ।
দূত পাঁচি শীঘ্ৰে নিয়াইলন্ত ৰাজেশ্বৰে ॥
ভক্ত সমে খাটলাত প্ৰভু চলি গৈলা ।
ৰাজেশ্বৰসিংহ-ৰাজনগৰক পাইলা ॥
নৃপতি দেখিয়া মান্যৰূপে বসাইলন্ত ।
ভাগৱত শ্লোক পঢ়ি আশীৰ্বাদ দেন্ত ॥
পৰম সন্তোষে ৰাজা সেৱা কৰিলন্ত ।
তুলসীৰ মালা প্ৰভু ৰাজাক দিলন্ত ॥
মান্য কৰি নৰেশ্বৰে শিৰত পিন্ধিলা ।
পৰম সন্তোষে ৰাজা সহিবাক লৈলা ॥
শুনিছো কাৰ্য্যত তুমি পৰম সুখান ।
মোৰ আগে গান কৰিয়োক কিছুমান ॥

হেন শুনি শ্ৰীমন্ত শ্ৰীধৰে গান কৈলা ।
সমজ্যাৰ লোক দেখি বিস্ময় মানিলা ॥
ৰাজেশ্বৰসিংহে দিলা সুবৰ্ণ কুণ্ডল ।
কামৰূপী গোসাঁই বুলি তান নাম ভৈল ॥
দিব্য বস্ত্ৰ ৰজত যে দিলা অসংখ্যাত ।
মাসে মাসে মোৰ ঠায়ে হৈবাহা সাক্ষাৎ ॥

দিহিং বা শিলিখাতলৰ সত্ৰাধিকাৰ প্ৰভু ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ বৰ ভিতৰ-বিশ্বাসী আছিল। সেইকালৰ অধিকাৰজনাৰ নাম আছিল শ্ৰীশ্ৰীকৈৱল্যনন্দন দেৱ। তেখেতক ৰজাই কিদৰে আদৰ-সম্ভাষণ কৰিছিল তাক দিহিঙৰ বৰ্তমান সত্ৰাধিকাৰ শ্ৰীশ্ৰীবৈকুণ্ঠশোভনচন্দ্ৰ গোস্বামী প্ৰভুৱে লিখা বিবৰণৰপৰা জানিব পাৰি,—"শ্ৰীশ্ৰীকৈৱল্য-নন্দনদেৱৰ অৱতাৰত মহামান্য শ্ৰীশ্ৰীৰাজেশ্বৰসিংহ ৰজাই ৰাজচিহ্ন দেখিছিল। ৰজাই তেখেতক অতি উত্তম শ্ৰীমন্ত সুন্দৰৰো সুন্দৰ চিকুণৰো চিকুণ দেখি তেৰাৰ নাম চিকুণ গোসাঁই দিছিল। সেই অৱধি দিহিঙৰ চিকণ গোসাঁই বুলি এতিয়ালৈকে প্ৰখ্যাত। গণক বাইলুঙৰদ্বাৰাই এখেত ৰজা হ'ব বুলি জানিব পাৰি ৰজাই ভাবিলে,—'আগলৈ কোনোবা সময়ত ৰজা হ'ব, আমি এতিয়াই এওঁক ৰাজভোগ, ৰাজ-অলঙ্কাৰ দিওঁ।' এই বুলি ৰজাই ৰাজগাদীত বহি থাকোঁতে তেখেতক কোলাত বহুৱাই লৈ সুধিলে বোলে, 'আপোনাক কি লাগে?' ত'ত প্ৰকাশ কৰিলে,—'আমাৰ সাধুক কি লাগিছে? কেৱল নাম ল'ব লাগে আৰু পূজা-সেৱা হৰি-চৰ্চা কৰিব লাগে মাত্ৰ।' ৰজাই ভাবিলে 'এখেতে একো নিবিচাৰে, একান্ত মন, নুখুজিলেও আমিয়েই দিওঁ।' এইবুলি ৰজাই ক'লে—'আপোনাক আমি ৰাজ-সম্পত্তি দিওঁ। আপোনাক সোণৰ সঁচৰুৱা খাৰু দিলোঁ, কেকোঁৰাদোলা দিলো, পহিদোলা দিলোঁ আৰু দেৱোত্তৰ মাটিও দিলোঁ। আপোনাৰ বৃন্দানাথ মূৰ্তিৰ সেৱা-পূজা চলাব নিমিত্তে লক্ষীমপুৰৰ তেলাহী কলিয়াজানলৈ সঁজাতিক আদেশ দিম যে, তালৈ গৈ মাজতে ছ-অঁৰা ঢোল বজাবি, কেওফাললৈ যিমানলৈ মাত শুনা যায়, যিমান আঁতৰে-আঁতৰে খুঁটি মাৰি দি আহিবি।' সেইদৰে কৰিলত মাজৰ মাটি জোখাত ৭৫০ পূৰা হ'ল। সেই মাটিকে ৰজাই তেখেতক নিষ্কৰ কৰি দিলে আৰু ৰজাই তেখেতক গাদীত তুলিও বহুৱাইছিল।

"ৰাজেশ্বৰসিংহ ৰজাই তেখেতক "চকচিং নামে দঁতাল হাতী এটি উঠিবৰ নিমিত্তে নিজা কৰি দিলে। তেতিয়াৰেপৰা ৰজাই তেখেতক নেৰিছিল, আৰু ৰংপুৰত ৰজাৰ নগৰলৈ অনালে। ৰজাই তেখেতক নেৰা বাবে ত'ত দিহিঙৰপৰা সময়ে-সময়ে আহি থকাৰ নিমিত্তে মেটেকাত সত্ৰ পাতিলে। তেতিয়াই ৰজাই পদবী দি ৰজা ন'হলে ৰজা হ'ব পাৰিব বুলি আমাৰ সত্ৰক ৰজাসত্ৰ নাম দিলে। তেতিয়াৰেপৰা আমাৰ সত্ৰ ৰজাসত্ৰ আৰু আহিও ৰজাৰ দৰেই। ৰজাৰ দৰে জ্যেষ্ঠ পুত্ৰ অধিকাৰ হয়।

"ৰজাই আমাৰ সত্ৰৰ অধিকাৰক ৰংঘৰত ৰং চাবলৈ আৰু বিচাৰ কৰিবলৈ লৈ যায়। এদিন ৰংঘৰত ৰং চাই থাকোঁতেই মহামন্ত্ৰী বকতিয়ালৰ কীৰ্তিচন্দ্ৰ বৰবৰুৱা ইফাল-সিফাল কৰি দিহা দেখুৱাই ফুৰোতে ৰংঘৰৰ ওপৰ তলাৰপৰা খহি পৰিল। এনেতে আমাৰ অধিকাৰ পুৰুষে দেখি জাপ মাৰি মন্ত্ৰীৰ চুলিত ধৰি ওপৰলৈ তুলি আনিলে। ইয়াকে দেখি ৰজা-প্ৰজা সকলোৱে আমাৰ অধিকাৰ পুৰুষৰ ঈশ্বৰীয়া শক্তি

দেখি ধন্যবাদ দিলে যে, 'গুৰুও ধন্য, শিষ্যও ধন্য, ইপুৰীত গুৰুৱে শিষ্যক ৰাখি চিন দেখুৱালে। সিপুৰীত তৰিবলৈকো বাকী থোৱা নাই।' ক্ৰমশঃ ৰজাই তেখেতক বচা-হামদৈক আৰু নোগোৰাত নিষ্কৰ ভূমি দিলে। দিহিং সত্ৰৰ নিস্পিখেৰাজ মাটী গুৱাহাটী আৰু বৰপেটাতে অনেক আছে।"

শ্ৰীশ্ৰীকৈৱল্যনন্দন প্ৰভুক ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে সন্মানপ্ৰীতি কৰাৰ কথা স্বৰ্গীয় দুতিৰাম হাজৰিকাৰ 'কলিভাৰত বুৰঞ্জী'তো পোৱা যায়। দিহিঙৰ মহন্তৰ লগত মিত্ৰতা কৰিবৰ কাৰণে স্বৰ্গদেৱে কুপতি বৰুৱাক পঠিয়াই তেখেতক মাতি অনালে। অধিকাৰ প্ৰভু আহি ৰজাৰ আগত উপস্থিত হ'ল—

প্ৰভুকেসে চাই নৰপতি কয়
শুনিয়ো তুমি গোসাঁঞি।
আমাৰ ৰাজত যতেক মহন্ত
আপোনাৰ সম নাই॥

নামো চিকণ গুৰু যে চিকণ
চিকণ তযু চৰিত্ৰ।
সেহিসে নিমিত্তে মোৰ দেহে-চিতে
কৰোঁহো তোমাৰে মিত্ৰ॥

মোহোৰেসে মন যত মহাজন
অল্প অল্প আছে দাই।
তোমাৰ সমান নোহে অন্যজন
আমি তাকে জনা যায়॥

তযু গুণগান দেখি বিচক্ষণ
কৰি আছোঁ মই সখি।
সৰ্বকালে মোক লাগে নেৰিবাক
এহি বাঞ্ছা আছোঁ ৰাখি॥

ইহ পৰলোকে ধৰিছো তোমাকে
নেৰিবাহা ভিন কৈই।
স্বতন্ত্ৰ ঈশ্বৰ জানিয়া তোমাৰ
লৈয়াছোঁ আমি আশ্ৰয়॥

তোমাৰ সেৱক আছয় অনেক
তাৰে আমি একজন।
বুলিয়া আমাই নছাৰা সদাই
কৰিবাক লাগে ত্ৰাণ॥

আমি ৰাজা হৈই আছোঁ দীখা লৈই
হংস ছাগ আছোঁ কাটি।
আৰ উপকাৰ নহৈবে আমাৰ
ইটো কথা আছোঁ ঘাটি॥

এতেকেসে মই তেতিয়া সবাই
কৰোঁ মই পৰিহাৰ।
তুৱা ভক্তি-দান দিয়া অল্পমান
তেবে মই পাইবো সাৰ ।।.............

অনেক আদৰ কৰি নৃপবৰ
প্ৰভুক গৃহে পঠায়।
সপোনত হুই প্ৰভুক দেখয়
ৰাজেশ্বৰ মহাৰায় ।।

দিহিং সত্ৰৰ অধিকাৰ প্ৰভুৱে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত যি মান আৰু প্ৰতিপত্তি পায় পাচৰ ৰজাসকলৰ দিনটো সেই পয়োভৰ চলি আহিছিল। কমলেশ্বৰসিংহৰ দিনত দিহিঙ্গৰ অধিকাৰ শ্ৰীশ্ৰীবৃন্দাবনচন্দ্ৰদেৱে ৰজাৰপৰা বিশেষ প্ৰীতি-সমাদৰ লাভ কৰিছিল। ৰজাই অধিকাৰক মালতী নামে মাখুন্দী হাতী এজনী উপহাৰ দিছিল। এই হাতীৰ অপূৰ্ব বিচাৰ-শক্তিৰ পৰিচয় দেখি মানুহে বিস্ময় মানিছিল। প্ৰথমবাৰ মান আহোঁতে চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে দিহিঙ্গৰ মহন্তৰে মিত্ৰতা কৰিবৰ মনেৰে তেখেতক মাতি আনি কৈছিল,—

অন্যান্য মহন্ত যত কাতো নাহি আশা।
পূৰ্ব্ব কথা জানি মোৰ তোমাতে ভাৰসা ।।
নৰপতি চূড়ামণি যিটো ৰাজেশ্বৰ।
দিহিঙ্গৰে মিত্ৰ কৰে আমি কিবা বৰ ।।
বৰভাই ৰাজামিত্ৰ কৰে তোমাসাৰে।
সেহিগুণে সোহৃদতা তোমাৰে আমাৰে ।।
তথাপিতো তুমি আমি কৰিলোহোঁ সখি।
চিৰকাল মোক নেৰিবাহা ভিন দেখি ।।
দেখা বিষয়ত কেনে মিলিছে বিধিনি।
যদি আপদত পৰোঁ ৰাখিবা আপুনি ।।
দিবোঁ কি মৰ্য্যদা তুমি সবে আছা পাই।
অল্প মাত্ৰ বাকী আছে কেপকৰা নাই ।।
মই ৰাজা কেপকৰা দিলো আজি ধৰি।
অন্য মহন্তেয়ো আৰু পাইবা কেন কৰি ।।
ৰাজা-যোগ্য বস্ত্ৰ-অলঙ্কাৰ ভাল চাই।
মান্য কৰি বঁটা দিলা চন্দ্ৰকান্ত ৰায় ।।
মানৰ শুনিবে যিবা প্ৰভুতো কহয়।
ভালৰূপে থাকিবা মোহোৰ বাৰ্ত্তা লৈই ।।
সেহিমতে প্ৰভুক গৃহক পাঞ্চি দেয়।
অনুমতি পায়া প্ৰভু মহৰাক যায় ।।

অসমীয়া নৃপতিসকল সাহিত্য আৰু পাণ্ডিত্যৰ উৎসাহদাতা পৃষ্ঠপোষক বহোৱা কথা প্ৰাচীন গ্ৰন্থ আৰু বুৰঞ্জী পঢ়া মানুহ মাত্ৰকে জানে। চীন পৰিব্ৰাজক হিৰেনচাঙে

লিখিছিল যে কামৰূপেশ্বৰ কুমাৰ ভাস্কৰবৰ্মা এজন পণ্ডিত মানুহ, ৰজাৰ অনুকৰণত তেওঁৰ প্ৰজাসকলো পাণ্ডিত্যানুৰাগী আৰু কামৰূপৰ শিক্ষাকেন্দ্ৰবোৰত শিক্ষা লাভ কৰিবলৈ দেশ-বিদেশৰ ছাত্ৰৰ সমাগম হয়। অসমীয়া পণ্ডিতসকলৰ পাণ্ডিত্যত বিমুগ্ধ হৈ কানাৰ্থী চীন পৰ্যটক হিৱেনচাঙ অসম এৰি যাবলৈ অনিচ্ছুক হৈছিল। বাণৰ 'হৰ্ষচৰিত'ত লিখা আছে যে কুমাৰৰ কটকী হংসবেগে সম্ৰাট হৰ্ষবৰ্দ্ধনক কামৰূপপতি ভাস্কৰ বৰ্মাই পঠোৱা এখন নীতিপূৰ্ণ গ্ৰন্থ আৰু পকা তিয়ঁহৰ বৰণৰ দৰে উজ্জ্বল সাঁচিপাত কিছুমান উপহাৰ দিছিল।

কমতা ৰাজ্যৰ অধীশ্বৰ দুৰ্লভনাৰায়ণ ৰজাৰ আশ্ৰয়ত হৰিহৰ বিপ্ৰ আৰু হেম সৰস্বতী আদি কবিয়ে অসমীয়া কাব্য ৰচনা কৰিছিল। মহাভাৰতৰ অশ্বমেধ পৰ্বৰ অন্তৰ্গত 'বব্ৰুবাহনৰ যুদ্ধ' নামে পুথিত হৰিহৰ বিপ্ৰই লিখিছে,—

জয় জয় নৃপবৰ দুৰ্লভনাৰায়ণ ৰাজা
কামাখ্যা গোসাঁনী দেন্ত বৰ।
সপুত্ৰ বান্ধৱে নিতে সবান্ধৱে মনোনীতে
জীৱন্তোক সহস্ৰ বৎসৰ॥
তাহান ৰাজ্যত গত সৰ্বজন মনোনীত
অশ্বমেধ পদ মধ্যে সাৰ।
বিপ্ৰ হৰিহৰ কবি হৰিৰ চৰণ সেৱি
পদবন্ধে কৰিলোঁ প্ৰচাৰ॥

কবি হেম সৰস্বতীয়ে 'প্ৰহলাদ চৰিত'ৰ ভণিতাত লিখিছে,—

কমতা মণ্ডল দুৰ্লভনাৰায়ণ
নৃপবৰ অনুপাম।
তাহান ৰাজ্যত ৰুদ্ৰ সৰস্বতী
দেৱযানী কন্যা নাম॥
তাহান তনয় হেম সৰস্বতী
ধ্ৰুৱৰ অনুজ ভাই।
পদবন্ধে তেহু প্ৰচাৰ কৰিলা
বামণ পুৰাণ চাই॥

দুৰ্লভনাৰায়ণ ৰজাৰ পুতেক ইন্দ্ৰনাৰায়ণ দেৱৰ আশ্ৰয়ত কায়স্থ কবি কবিৰত্ন চক্ৰবৰ্তীয়ে দ্ৰোণপৰ্বৰ অন্তৰ্গত 'জয়দ্ৰথ বধ' কাব্য ৰচনা কৰিছিল। কবিৰত্নৰ পিতৃদেৱ ছোটশিলাগ্ৰাম নিবাসী চক্ৰপাণি চিকদাৰ পণ্ডিতৰ গুণাৱলী দেখি দুৰ্লভনাৰায়ণ ৰজা বিমুগ্ধ হৈছিল।

কমতাৰাজ্য ধ্বংস হোৱাত তাৰ ঠাইত বিশ্বসিংহৰ পৰাক্ৰম আৰু চেষ্টাত কোচবেহাৰ ৰাজ্য সংস্থাপিত হয়। সেইদেখি কোচবেহাৰৰ নৃপতিসকলক 'কমতেশ্বৰ' উপাধিৰে অভিহিত কৰা হৈছিল। বিশ্বসিংহৰ পুতেক অসমীয়া বিক্ৰমাদিত্য আৰু

অলক্ষেত্‌ মহাৰাজ নৰনাৰায়ণে গৌড় আৰু কামৰূপত থকা পণ্ডিতসকলক মাতি আনি ভাল ভাল গ্ৰন্থ সংকলন বা অসমীয়া ভাষালৈ ভাঙিবলৈ নিযুক্ত কৰিলে।

গৌড় কামৰূপে যত পণ্ডিত আছিলা।
সমস্তকে আনি সত্ৰ দেৱাল পাতিলা॥
বোলে বিপ্ৰ পণ্ডিত সমস্তে শুনিয়োক।
কলিৰ যুগত বৃদ্ধি হৈব ভয় শোক॥
অল্প আয়ু অল্প বুদ্ধি হৈবেক নিশেষ।
লোক হৈব পুৰ্ব শাস্ত্ৰ গ্ৰন্থাদি বিশেষ॥
শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য দ্বিজ।
কৰিয়োক ৰত্নমালা ব্যাকৰ্ণৰ বীজ॥
সম্প্ৰতিকে স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে।
কিছু শেষ ভৈলে পঢ়িবেক বিপ্ৰগণে॥
শুনিয়োক আজ্ঞা মোৰ ৰামসৰস্বতী।
ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি॥
আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত।
শ্লোকক ভাঙিয়া পদ কৰিয়ো সাম্প্ৰত॥
অষ্টাদশ পুৰাণৰ কৰিয়োক পদ।
আকে শুনি নৰলোকে পাইব পৰম্পদ॥
শুনিয়ো শঙ্কৰ তুমি ভক্ত মহাজন।
বাঢ়য় কন্ধৰ পদ কৰা নিবন্ধন॥
হৰিৰ ভক্তিক তুমি কৰিয়ো প্ৰচাৰ।
হৰি ভজি নৰে হৌক সংসাৰৰ পাৰ॥
শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা।
জ্যোতিষক ভাজি তুমি সাধ্যখণ্ড কৰা॥
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী।
অল্পতে বুজয় যেন কায়স্থে সম্প্ৰতি॥
এহিমতে পণ্ডিতসৱক বুলিলন্ত।
তেবে কলি যুগে শাস্ত্ৰ লোপ নহৈবন্ত॥
ভাল বুলি প্ৰশংসা কৰিলা সৰ্বজন।
ভাগে ভাগে গ্ৰন্থ কৰিলেক নিবন্ধন॥

মহাৰাজ নৰনাৰায়ণ ৰজাই পণ্ডিতসকলক গ্ৰন্থ ৰচনা কৰিবলৈ আদেশ দিয়েই ক্ষান্ত নাথাকিল। তেওঁলোকে সংসাৰ-চিন্তাৰপৰা মুক্ত হৈ যাতে অবাধে গ্ৰন্থ ৰচনা কামত মনোনিবেশ কৰিব পাৰে তাৰ কাৰণে মহাৰাজে তেওঁলোকক মাটি-বৃত্তি, দাস-দাসী আৰু পুথি-পাঁজি দান কৰিলে। কবিবৰ ৰাম সৰস্বতীয়ে 'পুষ্পহৰণ বৰ্ণপৰ্বৰ' এঠাইত কৈছে,—

জয় নৰনাৰায়ণ ৰাজ শিৰোমণি।
সন্তৰ পৰম মিত্ৰ দুষ্টৰ অগনি॥

আমাক কৰিলা আজ্ঞা শাদৰ বচনে ।
ভাৰত পয়াৰ তুমি কৰিয়ো যতনে ॥

আমাৰ ঘৰত আছে ভাষ্য টীকা যত ।
নিয়োক আপোন গৃহে দিলোঁহে সমস্ত ॥

এহি বুলি ৰাজা পাচে বলধি জোড়াই ।
পঠাইলা পুস্তক সৱ আমাসাৰ ঠাই ॥

ধন-বস্ত্র অলঙ্কাৰ দিলা বহুতৰ ।
দাস-দাসী দিয়া মান কৰিলা বিস্তৰ ॥

নৰনাৰায়ণ ৰজাৰ আদেশ শিৰোধাৰ্য কৰি আৰু তেওঁৰপৰা সকলো সুবিধা পাই পণ্ডিতসকলে নিজ নিজ গ্ৰন্থ ৰচনা কৰি ৰজাক নি দেখুৱালে। ৰজাই বাধ্য কৰি প্ৰজাসকলক সেই গ্ৰন্থ পঢ়োৱালে। তাৰ ফলে দেশত জ্ঞান-বিদ্যাৰ জেউতি বিস্তাৰ হ'ল।

সেহি গ্ৰন্থ নিয়া সবে ৰাজাক দেখাইলা ।
তাক চাই মহাৰাজা আনন্দক পাইলা ॥

পণ্ডিতসৱক পাচে কৰিলা সন্মান ।
ধন ৰত্ন বস্ত্র অলঙ্কাৰ দিলা দান ॥

সমস্তকে পঢ়াইলন্ত কৰিয়া দণ্ডিত ।
স্ত্রী শূদ্ৰ আদি সবে ভৈলন্ত পণ্ডিত ॥

দেৱ দামোদৰ আদি সন্ত বাঢ়জন ।
ধৰ্ম প্ৰকাশিলা সবে শ্ৰৱন কীৰ্তন ॥

শিষ্যগণে সৎসঙ্গত ভকতি কৰন্ত ।
দুষ্ট চিত্ত গুচি সবে বৈষ্ণৱ ভৈলন্ত ॥

ধৰ্ম-শিক্ষা দিয়া ৰাজা পালি নিজ প্ৰজা ।
সেহি দিনা ধৰি নাম ভৈলা ধৰ্মৰাজা ॥

এই ধৰ্মৰাজা নৰনাৰায়ণৰ পাণ্ডিত্যানুৰাগৰ বিষয়ে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰে নিজৰ দ্বাত্ৰিংশক ভটিমাত লিখিছে,—

জয় জয় মল্ল নৃপতি ৰসৰাজ ।
যাকেৰি গুণগান সম নাহি আন ॥

নিজ কুলকুমুদ প্ৰকাশিত ইন্দু ।
গহীন গম্ভীৰ ধীৰ পেখিতে সিন্ধু ॥

সভা এক পাত্ৰ আপন মহাৰাজ ।
দেৱক মধ্যে যৈছে সুৰৰাজ ॥

আপন ভুজবলে দণ্ডিয়ে ৰাজকুল ।
পাৰত সকলহি কাম ॥

জয় জয় ঈশ্বৰ-পাদ-প্ৰসাদ মল্লদেৱ কৰু ৰাজ ॥
নটক ভাটক পশ্চিম দেশক
যত যত পণ্ডিত আৱে।
ঘোটক কম্বল বহুত ৰজত
আপনহি মন পুৰি পাৱে ॥
অস্ত্ৰত শাস্ত্ৰত শাস্ত্ৰত পাৰ্গত
বিপক্ষত আপন জ্ঞান।
দেৱ ব্ৰাহ্মণক পিতৃক অৰ্চ্চনে
যাকেৰি নাহি সমান ॥
আপন নৃপবৰ ধৰ্ম্ম যুধিষ্ঠিৰ
বিচাৰত আপন সুজ্ঞান।
কাব্য কবিত্ব শশধৰ পণ্ডিত
ধনুৰ্দ্ধৰ অৰ্জ্জুন সমান ॥
মানে দুৰ্য্যোধন আপন পুণ্য জন
দানে কৰ্ণ সমান।
মল্লত যুদ্ধত আপন দৃষ্টিত
তুঁহু বিনে নাহি আন ॥
আপন গুণ যশে ব্যাপিয়ে ধৰণী
নৃপতি মধ্যত পেখি।
নীল উতপল পেখিতে শৰীৰক
মৃণাল সদৃশ ভুজ দেখি ॥
বাহু বক্ষস্থল কটিমধ্য দেখিযে
সকলি হোৱে বড়ি লাজ।
যৈছে ৰাজ হংসীক গমনী
গহীন গম্ভীৰ মৃগৰাজ ॥
কহঁলু তযু গুণ হামু শিশু মতি
মৰষ সকল মুহ দোষ।
কহয়ে শঙ্কৰ নজনো সভাসদ
পাত্ৰ মধ্যে ই কথা পুছ ॥

খৃষ্টীয় নৱম শতিকাৰ ইংলণ্ডৰ নৃপতি অলফ্ৰেডৰ উৎসাহত ইংলণ্ডৰ সাহিত্যৰ বিলক্ষণ উন্নতি হোৱাৰ দৰে মহাৰাজ মল্লদেৱ বা নৰনাৰায়ণৰ উৎসাহত অসমীয়া সাহিত্য আৰু ভাব-জগতত এটি নতুন যুগ আৰম্ভ হ'ল। নৰনাৰায়ণ ৰজাৰ ভায়েক চিলাৰায় বা শুক্লধ্বজ কোঁৱৰো বিদ্যান আৰু পাণ্ডিত্যানুৰাগী আছিল। তেওঁ জয়দেৱ বিৰচিত গীত গোবিন্দৰ এখনি সংস্কৃত টীকা যুগুত কৰিছিল, সেই টীকা 'শুক্লধ্বজী টীকা' বুলি প্ৰসিদ্ধ।

কোচানৰ শিৱবংশী ৰজাসকলৰ দৰে অসমৰ ইন্দ্ৰবংশী আহোম স্বৰ্গদেৱসকলো অসমীয়া সাহিত্যৰ উৎসাহদাতা আছিল। জয়ধ্বজসিংহ মহাৰাজে প্ৰকাশ্যে হিন্দুধৰ্ম গ্ৰহণ কৰাৰেপৰা এই উৎসাহৰ সোঁত প্ৰবলকৈ ব'বলৈ ধৰিলে। জয়ধ্বজসিংহ স্বৰ্গদেৱৰ শহুৰেক ফুকনৰ আদেশমতে মাধৱ কন্দলি কটকীৰ নুমলীয়া পুতেক দিচৈগ্ৰাম নিবাসী ৰামমিশ্ৰ কবিয়ে মহাভাৰতৰ ভীষ্মপৰ্ব অতি সুললিত অথচ বীৰত্ব ব্যঞ্জক অসমীয়া পদত অনুবাদ কৰিছিল। ভণিতাত আছে,

জয়ধ্বজ নৰেশ্বৰ ঐশ্বৰ্যত পুৰন্দৰ
ৰূপে কামদেৱ সমসৰ।
প্ৰতাপে আদিত্যপ্ৰায় দণ্ডে যেন ধৰ্মৰায়
পালনত উমাৰ কুমাৰ ॥.........
তান দুই পটেশ্বৰী লক্ষ্মী সৰস্বতী সৰি
যাৰ ভ্ৰাতৃগৰ্ভে ভৈলা যাত।
তেন্তে ভৈলা মহামানী ওৰেষা পৰ্যন্তে জানি
ঈশ্বৰৰ সেৱক সাক্ষাত ॥

হোক চিৰঞ্জীৱ হেন জয়ধ্বজ ৰায়।
অসংখ্য বৰিষ ৰৌক ধৰ্ম প্ৰৱৰ্তাই ॥
আপন সম্বন্ধে তান শহুৰ হোৱয়।
নেওগ গোহাঁইৰ যিটো মধ্যম তনয় ॥
তান অনুমতি ইটো প্ৰচাৰিলো পঁদ।
দূৰ হোক তান যত দুৰ্গতি বিপদ ॥
কনিষ্ঠ তনয় ভৈলা ৰামমিশ্ৰ নাম।
ৰাজাৰ শহুৰে স্নেহ কৰি অবিশ্ৰাম ॥
পদ কৰিবাক মোক দিলা অনুমতি।
বোলা ৰাম নাম সবে লভা সদগতি ॥

জয়ধ্বজসিংহ স্বৰ্গদেৱৰ আমোলত অসম আৰু মোগলৰ তুমুল সংঘৰ্ষণৰ অসমীয়াৰ অন্তৰত সামৰিক ভাবৰ উদ্দীপনা হোৱা কালত ভীষ্মপৰ্বৰ নিচিনা বীৰত্বপূৰ্ণ আখ্যানৰ অসমীয়া অনুবাদ বৰ সময়োপযোগী হৈছিল।

উক্ত ৰামমিশ্ৰ কবিয়ে জয়ধ্বজসিংহৰ দিনৰ ৰজাশহুৰ ৰাজমন্ত্ৰী নাওবৈচা ফুকনৰ কনিষ্ঠ পুতেক ভদ্ৰসেনৰ আদেশমতে 'হিতোপদেশ' গ্ৰন্থ অসমীয়ালৈ অনুবাদ কৰিছিল,

গড়গ্ৰাম নগৰৰ ৰাজাৰ শ্বশুৰৰৰ
নেওগৰ মধ্যম তনয়।
মন্ত্ৰী সাজে অগ্ৰগণী পক্ষীৰ গড়ুৰ বেনি
যাৰ গুণ দেশে দেশে কয় ॥

হেন মন্ত্ৰী গৃহে আসি লৈয়া পূৰ্ব পুণ্য ৰাশি
কনিষ্ঠ তনয় ভৈলা যাত।
সঙ্গৰ কমল প্ৰায় যাত পৰে আন নাই
ভদ্ৰসেন নামত প্ৰখ্যাত ॥
হৰি-পদ কমলৰ যাৰ মুখ মধুকৰ
মধুপানে মত্ত সৰ্বদাই।
হিত-উপদেশ শাস্ত্ৰ পাৰিজাত তুল্য ইটো
ভ্ৰমৰ পৰিলে ঘ্ৰাণ পায় ॥
ৰাজনীতি কৰি ৰতি ভদ্ৰসেন শুদ্ধমতি
আদেশিলা পদ নিবন্ধনে।
দোষগুণ পৰিহৰি বোলা সবে পৰিহৰি
অল্পমতি ৰামমিশ্ৰে ভনে ॥

জয়ধ্বজসিংহ স্বৰ্গদেৱে ‘শকুন্তলা’ৰ কবি কবিৰাজ চক্ৰৱৰ্তীৰ পিতৃদেৱ ৰামানন্দৰ শুদ্ধাচাৰ আৰু বিবিধ গুণত সন্তুষ্ট হৈ তেওঁক সৰস্বতী উপাধি দান কৰিছিল,

নামত পৰমানন্দ তাহান তনয়।
বিষ্ণুৰ ভকত সদাচাৰী মহাশয় ॥
ৰামানন্দ নামে ভৈলা তাহান সন্ততি।
যিটো গুণৱন্ত সদাচাৰী মহামতি ॥
যাহাৰ গুণত জয়ধ্বজ নৰপতি।
তুষ্ট হৈয়া দিলা নাম তাক সৰস্বতী ॥

দামোদৰদেৱৰ প্ৰধান শিষ্য পৰমসন্ত বনমালীদেৱক জয়ধ্বজসিংহ মহাৰাজে কোচবেহাৰৰপৰা আনি মাজুলীত সত্ৰ পাতি তাতে স্থাপন কৰে। এই সত্ৰ দক্ষিণপাট সত্ৰ বুলি বিখ্যাত হয়। বনমালীদেৱৰ লগত থকা শিষ্য ৰমাকান্ত দ্বিজে লিখা চৰিত্ৰ পুথিত আছে,

সেহি স্থানে কতোদিন আছন্ত গোসাঞি।
তৈৰপৰা তাঙ্ক নিয়াইলন্ত মহাৰায় ॥
দণ্ড ছত্ৰে বাদ্যে ভণ্ডে আগ বঢ়াই নিলা।
কৃতাঞ্জলি কৰি ৰাজা বচন বুলিলা ॥
কিনো ভাগ্য ভৈলা আজি দেখিলোঁ তোমাক।
দাস বুলি অনুগ্ৰহ কৰিয়ো আমাক ॥
মোৰ ৰাজ্যভাৰ যত সম্পত্তি আছয়।
তোমাৰ চৰণে দিলোঁ বুলিলোঁ নিশ্চয় ॥
যেনমতে শুক্ৰক দিলন্ত বলি ৰায়।
শুক্ৰৰ প্ৰসাদে স্বৰ্গ পাইলন্ত সমুদায় ॥
তোমাৰ চৰণে চুম্পি আছোঁ প্ৰভু আমি।
দিলোঁহো তেমনে পালিবাহা প্ৰভু স্বামী ॥

জয়ধ্বজসিংহ মহাৰাজৰ অন্তিম কাল উপস্থিত হোৱাত বনমালী গোসাঁই প্ৰভুৱে মৃত্যুমঙ্গল পাঠ কৰিছিল। ৰমাকান্তৰ চৰিত্ৰত আছে,

তাত পাচে অস্বস্থ ভৈলন্ত নৃপবৰ।
গোসাঁঞিক নিয়াইলা পাচে কৰিয়া সাদৰ ॥
কৰযোৰ কৰি নৃপে বুলিলা বচন।
মোৰ গতি হৌক প্ৰভু তোমাৰ চৰণ ॥
গিদেশৰ হস্তে মঞি তোমাক আনিলোঁ।
পতিপাল কৰিবাক কিছো নপাৰিলোঁ ॥
ক্ষমিয়োক মোৰ দোষ চৰণত ধৰোঁ।
অনুগ্ৰহ কৰা প্ৰভু যেন মতে তৰোঁ ॥
ৰাজ্যভাৰ সমৰ্পিয়া আছোহো পূৰ্বত।
দেহকো অৰ্পিলোঁ মোৰ তযু চৰণত ॥
মৰণ সময়ে মঞি পাইলোঁহো তোমাক।
দিয়া উপদেশ প্ৰভু তাৰিয়ো আমাক ॥

জয়ধ্বজসিংহ স্বৰ্গদেৱৰ মৃত্যুৰ পাচত চক্ৰধ্বজসিংহ সিংহাসনত বহে। তেওঁৰ দিনত অম্বৰৰ ৰাজা আৰু মোগলৰ সেনাপতি ৰামসিংহই অসম আক্ৰমণ কৰে। মোগল আক্ৰমণ ব্যৰ্থ কৰিবৰ কাৰণে ৰাজ্যৰ সমুদায় শক্তি প্ৰযুক্ত কৰিব লগা হোৱাত এইজনা ৰজাই সাহিত্যৰ উন্নতিৰ ফালে মন মেলিবলৈ সময় নাপাইছিল। চক্ৰধ্বজসিংহৰ পৰৱৰ্তী ৰজা উদয়াদিত্যসিংহৰ ৰাজত্বৰ আৰম্ভণিত শৰাইঘাটৰ যুদ্ধৰ সমাপ্তি হয়।

যুদ্ধকাৰ্যৰপৰা অব্যাহতি পাই স্বৰ্গদেৱ উদয়াদিত্যসিংহ ৰজাই গুৰুসেৱালৈ মন মেলিলে। বৃন্দাবন-গকুলপুৰৰপৰা অহা পৰমানন্দ নামে এজন স্যান্নাসীৰ অলৌকিক মহিমাৰ কথাত মুগ্ধ হৈ স্বৰ্গদেৱে তেওঁতে আত্মসমৰ্পণ কৰিলে আৰু আনকো তেনে কৰিবলৈ ক'লে। ঠাকুৰীয়া মহন্তসকলক আনি সন্ন্যাসীত শৰণ ল'বলৈ ক'লে। ইয়াতে মহন্তসকল বিষম কষ্ট হ'ল। গজলা বা শৌকাজান সত্ৰৰ শিষ্য দক্ষিণপতীয়া হাজৰিকা ডেবেৰাই স্বৰ্গদেৱৰ ভায়েক সৰুগোহাঁয়েৰে চক্ৰান্ত কৰি উদয়াদিত্যসিংহক হত্যা কৰিলে, সৰুগোহাঁই সিংহাসনত বহি ৰামধ্বজসিংহ নাম ল'লে। পাচে পৰমানন্দ বৈৰাগীক অনেক বিকৰ্ধনা কৰি মাৰিলে। পাদশ্যাহ বুৰঞ্জীৰ অন্তৰ্গত, কান্দোৰৰ ৰজা পৃথিবীশ্যাহ আৰু দিল্লীৰ সম্ৰাট শ্যাহজাহান বাদশ্যাহে একে ঠাইতে গোট খাই প্ৰীতি-সম্ভাষণ কৰাৰ কাহিনী পৰমানন্দ সন্ন্যাসীৰ মুখৰপৰা পোৱা হৈছিল। ৰামধ্বজসিংহই নৰোৱা ঠাকুৰতে আশা-ভৰসা থাকিল, আৰু এইজনা মহন্তৰ কাৰণে গজপুৰত সত্ৰ বান্ধি দিলে, আৰু অনেক ভকত-কাৰণ চপাই দিলে।

ৰামধ্বজসিংহ স্বৰ্গদেৱৰ পাচত চুহুং, গোবৰ, চুজিনফা, চুডৈফা আৰু চুলিকফা ল'ৰাৰজা এইসকলে ক্ৰমান্বয়ে আহোম সিংহাসনত বহে। এই কালত ৰজাসকল পাত্ৰৰ অধীনস্থ আছিল। চক্ৰান্তকাৰী মন্ত্ৰীসকলে এজনক ৰজা ভাঙি আন এজনক ৰজা পাতি নিজেই সকলো কাৰ্যৰ গুৰিয়াল হৈ পৰিছিল। এনে অন্তৰ্বিপ্লৱৰ যুগত সাহিত্যৰ উন্নতি হোৱাটো আশা কৰিব নোৱাৰি। এই কালৰ দেশপ্ৰেমিক ৰাজনীতিজ্ঞ মহাযোদ্ধাক

ৰাজমন্ত্ৰী আতন বাঁহগৰীয়া বুঢ়াগোহাঁই ডাঙৰীয়াই এখন বুৰঞ্জী সংকলন কৰিছিল, তাৰ পাতনিত আছে,

"শ্ৰীশ্ৰীস্বৰ্গমহাৰাজাৰ বংশ-নিৰ্ণয়। শ্ৰীযুত মহাৰাজাৰ মহাপাত্ৰ বাঁহগৰীয়া বুঢ়াগোহাঁয়ে উকুত ভাঙ্গি আৰু বিশ্বাসে ৰাখিব। অবৈৰ মিত্ৰ হই যদি তাকেহে বিশ্বাসে দেখাব। ৰাজ্যৰ ৰহস্য পণ্ডিতৰ বাধা। পূৰ্ব-প্ৰণয়ৰ অন্তে ব্ৰহ্মা তিনিবাৰ মানুহ সৃজিব নোৱাৰি লাউ ৰুলত তাৰ ভিতৰত মানুহ হৈ লাউ ফালি ওলায়, একো নাজানে। পশুপ্ৰায় হেন দেখি ইন্দ্ৰে ব্ৰাহ্মণক পাঞ্জি-পঠাই দেখাই-শুনাই থাকিব দিলে। তাৰেপৰা সকলে জানিলে-শুনিলে। এই শাস্ত্ৰৰ মতে এয়ে প্ৰলগ। পাচে সত্যযুগ প্ৰীতিতে গ'ল। একে মেহেঙ্গাতে একে মাৰৰ পোহেন হৈ ভাত খাইছিল। হিংসা-দ্বেষ কাৰো ক'তো নাই।"

ল'ৰাৰজাৰ পৰৱৰ্তী গদাধৰসিংহ স্বৰ্গদেৱৰ দিনত সাহিত্যৰ অভ্যুদয়ৰ বিশেষ প্ৰমাণ পোৱা নাযায়। ভগা ৰাজ্য সুস্থিৰ কৰি অসমৰপৰা মোগলৰ পৰাভৱ গুচুৱাত গদাধৰসিংহৰ সকলো চেষ্টা প্ৰযোগ হৈছিল। সাহিত্যৰ চৰ্চা আৰু অনুশীলন হৈছিল ঘাইকৈ বৈষ্ণৱ সত্ৰবিলাকত। কিন্তু গদাধৰসিংহ মহাৰাজে বৈষ্ণৱ মহন্তসকলক উৎপীড়ন কৰাত তেওঁলোকে সাহিত্য আদিৰ অনুশীলন কৰিবলৈ সুবিধা নাপাইছিল।

গদাধৰসিংহৰ পুত্ৰ ৰুদ্ৰসিংহ সাহিত্য আৰু সংগীতৰ পৰমপৃষ্ঠপোষক আছিল। অগাধ শাস্ত্ৰ বিশাৰদ ৰামনাৰায়ণ বা কবিৰাজ চক্ৰৱৰ্তীৰপৰা স্বৰ্গদেৱে নানান শাস্ত্ৰত শিক্ষা লাভ কৰিছিল। 'শকুন্তলা' কাব্যত আছে,

ৰামানন্দ-পুত্ৰ ৰামনাৰায়ণ নাম।
বিষ্ণুৰ কিঙ্কৰ ভৈলা গুণ-গণ-ধাম ॥
কবিৰাজ চক্ৰৱৰ্তী যাৰ পৰ নাম।
শাস্ত্ৰত নিপুণ বিপ্ৰগুণে অভিধাম ॥
যাৰ হন্তে শাস্ত্ৰ পঢ়ি ৰুদ্ৰসিংহ ৰায়।
পণ্ডিত হৈলন্ত নানা শাস্ত্ৰ-তত্ত্ব পাই ॥

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পাণ্ডিত্যানুৰাগ আৰু জ্ঞানলিপ্সাৰ কথা সেই কালৰ কবিসকলৰ নানান ৰচনাৰপৰা বিশেষভাৱে জানিব পাৰি। স্বৰ্গদেৱ ৰুদ্ৰসিংহই নিজেও সঙ্গীত ৰচনা কৰিছিল। তাৰ সুমধুৰ শব্দ সমাবেশলৈ লক্ষ্য কৰিলে সহজে অনুমান কৰিব পাৰি যে ৰজা এজন ব্যুৎপত্তিশীল পণ্ডিত কবি আছিল।

ৰাগ গান্ধাৰ

আইলৱে গৌৰী প্ৰসন্ন মন।
পূৰ্ণিমাৰ শশী সম জলয় বদন ॥
শিৰত কিৰীটি গাৱে অমূল্য বসন।
কৰ্ণে কুণ্ডল শোভে কণ্ঠে কণ্ঠাভৰণ ॥
দশভুজে দশ অস্ত্ৰ ধৰিছা সঘনে।
কটিত কিঙ্কিণী বাজে নেপুৰ চৰণে ॥

ৰূপৰ উপমা দিব পাৰে কোন জনে ।
নমি গৌৰীপাৱে ৰুদ্ৰসিংহ নৃপে ভনে ॥

মালঞ্চ

মাঞ্জি মোহে ৰাখিয়ো চৰণ তলে ।
অন্তকালে গতি তব পদৰজ মূলে ॥

পূজা ভুজিতে আইলা মোৰ ঘৰে ।
কি দিয়া তুষিম গোসাঁনী চৰণ তোৰে ॥

হুয়োক প্ৰসন্ন মাতা দেহ পদ ছাঁয়া ।
ইবাৰ তৰাও মোকে দেবী মহামায়া ॥

নিজগুণে তুষ্ট হয়া পূজা ল দাসৰ ।
মিনতি কৰিছে ৰুদ্ৰসিংহ নৃপবৰ ॥

ৰুদ্ৰসিংহ স্বৰ্গদেৱে বিদেশৰপৰা পাখোৱাজ আদি বাদ্য-যন্ত্ৰ আনি অসমত প্ৰচলন কৰে ; আৰু পৰদেশী গান-বাজনা, চাল-চলন আৰু সাজ-পাৰ শিকি আহিবৰ কাৰণে বিদেশত ভ্ৰমিবলৈ খাউন্দ আৰু বৈৰাগীৰ দল সৃষ্টি কৰে । বাঁহবাৰী সত্ৰৰ যদুমণিৰ নাতিয়েক উদিতৰামৰ চৰিত্ৰপুথি গৌৰীনাথে সঙ্কলন কৰিছিল । এই চৰিত্ৰ পুথিৰপৰা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ সঙ্গীত আৰু পাণ্ডিত্যানুৰাগৰ কথা জানিব পাৰি,

ঘনশ্যাম নামে এক বঙ্গাল আনিল ।
ৰঙ্গপুৰ নামে তাৰ নগৰ নিৰ্ম্মিল ॥

তদাকাৰ নগৰ কৰিলা ৰুদ্ৰসিংহ ।
আস্ফাল কৰয় গজঘণ্টা টাঙ্গ-টিঙ্গ ॥

মৃদঙ্গ গোমুখ শঙ্খ ফুৰে ভৰি ডাক ।
তবল মৰ্দ্দল আৰু বাৱে ঢোল ঢাক ॥

মুৰুজ নাগেৰি নাচে নৰ্ত্তক-নৰ্ত্তকী ।
বিপঞ্চি দোতাৰা ৰুদ্ৰ খঞ্জৰ চুলুকি ॥

আনিল অনেক আৰু নব যন্ত্ৰ চয় ।
পাসৌজ মন্দিৰা কৃষ্ণ মঙ্গল বোলয় ॥

স্বৰ্ণকাৰ কৰ্ম্মকাৰ আদি বৃত্তিকাৰ ।
প্ৰবন্ধে শিখাইলা ৰুদ্ৰসিংহ নৃপবৰ ॥

ভাৰত পুৰাণ ৰামায়ণ ভাগৱত ।
দশম কীৰ্ত্তন ৰত্নাৱলী ঘোষা গীত ॥

ভণ্ডাৰে ভণ্ডাৰে ভাগে ভাগে থৱাইলন্ত ।
ইমত প্ৰাৰম্ভে ৰাজা লোকক পালন্ত ॥

ৰুদ্ৰসিংহ স্বৰ্গদেৱে ব্ৰাহ্মণ পণ্ডিতসকলক উৎসাহ দিয়াৰ কথা ৰুচিনাথ দ্বিজ ৰচিত 'মাৰ্কণ্ডেয় চণ্ডী' পুথিৰপৰা ভালকৈ জানিব পাৰি । চণ্ডী পুথিখনি ৰুচিনাথে 'একাহি শকত' অৰ্থাৎ ৰাজেশ্বৰসিংহৰ দিনত ১৬৮১ শকত ৰচনা কৰিছিল । এই

ৰুচিনাথে 'কল্কি পুৰাণ'বো অসমীয়া অনুবাদ কৰিছিল। ৰুচিনাথৰ পিতৃদেৱ কৃষ্ণাচাৰ্য স্বৰ্গদেৱ ৰুদ্ৰসিংহ স্থাপিত ৰংপুৰ ৰাজধানীত বাস কৰিছিল। ৰুচিনাথে চণ্ডীত কৈছে,

বাসৱ বংশত যাত ৰুদ্ৰসিংহ নামে খ্যাত
সৌমাৰ পীঠৰ অধিপতি।
কামৰূপ অধিকাৰী দুৰ্জনৰ দণ্ডধাৰী
গদাধৰসিংহৰ সন্ততি ॥
কছাৰী জয়ন্তাপুৰ জিনি গৰ্ব কৰি চুৰ
দুয়ো ৰাজা নিলা বন্দী কৰি।
বলে-বীৰ্যে ৰূপে-গুণে দানে-মানে কলাজ্ঞানে
একোৰূপে যাৰ নাহি সৰি ॥
ৰঙ্গপুৰ নামে এক তেন্তে পুৰ কৰিলেক
থাপিলেক তাত বিপ্ৰগণ।
নানা স্থান হন্তে নিয়া বৃত্তি-বিধানক দিয়া
থাপিলেক অনেক ব্ৰাহ্মণ ॥
সি ঠাইতে বিপ্ৰবৰ নানা গুণে গুণাকৰ
ভৈলা কৃষ্ণাচাৰ্য শুদ্ধমতি।
তান পুত্ৰ ৰুচিনাথ দুৰ্গাক সেৱিয়া মাথ
চণ্ডী পদ ৰচিলা সম্প্ৰতি ॥

কল্কি পুৰাণৰ পদ ৰচিলোহো আগে।
ৰচিলো চণ্ডীৰ পদ আৰে অনুৰাগে ॥
পূৰ্ব কবিসকলৰ কবিতাক দেখি।
আৰম্ভিলোঁ পদ নিজ শকতি নাপেখি ॥
খোৰা হুয়া পৰ্বত লংঘিতে কৰি সাশ।
সেহিমতে ভৈলা ইটো আমাৰ প্ৰয়াস ॥
তথাপিতো বৃথা নুহি মোৰ ইটো কৰ্ম।
যাতো পাইবো দেবী-গুণ-কীৰ্তনসে ধৰ্ম ॥....
চণ্ডীৰ চৰণ চিন্তি মই মূঢ়মতি।
একাহি শকত পদ লিখিলোঁ সম্প্ৰতি ॥

ৰুদ্ৰসিংহ স্বৰ্গদেৱে ১৬৩৪ শকত 'যোগিনীতন্ত্ৰ' আৰু 'কালিকা-পুৰাণ' আদি গ্ৰন্থৰ সহায়েৰে গুৱাহাটীৰ সমীপৱৰ্তী ক্ষেত্ৰ-পৰ্বত নিৰ্ণয় কৰাইছিল, আৰু সকলোৱে বুজিব পৰাকৈ ইটো পৰ্বতৰপৰা সিটো পৰ্বতলৈ ব্যৱধানৰ মাত্ৰা উল্লেখ থকা এখন তালিকা যুগুত কৰাইছিল। সেই তালিকাত পৰ্বতবোৰৰ সংস্কৃত নামৰ উপৰিও অসমীয়া চলতী নাম দিয়া হৈছে।

ৰুদ্ৰসিংহ স্বৰ্গদেৱে কছাৰী ৰজা তাম্ৰধ্বজনাৰায়ণ, আৰু জয়ন্তা ৰজা ৰামসিংহ এই দুয়োকে ধৰি আনি বিশ্বনাথত দৰবাৰ পাতি দুয়োৰে হতুৱাই আহোম স্বৰ্গদেৱৰ

ৰশ্যতা স্বীকাৰ কৰাইছিল। তাম্ৰধ্বজ ৰজাৰ মহিষী চন্দ্ৰপ্ৰভা এগৰাকী বিদ্যোৎসাহিনী তিৰোতা আছিল। তাম্ৰধ্বজৰ মৃত্যুৰ পাচত পুতেক শূৰদৰ্প নাৰায়ণৰ আমোলত ১৬৭০ শকত চন্দ্ৰপ্ৰভা ৰাজমাৱে ভুৱনেশ্বৰ ভট্টাচাৰ্য বাচস্পতি পণ্ডিতৰদ্বাৰা 'নাৰদীয়ামৃত' নাম দি নাৰদীয় পুৰাণ গ্ৰন্থ অসমীয়ালৈ অনুবাদ কৰাইছিল। এই পুথিৰ ভণিতাত আছে,

দিনে দিনে লাভ তাৰ হয় গঙ্গাস্নান।
পুণ্য কল্পতৰু সম এইটো পুৰাণ ॥
এইটো পুৰাণ ব্যাখ্যা বিজনে কৰায়।
পূৰ্ব্বে ভুঞ্জা যত ফল অনায়াসে পায় ॥
হৰিধ্বনি কৰ গ্ৰন্থ ভৈল সমাপন।
সত্তৰ শকত এই গ্ৰন্থৰ লিখন ॥
তাম্ৰধ্বজ মহাৰাজা ছিলা মহাভাগ।
সৰ্বলোকে সদা কৰে যাৰ অনুৰাগ ॥
তাৰ পুত্ৰ ৰাজা শূৰদৰ্প মহাৰায়।
চন্দ্ৰপ্ৰভা নামে দেৱী তান মাতা হয় ॥
কবি বাচস্পতি তান বাক্য অনুসাৰে।
শ্ৰীনাৰদীয়ামৃত ৰচিলা পয়াৰে ॥

ইতি শ্ৰীভুবনেশ্বৰ বাচস্পতি ভট্টাচাৰ্য বিৰচিত শ্ৰীনাৰদীয়ামৃতে নয়া-দশ-বিংশতি অধ্যায় : সমাপত : ।

কছাৰী ৰজা কৃষ্ণচন্দ্ৰনাৰায়ণৰ দিনত ৰহাচকীৰ সুপ্ৰসিদ্ধ কটকী-বৰা লক্ষ্মীৰামে চিৰিপাৰৰপৰা সাঁচিপাত আনি সংৰাম নামে এজন কাকতীৰ হতুৱাই খাচপুৰ চহৰত মথুৰা নদীৰ পাৰত নাৰদীয়ামৃত পুথি এখন নকল কৰাইছিল। ১৭৩০ শকৰ ভাদৰ ৯ দিন যোৱাত মঙ্গলবাৰে দ্বিতীয়া তিথিত সেই পুথি লিখা কাৰ্য সমাপ্ত হৈছিল।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ বৰপুতেক শিৱসিংহ মহাৰাজৰ অনুগ্ৰহত অসমীয়া ভাষালৈ কেবাখনিও সংস্কৃত গ্ৰন্থ অনূদিত হয়, আৰু নতুন গ্ৰন্থ সংকলন কৰা হয়। ৰুদ্ৰসিংহ দিনৰে ৰাজকবি কবিৰাজ চক্ৰৱৰ্তীয়ে শিৱসিংহৰ আদেশমতে 'ব্ৰহ্মবৈৱৰ্ত পুৰাণ' 'শঙ্খচূড় বধ' আৰু 'শকুন্তলা' অসমীয়ালৈ ভাঙিছিল। এইজনা ৰজাৰ আদেশত মনোহৰ নামে এজন লিখকে 'ৰুপুত' নাম দি এখন অসম বুৰঞ্জী সংকলন কৰিছিল। শিৱসিংহৰ দৰে তেওঁৰ তিনিগৰাকী মহিষী প্ৰথমেশ্বৰী ৰত্নকান্তি, ফুলেশ্বৰী দেৱী আৰু অম্বিকাদেৱী বিদ্যোৎসাহিনী আছিল। শিৱসিংহৰ চ'ৰাৰ কবি গোপালচন্দ্ৰৰ ৰাজ বন্দনা গীত উল্লেখ-যোগ্য।

## ৰাগ সাৰেঙ্গ

ৰুদ্ৰসিংহ তনুজ ৰুদ্ৰ অৱতাৰী।
হে তুঁ যৱন দণ্ড সঙ্গে শৈল-প্ৰচণ্ড
সমৰে সম্বৰ শুভকাৰী ॥
গজবাজী বাদ্যভণ্ড অনুপম প্ৰজাখণ্ড,
ছত্ৰদণ্ড ধীৰ বৰ স্থিৰ।

নৰৰূপে নৰেশ্বৰ ধৰ্ম্মৰূপ কলেৱৰ,
বীৰৰূপ বিজয় শৰীৰ ॥
প্ৰচুৰ জলদ ধাম পুৰষাৰ অনুপাম
মূৰতি মধুৰ মনোহাৰী।
বচন অমৃত বাণী, বিকশিত সৌদামিনী,
চাহিলে চমকে ৰূপ হেৰি ॥
তনু আতি নিৰমল ৰূপৰঙ্গ টলটল,
সামৰাজে সতত বিহাৰী।
নিৰেখিত সদানন্দ গাৱে গোপালচন্দ্ৰ,
সন্ত সুজন হিতকাৰী ॥

পিতৃৰজা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দৰে শিৱসিংহ মহাৰাজে ভালেমান অসমীয়া গীত ৰচনা কৰিছিল। তাৰে এটা তলত দিয়া হ'ল,

ৰাগ দেৱগান্ধাৰ

শাৰদ পূৰ্ণিমা হিমকৰ-বদনী।
চঞ্চল নীল নলিনীদল নয়নী ॥
চঞ্চল লোচনে কাজৰ ৰঙ্গী।
ভাবুকমনে কুটিলতৰ ভঙ্গী ॥
প্ৰাতৰুদিত ৰবি সিন্দূৰ কান্তি।
সজল মুকুতাফল দশন পান্তি ॥
সজল জলদ ইব কুণ্ডল জালে।
পৰিমল শোভিত মালতী মালে ॥
মৃগমদ কুঙ্কুম চৰ্চিত দেহা।
তৰল ঘনান্তৰ দামিনী ৰেহা ॥
শ্ৰীফল বিফলিত কুচযুগ লোলে।
মত্ত দ্বিৰদ গতি অতিশয় দোলে ॥
ৰাজা শিৱসিংহ ইহৰস ভণিতম্।
ৰমণী-শিৰোমণি ৰাধা-চৰিতম্ ॥

শিৱসিংহ স্বৰ্গদেৱ আৰু তেওঁৰ কুঁৱৰী 'প্ৰমথেশ্বৰী' ৰত্নকান্তিৰ আদেশমতে কবিৰাজ চক্ৰবৰ্তীয়ে 'ব্ৰহ্মবৈবৰ্ত পুৰাণ'ৰ অসমীয়া ভাঙনি কৰিছিল। ভণিতাত আছে,

ইন্দ্ৰৰ বংশত ৰুদ্ৰসিংহ নৰপতি।
সৌমাৰ দেশৰ প্ৰতি ভৈলা মহাৰথি ॥
তাহান প্ৰথম পুত্ৰ শিৱসিংহ ৰায়।
দেৱতা বিপ্ৰত ভক্তিমন্ত শুদ্ধকায় ॥

কন্দৰ্পৰ দৰ্প হৰে যাৰ ৰূপ দেখি ।
কামিনী বিমোহ হৱে যাহাক নিৰিখি ॥
নামত প্ৰমথেশ্বৰী শুদ্ধ সূক্ষ্ম জায়া ।
ইন্দ্ৰৰ ৰমণী যেন আদিত্যৰ ছায়া ॥
কমললোচনী বৰবালা চন্দ্ৰমুখী ।
যাহাৰ দৰ্শনে নৰনাৰী হোৱে সুখী ॥
হেন শিৱসিংহ ৰাজা প্ৰথম-ঈশ্বৰী ।
মনুষ্য লোকত যেন শিৱ মহেশ্বৰী ॥
তাহান আদেশমালা শিৰোগত কৰি ।
কবিৰাজ চক্ৰৱৰ্তী মতি অনুসৰি ॥
পুৰাণত শ্ৰেষ্ঠ ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ ।
কৃষ্ণ জন্ম খণ্ড তাৰে পৰম প্ৰধান ॥
সাগৰ-সঙ্কাশ আৰ গূঢ় অভিপ্ৰায় ।
সাৰশেষে কোন নৰে তাৰ অৰ্থ পায় ॥
তথাপিতো পদবন্ধে দেশভাষা ধৰি ।
মতি অনুসাৰে বিৰচিলো যত্ন কৰি ॥

গদাধৰ সিংহ-সুত ৰুদ্ৰসিংহ নাম যুত
গুণৱন্ত ভৈলা নৰপতি ।
যশৱন্ত ধৈৰ্য্যৱন্ত অতি শুদ্ধ বুদ্ধিমন্ত
একো অঙ্গে যাৰ নাহি ক্ষতি ॥
সেহি ৰুদ্ৰসিংহ ৰায় ভোগ অৱসান পাই
স্বৰ্গলোকে গৈয়া ৰহিলন্ত ।
তাহান তনয় বৰ মনোহৰ কলেৱৰ
শিৱসিংহ নৃপতি ভৈলন্ত ॥
তাহান ভৈলেক জায়া অতি সুললিত কায়া
ৰত্নকান্তি নামে মহাসতী ।
সুললিত অঙ্গচয় দেখি মুনিমোহ হয়
বদনে জিনিছে নিশাপতি ॥
সুললিত দীৰ্ঘকেশ যেন পাৰ্বতীৰ বেশ
একো অঙ্গে নাহি ক্ষতি ক্ষুণ ।
শাস্ত্ৰ পথ অনুসৰি স্বামীক ভকতি কৰি
প্ৰকাশ কৰিছা সতীগুণ ॥
হেন মহানৃপতিৰ ৰত্নকান্তি মহিষীৰ
আদেশ-ৰত্নক শিৰে ধৰি ।
কবিৰাজ দ্বিজবৰ পদ বন্দী মাধৱৰ
বিৰচিলা ভাষা যত্ন কৰি ॥

শিৱসিংহ মহাৰাজ আৰু বৰৰজা কুলেশ্বৰী কুঁৱৰীৰ আদেশত এই কবিৰাজ চক্ৰৱৰ্তীয়ে শকুন্তলা আখ্যান সুললিত অসমীয়া পদলৈ অনুবাদ কৰে,

হেন ৰুদ্ৰসিংহ ৰাজা গুণৰ সাগৰ ।
কালবশে তেজিলেক নিজ কলেবৰ ॥
তাহান প্ৰথম পুত্ৰ শিৱসিংহ নাম ।
তৰুণ শৰীৰ নৃপগুণগণ-ধাম ॥
ৰস-গুণ-ৰস-বিধু শক বৎসৰত ।
ৰাজা হয়া প্ৰকাশিলা সৌমাৰপীঠত ॥
যাৰ শুদ্ধ যশে ভৰি আছে মহীতল ।
শত্ৰু ৰাজাগণে বখানন্ত যাৰ বল ॥
যাৰ হস্তে নানা ধন লভি বিপ্ৰগণে ।
নিৰ্ভয়ে স্বধৰ্ম কৰি থাকে ৰঙ্গমনে ॥
অৰি-অৰণ্যত যাৰ প্ৰতাপ-দহনে ।
আপুনাৰ শিখা প্ৰকাশন্ত ঘনে ঘনে ॥
যাৰ ভয়ে চোৰ শঠ দুষ্ট নৰগণে ।
গিৰি-গহ্বৰত পশি থাকে দুখমনে ॥
যাৰ ৰূপ দেখি মোহ কামিনী জনৰ ।
সাক্ষাতে মানন্ত মনে দুতি পঞ্চশৰ ॥
যাৰ মনোহৰ ৰূপ দেখি বৃদ্ধগণে ।
নানাবিধ ভাৱনা কৰন্ত ৰঙ্গমনে ॥
কেহোঁ বোলে এহন্তেসে অশ্বিনীকুমাৰ ।
ভাতৃসমে ধৰণীত ধৰিছা অৱতাৰ ॥
কেহোঁ বোলে এহন্তেসে ৰতিৰ নায়ক ।
লীলাৰ নিমিত্তে ধৰি আছে শৰীৰক ॥
কেহোঁ বোলে এহন্তেসে জানিবা জয়ন্ত ।
পৃথিৱীত ভোগ্য অৰ্থে জন্ম লভিছন্ত ॥
গুণ অনুৰূপে যিটো বিপ্ৰক পূজন্ত ।
দিনে দিনে ইষ্টদেৱ চৰণ সেৱন্ত ॥
সুদৃঢ় বচন যাৰ যুধিষ্ঠিৰ সম ।
দুৰ্জন জনৰ শাসনত যেন যম ॥
হেন শিৱসিংহ ৰাজা গুণৰ সাগৰ ।
ইন্দ্ৰবংশ-সমুদ্ৰত যেন শশধৰ ॥
তাহান ভৈলেক জায়া কুলেশ্বৰী নাম ।
স্বামীৰ সেৱাত যাৰ নাহিক বিৰাম ॥
কমলনয়নী চাঁদমুখী বৰবালা ।
ৰাজাৰ স্নেহৰ পাত্ৰ যেন মন্ত্ৰবালা ॥

মধুৰ গম্ভীৰ বাণী পৰম সুন্দৰী ।
মনুষ্য লোকত যাৰ নাহি সৰিবৰী ॥
নৃপতিৰ প্ৰধান মহিষী গুণৱতী ।
প্ৰকাশিলা মদনৰ যেন ৰতিসতী ॥
নাৰীৰ গুণৰ যাত নাহিকয় সীমা ।
মনুষ্য লোকত যেন লক্ষ্মীৰ প্ৰতিমা ॥
হেন নৃপতিৰ আজ্ঞা মহিষীৰো বাণী ।
কবিৰাজ বিপ্ৰে পুষ্পমালা হেন মানি ॥
সাদৰে শিৰত ধৰি ৰঙ্গে বাৰম্বাৰ ।
কৃষ্ণপাদপঙ্কজক কৰি নমস্কাৰ ॥
অদিপৰ্ব ভাৰতক কৰিয়া বিচাৰ ।
দুষ্যন্ত চৰিত্ৰ পদ কৰিলা প্ৰচাৰ ॥

উক্ত কবিৰাজ চক্ৰৱৰ্তীয়ে শিৱসিংহ মহাৰাজ আৰু ফুলেশ্বৰী বৰকুঁৱৰীৰ আদেশমতে ১৬৪৮ শকৰ শাওণত ‘শঙ্খচূড়বধ’ নামে এখন পুথি ৰচনা কৰিছিল। তাৰ আদি ভণিতাত আছে,

সৌমাৰ পীঠৰ শিৱসিংহ অধিপতি ।
হৰিহৰ চৰণত সদা যাৰ মতি ॥
ৰূপে নিন্দি আছে কামদেৱৰ শৰীৰ ।
যাৰ যশে তুল্য কৰি আছে গঙ্গানীৰ ॥
ধৈৰ্যত সাগৰ দানে যিটো কৰ্ণসম ।
দণ্ডে যমৰাজ ৰাজনায় অনুপম ॥
উদাৰ চৰিত্ৰ নানা গুণৰ ভৱন ।
মানে দুৰ্যোধন দুষ্টবনে হুতাশন ॥
সুবৰ্ণ ৰজত বস্ত্ৰ আনো নানা ধন ।
যাত হস্তে প্ৰতি দিনে লভে বিপ্ৰগণ ॥
যাৰ পদপঙ্কজক সেৱি নৃপগণে ।
ভাৰ্যাপুত্ৰ সমে সুখে থাকে ৰঙ্গমনে ॥
বিস্তৰ পণ্ডিতে যাক কৰে আশীৰ্বাদ ।
যাহাৰ দৰ্শনে বৈৰগণেৰ বিষাদ ॥
তাহান আছিল জায়া ফুলেশ্বৰী নাম ।
পত্নীগণ মধ্যে শ্ৰেষ্ঠ গুণে অনুপাম ॥
যেহেন ইন্দ্ৰৰ শচী হৰৰ পাৰ্বতী ।
সেহিমতে নৃপতিৰ যাত অতি ৰতি ॥
কামিনীৰ মধ্যে সাৰ ৰূপে অনিন্দিতা ।
ভক্তিভাৱে স্বামীক সেৱন্ত সুচৰিতা ॥

গম্ভীৰ বচন গতি মতি ৰতি অতি।
কৃষ্ণদেৱচৰণত অতি ভক্তিমতী॥
হেন নৃপ মহিষীৰো আজ্ঞা শিৰে ধৰি।
কবিৰাজ চক্ৰৱৰ্ত্তী মতি অনুসৰি॥
পৰম সুন্দৰ ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ।
ব্যাসদেৱে বান্ধি আছে নানা উপাখ্যান॥
বৈষ্ণৱৰ মধ্যে সাৰ শঙ্খচূড় নাম।
দানৱৰ অধিপতি গুণে অনুপাম॥
ব্যাস ঋষি বান্ধি আছে তাহাৰ চৰিত্ৰ।
দুৰ্ঘোৰ কলিত আক জানিবাহা মিত্ৰ॥
তপ কৰি দেৱতাক সন্তোষ কৰিয়া।
তুলসীদেৱীক যিটো গৃহিণী লভিয়া।
তুলসী সহিতে ভোগ বিস্তৰ ভুঞ্জিলা।
অনন্তৰে গোলোকত কৃষ্ণক লভিলা॥
হেন শঙ্খচূড় ৰাজা কৃষ্ণৰ ভকত।
তাহান চৰিত্ৰ শুনা সভাসদ যত॥

এই 'শঙ্খচূড় বধ'ৰ শেষ ভণিতাত আছে,

গদাধৰ সুত ৰৰ ৰুদ্ৰসিংহ নাম।
ভৈলেক নৃপতি ৰূপে-গুণে অনুপাম॥
যাহাৰ ৰচিত দেৱমণ্ডপ সঞ্চয়।
তুহিন গিৰিৰ শৃঙ্গ গঞ্জিয়া আছয়॥
ৰামসিংহ নামে ৰাজা জয়ন্তীৰ পতি।
অপৰ নৃপতি হিড়িম্বৰ অধিপতি॥
ইসব প্ৰমুখ্যে নৰপতিগণ জিনি।
যিটো নিজ ৰাজ্য দিয়া যশ লৈলা কিনি॥
কামিনী জনৰ মন মীন হৰিণৰ।
বৰিষ সদৃশ যিটো মদন ব্যাধৰ॥
দানে কৰ্ণ সম যিটো ধৈৰ্যত সাগৰ।
ধৰ্মে যুধিষ্ঠিৰ প্ৰতাপত দিবাকৰ॥
যি জাতিৰ যিবা ধৰ্ম কহিছে শাস্ত্ৰত।
থাপিলা প্ৰজাক যিটো সেহি স্বধৰ্মত॥
যাহাৰ প্ৰসাদে সুখে থাকে প্ৰজাগণ।
শত্ৰু ভয় বিবৰ্জিত সদা ৰঞ্জমন॥
বহুবিধ বিহাৰত পুৰন্দৰ সম।
অবিনয় জনৰ দণ্ডত যেন যম॥

ৰূপত জিনিয়া আছে অশ্বিনীকুমাৰ ।
নৃপগণে সদায়েসে বিলাপদ যাৰ ॥
তাহাৰ তনয় শিৱসিংহ নৃপ ভৈল ।
সমুদ্ৰত হন্তে যেন শশধৰ হৈল ॥
যাৰ যশ-ৰাশিএ নিৰ্জিত হৈয়া শশী ।
কলঙ্কে মলিন হৈয়া আছে মহাযশী ॥
নৃপতিমণ্ডলে যাৰ পদ সেৱি থাকে ।
যাহাৰ সমীপ পাই পুণ্যৰ বিপাকে ॥
যাহাৰ দানত তুষ্ট হুয়া বিপ্ৰগণ ।
স্বধৰ্ম আচৰি থাকে হুয়া ৰঞ্জমন ॥
শত্ৰুনৃপ-কাননত যেন হুতাশন ।
দুষ্ট-শাসনত যেন সূৰ্যৰ নন্দন ॥
যাৰ শৰীৰৰ ৰূপে নিৰ্জিত মদন ।
আশ্ৰয় কৰিলা লাজে মানস ভৱন ॥
পৰম গম্ভীৰ ধীৰ বীৰ মহাশয় ।
দেশে দেশে বিৰাজয় যাৰ যশচয় ॥
ৰাজনীতি কামিনীক আলিঙ্গন কৰি ।
বিবিধ লীলাক যিটো আছন্ত আচৰি ॥
হেনয় ৰাজাৰ ভৈলা প্ৰিয়তম জায়া ।
কেতকী পুষ্পৰ বৰ্ণ যাৰ দেখি কায়া ॥
এহি হেতু ফুলেশ্বৰী নামক লভিলা ।
হৰক পাৰ্বতী যেন স্বামীক সেৱিলা ॥
ভক্তিত সন্তুষ্ট হুয়া শিৱসিংহ ৰায় ।
প্ৰধান ভাৰ্যাৰ পদ দিলা সমুদায় ॥
লজ্জা দয়া আদি যত নাৰীগুণচয় ।
যিটো মহিষীক সৱে কৰিছা আশ্ৰয় ॥
হেন নৃপতিৰ মহিষীৰো আজ্ঞা পায়া ।
কবিৰাজ বিপ্ৰে ব্ৰহ্মবৈবৰ্তক চায়া ॥
পদবন্ধে বিৰচিলা পুৰাণ প্ৰবন্ধ ।
শঙ্খচূড় নামে ৰাজা যিটো সত্যসন্ধ ॥

মহাৰাজ শিৱসিংহ স্বৰ্গদেৱ আৰু বৰৰজা ফুলেশ্বৰী বা প্ৰমথেশ্বৰী আই-কুঁৱৰীদেৱৰ সাহায্যত প্ৰবতি অনন্ত আচাৰ্য নামে এজন দাৰ্শনিক কবিয়ে 'আনন্দ-লহৰী' নামে এখন গভীৰ তত্ত্বৰ পুথি ৰচনা কৰিছিল ।

সৌমাৰ পীঠৰ সম পীঠ নাহি আন ।
সততে থাকন্ত যত ভৱানী ঈশান ॥

সেহি পীঠ মধ্যে আছে পুৰী নানাখান ।
কেহো নোহে ৰঙ্গপুৰ নগৰী সমান ॥
সেহিসে নগৰী জানা দুতি অম্ৰৱতী ।
তাতে শিৱসিংহ ভৈলা দুতি সুৰপতি ॥
প্ৰমথেশ্বৰী যে ভৈলা তান পটেশ্বৰী ।
ৰূপে-গুণে কৈতো যাৰ নাহি সৰিবৰী ॥
সৰ্বাঙ্গে সুন্দৰী যেন সুৱৰ্ণ প্ৰতিমা ।
কোনে কহিবেক তাৰ গুণৰ মহিমা ॥
সৰ্বাঙ্গে সুন্দৰী সৰ্বগুণে গুণৱতী ।
যাৰ গুণগণে তুষ্ট হৈয়া নৰপতি ॥
ছত্ৰ সিংহাসন দিয়া পাতিলা নৃপতি ।
বৰজনা ৰাজা যেন প্ৰখ্যাত জগতি ॥
তান উপাসক আছে অনেক ব্ৰাহ্মণ ।
বৃহস্পতি সম অতি পণ্ডিত গহন ॥
তাসম্বাৰ সঙ্গে থাকি মই বিদ্যাহীন ।
ৰাজা দুজনাৰ হিত বাঞ্ছো চিৰদিন ॥

১৬৫৪ শকত ফুলেশ্বৰী আইকুঁৱৰীদেৱৰ মৃত্যু হয়। তাৰ পাচত স্বৰ্গদেৱ শিৱসিংহ মহাৰাজে ফুলেশ্বৰী কুঁৱৰীৰ ভনীয়েক দ্ৰৌপদীক বিয়া কৰাই ৰাজ্যৰ অধিশ্বৰী পাতি বৰৰজা খিতাপ দিয়ে। ফুলেশ্বৰী কুঁৱৰীৰ দৰে ভনীয়েকো বৰ বিদ্যোৎসাহিনী আছিল। বৰৰজা হোৱাৰ পাচত তেওঁৰ নাম অম্বিকা দেৱী থোৱা হয়। মহাৰাজ শিৱসিংহ আৰু কুঁৱৰী অম্বিকাদেৱীৰ আদেশত সুকুমাৰ বৰকাইথে ১৬৫৬ শকত 'হস্তী-বিদ্যাৰ্ণৱ' নামে পুথি সংকলন কৰে। এই পুথিত হাতীৰ প্ৰকৃতি, লক্ষণ, ৰোগ আৰু তাৰ প্ৰতিকাৰৰ বিস্তৃত বিৱৰণ আছে। ভাৰতবৰ্ষত চলতি থকা কামন্দকীয়-নীতিসাৰ গজেন্দ্ৰচিন্তামণিৰ বাহিৰেও লিখকে অসম, নৰা, মানতৰা আৰু খামটি চিংফৌ আদি দেশত প্ৰচলিত প্ৰতিকাৰৰ কথা পুথিত সন্নিবিষ্ট কৰিছে। বিবিধ গুণযুক্ত বেলেগ বেলেগ হাতীৰ ছবিৰ বাহিৰেও পুথিৰ প্ৰতি পাতে শিৱসিংহ ৰজা, ৰাণী অম্বিকা দেৱী, আৰু সেই কালৰ ৰজাঘৰীয়া জীৱনৰ বিচিত্ৰ ছবি দিয়া হৈছে। তাৰ লগে লগে মুছলমান পাদশ্যাহসকলৰ চ'ৰাৰ ছবিও দিয়া হৈছে। অসমৰ সামাজিক আৰু ৰজাঘৰীয়া অৱস্থাৰ উপৰিও সেই পুথিত তদানীন্তন ভাৰতবৰ্ষৰ অৱস্থাৰ কথা উক্ত হস্তীবিদ্যাৰ্ণৱ পুথিৰপৰা জানিব পাৰি। এই ছবিবিলাকৰ চিত্ৰকৰ আছিল দুজনা—দিলবৰ আৰু দোষায়। দিলবৰ মুছলমান কাৰিকৰ আছিল বুলি ধৰিব পাৰি। মুছলমান পাদশ্যাহৰ চ'ৰাৰ ছবি আৰু অসমৰ স্বৰ্গদেৱৰ তলৈ অহা মুছলমান সঙ্গীত-ওস্তাদ বা আন মানুহৰ ছবি আদি সম্ভৱতঃ দিলবৰে আঁকিছিল। বাকীবোৰ ছবি দোষায়ৰ ভাগত পৰিছিল বুলি অনুমান হয়। পুথিৰ গ্ৰন্থকাৰ সুকুমাৰ বৰকাথে লিখিছে,—

"......................আৰু তীখুতৰ শৰ দিব্যধনুক নৃত্য কৰাইতে নিপুণ দুৰ্জনসকল কদলীবনৰ তুল্য তাৰ ছেদনত মতোৱাল হৈছে ঐৰাৱতৰ শুলৰ তুল্য যি মহাৰাজাৰ দুই

ভুজ ; সেই দুই ভুজে যজ্ঞৰ যূপৰ সদৃশ তাৰ প্ৰচণ্ড প্ৰতাপ মধ্যাহ্নৰ সূৰ্য্যৰ ৰশ্মিসমূহৰ তুল্য সেয়েৰে অতিশয় তাপিত হৈছে যি অনেক ৰাজাসকল সেইসকলে তাপশান্তিৰ অৰ্থে সেৱা কৰিছে যাৰ চৰণ পদ্মক, এনে যি মহাৰাজা, আৰু চন্দ্ৰ শঙ্খ ঐৰাৱত ৰজাত গঙ্গাজল, দুগ্ধ হীৰা সাগৰফেন নাৰদ মুনি ৰস, এই সকলৰ তুল্য ধবল গুণগণ সূত্ৰে নিৰ্মিত যি যশস্যাৰূপ চন্দ্ৰতাপ সেয়েৰে আচ্ছাদন কৰিছে আঠোদিশক যি মহাৰাজায়ে, আৰু ইন্দ্ৰৰ বংশ সৰোবৰৰ পদ্মপুষ্পৰ তুল্য হৈছে যি মহাৰাজা ; আৰু সকলেৰে বাঞ্ছা পূৰণ কৰ্মৰে কল্পবৃক্ষ কামধেনু চিন্তামণি এই তিনিকো অৱহেলা কৰিছে যি মহাৰাজায়ে আৰু নীতি বিদ্যাৰে পৰম আনন্দিত হুই বৃহস্পতিক উপালম্ভ কৰিছে যি মহাৰাজায়ে ; আৰু গম্ভীৰ ধীৰ ধাৰ্মিকসকলৰ মধ্যত শ্ৰেষ্ঠতৰ সৌমাৰ পীঠৰ ঈশ্বৰ শ্ৰীযুক্ত শ্ৰীমন্ত শিৱসিংহ যি মহাৰাজা ; আৰু তানে মহিষী পাৰ্বতীদেৱীৰ সমান মহিমা হৈছে যাৰ, মহাজনসকলে প্ৰশংসা কৰে যি মহাগুণসকলক সেই গুণসকলে মুক্তামণিৰ তুল্য, সেয়েৰে সকলো লোকক কৰ্ণক, কণ্ঠক অলঙ্কৃত কৰিছে যি মহাদেৱীয়ে ; আপোনাৰ সুন্দৰ বিলাস বিদগ্ধতা ভাৱৰে পৃথিৱীৰ সকলে সুন্দৰীগণৰ গৰ্বক চুৰ কৰিছে যি মহাদেৱীয়ে ; পৰম-ভাগ্যৱতী দান-কৰ্মত ৰত যি মহাদেৱী ; অনেক ৰাজাসকলে যাক শিৰত ধৰে ; মান্যজন গুৰুজন দেৱতা স্বামী এই চাৰিটো পৰম ভক্তি ভাৱ যাৰ, এতেকে সকল বাঞ্ছিত ফল মিলিছে, সেই কাৰণে অতিশয় বিৰাজমান হৈছে যি শ্ৰীশ্ৰীঅম্বিকা নাম মহাদেৱী ; সেই দুজনাৰ আজ্ঞা ৰত্নমালাক শিৰত ধৰি সুকুমাৰ বৰকাথে এই হস্তীবিদ্যাৰ্ণৱ সাৰ সংগ্ৰহক ৰচিলে। শক ১৬৫৬। আতে চিত্ৰ কৰিবলৈ আজ্ঞা কৰিলে দিলুৱ দোষায় দুই লিখকক।"

১৬৫৭ শকত স্বৰ্গদেৱ শিৱসিংহ বৰকুঁৱৰী অম্বিকা আৰু তিপাম ৰজা উগ্ৰসিংহৰ আদেশত কবিচন্দ্ৰ দ্বিজে ৰচা 'ধৰ্মপুৰাণ'ৰ ভণিতাত আছে,—

জয়তি নৃপতি শিৱসিংহ নাম যাৰ।
ইন্দ্ৰৰ বংশত সদাশিৱ অৱতাৰ॥
কামৰূপ দেশৰ উত্তম অধিকাৰী।
সৌমাৰ পীঠত যাৰ পুৰ মনোহাৰী॥
পৰম গম্ভীৰ ধীৰ ধাৰ্মিক প্ৰধান।
শিষ্ট অশিষ্টৰ সুখ দুঃখৰ নিদান॥
শৰণ্য ব্ৰহ্মণ্য ধন্য পৰম বদান্য।
নৰনাৰী লোকৰ দেৱতা যেন মান্য॥
শ্ৰীমন্ত মহন্ত শন্ত সান্ত দান্ত কান্ত।
নীতিমন্ত ধৃতিমন্ত ধিমন্ত নিতান্ত॥
ৰূপৱন্ত গুণৱন্ত সদা সত্যৱন্ত।
ক্ষমাৱন্ত দয়াৱন্ত মহা ভাগ্যৱন্ত॥
উমা মহেশ্বৰ দেৱ দেৱী দুইহন্তৰ।
চৰণ যুগল পদ্ম বন সমসৰ॥
তাতে ৰাজহংস তুল্য ভেল যাৰ মন।
যাৰ তেজ অনলে দগ্ধ বৈৰীগণ॥

পৰম ৰসিক দেৱ মহেন্দ্ৰ বিলাসী ।
চন্দ্ৰ গৌৰ শৰীৰ সুন্দৰ মৃদু হাসি ॥
কামিনী মোহন গুণ সাগৰ নাগৰ ।
ৰাজধৰ্ম আচাৰত নাহি পটন্তৰ ॥
জয়তি অম্বিকা নাম তান পটেশ্বৰী ।
তিপাম ৰাজাৰ মাতা গুণে নাহি সৰি ॥
সিৰিস কুসুম সুকোমল কলেৱৰি ।
পতি অনুসৰি গৌৰী আছা অৱতৰি ॥
পৰম সুন্দৰী ৰতি ৰম্ভা পটন্তৰী ।
হৰ-গৌৰী চৰণ কমল মধুকৰি ॥
গজেন্দ্ৰ গমনি ধ্বনি চাৰু কৃষোদৰী ।
ললিত লাৱণ্য লীলাৰূপে বিদ্যাধৰী ॥
সুচান্দ বদনি বিতোপনি পিনস্তনি ।
খঞ্জন গঞ্জন জন ৰঞ্জন নয়নী ॥
সুমধুৰ হাসিনি পৰম বিলাসিনী ।
উপাসক সকলৰ ক্লেশ বিনাসিনী ॥
নবীন যৌবনি কুন্দ সুন্দৰ দশনি ।
বহল জঘনি চিত্ৰ বিচিত্ৰ বসনি ॥
ডম্বৰু কঙ্কালি চাৰু তিলক কপালি ।
অঙ্গদ কঙ্কন সালি ভুজ দুই ভালি ॥
কম্বু কণ্ঠে মাণিক্য মুকুতা মণি মালা ।
ৰাজকাৰ্যে বিচক্ষণি সুলক্ষণি ভালা ॥
পুত্ৰৱতে নিজ প্ৰজাসব প্ৰতিপালা ।
চোষষ্টি কলাত বিদগদি বৰ বালা ॥
দেশে দেশে নগৰে নগৰে ঘৰে ঘৰে ।
যাৰ শুদ্ধ যশৰাশি শুনি নিৰন্তৰে ॥
ধৰ্ম কৰ্ম সকলত আতি আশকতি ।
স্বামীত পৰম নেহা নীতি পথে ৰতি ॥
দানে মানে পাত্ৰ মন্ত্ৰী সবাকে তুষিলা ।
যেন হেমহাৰ স্বামী কণ্ঠক ভূষিলা ॥
মহা গুণৱতী গতি মহা ভাগ্যৱতী ।
মহাদেৱী মহামতি মহা দয়াৱতী ॥
সুশীলা সুলীলা ক্ষমাৱতী লজ্জাৱতী ।
পতি পুত্ৰে সমে হেন জননী জয়তি ॥

তাহান আদেশ বাক্যামৃত ৰস পিয়া ।
মঞি অল্পজনো ইটো কৰ্ম্মে দিলো হিয়া ॥
কবিচন্দ্ৰ নামত ব্ৰাহ্মণ অল্পমতি ।
ধৰ্ম হেন আছে মনে নাহি তাত ৰতি ॥
কিন্তু ধৰ্ম শাস্ত্ৰ কথা বিচাৰিতে আৰ ।
কিবা ভাগ্য হোৱে হেন কৰিলোহো সাৰ ॥
ইহেতু আমাৰ কৃত্যে নধৰি দুষণ ।
ধৰ্ম কথা শুনি সবে সন্তোষিয়ো মন ॥
ইকথা থাকোক আবে সবে বুধজন ।
সাৱধানে শুনিয়োক প্ৰস্তুত কথন ॥

তাহান তনয় জ্যেষ্ঠ পণ্ডিত বুদ্ধিত শ্ৰেষ্ঠ
শিৱসিংহ নাম মহীপতি ।
গুণৱন্ত মধ্যে সাৰ সমান নহৰে যাৰ
লাৱণ্য ৰূপত ৰতিপতি ॥
যাৰ যাত্ৰা সময়ত সৈন্য পদ সম্পৰ্কত
ভূমিত উৎথিত ৰেণু চয় ।
গগণ লঙ্ঘিয়া যাই ভাস্কৰক লাগ পাই
ঢাকিয়া ৰাতৃক দেখাৱয় ॥
ভৈলেক মহিষী তান সাক্ষাতে ৰতিৰ ঠান
স্বামীত বল্লভা শান্তমতি ।
অম্বিকা নামত খ্যাত চেটিয়াৰ বংশে জাত
স্বামীৰ সেৱাত সদা ৰতি ॥
তাহান তনয় ভৈল উগ্ৰসিংহ নাম থৈল
পণ্ডিতসকলে শাস্ত্ৰ চাই ।
ত্ৰিপাম দেশৰ পতি শিশুকালে ধীৰমতি
দেখি সবে আনন্দক পাই ॥
হেন শিৱসিংহ ৰায় উগ্ৰসিংহ শিশুকায়
অম্বিকা মহিষী জগমাৰ ।
তিনিযো জনৰ বাণী শিৰোগত কৰি মানি
ৰধনামে শোভন স্বভাৱ ॥
ৰাজাৰ সেৱক বৰ পদ ধৰ্ম পুৰাণৰ
কৰাই লিখাইলন্ত মনোহৰ ।
সপ্তবাণ ৰস চন্দ্ৰ শক বৎসৰত গ্ৰন্থ
সমাপত ভৈল ৰুচিকৰ ॥

স্বৰ্গদেৱ শিৱসিংহ আৰু তেওঁৰ বৰকুঁৱৰী সৰ্বেশ্বৰী দেৱীৰ আদেশ শিৰোধাৰ্য কৰি ভোলানাথ দ্বিজ আৰু আত্মাৰাম দ্বিজ নামে দুজন কবিয়ে মহাভাৰতৰ অন্তৰ্গত শৈল্য-পৰ্বত অসমীয়া অনুবাদ কৰে। প্ৰথমছোৱাৰ ভণিতাসমূহত ভোলানাথৰ নাম আৰু দ্বিতীয়ছোৱাত আত্মাৰামৰ নাম পোৱা যায়। পুথিৰ পাতে পাতে নানা বৰণীয়া কাপোৰৰ পাৰিৰ চানেকি চিত্ৰিত আছে। সৰ্বেশ্বৰী আইকুঁৱৰীয়ে গাৱঁৰ ছোৱালীবোৰক কাৰেঙলৈ আনি বোৱা-কটা আৰু সঙ্গীতৰ শিক্ষা দিছিল। পুথিত থকা চানেকিবোৰ শিপিনী-সকলৰ কাৰণেই যুগুত কৰা হৈছিল।

কোনে বুজিবাক পাৰে কৃষ্ণৰ মহিমা,
ব্ৰহ্মা হৰ ইন্দ্ৰে যাৰ নপাৱয় সীমা। ১৩০ ॥
দেৱেও নপাৰে যাৰ মহিমাৰ অন্ত,
হেনয় ঈশ্বৰ হৰি অনাদি অনন্ত।
এতেকে তাহান পাৱে কৰিয়া ভকতি ,
অপ্ৰযাসে কৰিয়োক বৈকুণ্ঠক গতি। ১৩১ ॥
কৃষ্ণেসে পৰম বন্ধু জানিবাহা সাৰ,
কৃষ্ণবিনে সংসাৰৰ নাহিক অপাৰ।
দ্বিজ ভোলানাথে ভনে এৰি আনকাম ,
সঘনে ঘুষিয়ো দামোদৰ কৃষ্ণৰাম। ১৩২ ॥

শুনা সভাসদ হৈয়া নিশবদ
শৈলপৰ্ব ভাৰতৰ,
কুৰু পাণ্ডৱৰ চৰিত্ৰ সুন্দৰ
পঞ্চদশ অধ্যায়ৰ।

অমৃত সমান অনেক আখ্যান
চিত্তৰ সন্তোষকৰ,
যাহাৰ শ্ৰৱণে হৰয় তেখনে
মহাপাপ নিৰন্তৰ। ৮৬১ ॥

সৌমাৰ পীঠৰ ৰায় ৰাজেশ্বৰ
শিৱসিংহ যাৰ নাম,
প্ৰতাপে তৰুণ প্ৰচণ্ড অৰুণ
নানাগুণে অনুপাম।

ভাৰতবৰ্ষত বাসৱ বংশত
নৃপৰূপে অৱতৰি,
পুত্ৰৱতে প্ৰাণী সকলক জানি
পালিছন্ত ধৰ্ম ধৰি। ৮৬২ ॥

নামে সৰ্ব্বেশ্বৰী পৰম সুন্দৰী
যাৰ জায়া মনোনীতা,
ত্ৰৈলোক্যতে সাৰ ৰাঘৱ ৰাজাৰ
সাক্ষাতে যেহেন সীতা।
যাহাৰ প্ৰচণ্ড বচন অখণ্ড
শিৰত ধৰিয়া মই,
বহুযত্ন কৰি মতি অনুসৰি
বিৰচিলোঁ পদচয়। ৮৬৩ ॥

শুনিয়োক নৰনাৰী হুয়া সাৱধান,
ভাৰতৰ পদ ইতো অমৃত সমান।
ব্যাসৰূপে ভগৱন্ত হুয়া অৱতাৰ,
বিৰচিলা ভাৰতক বেদ অনুসাৰ। ১৩২৩ ॥
তাহাৰ অৰ্থক শুনি আনন্দিত মন,
শিৱসিংহ নৰপতি বুলিলা তেখন।
শুনিয়োক বিপ্ৰগণ মোহোৰ আদেশ,
বিৰচিয়ো ভাৰতৰ পোৱাৰ নিশেষ। ১৩২৪ ॥
আদেশ নৃপৰ যদি হেনয় ভৈলন্ত,
ভণ্ডাৰৰ আনি দিলা শাস্ত্ৰ অপৰ্যন্ত।
তাহাৰ অৰ্থক চাই মতি অনুসাৰে,
বিৰচিলা বিপ্ৰগণে ভাৰত পোৱাৰে। ১৩২৫ ॥
তাসম্বাৰ মধ্যে এক দ্বিজ আত্মাৰাম,
বিৰচিলা পদ ইতো শৈলপৰ্ব নাম।
ইহাৰ শ্ৰৱণে হয় হৰিত ভকতি,
হৰি ভক্তি ভৈল নৰে পাদ সদগতি। ১৩২৬ ॥
হেন জানি সভাসদ এৰি আন কথা,
কৃষ্ণৰ চৰণে ভক্তি কৰা যথা-তথা।
তান নাম গুণ কথা শ্ৰৱণ আচৰি,
আনন্দ লভিয়া নৰে বোলা হৰি হৰি। ১৩২৭ ॥
অধৰ্ম্মক কৰিয়া দেখা নৰ-নাৰী লোক,
ধৃতৰাষ্ট্ৰ নৰপতি পাইলা মহাশোক।
ইকাৰণে অধৰ্ম্মক ছাৰি সৰ্বজনে,
হৰিহৰ চৰণক চিন্তা অনুক্ষণে। ১৭০১ ॥
ধৰ্ম্মত প্ৰৱৰ্তি দেখা শিৱসিংহ ৰাই,
পুত্ৰসমে পৃথিৱীক ভুঞ্জে সৰ্বদাই।

দানপুণ্য কৰি ৰুদ্ৰসিংহ নৰেশ্বৰ,
স্বৰ্গত বসিয়া আছে যেন পুৰন্দৰ। ১৭০২ ॥
শিৱসিংহ নৃপতিৰ জায়া সৰ্বেশ্বৰী,
ধৰ্মবলে ভৈলা যেন ৰূপে বিদ্যাধৰী।
ধৰ্ম-কৰ্ম আচৰিয়া কুমৰ কালত,
উগ্ৰসিংহ নামে ৰাজা ভৈলা সমস্তত। ১৭০৩ ॥
কি কহবো আউৰ মই ধৰ্মৰ মহিমা,
ধৰ্ম বলে যাক পাই তান নাহি সীমা।
আকে জানি সৰ্বলোক এৰি আন কাম,
ধৰ্মক আছৰি বোলা হৰ দুৰ্গা ৰাম। ১৭০৪ ॥
গদাধৰসিংহ ৰাজা আছিলা পূৰ্বত,
ৰাজাগণ শিৰোমণি যুদ্ধত পাৰ্গত।
আপোন সহিত যিটো ফুকন আছিল,
তাসম্বাক বুন্দামাৰ নৃপতি কৰিল। ১৭৪৯ ॥
তাহান তনয় ভৈলা ৰুদ্ৰসিংহ ৰাজা,
পুত্ৰৱতে আপোনাৰ পালিলন্ত প্ৰজা।
স্বদেশী বিদেশী যাৰ দান যশ গাই,
ৰুদ্ৰসিংহ নৃপ ভৈলা মহেন্দ্ৰ পৰাই। ১৭৫০ ॥
শিৱসিংহ নৰপতি তাহাৰ তনয়,
সৌমাৰ পৃষ্ঠত ৰাজা ভৈলা আতিশয়।
যাৰ যশ গুণ গণ গণিবাৰ মনে,
সৰস্বতী ৰূপে শশী ধৰিলা যতনে। ১৭৫১ ॥
শিৱসিংহ নৰপতি জগত বিদিত,
ধৰ্মে অৰ্থে গুণে যশে সদা মনোনীত।
হৰগৌৰী চৰণৰ মধুকৰ সম,
স্বৰ্গদেৱ সম ৰাজা গুণে নিৰুপম। ১৭৫২ ॥
তাহান তনয় ভৈলা উগ্ৰসিংহ ৰাই,
কামদেৱ সম দেহ কহন নযায়।
নৃপতিৰ আনন্দক বঢ়াই সঘনে,
তাহান আগত ফুৰে সদাৰঙ্গ মনে। ১৭৫৩ ॥

শিৱসিংহ স্বৰ্গদেৱৰ মৃত্যুত প্ৰমত্তসিংহ সিংহাসনত বহে। প্ৰমত্তসিংহৰ পাচত ৰাজেশ্বৰসিংহ, ৰাজেশ্বৰসিংহৰ পাচত লক্ষ্মীসিংহ, লক্ষ্মীসিংহৰ পাচত পুতেক গৌৰীনাথ সিংহ। লক্ষ্মীসিংহ আৰু গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ দিনত মোৱামৰীয়া বিদ্ৰোহ হোৱাত স্বৰ্গদেৱসকলৰ সকলো চেষ্টা ৰাজ্য সুস্থিৰ কৰাৰ কাৰণে প্ৰযুক্ত হৈছিল। সেইদেখি সেই কালত ৰাজ অনুগ্ৰহত সাহিত্য প্ৰসাৰৰ প্ৰমাণ পোৱা নাযায়। কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত কুঁৱৈ-গঞা মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ভাজৰীয়াৰ দেশপ্ৰেম ৰণকৌশল আৰু কাৰ্যক্ষমতাৰ গুণত

দেশ সুস্থিৰ হোৱাত পুনৰ সাহিত্যৰ অভ্যুদয় হ'বলৈ ধৰিলে। কমলেশ্বৰসিংহ স্বৰ্গদেৱ আৰু ৰাজমন্ত্ৰী বুঢ়াগোহাঁই ডাঙৰীয়াৰ আদেশমতে শ্ৰীকান্ত সূৰ্য বিপ্ৰ নামে এজন কবিয়ে 'পছিমা ভাষা' হিন্দীত লিখা তুলসীদাসৰ ৰামায়ণৰপৰা লঙ্কাকাণ্ড অধ্যায় অসমীয়ালৈ অনুবাদ কৰে,—

জয়তি কমলেশ্বৰসিংহ মহাৰাজ।
যাৰ কীৰ্তি-ইন্দু ৰাজে পৃথিৱীৰ মাজ॥
তান মহামন্ত্ৰী পূৰ্ণানন্দ মহাধীৰ।
বুঢ়াগোহাঁই পাত্ৰ স্থিত পৰম সুথিৰ॥
মহামন্ত্ৰী কুলে জন্মি প্ৰবীণতা হৈল।
ৰাজমন্ত্ৰী হয়া তেনে প্ৰকাশিয়া বৈলা॥
অগাধ জলত মগ্ন নৌকা বিতোপন।
যেন কোন সুবুদ্ধে কৰিলা উত্তাৰণ॥
যেন মতে ভগ্ন ৰাজ্য কৰিলা বিচাৰ।
বুদ্ধিবলে ইটো দেশ কৰিলা উদ্ধাৰ॥
পুৰুষ-উত্তম বৰ গুণৰ সাগৰ।
ৰঞ্জয় সবাৰে চিত্ত কৰয়ে বিচাৰ॥
নাহি ক'তো তানসম গুৰু-ভজনত।
নকৰয় ক্ৰোধ আতি সদায়ে মনত॥
নকৰে নৈৰাশ মন লোক সমস্তৰ।
লাৱণ্য শৰীৰ চাৰু বচন মধুৰ॥
যাৰ যশ-সুধা ব্যাপে দেশ-দেশান্তৰী।
আনন্দ লভিয়া ঘোষে তাক পান কৰি॥
এহিমতে প্ৰকাশন্ত মহামন্ত্ৰী ৰায়।
ন্যায় বিবেচনা কৰি তিনি পথ চাই॥

অসমৰ ভাগ্য-বুৰঞ্জীত কমলেশ্বৰসিংহ আৰু চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ দিনকেইটা বাস্তবিকে অসমৰ লঙ্কাকাণ্ড। লঙ্কাকাণ্ডৰ পৰৱৰ্তী অনিবাৰ্য ধ্বংসলীলাৰ ছবি স্বৰ্গদেৱ কমলেশ্বৰসিংহ আৰু তেওঁৰ মহামন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ অন্তৰত অলক্ষিতে বিৰাজ কৰিছিল নেকি?

কমলেশ্বৰসিংহৰ দিনত ১৭২৭ শকত স্বৰ্গদেৱৰ আদেশমতে ধনেশ্বৰ শৰ্মা নামে এজন লিখকে অসমত সু প্ৰচাৰিত 'টেটোন চৰিত' পুথি সঙ্কলন কৰে। এইজনা স্বৰ্গদেৱৰ আজ্ঞাতে ফুলবাৰী সত্ৰৰ অধিকাৰ ভৱকান্ত মহন্তই 'সম্বৰাসু ৰবধ' নামে এখন নাটক ৰচনা কৰিছিল। সেই কালতে কলীয়া-ভোমোৰা প্ৰতাপবল্লভ বৰফুকনৰ সাহায্যত প্ৰবৃতি পিথুৰাম দ্বিজ কবিয়ে মহাভাৰতৰ 'মূষল পৰ্ব' আৰু 'স্বৰ্গাৰোহণ পৰ্ব' অসমীয়ালৈ অনুবাদ কৰে,

জয়যুক্ত প্ৰতাপবল্লভ মন্ত্ৰী বীৰ।
সন্দিকৈ বংশত জন্ম গুণৰ মন্দিৰ॥
বুদ্ধিত সাগৰ আউৰ দানে কৰ্ণসম।
সদাই চিন্তিয়া থাকে গোবিন্দ চৰণ॥

মুনি-চন্দ্রে-সিদ্ধ-চন্দ্রে শকে মন্ত্রী হৈলা ।
ৰণ কৰি শত্রু নাশি ৰশক ৰাখিলা ॥
এহিমতে মন্ত্রীবৰ নহৈব সদাই ।
তাহান কৃপাত আমি থাকি তিনিভাই ॥
ভাৰতৰ শেষ কথা ৰচিলোঁ পয়াৰ ।
দোষ দেখি বৃদ্ধজন ক্ষমিবা আমাৰ ॥
ভণে পিথুৰামে ধৰি চৰণে কৃষ্ণৰ ।
বোলা ৰাম ৰাম সবে তৰিয়ো সংসাৰ ॥

কমলেশ্বৰসিংহ ৰজা নিচেই শিশু কালতে ৰজা হয় । ভায়েক চন্দ্রকান্তসিংহও একেবাৰে ল'ৰা মানুহ । এওঁলোকক শিক্ষা দিবৰ নিমিত্তে হিতোপদেশ গ্রন্থখনি নুমলী ৰাজমাও দেৱতাই পুতেক কমলেশ্বৰসিংহ ৰজা হৈ থকা কালত বাগীশ ভট্টাচাৰ্য উপাধি-ধাৰী এজন পণ্ডিতৰ হতুৱাই অসমীয়ালৈ অনুবাদ কৰায়,

নীতিৰ সাগৰ ইটো শাস্ত্র মনোহৰ ।
তাক পঢ়ি শুনি জ্ঞানী হৱে যত নৰ ॥
জয়তি কমলেশ্বৰসিংহ নৰপতি ।
বিশুদ্ধ সেৱক পাত্র মন্ত্রী সমন্বিতি ॥
ৰাজ-জননীৰ আজ্ঞা-বস্ত্র শিৰে ধৰি ।
ভণতি বাগীশ দ্বিজে বোলা হৰি হৰি ॥" "
জয়তি কমলেশ্বৰসিংহ নৰৰায় ।
ৰাজনীতি হৌক তান দেহে সমুদায় ॥
জয়তি তাহান মাতৃ ৰাজ ৰাজেশ্বৰী ।
পুত্র-দুহিত্রীয়ে সমে বৌক হৰ্ষ কৰি ॥
জয় হৌক বুঢ়াগোহাঁই মহা মন্ত্রীবৰ ।
নৃপতিত শুদ্ধ সেৱা বাঢ়োক বিস্তৰ ॥

এইদৰে অসমৰ ৰজাঘৰীয়া উৎসাহ আৰু পৃষ্ঠপোষকতাত অসমীয়া সাহিত্য-ভঁৰালৰ শ্রীবৃদ্ধি সাধিত হৈছিল ।

# ঊনবিংশতি অধ্যায়

## স্বৰ্গদেৱৰ স্বৰ্গাৰোহণ

দেৰৰ গাৱঁৰ বাহৰত স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ মহাৰাজৰ লোকান্তৰ ঘটে। এই ঠাইত অতি পূৰ্বকালৰেপৰা ঔৰ্ব ঋষি স্থাপিত মহাদেৱৰ পূজাকাৰ্য চলি আছিল। উজনি আসামত কছাৰীৰ আধিপত্যৰ যুগত মদমাংসদি মহাদেৱক পূজা দিয়া হৈছিল। এদিন মহাদেৱে কছাৰী ৰজাক স্বপ্ন দেখুৱালত ৰজাই আগম ঠাকুৰ নামক এজন ব্ৰাহ্মণক আনি তাত পূজাসেৱা চলাবলৈ নিযুক্ত কৰিলে। কছাৰীক খেদাই আহোমে উজনি অসম অধিকাৰ কৰাত আহোম শাস্ত্ৰ মতে দেৱৰগাৱঁৰ মহাদেৱৰ পূজা চলিছিল।

১৫২৫ শকত খোৰাৰজাৰ মৃত্যু হ'লত তেওঁৰ পুতেক লাঙ্গি গোহাঁইক পাত্ৰ-মন্ত্ৰীসকলে সিংহাসনত বহুৱাবলৈ মনস্থ কৰে। লাঙ্গি গোহাঁইৰ গাত মাজে মাজে দেওৰ জমক উঠিছিল। গোহাঁইদেও ৰজা হ'বলৈ অমান্তি হ'ল বোলে, "মোৰ গাত দেও আছে, মাজে মাজে মোৰ গাত দেও লম্ভি মোক আমনি কৰে। ৰজা হলে সেই দেও উঠিলে মই ৰাজকাৰ্য কেনেকৈ চলাম ?" এই লাঙ্গি গোহাঁইৰ বয়স তেতিয়া তিনি কুৰি বছৰ। বঙ্গালৰ লগত যুদ্ধ চলি আছিল, আৰু লাঙ্গি গোহাঁয়ে সেই যুদ্ধত কেবাবাৰো বৰ দক্ষতাৰে সৈন্য চলাইছিল, আৰু তেওঁৰ গাত অন্য বহু গুণ আছিল। লাঙ্গি গোহাঁই ৰজা হলেহে ৰাজ্য সুস্থিৰ হ'ব বুলি জানি পাত্ৰমন্ত্ৰীসকলে তেওঁক বৰকৈ টানি ধৰিলে, আৰু গাৰপৰা দেও নমোৱাৰ ব্যৱস্থা কৰিম বুলি অঙ্গীকাৰ কৰিলে। মন্ত্ৰীসকলৰ কথা এৰাব নোৱাৰি লাঙ্গি গোহাঁই ৰজা হ'ল, নাম ল'লে আহোমমতে চুচেংফা, আৰু হিন্দুমতে প্ৰতাপসিংহ। বুঢ়া বয়সত ৰজা হোৱাৰ কাৰণে এওঁ বুঢ়াৰজা বুলিও জনাজাত। তাৰ উপৰি বুদ্ধিস্বৰ্গনাৰায়ণ বুলিও এওঁ অভিহিত। আগৰ প্ৰতিশ্ৰুতিমতে স্বৰ্গদেৱে সেবাইত ব্ৰাহ্মণ, নট, বিয়াহ, বাদ্যভাণ্ড মহাদেৱলৈ উছৰ্গি নৈ-কাষৰত দেৱঘৰ থাপন কৰিলে, শক ১৫৪৯। তাকে দেৰগাৱঁৰ মহেশ্বৰৰ দেৱালয় বোলে। এই দেৰগাৱঁৰ দেৱালয়ৰ পূজাকাৰ্য চলাবৰ নিমিত্তেঁ পাচলৈ সকলো কাৰ্যকাৰক নিবন্ধ কৰি দিয়া হৈছিল—বৰঠাকুৰ, পাত্ৰঠাকুৰ, পৰিচাৰক, আঠপৰীয়া, তেলী, মালী, ধুবী, নাপিত, কমাৰ, কুমাৰ, চমাৰ, কালীয়া, ঢুলীয়া, বলিকটীয়া, গায়ন পাখোজীয়া, গায়ন, নাচনিয়াৰ, নেগেৰীয়া, খাটোৱাল, ৰাৰীচোৱা, বেলিচোৱা, চাউলকঢ়া, মলখুবচা, পানীতোলা।

প্ৰতাপসিংহ স্বৰ্গদেৱৰ চাৰিকুৰি সোতৰ বছৰ বয়স হোৱাত নিজৰ আয়ুসৰ বাতৰি জানিবৰ কাৰণে দেৰগাৱঁৰ দেৱালয়লৈ মানুহ পঠিয়াইছিল। সেই মানুহটোৱে ৰাতি সপোনত দেখিলে যে সি পুৱা উঠি দেৱালয়ৰ ফুলনিবাৰীত এটা তিনিপহীয়া নাহৰ

ফুল পাব, সেই ফুল ৰজাক দিলে ৰজাই আয়ুসৰ বাতৰি জানিব পাৰিব। মানুহটোৱে ফুলনিত তিনিপহীয়া নাহৰ ফুলপাহ ৰজাৰ হাতত দিয়াত ৰজাই তাক দেখি বুজিব পাৰিলে যে তেওঁৰ আয়ুস আৰু তিনিপষহে আছে। এইদৰে দৈবসংযোগে আয়ুসৰ সঙ্কেত পাই চাৰি-কুৰি সোঁতৰ বছৰীয়া বুঢ়াৰজা প্ৰতাপসিংহ স্বৰ্গদেৱে সকলো প্ৰজাক চাই ল'বলৈ হেঁপাহ কৰিলে। গড়গাঁৱৰপৰা সোণাৰী নৈৰ বাহৰলৈকে নাৱত উঠি স্বৰ্গদেৱে দিখৌৱেদি উজনি-ভাটীকৈ অহা-যোৱা কৰিবলৈ ধৰিলে। স্বৰ্গদেৱক চাবলৈ অহা প্ৰজাৰে দিখৌৰ দুয়োপাৰ দলদোপ-হেন্দোলদোপ হ'ল। স্বৰ্গদেৱে প্ৰজাৰফালে চাই ক'লে, "মোৰ আয়ুস শেষ হৈ আহিল। তোমালোকক প্ৰতিপাল কঁৰোতে খেনোৱে সুখ পাইছা, খেনোৱে দুখ পাইছা। এতিয়া সেইবোৰ কথা মনত নেৰাখি তোমালোকে মোক বিদায় দিব লাগে।" এই কথা শুনি ৰাইজে হৰিধ্বনি কৰি ক'লে, "স্বৰ্গদেৱৰ অৰ্থে আমি কেঁচাইখাঁতী গোসাঁনীলৈ এশ নৰবলি দিম। স্বৰ্গদেৱ চিৰঞ্জীৱী হওঁক।" স্বৰ্গদেৱে ক'লে, "ঈশ্বৰৰ বিধান কোনেও লংঘিব নোৱাৰে, তোমালোকে মৰম কৰি দিবলৈ খোজা এশ নৰবলিযেও মোৰ আয়ুস বঢ়াব নোৱাৰে। তোমালোকে মোক ইমান ভাল পাইছিলা মই আগেয়ে নাজা-নিছিলো। মোৰ এযে শেষ বিদায়। তোমালোকে সকলোৱে আশীৰ্বাদ কৰা যেন মোৰ সজ্ঞানে মৃত্যু হয়।" ইযাৰ পাচত বুঢ়াৰজা প্ৰতাপসিংহ গড়গাৱঁলৈ গ'ল। দেৱৰগাৱঁৰ দেৱালযত অকালত ফুলা তিনিপহীযা নাহৰ ফুলপাহ পোৱা তিনিপষৰ পাচত স্বৰ্গদেৱৰ মৃত্যু হয়।

উক্ত ঘটনাৰপৰা বুজিব পাৰি যে দেৱৰগাৱঁৰ মহেশ্বৰৰ দেৱালয অলৌকিক মহিমা-সম্পন্ন বুলি মানুহৰ মনত বিশ্বাস আছিল, আৰু ৰাজ্যত কিবা অমঙ্গল উৎপাতৰ সূত্ৰপাত হ'লে এই দেৱালয়ত শান্তি-স্বস্তযনৰ ব্যৱস্থা কৰা হৈছিল। নবাব মীৰজুমলাই গড়গাওঁ অধিকাৰ কৰাৰ সময়ত তেওঁৰ সেনাই দেৰগাৱঁৰ দেৱঘৰত গৰু কাটি খোৱাত সেই মন্দিৰ বহুদিনলৈকে বৰ্জিত হৈ আছিল। শিৱসিংহ স্বৰ্গদেৱে অন্যান্য দৌল-দেৱালয সংস্কাৰ কৰা কালত দেৰগাৱঁৰ মন্দিৰো সংস্কাৰ কৰে আৰু তাত নতুনকৈ শিৱলিঙ্গ স্থাপন কৰে।

উক্ত দেৱঘৰ গেলাবিলৰ সন্নিকটত আছিল। কালক্ৰমে নৈৰ পানীযে আগৰ দেৱালযটি খহাই নিযে। ১৬৮৭ শকত ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে পূৰ্বৰ মন্দিৰৰপৰা তিনি মাইলমান আতৰত শীতলনেঘেৰি পথাৰৰ ওচৰত নেঘেৰিটিং নামে গিৰি-শিখৰত নতুন দৌল আৰু পুখুৰী সাজিবলৈ মনস্থ কৰে। ১৬৯০ শকৰ শাওণ মাহত স্বৰ্গদেৱে নিজে দেৱৰগাৱঁৰ বাহৰত থাকি সেই পুখুৰী খনোৱা কাৰ্য সমাপন কৰে। ইতিমধ্যে মন্দিৰৰ নিৰ্মাণ-কাৰ্যও সম্পূৰ্ণ হৈ উঠিছিল। এই মন্দিৰ আৰু পুখুৰী উচৰ্গা কৰিবৰ নিমিত্তে স্বৰ্গদেৱে কিছুদিন দেৰগাৱঁৰ বাহৰত থাকিব লগাত পৰিছিল। সেই সময়ত কীৰ্তিচন্দ্ৰ বৰবৰুৱা জয়ন্তা মাৰিবলৈ বহা আৰু জাগীত কৌঁঠ দি আছিল। *দেৰগাৱঁত থকা কালত মৰঙ্গিখোৱা গোহাঁয়ে দুহেজাৰ নগা আনি স্বৰ্গদেৱক ভেঁটালে।

এনেতে ১৬৯১ শকৰ বহাগ মাহত ৰাজ্যত নানান অমঙ্গল-উৎপাত হ'বলৈ ধৰিলে। দেৱৰগাওঁ আৰু বিশ্বনাথত থকা স্বৰ্গদেৱৰ বাহৰ চৰগ পৰি পুৰি ছাই হ'ল। তাৰ শান্তিৰ নিমিত্তে স্বৰ্গদেৱে আহোমমতে চৈকা পূজা কৰালে। টাইমুঙ্গত দিখৌপৰীয়া ৰাইঁবোৰে ফুল মেলিলে। চৰাইদেৱত থকা চেংদেও মন্দিৰৰ কাঠ এডুখৰি ৰতাহত সুলকি মাটিত পৰিল। শনিবাৰৰ দিনা ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ নৰিয়া পৰিল। এই বাৰ্তা পাই কীৰ্তিচন্দ্ৰ বৰবৰুৱাই লৰালৰিকৈ ৰহাৰ কৌঁঠ এৰি উজনিলৈ যাত্ৰা কৰিলে।

স্বৰ্গদেৱৰ নৰিয়াৰ প্ৰধান বিকাৰ আছিল উদৰত শূলৰ যন্ত্ৰণা। স্বৰ্গদেৱৰ প্ৰধান চিকিৎসক আছিল বুঢ়া বেজবৰুৱাৰ দুই পুতেক কৃষ্ণ আৰু ৰাম। দৰৱ বটা আৰু কৃাথ আদি যুগুত কৰা কামত নিযুক্ত আছিল কাতি, খৰিকা, কৃষ্ণাই, কেদেলা, আৰু মোহন নামেৰে কেজনমান বৰাহী বেজ। এইকেইজন বৰাহী বেজৰ অধিনায়ক আছিল দামোদৰ ফুকনৰ পুতেক বৰাহী বৰা। বুঢ়া বেজবৰুৱা আৰু শূলপাণি বৰুৱাই স্বৰ্গদেৱৰ চিকিৎসাৰ তত্ত্বাৱধান কৰিছিল। নৰিয়া অৱস্থাত স্বৰ্গদেৱৰ আলপৈচান ধৰিছিল দুয়োপলীয়া পাচনিহঁতৰ উপৰিও চাংমাই লিগিৰা ৰমাকান্ত, সোণো লিগিৰী, চান্দমতী লিগিৰী আৰু টিক্কিনী লিগিৰীয়ে। স্বৰ্গদেৱৰ লগত আছিল চাৰুসিংহ মাজুগোহাঁই, ৰত্নেশ্বৰ সৰুগোহাঁই, তেওঁলোকৰ মাক পৰ্বতীয়া কুঁৱৰী আৰু কমলাবৰীয়া আইকুঁৱৰীদেও। স্বৰ্গদেৱৰ নৰিয়াৰ শেষ অৱস্থাত কীৰ্তিচন্দ্ৰ বৰবৰুৱা আহি দেবগাৰঁৰ বাহৰ পাইছিলহি।

ৰোগীৰ অৱস্থাৰ আলেখলেখ চাই বেজবৰুৱাৰ পুতেক কৃষ্ণই যথাসাধ্য প্ৰতীকাৰ বিচাৰি দৰৱ দিবলৈ ধৰিলে। তেওঁৰ মাই দৰৱ আছিল তেলীয়াধুনা, শিলিখা, পিপলি এই তিনিক গুড়েৰে বটি দিয়া টেপা আৰু ত্ৰিফলা কৃাথ। ইয়াৰ উপৰিও কৃষ্ণই স্বৰ্গদেৱক সিংহনাদৰ বড়ী, অজীৰ্ণকণ্টকৰ বড়ী, বনপতীয়া লংজাই পৰা দৰৱ, আৰু বৃহদম্বৰণ মোদক খাবলৈ দিছিল। কৃষ্ণ বেজৰ দৰৱৰ বাহিৰেও তিপমীয়া গোহাঁই, এক সন্ন্যাসী, আনন্দৰাই গায়নে স্বৰ্গদেৱক দৰৱ খুৱাইছিল, আৰু কমলাবৰীয়া আইকুঁৱৰীদেৱেও পেৰাৰপৰা উলিয়াই দৰৱ দিছিল।

কৃষ্ণ বেজৰ চিকিৎসাত স্বৰ্গদেৱৰ অৱস্থা ভাল-বেয়া নোহোৱাকৈ কিছুদিন চলিবলৈ ধৰিলে। এবাৰ কৃষ্ণই তেলীয়াধুনা, শিলিখা, পিপলিৰ লগত বটি টেপাদৰৱ যুগুতি কৰিবলৈ নৱাচৰৱ বড়ী চাৰিটাও দিছিল। কৃষ্ণৰ নিৰ্দেশমতে বৰাহী বেজ কাতি আৰু মোহনে তাক বটি টেপাদৰৱ যুগুত কৰিছিল। এই দৰৱৰ লগত বেলেগে ত্ৰিফলা কৃাথো দিয়া হৈছিল। দৰৱ যুগুত হোৱাৰ পাচত কৃষ্ণবেজে চাংমাই লিগিৰা ৰমাকান্তৰ হাতত শৰাই এখন দি আৰু সেই শৰাইতে দৰৱৰ টেমা থৈ স্বৰ্গদেৱৰ চাজলৈ লৈ গৈছিল। সোণো লিগিৰী তেতিয়া স্বৰ্গদেৱৰ ওচৰত আছিল। কৃষ্ণই ৰাজৰ লিগিৰী এজনীৰ হতুৱাই সোণোক মাতি আনি তাইৰ হাতত শৰাইখন দিয়ালে। সোণোৱে কি দৰৱ বুলি সোধাত কৃষ্ণই ক'লে, "তই কি সোধ? দে নি।" স্বৰ্গদেৱসকলৰ পথ্য আৰু দৰৱ কোনো বিশ্বস্ত মানুহে পোনতে চাকি চোৱাৰ নিয়ম আছিল। সোণোৱে দৰৱৰ শৰাইখন ভিতৰলৈ নি স্বৰ্গদেৱৰ আগতে টেমা মেলি কৃাথ এটুপি চান্দমতীৰ হতুৱাই চকালে। তিনি টেপা দৰৱ কিন্তু চকোৱা নহ'ল। স্বৰ্গদেৱে পোনতে ভালে ভালে দুই টেপা দৰৱ খালে, ই টেপাৰ আদখিনি আৰু সহিব নোৱাৰা হ'ল। স্বৰ্গদেৱে ক'লে, "মোক কি খুৱালিহঁক? মোক দেখোঁ বিষমকৈ ধৰিছে। দৰৱ চকালি নে নচকালি?" পাচে টেপাদৰৱ নাই চকোৱা বুলি সোণোৱে জনালত স্বৰ্গদেৱে আদখিনি টেপাদৰৱ মুখৰপৰা উলিয়াই টিক্কিনী লিগিৰীক খাব দিলে। তাই দৰৱ চাকি তিতিকি লাগিছে বুলি ক'লে। এই দৰৱ খোৱাৰ পাচতে স্বৰ্গদেৱ মৰঙ্গ-ঘৰলৈ গ'ল। সোণো লিগিৰীয়ে বাটিঘৰতে থাকি গম পালে যে স্বৰ্গদেৱৰ বৰ টানকৈ পেট বৈছে।

স্বৰ্গদেৱৰ অতিচাৰ উদৰ ভেদ হোৱা বাৰ্তা পাই দামোদৰ ফুকনৰ পুতেক বৰাহী বৰাই বেজবৰুৱাৰ পুতেক ৰামক ক'লে, "তেলীয়াধুনা, শিলিখা, পিপলি তাৰ ওপৰত যে এতিয়াই নৱাচৰৱ বড়ী চাৰিটাকৈ খুৱালা, যদি ভেটা ভাঙে ৰাখিবা কিহেৰে?"

ইয়াৰ উত্তৰত বাবে ক'লে, "নেবাওতে খুৱাইছোঁ, ৰাখিবলৈ উপায় কৰিব লাগে।" কীৰ্তিচন্দ্ৰ বৰবৰুৱা আগীৰপৰা উভতি আহি পালত ৰবাহী বৰাই কাঠকটীয়া বৰুৱাৰ যাবাই বৰবৰুৱাক এই কথা জনাইছিল, বোলে, "স্বৰ্গদেৱক বিহপৰা দৰৱ খুৱাই নাড়ী ছিঙিলে।"

স্বৰ্গদেৱৰ অসুখ ক্ৰমাৎ টান হৈ আহিব ধৰিলে। উদৰভেদ অতিচাৰকৈ হ'বলৈ ধৰিলে, বেজে তাৰ গতিৰোধ কৰিব নোৱাৰিলে। সেই সময়ত তিনিজনা ডাঙৰীয়া ফুকন বৰুৱা সকলে সষ্টম হৈ স্বৰ্গদেৱৰ ওচৰত দিনে-ৰাতি পৰ দি আছিল। লাহে লাহে স্বৰ্গদেৱৰ নৰিয়া চিকিৎসাৰ অতীত হৈ আহিল। ১৬৯১ শকৰ জেঠৰ কুৰিদিন যাওঁতে কৃষ্ণা দশমী তিথিত মঙ্গলবাৰে দহ দণ্ড বেলি হ'লত দেৰগাৰ্ঁৰ বাহৰত শ্ৰীশ্ৰী-স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ স্বৰ্গী হ'ল। ৰাজভোগ ১৭ বছৰ, ৭ মাহ, ২১ দিন। সেই দিনাই ১৪ দণ্ড বেলি হ'লত স্বৰ্গদেৱৰ ভায়েক কালশিলীয়া গোহাঁইদেৱক সকলোৱে ৰজা বুলি সেৱা কৰিলে, ৰজা হৈ নাম ললে লক্ষ্মীনাৰায়ণসিংহ। পাচদিনা বুধবাৰে ৰাজে-শ্বৰসিংহ স্বৰ্গদেৱৰ আইকুঁৱৰীদেও আৰু গোহাঁইবোৰক নাৱেৰে পঠাই গড়গাৱঁত থ'ব দিলে।

উক্ত বুধবাৰে ২১ জেঠৰ দিনা স্বৰ্গী ৰজাৰ মৃতদেহ নাৱত ভৰাই পৰ্বতলৈ নিয়া হ'ল। এনেতে সমস্যা হ'ল স্বৰ্গদেৱৰ শৱ হিন্দুমতে দাহ কৰিব লাগে নে আহোমমতে মৈদামত পুতি থ'ব লাগে। শৱ দাহ কৰি কৰ্ম কৰাহে শাস্ত্ৰৰ যুক্তি হেন জানি, আৰু পূৰ্বেও আচৰা কথা দেখি দেশী-বিদেশী পণ্ডিতসকলত সুধি ডাঙৰীয়া বৰুৱা ফুকন সকলোৱে সমালোচন কৰি শৱদাহ কৰা আঁথাৰকে নিশ্চয় কৰিলে। দেওধাই আৰু বাইলুঙ্গ পণ্ডিতে কিন্তু সেই বিধিত অমান্তি হৈ মৈদামত মৃতদেহ থোৱাৰ কাৰণেহে টানি ধৰিছিল। জেঠৰ ২৩ দিন যাওঁতে শুকুৰবাৰে গড়গাৱঁৰ দৌলগুৰি ঘাটৰপৰা স্বৰ্গদেৱৰ শৱ ওভোতাই অনা হ'ল। ২৫ দিন যাওঁতে দেওবাৰে মৃতদেহ দেৰগাৱঁৰপৰা গজপুৰলৈ আনিলে। ২৮ দিন যাওতে বুধবাৰে সোণাৰী নৈ পালেহি। ২৯ দিন যাওতে বৃহস্পতিবাৰে সোণাই নৈৰ বাহৰৰ লোহিতৰ ওচৰত বৰশিমলুৰ গুৰিত ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ মৃতদেহ কাষ্ঠ-সংস্কাৰ কৰা হ'ল। তাৰ পাচদিনা শুকুৰবাৰে কোঁৱৰ চেটীয়াপাত্ৰ ফুকন এজনাৰ লগত অস্থি ছাই এজাৰ পৰ্বতলৈ নিয়া হ'ল। আঁথাৰৰ ১৮ দিন যাওতে বৃহস্পতিবাৰে ব্ৰাহ্মণীয়া মতে ৰাজেশ্বৰসিংহ মহাৰাজৰ কৰ্ম কৰি বৰচ'ৰাৰ দুয়োফালে খলাত গড়াল দি দান-দক্ষিণা কৰিলে। তেতিয়াৰপৰাহে হিন্দুমতে শৱ দাহ কৰা প্ৰথা প্ৰচলিত হ'ল, শ্ৰাদ্ধবিধিও ব্ৰাহ্মণীয়া মতে হ'বলৈ ধৰিলে। ইয়াৰ পূৰ্বে স্বৰ্গদেৱসকলৰ শৱ মৈদামত থোৱা হৈছিল, কিঞ্চিৎ অঙ্গে সহিতে পৰ্ণদাহ কৰিছিল মাত্ৰ। পাচলৈ মোৱামৰীয়াৰ উৎপাত হ'লত প্ৰজাৰ মাজত এটা গল-আৰাও উঠিছিল যে পূৰ্বাপৰ নাচৰা কথা স্বৰ্গদেৱৰ শৱ দাহ কৰাৰ কাৰণেহে দেশত এনেবোৰ অদ্ভুত অমঙ্গল হৈছে। আঁথাৰৰ ৩১ দিন যাওতে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ ছাই-আজাৰ মৈদামত থোৱা হ'ল।

স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ মৃত্যুৰ কাৰণৰ বিষয়ে নানান কথা প্ৰচাৰিত হ'বলৈ ধৰিলে। বহুতে বিশ্বাস কৰিছিল যে সেই কালৰ মহা পৰাক্ৰমী মন্ত্ৰী কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ঔষধৰ লগত বিষ পান কৰাই স্বৰ্গদেৱক মৰালে। খেনোৱে বিশ্বাস কৰিছিল যে বেজৰ চোকা দৰৱ খাই স্বৰ্গদেৱ লোকান্তৰ হ'ল। হলিৰাম ঢেকীয়াল ফুকনৰ বুৰঞ্জীত আছে, "এনে কথিত আছে বোলে বৰকতিয়ালৰ কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ৰাজেশ্বৰসিংহ ৰজাক

গোপনীয়ৰূপে ঔষধৰ লগত বিষ প্ৰদান কৰি লোকান্তৰলৈ বিদায় দিলে।' স্বৰ্গদেৱৰ আদ্যশ্ৰাদ্ধ হৈ যোৱাৰ পাচত 'ৰাজেশ্বৰসিংহ দেৱতাক বেজে কিবা খুৱাই উদৰ ভেদ কৰাই মাৰিলে" বুলি কীৰ্তিচন্দ্ৰ বৰবৰুৱাই সোধ লৈছিল। সেই সোধত বেজ আৰু লিগিৰা-লিগিৰীৰ জবানবন্দীৰ কাকত লক্ষ্মীসিংহ স্বৰ্গদেৱক ১৬৯১ শকৰ আষাৰ মাহত বৰবৰুৱাই গৈ আপুনি যোগালেনি। সেই কাকত চাই স্বৰ্গদেৱে এই আজ্ঞা দিলে, "দৰৱ বটা কাতি বৰাহীক কোব ৩০ মাৰি কাণ এখন কাটিব। ব্ৰাথ সিজোৱা মোহন বৰাহীক চাঙলৈ উঠিব নিদিব; কৃষ্ণৰ বৰবটালীৰে কাণ এখন খুলি যাই ঘৰত থাকিব দিলে।" কৃষ্ণৰ ভাগেক ৰামৰ বিৰুদ্ধে আৰু এটি অভিযোগ আছিল, তেওঁ ব্ৰাহ্মণ হৈ ভানুমাহী নামৰ সামান্য কুলৰ ছোৱালী এজনীৰে সৈতে খোৱা-লোৱা কৰিছিল। ৰামে ভানুৰ বনুৱা ছোৱালী মালতীৰ হাতত ফুলটোপোলা আৰু কলাপতীয়া লেখা দি ভানুলৈ পঠিয়াইছিল, ভানুৱেও ৰামলৈ ফুলৰ চাকি আৰু লেখা দি পঠিয়াইছিল, আৰু দেৰগাৱঁৰ কলাৰ ঘৰলৈ ৰাতি ৰামক নিযাই তেওঁক গাখীৰ, কল, চাউল খাবলৈ দিছিল। আপৰত ৰাম আৰু ভানুৱে দেখা-সাক্ষাত কৰিছিল। ৰাম আৰু ভানুৰ প্ৰীতি-অনুবন্ধ আছে আৰু দূষিত হৈছে বুলি সকলোৰে মাজত জনাজাত হৈ পৰিছিল। তাৰ উপৰিও ৰাম আৰু কৃষ্ণৰ বিৰুদ্ধে আৰু এটি অভিযোগ হৈছিল, "বেজবৰুৱাৰ দুই পুতেক আই-কুঁৱৰীদেওসকলৰ কোঠা কোঠা ফুৰে হাতত দৰবৰ বানটি লৈ।" ৰামৰ বিৰুদ্ধে সোধ আৰম্ভ হ'ল। সোধৰ কাকত বৰবৰুৱাই নি স্বৰ্গদেৱ লক্ষ্মীসিংহক দিলত স্বৰ্গদেৱে আজ্ঞা দিলে, "ৰামৰ কাণ এখন কাটিব, লগুণ গুচাব, বৰীয়া আঁক দিব, বাপেকক চেৰাতলৰ ঘৰত থাকিব দিলে।"

ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পাচত তেওঁৰ ৰবজনা কোঁৱৰ যুৱৰাজ চাৰুসিংহ গোহাঁই-দেৱক সিংহাসনত বহুৱাবলৈ সকলোৱে বিচাৰিছিল। লক্ষ্মীসিংহ দেখিবলৈ বৰ ক'লা আৰু আপচু আছিল। সেইদেখি মানুহে তেওঁক 'এলাগী কোঁৱৰ' আৰু 'কলীয়া বাঘ' আখ্যা দিছিল। আৰু খেনোৱে তেওঁক জহৰা বুলি ক'বলৈকো বিচাৰিছিল। ইপিনে কীৰ্তিচন্দ্ৰই বিশ্বাস কৰিছিল যে তেওঁক হত্যা কৰিবলৈ চেষ্টা কৰা কাৰ্যত ৰাজেশ্বৰসিংহৰ সঙ্কেত আৰু তেওঁৰ কোঁৱৰকিজনাৰ সহযোগ আছিল। সেইদেখি স্বৰ্গদেৱৰ মৃত্যুৰ পাচ দিনাই গোহাঁইকিজন আৰু আইকুঁৱৰীদেৱসকলক সামান্যৰূপে বোজবাজ দি নাৱেৰে গড়গাৱঁৰ বাহৰলৈ পঠিয়াই দিলে। তাৰ পাচত গড়গাৱঁৰ বাহৰৰপৰা আষাৰৰ ১৬ দিন যাওঁতে বৰবৰুৱাৰ পুতেক উমা ঢেকীয়াল ফুকন, লুখুৰাখনৰ ওজা-লিগিৰা মিঠাকানু, বুঢ়া মজুন্দাৰৰ পৰিনাতিয়েক লিগিৰা-কাকতী নগা এইসকলৰ লগত ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দুই পুতেক চাৰুসিংহ আৰু ৰত্নেশ্বৰ আৰু তেওঁলোকৰ মাক পৰ্বতীয়া কুঁৱৰীক নামৰূপলৈ পঠিয়ালে। তেওঁলোকৰ দুৰৱস্থা দেখি মোৱামৰাৰ মহন্ত চতুৰ্ভুজ অধিকাৰে সত্ৰৰ ঘাটত গোহাঁই দুজনাৰ নাও ৰখাই ভালমতে নাৱত বোজবাজ আৰু সাজ-কাপোৰ দিয়ালে। এই কথাতে মোৱামৰা মহন্তৰ প্ৰতি কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ কক্ষা থাকিল।

লক্ষ্মীসিংহ স্বৰ্গদেৱৰ ৰাজত্বৰ আৰম্ভণিত নানান কাৰণত মোৱামৰীয়াই বিদ্ৰোহৰ নিচান তুলি গাওঁ-ভূঁই লুৰিবলৈ ধৰে। দেশত এনে হুলস্থূল হোৱাত স্বৰ্গদেৱে দেওধাই বাইলুং পণ্ডিতক কুকুৰা ঠেং কাটি মঙ্গল চাবলৈ দিলে। পণ্ডিতে গণিতা কৰি ভাল নাপালে। পণ্ডিতৰ নিৰ্দেশমতে ৰজাদেৱে গোসাঁনীৰ আগত বলি দিয়ালে। দুটা মানুহৰ গাত দেও লম্ভিছিল। সেই দেও লম্ভা মানুহৰ গাত ভূত-ভৱিষ্যৎ কব পৰা শক্তি

আছে বুলি দেওধাই পণ্ডিতসকলে বিশ্বাস কৰিছিল। এই দুটা মানুহে ক'লে, "স্বৰ্গদেৱৰ পুলিন-পুথাও ৰজাসকল স্বৰ্গৰপৰা নামি অহা দিন ধৰি স্বৰ্গী হোৱা ৰজাসকলৰ মৰাশৰ পুতি তাৰ ওপৰত মৈদাম বন্ধা ৰীতি আছিল। পূৰ্বীয় ৰজাসকলে আচৰা নিয়ম লংঘন কৰি স্বৰ্গী মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ মৰা-শ দাহ কৰা হ'ল। সেইদেখি ৰাজ্যত এনে অমঙ্গল-উৎপাত হৈছে। মই ৰাজেশ্বৰসিংহক লগ পাইছোঁ। দেৱতাই দুখ কৰিছে, তেও হেনো এতিয়ালৈকে আন আন ৰজাসকলক লগ পোৱা নাই।" লক্ষ্মীসিংহ স্বৰ্গদেৱে দেওধনিৰ কথা পতিয়াই দেওধাই পণ্ডিতসকলক দেশ সুস্থিৰৰ কাৰণে বিধিমতে পূজা আদি কৰিবলৈ আদেশ দিলে। দেওধাই পণ্ডিতে ক'লে, "স্বৰ্গী মহাৰাজৰ মৃত্যুৰ তিথিৰ দিনবাৰে তেওঁৰ জীৱ নমাই আনিম। স্বৰ্গী মহাৰাজৰ মূৰ্তি এটি সাজি তাতে তেওঁৰ জীৱ প্ৰতিষ্ঠা কৰিম। তাৰ পাচত আমাৰ শাস্ত্ৰৰ বিধিমতে সেই মূৰ্তিক পুতি তাৰ ওপৰত মৈদাম বান্ধিব লাগিব।" ১৬৯৮ শকৰ জেঠ মাহত দেওধাই পণ্ডিতে কাপোৰেৰে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ এটি পুতলা সাজিলে। সেই মূৰ্তিক বস্ত্ৰ-অলঙ্কাৰ পিন্ধাই মিছাঙ্গত খোৱা হ'ল। তাৰ পাচত সোণাৰী নৈৰ পাৰত পূৰ্বে পোৱা ঠাইৰপৰা ছাই এঙ্গাৰ আনি, মূৰ্তিক পেৰেঙ্গনিত তুলি গায়ন-বিয়াহ সকলো সহিতে দোলা আবোৱান দি অনাই জেঠৰ ২৩ দিন যাওতে ভুটীয়াপাৰত থলেনি। ২৪ দিন যাওঁতে পুৰণি নামদাঙ্গেদি খুৰাই চৰাইদেও পৰ্বতত আগৰ মৈদামৰ কোখৰেদি খানি তাতে ভৰালে। মূৰ্তিৰ লগত সকলো-বোৰ মাননি দিয়া হৈছিল। এই উপলক্ষে দহ দিন ধৰি সকলোকে সাজ খুৱালে। ইতিপূৰ্বে পূৰ্বৰ অগ্নিসংস্কাৰৰ ঠাইত ৰিকখোৱান পূজা পতা হৈছিল। চৰাইদেৱৰ দেও-ঘৰতো যথানিয়মে পূজা পতা হৈছিল। এইদৰে আহোম বিধিমতে পুলিন-পুথাও ৰজাসকলৰ আত্মাৰ লগত ৰাজেশ্বৰসিংহৰ আত্মাক সংযুক্ত কৰা হ'ল। স্বৰ্গী মহাৰাজাৰ আত্মাৰ সদ্গতিৰ অৰ্থে পাচলৈকো লক্ষ্মীসিংহ মহাৰাজে দুদিন তিনিদিনীয়াকৈ সবাহ পাতিছিল। স্বৰ্গদেৱে ৰাজেশ্বৰসিংহ মহাৰাজ আৰু কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ দুটি শিলৰ মূৰ্তি সজাই হৰ-গৌৰী দেৱালয়ৰ দুৱেৰৰ দুফালে খোৱাইছিল।

দেৰগাৱঁৰ দৌল আৰু পুখুৰী উচৰ্গা কৰিবলৈ স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ বৰ হেপাহ আছিল। তেওঁৰ দিনত দৌল আৰু পুখুৰীৰ নিৰ্মাণ-কাৰ্য সম্পন্ন হৈছিল। পুখুৰী উচৰ্গা কৰিবৰ মনেৰে স্বৰ্গদেৱে দেৰগাঁৱৰ বাহৰতে কিছুদিন আছিল। তাতে তেওঁৰ মৃত্যু ঘটে। লক্ষ্মীসিংহ স্বৰ্গদেৱে পুখুৰী উচৰ্গা কৰিবলৈ আয়োজন কৰিলে। কিন্তু মোৱামৰীয়াৰ উৎপাতৰ কাৰণে সেই কাৰ্য সততে সম্পাদন কৰিব নোৱাৰিলে। প্ৰথম-বাৰৰ মোৱামৰীয়া বিদ্ৰোহৰ পাচত স্বৰ্গদেৱে উচৰ্গা-কাৰ্য সম্পাদন কৰিবলৈ আয়োজন কৰোতে মন্দিৰৰ গোসাঁই হেৰাল। স্বৰ্গদেৱৰ আজ্ঞাৰে আগমৰ ফেদেলাই দোলা কাধৰীয়া দি সেই মূৰ্তি বিচৰালে, কিন্তু ক'তো পোৱা নগ'ল। কিছুদিনৰ পাচত ৰাজেশ্বৰসিংহ মহাৰাজে দেৰগাৱঁত খনোৱা পুখুৰীত সেই মূৰ্তি পোৱা গ'ল। দেশত মোৱামৰীয়াৰ উপদ্ৰৱ শাম কাটি অহাত, ১৬৯৯ শকৰ বহাগৰ ১ দিন যাওঁতে সৰুজনা ন-গোসাঁই, কাথ বৰুৱা, আৰু ৰাইদঙ্গীয়া ফুকনক পঠিয়াই দেৰগাৱঁৰ দ'ল উচৰ্গা কৰিলে। এই দেৱালয়ত ৰাজদত্ত সম্পত্তি অপৰ্যাপ্ত আছিল। ৰূপ, সোণ, তাম, আদিৰ সাজ, ৰূপ-খটোৱা শৰাই, সোণৰ ভোগজৰা, তামৰ দবা প্ৰভৃতি বহুত বহুমূলীয়া বস্তুৰে দেৱালয় পৰিপূৰ্ণ আছিল। আৰু এই মন্দিৰৰ পূজাকাৰ্য চলাবৰ নিমিত্তে ওঠৰ-শ পাইক নিবন্ধ আছিল।

## বিংশতি অধ্যায়

# স্বৰ্গদেৱৰ পো-নাতি আৰু কুঁৱৰী

মৃত্যুৰ সময়ত স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ বয়স তিনিকুৰি পাঁচ বছৰমান হৈছিল। তেওঁৰ ল'ৰা-ছোৱালী নাতি-পুতি জীয়ৰী-বোৱাৰীয়ে সংসাৰ ভৰি পৰিছিল। কোঁৱৰালি কালত তেওঁৰ তিনিটি পুত্ৰসন্তান জন্মে, প্ৰথম কান্দুৰা গোহাঁই, দ্বিতীয় চাৰুসিংহ মাজুগোহাঁই আৰু তৃতীয় ৰত্নেশ্বৰ সৰুগোহাঁই। স্বৰ্গদেৱ সিংহাসনত উঠোতে আৰু এটি কোঁৱৰৰ জন্ম হৈছিল, সেইদেখি তেওঁক পাটকোঁৱৰ বোলা হৈছিল। মৃত্যুৰ সময়ত তেওঁৰ তিনিটি পুত্ৰসন্তান আৰু এটি কন্যা বৰ্তমান থকাৰ কথা বুৰঞ্জীত পোৱা যায়।

স্বৰ্গদেৱৰ প্ৰথম পুত্ৰ কান্দুৰা গোহাঁই পিতৃদেৱতা সিংহাসনত উঠাৰ পাচত গড়গাওঁত লোকান্তৰ হয়। ৰংপুৰৰ ওচৰত ভোগবাৰীত কান্দুৰা গোহাঁইদেৱৰ মৈদাম বন্ধা হয়।

স্বৰ্গদেৱৰ দ্বিতীয় পুত্ৰ চাৰুসিংহ মাজুগোহাঁয়ে চাৰিঙ্গীয়া মেল পাইছিল আৰু এওঁক যুৱৰাজো পতা হৈছিল। এওঁৰ ৰৰগাভৰুৰ নাম আছিল প্ৰমদা-সুন্দৰী। এওলোক দুয়োজনাৰ আজ্ঞা শিৰোধাৰ্য কৰি কবিশেখৰ ভট্টাচাৰ্যই 'হৰিবংশ পদ' নামৰ এখন আদি-ৰসাত্মক কাব্য লিখিছিল। ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পাচত চাৰুসিংহ যুৱৰাজ ৰাজপাটত বহিব বুলি সকলোৱে আশা কৰিছিল। কিন্তু কীৰ্তিচন্দ্ৰ বৰবৰুৱাই মন্ত্ৰণা-কৌশলেৰে লক্ষ্মীসিংহক সিংহাসনত বহুৱায়। কীৰ্তিচন্দ্ৰক হত্যাৰ চেষ্টাত চাৰুসিংহ আৰু ৰত্নেশ্বৰ গোহাঁইদেও সংশ্লিষ্ট আছিল বুলি সন্দেহ কৰি কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ৰাজেশ্বৰসিংহৰ মৃত্যুৰ পাচত তেওঁলোকৰ মাতৃ, গাভৰু, ল'ৰা-ছোৱালী ঘৰ-ঘৰোৱাহকে ৰজাক বিষম বুজাই নামৰূপলৈ খেদি দিছিল আৰু দুয়োজনা কোঁৱৰক অঙ্গক্ষত কৰাইছিল। এই বিষয়ে খুৰাদেৱক লক্ষ্মীসিংহ স্বৰ্গদেৱৰ ইচ্ছা নাথাকিলেও বৰবৰুৱাই ৰৰকৈ পেৰি ধৰাত তেওঁ অগত্যা মান্তি হৈছিল। স্বৰ্গদেৱে অঙ্গক্ষত কৰাৰ আজ্ঞা দিয়াৰ পাচত অনুতপ্ত হৈ তাক প্ৰত্যাহাৰ কৰিবলৈ বিচাৰিছিল, ইয়াৰ উত্তৰত কীৰ্তিচন্দ্ৰই জনালে, "স্বৰ্গদেৱৰ আজ্ঞা ইতিমধ্যে সম্পাদন হৈ গ'ল। স্বৰ্গদেৱৰ ভালৰ নিমিত্তে সকলো কোঁৱৰকে হত্যা বা অঙ্গক্ষত কৰা উচিত আছিল। তথাপি স্বৰ্গদেৱৰ বেথাৰ পাত্ৰ জানি বাৰজন কোঁৱৰক এনেয়ে এৰি দিয়া হৈছে। আনবোৰক খুন কৰি নামৰূপলৈ খেদোৱা হৈছে।"

মোৱামৰীয়া বিদ্ৰোহৰ আৰম্ভণিত মৰাণে বাটৰৰীয়া মোহনমালা গোহাঁইদেও, চাৰুসিংহ গোহাঁই আৰু ৰত্নেশ্বৰ গোহাঁই, এই তিনিজনা খেদি-খোৱা কোঁৱৰক লগলৈ আনিবৰ নিমিত্তে কৈছিল, "তোমালোক আমাৰ লগলৈ আহাঁ, আৱশ্যকে তোমালোকৰ

এজনাকে ৰজা পাতিম, ৰজা হৈ আমাক ফুকন বৰুৱা পাতিবা। আৰু পূৰ্বে বকতিয়ালৰ কীৰ্তিচন্দ্ৰ বৰবৰুৱাই বিনাদোষত স্বৰ্গদেৱত লগাই তোমালোকক নামৰূপলৈ খেদিলে। এতেকে বৰবৰুৱাক মাৰোগৈ, তোমালোক আঁহা।" এই আশ্বাসবাণী পাই তিনিজনা কোঁৱৰে মৰাণৰ লগ ল'লেগৈ। মৰাণে তেওঁলোকক লোকদৰ্শকৰূপে ৰাখি আন মানুহক ৰজাই কৰিছিল। কিন্তু যেতিয়া মৰাণে ৰংপুৰ নগৰ অধিকাৰ কৰে, তেওঁলোকে নাহৰৰ পুতেক ৰমাকান্তকহে ৰজা পাতিলে; বাঘ মৰাণ সকলো কাৰ্যৰ অধিকাৰী বৰবৰুৱা হ'ল। চাৰুসিংহ মাজুগোহাঁই আৰু ৰত্নেশ্বৰ সৰুগোহাঁইক মৰাণে ৰহস্যে বিষপান কৰাই মাৰিলে, আৰু বাটৰৰীয়া মোহনমালা গোহাঁইদেৱক নিলগত ৰখীয়া দি থ'লে। এইদৰে চাৰুসিংহ যুৱৰাজ আৰু ৰত্নেশ্বৰ গোহাঁইৰ জীৱনৰ অন্ত পৰে। কিন্তু তেওঁলোকৰ সন্তি-সন্ততিসকলে সিংহাসনত ৰহাৰ ন্যায্য দাবী ত্যাগ কৰা নাছিল। চাৰুসিংহ মাজুগোহাঁইৰ আৰু এগৰাকী ভাৰ্যা আছিল, বুঢ়াগোহাঁই-পৰীয়া জীয়ৰী গোৰী। চাৰুসিংহ মাজু-গোহাঁইৰ সৰ্বমোটে চাৰিজনা পুতেক আছিল।

স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ তৃতীয় পুত্ৰ ৰত্নেশ্বৰ তিপমীয়া গোহাঁইদেৱৰ প্ৰতি কীৰ্তিচন্দ্ৰৰ বিশেষ কক্ষা আছিল। ৰাজেশ্বৰসিংহৰ দিনত ৰত্নেশ্বৰ গোহাঁইদেৱে বৰবৰুৱাক হত্যাৰ ষড়যন্ত্ৰ কৰিছিল। কিন্তু তিপমীয়া গোহাঁইদেৱৰ ষড়যন্ত্ৰ কাৰ্যত পৰিণত কৰাৰ পূৰ্বেই আন মানুহে বৰবৰুৱাক মৈয়ালে। মানৰ দিনৰ স্বৰ্গদেৱ মহাৰাজ পুৰন্দৰ সিংহ এই ৰত্নেশ্বৰ তিপমীয়া গোহাঁইৰ সন্ততি।

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ চতুৰ্থ পুত্ৰ পাটকোঁৱৰকো স্বৰ্গদেৱ লক্ষ্মীসিংহই অন্যান্য কোঁৱৰৰ দৰে নামৰূপত থৈছিল। পাচলৈ মৰাণে যেতিয়া দেশ নষ্ট কৰে পাটকোঁৱৰে তাৰ প্ৰতিকাৰ সাধিবৰ নিমিত্তে মৰাণ মাৰিবলৈ সাঁত-শ তিপমীয়া মানুহ গোটাই লৈ ৰজা নাম লয়। বকতিয়ালৰ বৰহাটতোলাৰ ভায়েকক পাটকোঁৱৰে বৰবৰুৱা-পাতে, আৰু ৰণুৱা মানুহে সৈতে তিপামেদি আহি অভয়পুৰত ৰয়হি। পাচত কোঁৱৰ বকতালৈ আহে আৰু অভয়পুৰত কোঁঠ দি থাকে। এনেতে পুৰণিমতীয়া মটকে পাটকোঁৱৰৰ কোঁঠ আক্ৰমণ কৰে। কিন্তু কোঁঠ ল'ব নোৱাৰি মটক ৰণত বিভঙ্গ হৈ নিজ নিজ ঠাইলৈ গুচি গ'ল। স্বৰ্গদেৱৰ সৈন্যাই মানুহ-দুনুহ আহিলা-পাতি লৈ মটকৰ বিৰুদ্ধে যুদ্ধ যাত্ৰা কৰি টিমোনত কোঁঠ দি বাট চাই থাকিল। পুৰণিমটীয়া মটক আহি স্বৰ্গদেৱৰ কোঁঠ আক্ৰমণ কৰিলে, কিন্তু মটক ৰণত হাৰিল। তাৰ পাচত পাটকোঁৱৰে জপৰা কোঁৱৰক কিছু সৈন্য-মানুহ দি ঔগুৰীত কোঁঠ দি থাকিব দিলে। কালুগঞা বৰপাত্ৰগোহাঁইৰ নাতিয়েক আৰু অধা হিলৈদাৰী কোঁৱৰক লাইতলীত কোঁঠ দি থাকিব দিলে। মটকে চাৰিওফালে কোঁঠ বেৰি ধৰাত স্বৰ্গদেৱৰ মানুহ ওলাই আহিব নোৱাৰিলে। তাৰ পাচত পাটকোঁৱৰে টেকেলা বৰুৱা বৰগোহাঁই পাতি ৰাজমাও পুখুৰীত কোঁঠ সাজি থাকিবলৈ দিলে। তাতে মৰাণৰ লগত আহোম সেনাৰ বিস্তৰ ৰণ লাগিল, কিন্তু তাৰপৰা স্বৰ্গদেৱৰ সৈন্যৰ একো সুফল ন'হল। এইদৰে গৌৰীনাথ সিংহ স্বৰ্গদেৱৰ দিনত পাটকোঁৱৰে নিজে সৈন্য-সামন্ত গোটাই স্বৰ্গদেৱৰ সৈন্যৰে যোগ্ৰ হৈ মৰাণক নিপাত কৰিবলৈ চেষ্টা কৰিছিল। এনেতে গৌৰীনাথসিংহ ৰংপুৰ এৰি গুৱাহাটীলৈ পলাই গ'ল।

সিংহাসনত ৰজা নাই, ইপিনে পাটকোঁৱৰে ৰজা হৈ স্বয়ংৰূপে প্ৰৱৰ্তিছে। এই বাৰ্তা নৰাৰজাই শুনা পালে। পাটকোঁৱৰে কটকী পঠাই নৰাৰজাক মতাই অনালে। আজি নৈত নাৱত উঠি থাকোতে পাটকোঁৱৰে নৰাৰজা অহা বাৰ্তা পালে।

কোঁৱৰে কণথাম আৰু লাখুট নামে দুজন কটকী পঠাই নবাৰজাবপৰা আঠ হেজাৰ সৈন্য আনি এই দুই হাতত দিলে। ইতিমধ্যে ডাঙৰীয়াসকলে সমালোচনা হৈ পাট-কোঁৱৰৰ সৈন্যৰসৈতে স্বৰ্গদেৱৰ সৈন্য যোত্ৰ কৰাই মটকৰ বিৰুদ্ধে ৰণলৈ পঠিয়ালে। দুয়ো পক্ষৰে মাজত চাৰিমাহমান ৰণ হ'ল।

এনেতে ৰাটমৰীয়া ৰৰজনা গোহাঁইৰ পুতেকে কেন্দুগুৰিত কোঁঠ দি ৰ'লহি। এইজনা কোঁৱৰৰেসৈতে পাটকোঁৱৰৰ আগৰেপৰা কিছু মনান্তৰ আছিল। এওঁক সহায় কৰিবলৈ পাটকোঁৱৰে ৰাইজক নিষেধ কৰিলে। তাৰ পাচত পাটকোঁৱৰ শিৱসাগৰত কোঁঠ দিলেগৈ। ১৭১০ শকৰ শাওণ মাহত মোৱামৰীয়াই পাটকোঁৱৰৰ কোঁঠ আগুৰি ধৰিলে। দুয়োদলৰ ৰণ লাগিল। কোঁঠ ৰাখিব নোৱাৰি পাটকোঁৱৰ লেচাঙলৈ পলাই গ'ল। লেচাঙত মোৱামৰীয়াই জুম বান্ধি খাপ দি আছিল। তাতে পাটকোঁৱৰক ধৰি মোৱামৰীয়াই হত্যা কৰিলে। কোঁৱৰৰ শটো আনি স্বৰ্গদেৱৰ মানুহে দৰিকা নৈৰ কোষত মৈদাম দি থ'লে।

পাটকোঁৱৰৰ মৃত্যুত তেওঁৰ পাত্ৰমন্ত্ৰীয়ে বৰপুতেকক ৰজা পাতিলে। ইয়াৰ প্ৰধান উদ্যোগকাৰী আছিল কলিমন অভয়পুৰীয়া ৰাজখোৱা। কলিমনে চফ্ৰাইত কোঁঠ দি আছিল। সেই কোঁঠতে পাটকোঁৱৰৰ বৰপুতেক আৰু দুজনা কুঁৱৰীও আছিল। মৰাণে সেই কোঁঠ আক্ৰমণ কৰিলে। কলিমন ৰাজখোৱা ৰণত তিষ্ঠিব নোৱাৰি পলাই সাৰিল। কোঁঠত থকা কোঁৱৰ-কুঁৱৰী সবাকে আদখিনি সৈন্যৰেসৈতে মৰাণে বধ কৰিলে। পাটকোঁৱৰে ছমাহ কাল ৰজা হৈ প্ৰৱৰ্তিছিল।

ৰাজেশ্বৰসিংহ মহাৰাজৰ এগৰাকী কন্যাৰ কথা বুৰঞ্জীত পোৱা যায়। তেওঁৰ হয়তো আনো জীয়ৰী আছিল; কিন্তু সেইবোৰৰ কোনো উল্লেখ বুৰঞ্জীত নাই। ৰাঘ মৰাণ ৰৰবৰুৱা পদত অধিষ্ঠিত হৈ ৰাজেশ্বৰসিংহৰ মণিপুৰীয়া কুঁৱৰী কুৰঙ্গনয়নী আৰু বৰম্বা ফুকনৰ জীয়ৰী-বোৱাৰী সবাকে ধৰি টোললৈ সুমুৱাই এশ ভাৰ্যাৰ অধীশ্বৰ হয়। ইয়াৰ ভিতৰত ৰাজেশ্বৰসিংহৰ উঠন জীয়েক গৰাকীও আছিল। ৰাঘ ৰৰবৰুৱা হৈ থাকোতে গাভৰু গুটি ওলাই ৰংপুৰৰ পালীঘৰতে লোকান্তৰ হয়। ৰাঘৰ আদেশমতে গাভৰুৰ ককায়েক কান্দুৰা গোহাঁইক মৈদাম দিয়া ঠাইতে গাভৰুক মৈদাম দিয়া হয়।

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ নাতি আৰু চাৰুসিংহ মাজুগোহাঁইৰ পুত্ৰ ভুধৰসিংহ গোহাঁইদেৱে লক্ষ্মীসিংহৰ দিনত ১৬৯৩ শকৰ শাওণ মাহত বকতিয়ালৰ ভদ্ৰসেন বৰবৰুৱাৰে যোত্ৰ হৈ ৰাজদ্ৰোহ কৰিবলৈ ষড়যন্ত্ৰ কৰিছিল। ভুধৰ গোহাঁইদেৱৰ সপত্নী-মাতৃ বুঢ়াগোহাঁই জীয়ৰী গৌৰীৰে সৈতে সহজা চাংমাইৰ পুতেক ধনাইৰে গোপ্যৰূপে লেনা-দেনা আছিল। এই ধনাই ভুধৰ গোহাঁইৰ লিগিৰা আছিল। ষড়যন্ত্ৰকাৰীসকলে লক্ষ্মীসিংহ স্বৰ্গদেৱক গড়গাৱঁত ধৰিবলৈ মন কৰিলে। প্ৰমত্তসিংহ স্বৰ্গদেৱৰ পুতেক এটিক লক্ষ্মীসিংহই তিপমীয়া মেল দি লগতে ৰাখিছিল। এই তিপমীয়া গোহাঁইদেৱৰ ভকতি নামে লিগিৰীক ভুধৰ গোহাঁয়ে বৰকুঁৱৰী পাতিম বুলি আশা দি তাইৰ হতুৱাই তিপমীয়া গোহাঁইদেৱক বিহ খুৱাই মাৰিবলৈ চেষ্টা কৰিলে। ভুধৰ গোহাঁয়ে স্বৰ্গদেৱ আৰু তেওঁৰ পৰিয়ালবৰ্গক ধ্বংস আৰু অপমান কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ কৈছিল, "কলীয়া বাবক উজনাত ভৰাই দহদিনমান পানীত থৈ মাৰিম। ৰাজমাও বুঢ়ীক নাক-কাণ কাটি চকু কাঢ়ি আমগুৰীত মেলিম; তামুলী আইকুঁৱৰী চাউল-কৰালীক নাক-কাণ কাটি

নগা-হাবীলৈ দিম ; পুতেক গোহাঁইক নিয়মৰূপে দণ্ড কৰি এমাহৰ মূৰত চাউল পাঁচ কঠা দি এঠাইত দৰ লগাই থম ; কলিতা ফুকনক ভৰিত পৰালৈকে মূৰত ন-নকৈ ত্ৰিশূল দি থম ; কাম, লেফেৰা, পিজলী লাখৰ এই চাৰিক বৰশীত দিম।” গৌৰীয়ে ধনাইক লগাই ভূধৰ গোহাঁইৰ সকলো ষড়যন্ত্ৰৰ সন্তেদ লোৱালে। ভূধৰ গোহাঁয়ে ধনাইক “চেচামুখৰ গোসাঁইৰ মাংসকে খাওঁ” বুলি শপত খুৱাই কাৰো আগত নকবলৈ কৈ সকলো কথা ক'লে। ধনাই লিগিৰাই আদ্যোপান্ত কথাৰ বুজ লৈ কলিতা ফুকনক ক'লেগৈ। কলিতাফুকনে দুপৰ নিশা ৰাতি ধনাইক কপাহী চুৰিয়া পিন্ধাই সন্ন্যাসী বুলি স্বৰ্গদেৱৰ ৰৰমৰঙ্গলৈকে নি দুদিন ৰাখি তাৰ নিজ মুখেৰে ষড়যন্ত্ৰৰ সকলো কথা স্বৰ্গদেৱক জনালে। কলিতা ফুকনে বিচাৰ কৰি ভূধৰ গোহাঁইৰ হস্তাক্ষৰ প্ৰমাণ দি স্বৰ্গদেৱক কাকত যোগালত স্বৰ্গদেৱে ডাঙৰীয়াসকলেৰে পৰামৰ্শ কৰি দ্ৰোহ-চিন্তাবোৰক যথাবিধি শাস্তি দিলে। স্বৰ্গদেৱৰ আজ্ঞামতে চাওডাঙ্গে ভদ্ৰসেন বৰবৰুৱাক কাটিলে আৰু ভূধৰ গোহাঁইক নি ঔগুৰীৰ পোনে মৰা হ'ল।

স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ নাতি আৰু ৰত্নেশ্বৰ সৰুগোহাঁইৰ পুতেক ঠাকুৰ বাপ গোহাঁই ভূধৰ গোহাঁইৰ বিদ্ৰোহত লিপ্ত আছিল। ভদ্ৰসেন বৰবৰুৱাৰ ভায়েক চোলাধৰা ফুকন, ভূধৰ গোহাঁই আৰু ঠাকুৰ গোহাঁই এই তিনিয়ে এৰা-এৰি নকৰিবলৈ একেঠাইতে শপত খাইছিল। ষড়যন্ত্ৰৰ ৰূপ-কাপোৰৰ পেৰা পৰ্বতীয়া বিদেশী ভট্টাচাৰ্য গোসাঁইৰ তাত থোৱা হৈছিল। পোনতে ঠাকুৰ গোহাঁই নামৰূপত আছিল। মৰাণে বিদ্ৰোহ আৰম্ভ কৰাত ঠাকুৰ গোহাঁয়ে নামৰূপৰপৰা পলাই আমখোৱা লিগিৰাৰ ঘৰত এবছৰ আছিল। তাৰপৰা সৰুজনা দিহিঙ্গৰ মহন্তৰ ঘৰত কিছুদিন আছিল। ভদ্ৰসেন বৰবৰুৱাই ভূধৰ গোহাঁইক নোৱাৰিলে ঠাকুৰ বাপকে ৰজা পাতিবলৈ খুজিছিল। কিন্তু বৰবৰুৱাৰ ষড়যন্ত্ৰ ধৰা পৰাত ঠাকুৰ বাপে কাণ এখন গুৰি চপাই কটা শাস্তি পোৱাৰ আগতে কলিতা ফুকনক জীয়েকক দি সাৰিল। তাৰ পাচত ঠাকুৰবাপে আকৌ শিলিখাতলীয়া মেধিৰ আশ্ৰয় ল'লেগৈ। দিহিঙ্গৰ মহন্তই ঠাকুৰ বাপক লুকাই ৰাখি তেওঁক ৰজা পাতিবলৈ বিচাৰিলে, আৰু লক্ষ্মীসিংহ স্বৰ্গদেৱ ৰংপুৰৰপৰা সোণাৰী লৈ যাবৰ দিনা তেওক ধৰিবলৈ যো-জা কৰিলে। মহন্তৰ যোত্ৰৰ মানুহ তাতী পৰ্শনে সকলো কথা স্বৰ্গদেৱক জনালেহি। স্বৰ্গদেৱে কাকতত সকলো কথা লিখাই তিতাকাকতীৰ হতুৱাই ডাঙৰীয়াসকলত সোধালে। বাইলুং বৰগোহাঁয়ে ক'লে, “মোৱামৰীয়া শিলিখা-তলীয়ানো কিমান ভেদ?” মোৱামৰীয়া মেধিৰো যিমান শিষ্য, শিলিখাতলীয়াৰ বঢ়া বা। এতেকে স্বৰ্গদেৱে যিখান কৰে। আৰু স্বৰ্গদেৱে মোৱামৰীয়াৰ কথা যি সুৰিছে-পোলামুখৰ চৰেহে শুদ্ধ। এইৰূপে ৺দেৱে দোষত যিবোৰ পায়মানে কাটি মাৰি থাকিব।” শিৱৰাম বৰবৰুৱাক বিচাৰ ল'বলৈ কোৱাত বৰবৰুৱাই ক'লে, “যি মোৱামৰীয়া পৰ্শনে কোঁৱৰৰ কথা কৈছে, ই যাই মোৱামৰীয়া। ইহঁতৰ ফন্দ বুজিবলৈকো টান। তথাপি ই যে ধৰি দিম বুলিছে, ধৰি দিব পাৰিলেই ভাল। যদি ধৰি দিও বুলি বাটৰপৰা পলাই শত্ৰু সোমায় তেন্তে কি উপায় হ'ব? একে দেখো মোৱামৰীয়াৰ পৰাভৱেই গুচা নাই। মোৱামৰীয়া যেতেখনি শিলিখাতলীয়া দুগুণ, এতেকে ইবোৰৰেও বিৰাজী হ'বৰ ভয়হে। আমাৰো চিত্তৰো সন্দিগ্ধ নুগুচিল, সিহঁতৰ চিত্ততো ভয় নুগুচিল। এতেকে ৰাণীৰ মতিত ৺দেৱে ইবোৰ একো বিচাৰ নকৰিব। যিবোৰে ৺দেৱলৈ আমাৰো, অকথা এটা আলচিব, আৱশ্যকে এইৰূপে স্বৰ্গদেৱৰ খাণ্ডাত যাব। ইয়াকে ৺দেৱে নেৰিব।

৺দেৱে ইবোৰক চাওডাঙৰ হাতত দিয়ক। যদিহে শিলিখাতলীয়াই কোঁৱৰ হৈছে অৱশ্যে ৺দেৱে বিচাৰত পাব। তেতিয়া থকা যেন হ'লে ৺দেৱে কিয় এৰিব ?" এই কথা শুনি স্বৰ্গদেৱে ক'লে, "বৰবৰুৱাই যি কৈছে ইও হয়। পূৰ্ব্বপৰে এনেবোৰ কথাৰ সোধেই নাইকিছিল, এতিয়াহে সোধ-পোছ কৰা যায়, শুনিলেই দণ্ড কৰিছিল। বাৰু, তেওঁৱে বৰবৰুৱাই বুলিছে, অথন এইৰূপেই থাকক। পাচে যদি বিচাৰত পোৱা যায়, যেই হ'ল কিযনো শুদাই এৰা যাব ?" এই ঠাকুৰ গোহাঁই ইংৰাজ অহাৰ কাললৈকে জীয়াই আছিল, ডেভিড স্কট চাহাবে ভাৰতৰ গৱৰ্ণৰ জেনেৰেল চাহাবক জনাই ঠাকুৰ গোহাঁইক মাহে দহ টকা পেঞ্চন দিছিল।

ৰত্নেশ্বৰ সৰুগোহাঁইৰ আৰু এটি পুতেকৰ নাম আছিল বিজয় বৰমূৰা গোহাঁই। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত এওঁ কেবাটাও ষড়যন্ত্ৰত কিছু পৰিমাণে লিপ্ত আছিল। সেই অপৰাধত পোনবাৰ তেওঁৰ এখন কাণ কটা হয। দ্বিতীয় ধৰা পৰাত নামৰূপীযা চহৰীযা নৰুৱা আৰু তিনি শইকীযাই দিযা গোচৰ দিয়াত তেওঁৰ আনখন কাণ চুচি কাটি চকু এটা কণা হ'ল। এইবাৰ এওঁৰ লৰিফুৰা পুতেকটিৰো কাণ কটা হয়। আমাৰ বোধেৰে এই লৰিফুৰা পুতেকটি বুৰঞ্জীৰ প্ৰসিদ্ধ ব্ৰজনাথ গোহাঁই। বিজয় বৰমূৰা গোহাঁইদেও নামৰূপৰপৰা পলাই গৈ কছাৰী ৰাজ্যত সোমালগৈ। মণিপুৰৰ ৰজা জযসিংহ মহাৰাজ গৌৰীনাথসিংহৰ দিনত অসমলৈ আহোঁতে পুতেক অনুপানন্দ যুৱৰাজৰ লগত মিত্ৰতা কৰি বৰমূৰা গোহাঁই মণিপুৰলৈ যায। মণিপুৰৰপৰা উভতি আহি কছাৰী ৰজা কৃষ্ণচন্দ্ৰ নাৰায়ণ ৰজাৰ সহাযেৰে বৰমূৰা গোহাঁযে মোৱামৰীযা, ভগনীযা প্ৰজা আৰু কছাৰী মানুহ কিছুমান লৈ স্বৰ্গদেৱৰ বিৰুদ্ধে দ্ৰোহ আচৰিবলৈ ধৰে। দৰঙৰ ৰজা হংসনাৰায়ণৰ বৰমূৰা গোহাঁইৰ বিৰুদ্ধে পঠোৱাত তেৰেঁা গৈ গোহাঁইৰেসৈতে সমিল মিল হৈ যুদ্ধ নকৰি দৰঙলৈ উভতি আহিল। কমলেশ্বৰ সিংহৰ দিনত বৰমূৰা গোহাঁইক ধৰি অসমলৈ পঠিযাই দিবৰ কাৰণে স্বৰ্গদেৱৰ ত'ৰপৰা কছাৰী ৰজালৈ টানকৈ লিখা হৈছিল। বৰমূৰা গোহাঁয়ে কছাৰৰপৰা পলাই ইংৰাজৰ সহায পাবৰ কাৰণে বঙ্গদেশত সোমাই আছিল। ১৭৩১ শকত বৰমূৰা গোহাঁইৰ পুতেক ব্ৰজনাথ কোঁৱৰে কলিকতাৰ ইংৰাজক টানি ধৰাতো ইংৰাজে তেওঁক সহায দিবলৈ সন্মত নহ'ল। বদনচন্দ্ৰৰ হত্যাৰ পাচত ৰুচিনাথ বুঢ়াগোহাঁয়ে চন্দ্ৰকান্তক ৰজা ভাঙ্গি ব্ৰজনাথক ১৭৩৯ শকত ৰজা পাতিবলৈ চেষ্টা কৰিছিল। কিন্তু তেওঁৰ গাত খুন থকাৰ কাৰণে পুতেক পুৰন্দৰসিংহক সকলোৱে ৰজা বুলি সেৱা কৰিলে। ৰজা হ'বৰ আশাৰে ব্ৰজনাথ গোহাঁযে নিজ নামেৰে মোহৰ মৰাইছিল আৰু তামৰ ফলি কৰি মানুহক মাটি-বৃত্তি দান কৰিছিল।

ৰত্নেশ্বৰ সৰু গোহাঁইৰ আৰু এজন পুতেক আছিল। লক্ষ্মীসিংহ স্বৰ্গদেৱে পোনতে তেওঁৰ কাণ এখন কাটিছিল। পাচত ষড়যন্ত্ৰত ধৰা পৰি ইখন কাণ কাটি চকু কণা হ'ল। তেওঁৰ লৰিফুৰা পুতেক ভোলানাথৰো এখন কাণ গুৰি চপাই কাটিলে।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ মন্ত্ৰণাত লক্ষ্মীসিংহ স্বৰ্গদেৱে ৰাজ্যৰ কোঁৱৰক খুন কৰি খেদি বৰকোলা আৰু নামৰূপত থোৱাইছিল। সেই ঠাই খেদাখোৱা তুংখুঙীযা চাৰিঙীয়া, দিহিঙীয়া আদি ফৈদৰ কোঁৱৰেৰে ভৰি পৰিল। তেওঁলোকে ছল চাই মানুহ চপাই ৰজাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিবলৈ লৈছিল। পাচলৈ স্বৰ্গদেৱ আৰু পাত্ৰমন্ত্ৰীয়ে স্বীকাৰ কৰিছিল যে নামৰূপত খেদি থ'লে কোঁৱৰসকলক মানুহে ৰজা বুলি হাতত লয় আৰু এই

কাৰ্যৰদ্বাৰা নেগুৰ কাটি বাঘ মেলি দিয়াৰ দৰে হয়। অসমৰ স্বৰ্গদেৱসকলে এই কোঁৱৰ-বৃন্দৰ সমস্যা ভালৰূপে সিদ্ধান্ত নকৰাত তেওঁলোকৰ সিংহাসনৰ তলত ফেটীগোম সাপে নুবা পাৰি ৰহিছিল। কোঁৱৰসকলক দিহিঙে-দিপাঙে নামৰূপ-বৰকোলাত নাপাতি ৰজাৰ চকুৰ আগত থোৱা হ'লে ৰাজ্যত ইমান বিভ্ৰাট ঘটিবলৈ নাপায়।

মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ একুৰি চাৰিগৰাকী কুঁৱৰী আছিল। তেওঁ-লোকৰ সকলোটিৰে নাম পোৱা নাযায়। প্ৰথমজনা কুঁৱৰী আছিল মণিপুৰৰ ৰাজকন্যা কুৰঙ্গনয়নী। তেওঁক ৰজাই বৰকুঁৱৰী পাতিছিল। এওঁৰ আগৰ নাম আছিল ভুৱনেশ্বৰী। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই স্বৰ্গদেৱক ধৰি কুৰঙ্গনয়নীক বৰকুঁৱৰীৰ প্ৰাপ্য ৰাইদঙ্গীয়া মেল দিয়াইছিল। এইগৰাকী কুঁৱৰীয়ে শুকুলা আৰোৱানো ব্যৱহাৰ কৰিবলৈ পাইছিল। স্বৰ্গদেৱৰ পৰ্বতীয়া কুঁৱৰীৰ নাম আছিল ৰূপৱতী। ৰূপৱতী স্বৰ্গদেৱৰ বৰ বেথাৰ কুঁৱৰী আছিল, আৰু এওঁ স্বৰ্গদেৱৰ চৰণত কায়মনে সকলো সমৰ্পণ কৰিছিল। এই ৰূপৱতী কুঁৱৰীয়েই চাৰুসিংহ আৰু ৰত্নেশ্বৰ কোঁৱৰৰ মাতৃদেৱী আছিল।

কুৰঙ্গনয়নী আৰু ৰূপৱতীৰ বাহিৰেও স্বৰ্গদেৱৰ আৰু কেগৰাকীমান কুঁৱৰীৰ কথা পোৱা যায়--কমলাবৰীয়া আইকুঁৱৰীদেও, কালুগঞা আইকুঁৱৰীদেও, দেৱগঞা আই-কুঁৱৰীদেও, বৰতামুলী আইকুঁৱৰীদেও, নজনা আইকুঁৱৰীদেও, তাৰ উপৰিও তামুলী কুঁৱৰী, চমুৱা কুঁৱৰী অলেখ আছিল।

স্বৰ্গদেৱৰ মৃত্যুৰ পাচদিনাখনেই কীৰ্তিচন্দ্ৰ বৰবৰুৱাই নতুন ৰজা লক্ষ্মীসিংহক লগাই ৰাজেশ্বৰসিংহৰ কুঁৱৰীসকলক নামৰূপ আৰু বৰকোলালৈ খেদালে তাৰ লগতে চাৰুসিংহ মাজুগোহাঁই আৰু ৰত্নেশ্বৰ সৰুগোহাঁইকো নামৰূপত থোৱালে। ইয়াৰ কাৰণ আছিল, গোহাঁইদেও দুজনাই তাহানি কীৰ্তিচন্দ্ৰক বধিবলৈ উদ্যোগ কৰিছিল। ৰাজেশ্বৰ-সিংহলৈকো বৰবৰুৱাৰ কক্ষা আছিল, কাৰণ বৰবৰুৱাৰ বিশ্বাসমতে স্বৰ্গদেৱেই আওকণীয়া ভাৱ ধৰি প্ৰকাৰন্তৰে বৰবৰুৱাক হত্যা কৰিবলৈ উৎসাহ দিছিল। স্বৰ্গদেৱ জীয়াই থকা কালত বৰবৰুৱাই ৰজাৰ কুঁৱৰী আৰু পুত্ৰসকলক একো অন্যায় কৰিবলৈ সাহ নকৰিছিল। কিন্তু এলাগী কোঁৱৰ কালশিলীয়া নামৰূপীয়া গোহাঁইক সিংহাসনত বহুৱাই কীৰ্তিচন্দ্ৰই নিজৰ অভিসন্ধি সিদ্ধি কৰিবলৈ সুবিধা পালে। ৰাজেশ্বৰসিংহৰ মৃত্যুৰ অশৌচ পাৰ নৌ হওঁতেই বৰবৰুৱাই কোঁৱৰ আৰু আইকুঁৱৰীদেৱসকলক সামান্য ৰোজবাজ দি নামৰূপ-বৰকোলালৈ খেদিলে। বাটত যাওতে মোৱামৰাৰ মহন্ত অষ্টভুজদেৱে কুঁৱৰীসকলৰ এনে দুৰ্দশা দেখি নিজৰ সত্ৰতে দিনচেৰেক ৰাখি প্ৰচুৰ পৰিমাণে আহাৰ-সামগ্ৰী আৰু বস্ত্ৰ আদি দি নামৰূপলৈ পঠিয়ালে। ৰাজেশ্বৰসিংহ দেৱতাৰ প্ৰতি অষ্টভুজ মহন্তৰ বৰ স্নেহ আৰু ভক্তি আছিল। তেওঁ বৰবৰুৱাৰ হাতত নানান অপমান পায়ো ৰজাৰ মুখলৈ চাই সকলো নীৰৱে সহি আছিল। এতিয়া বৰবৰুৱাই পতা ৰজা লক্ষ্মীসিংহ সিংহাসনত বহাত মহন্ত ত্ৰস্ত হ'ল। ভক্তি আৰু কৃতজ্ঞতা পাশত আৱদ্ধ হৈ কুঁৱৰীসকলক আতিথ্য দিয়া বুঢ়া অষ্টভুজ মহন্ত আৰু তেওঁৰ পুতেক গাগিনী ডেকা-মহন্তৰ লগত আইকুঁৱৰীদেৱ-সকলক লেতিয়াই কীৰ্তিচন্দ্ৰ বৰবৰুৱাই এটা কুৎসিত অপবাদ ৰটনা কৰিলে। একালৰ ৰাজ-ৰাজেশ্বৰী পাটমাদেসকলৰ এনেকুৱা বিলৈ দেখি প্ৰজাই কীৰ্তিচন্দ্ৰক নথৈ গালি শপিছিল। নগৰত থাকিলে কোনোবা মানুহে চপাই ৰজা পাতে বুলি বৰবৰুৱাই চাৰুসিংহ আৰু ৰত্নেশ্বৰ গোহাঁইকে নামৰূপলৈ খেদিছিল। বিশেষতঃ ৰাজেশ্বৰসিংহ ঢুকুৱাৰ পাচত বৰ-তামুলী আইকুঁৱৰীদেও আৰু ন-জনা আইকুঁৱৰীদেও এই দুগৰাকীয়ে চাৰুসিংহ মাজুগোহাঁইক

ৰজা পাতিবলৈ ফোহ-ফোহ ফাহ-কাহ কৰিছিল। এই কথাষাৰ পৰ্বতীয়া মেলৰ ভৰালী বৰুৱা ৰাধাকান্তই ৰৰবৰুৱাক জনাইছিল। অনাহকত লাঞ্চনা দি দুৰ্গম ঠাইলৈ খেদি পঠিওৱা আপাহত ৰাজেশ্বৰসিংহ কোঁৱৰ আৰু আইকুঁৱৰীদেওসকলে কীৰ্তিচন্দ্ৰৰ বিৰুদ্ধে প্ৰতিহিংসা চৰিতাৰ্থ কৰিবলৈ চেষ্টা কৰি ফুৰিছিল।

ৰাজেশ্বৰসিংহ দেৱতাৰ আদ্যশ্ৰাদ্ধৰ পাচত বেজবৰুৱাৰ দুই পুতেক কৃষ্ণ আৰু ৰামৰ বিৰুদ্ধে দুটি গোচৰৰ সোধ বেজবৰুৱাই লৈছিল। সেই সোধৰ সাক্ষীৰ জবানবন্দীত ৰাজেশ্বৰসিংহৰ কুঁৱৰীকেগৰাকীৰ দোষৰ কথা ওলাই পৰিছিল। এজন সাক্ষীয়ে কৈছিল, "বেজবৰুৱাৰ দুয়ো পুতেক কৃষ্ণ আৰু ৰামে আইকুঁৱৰীদেওসকলৰ কোঠে কোঠে ফুৰে, দৰবৰ বাটি লৈ। কোনোদিন লগত ঠাইসাৰীও নিয়ে, কোনোদিন অকলেও যায়। আৰু পৰ্বতীয়া বৰুৱা গোসাঁইঘৰত কমলাবৰীয়া আইকুঁৱৰীদেৱৰ কথা হৈ থাকিবৰ দেখোঁ, কি কথা হয় ক'ব নোৱাৰোঁ।" ইয়াৰ উত্তৰত পৰ্বতীয়া বৰুৱা ৰাধাকান্তই ক'লে, —"স্বৰ্গদেৱৰ আজ্ঞাত থাকি আইকুঁৱৰীদেওসকলেৰে কথা হও, বিধি-বিধানো শিকাওঁ, মানুহ কিছু নিলগত থাকে।" ৰামে ক'লে, "অনেক লোক শত্ৰু হৈছে, অনেকৰূপে কৈছে, যদি পৰীক্ষা কৰে ৰক্ষা পৰিম।" এই সোধৰ পৰিণামস্বৰূপে ৰাধাকান্তক পৰ্বতীয়া ভণ্ডাৰী বৰুৱা বিষয়ৰপৰা খেদিলে আৰু ৰামৰ কাণ এখন কাটিলে আৰু লগুণ গুচালে।

ভাৰতৰ আন আন ৰজা-মহাৰজা আৰু চুলতান-বাদশ্যাহৰ দৰে আহোম স্বৰ্গদেৱসকলৰো কেবাগৰাকীও কুঁৱৰী আছিল। পৰ্বতীয়া আৰু ৰাইদঙীয়া এই দুজনাৰ এজনাকে বৰকুঁৱৰীৰ বাব দিয়া হৈছিল। বৰকুঁৱৰী হ'লে ৰজাৰ লগত একেলগে শিঙৰী-ঘৰৰ সিংহাসনত বহিব পাৰিছিল। প্ৰথম দুগৰাকীৰ পুত্ৰ সন্তানসকলেহে সিংহাসনৰ উত্তৰাধিকাৰী হ'ব পাৰিছিল। তামুলী কুঁৱৰী আৰু চমুৱা কুঁৱৰী তলৰ খাপৰ কুঁৱৰী। কেতিয়াবা ৰজাই চেনেহ কৰি তামুলী আৰু চমুৱা কুঁৱৰীক যথাযোগ্য মান-মৰ্যাদা দি ৰাইদঙীয়া আৰু পৰ্বতীয়া কুঁৱৰী পাতিছিল। লিগিৰীবিলাকৰ ভিতৰত ৰজাই ভাল-পোৱাটিক হাতবৰী আৰু গা-চোৱা প্ৰভৃতি উপপত্নীৰ আখ্যাৰে অলঙ্কৃত কৰিছিল। লিগি-ৰীৰ ফালৰ হোৱা দাসীপুত্ৰক লুকুমাই বুলিছিল। কাৰেঙৰ লিগিৰীৰ লগত স্বৰ্গদেৱৰ লেন-দেন অতি সাধাৰণ কথা আছিল, যদিওচাতো সম্ভ্ৰমশীল ৰজাই লিগিৰীলৈ চকু নিদিছিল। খেনো কুঁৱৰীয়ে ৰজা লিগিৰীৰ প্ৰীতি-অনুবন্ধ সহ্য কৰিব নোৱাৰিছিল। আকৌ খেনো কুঁৱৰীয়ে এনে কথাক ৰাজকাৰেঙৰ অপৰিহাৰ্য অঙ্গ বুলি গ্ৰহণ কৰি একো নেমাতি মনে মনে আছিল। ৰজাৰ বীৰ্য হোৱা লুকুমাই ল'ৰাক মানে-মৰ্যাদাই ৰাখিবলৈ চেষ্টা কৰা হৈছিল। লক্ষ্মীসিংহ মহাৰাজৰ দিনত "ৰংপুৰৰ বাহৰত দাৰিকা দুৱাৰ মুখতে লক্ষ্মীসিংহ ৺দেৱৰ পৰ্বতীয়া আইকুঁৱৰীদেৱে তোলা লিগিৰী হাৰিণীৰ পুতেক গোহাঁই-দেউটিক ৺দেৱৰ বীৰ্যে হোৱা যেন জানি বাপেকৰ পুতেকৰ মেলখনি কেকোৰা-দোলা দি নগা মজুন্দাৰে কথা শুনাই দিলে।" আৰু এঠাইত আছে, "পাচে চাৰিঙীয়া ৰজাদেৱে লেচাঙত শিঙৰীঘৰ কৰি সিংহাসনত বহিল, নাম ল'লে চক্ৰধ্বজসিংহ, আহমমতে নাম ল'লে ত্যাওফা চুপংমুং। আৰু সোমাইতামুলীৰ জীয়েকক বৰকুঁৱৰী ভাজি পৰ্বতীয়া কুঁৱৰী পাতিলে ; চপৰাখোৱা বৰগোহাঁইৰ জীয়েকক বৰকুঁৱৰী পাতিলে। তেওঁক বৰকুঁৱৰী ভঙাৰ কাৰণ এই—একদিন মৰঙত ৰজাদেৱে ঠাইসাৰী এজনীক নিয়াই দুহা-

মতা কৰিছিল। তাকে মোমাই তামুলীৰ জীয়েক ৰবজনা আইকুঁৱৰীয়ে দেখি খেকাৰ পেলোৱা ছলে 'ছিহ্' বুলি খেকাৰ পেলালে। ৰজাদেৱে বোলে, 'মোকেহে থু পেলালে।' এইবুলি খং কৰি লুখুৰাখন নি 'কাটিব নোৱাৰো হেন দেখ? ছিহ্, বাপেৰ বৰুৱালৈ চাই দাই এৰিলোঁ।' এই বুলিহে ৰবকুঁৱৰী ভাঙিলে।"

কুঁৱৰীসকল প্ৰৱৰ্তিবৰ কাৰণে কেবাখনিও মেল আছিল—ৰাইদঙীয়া মেল, পৰ্বতীয়া মেল, পুৰণি মেল আৰু ন-মেল। ৰজাৰ মাক, বোৱাৰীয়েক, জীয়েক আদি প্ৰৱৰ্তিবৰ কাৰণে মেল এইকেইখন—ৰাজমাৱৰ খঙীয়া মেল, মাহীমাকৰ কাৰণে মাহীমেল বুঢ়ীমাক্ বা আইচু দেৱতা প্ৰৱৰ্তিবৰ কাৰণে এনাইষৰীয়া মেল, জীয়ৰী-বোৱাৰী-গাভৰুসকল প্ৰবৰ্তিবৰ কাৰণে গাভৰু মেল আৰু স্বৰ্গদেৱৰ খাই প্ৰৱৰ্তিবৰ কাৰণে কলিচেঙৰ গাভৰুৰ মেল আছিল। প্ৰত্যেক মেল চলাবৰ কাৰণে ফুকন বা বৰুৱা পদবীধাৰী এজন অধিনায়ক বিষয়া আছিল আৰু তেওঁৰ তলে হাজৰিকা, শইকীয়া, বৰা আদি বিষয়াই কাম কৰিছিল। মেল চলোৱা বিষয়াসকলক মেলডগীয়া বিষয়া বোলা হৈছিল।

স্বৰ্গদেৱৰ মোক্ষ কুঁৱৰীসকলৰ পৃথক পৃথক টোল আছিল। আৰু ৰজা থকা ঘৰৰ কিমান আঁতৰত কোনজনা কুঁৱৰীৰ টোল থাকিব লাগে সেইবিষয়ে শৃঙ্খলাবদ্ধ নিয়ম আছিল, আৰু তাক চাংৰুফুকনৰ কাকতত লিখি থোৱা হৈছিল। প্ৰত্যেক কুঁৱৰীৰ প্ৰৱৰ্তনৰ কাৰণে পৃথক পৃথক খাট-পাম ভঁৰাল আদি থকাৰ কাৰণে সতিনীৰ অৰিয়া-অৰি হোৱাৰ আশঙ্কা কিছু পৰিমাণে কম আছিল। একো গৰাকী কুঁৱৰী দহ-বাৰ দিন ধৰি ৰজাৰ চাঙত থাকেগৈ। তাৰ পাচত তেওঁ চাঙৰপৰা নামি নিজ টোললৈ আহে ; তেতিয়া আন এগৰাকী কুঁৱৰী গৈ ৰজাৰ লগত খাই-বৈ থাকে। নিজ টোলত থকা কালত কুঁৱৰীসকলে ল'ৰা-ছোৱালীক আলপৈচান ধৰা, নিজ নিজ মেলৰ কাৰ্যকামৰ তদাৰক কৰা, বোৱাকটা ডাঙৰীয়ানী বিষয়ানীসকল আহিলে তেওঁলোকক সোধ-পোছ কৰা আদি কামত ব্যস্ত আছিল। মেলৰ চাংকাকতী, বৰুৱা, ফুকন আদি বিষয়াই অন্যান্য কামৰ উপৰিও কুঁৱৰীসকলৰ বোৱা-কটাৰ সূতা, গুণা, উৰা-চেৰেকী আদিৰ ব্যৱস্থা কৰি দিয়াৰ ভাৰ আছিল। ৰংপুৰৰ তলাতল ঘৰৰ তলৰ এটা খোটালীত কুঁৱৰীসকলে কাপোৰবোৱা শিলৰ তাঁতশালৰ চিন এতিয়াও দেখা পোৱা যায়।

পৰ্বতীয়া কুঁৱৰী আৰু ৰাইদঙীয়া কুঁৱৰী কৰিবৰ কাৰণে স্বৰ্গদেৱসকলে লাহন, সন্দিকৈ, দুৱৰা, দিহিঙীয়া, বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই—এই সাতঘৰৰ যৌৱৎ ছোৱালী আনিছিল। চমুৱা কুঁৱৰী আৰু তামুলীকুঁৱৰী অন্যান্য ফৈদৰপৰাও আনিব পাৰিছিল আৰু কেতিয়াবা অনাহোম হিন্দু পৰিয়ালৰপৰাও ছোৱালী আনিছিল। আহোমৰ ছোৱালী আনিলে চকলং মতে বিবাহ হৈছিল আৰু হিন্দুৰ ছোৱালী আনিলে হিন্দু মতে কৰ্ম কৰিছিল। ৰজাৰ বিয়াত বাপেকেসৈতে কন্যাক ৰজাঘৰলৈ নি তাতে বিয়া পাতিছিল। স্বৰ্গদেৱে দৰাৰ সাজ পিন্ধি প্ৰজাৰ ঘৰলৈ কন্যাপ্ৰাৰ্থী হৈ যোৱাৰ নিয়ম নাছিল, যেহেতু দেশৰ সকলো প্ৰাণীয়েই ৰজাৰ অধীন। চকলং বিয়াত দেওধাই পণ্ডিতে দৰা স্বৰ্গদেৱক এইদৰে বুজনি দিছিল, "স্বৰ্গদেৱে অমুকী আইদেৱক কুঁৱৰী কৰি লৈছে। দুখ-মৰমৰ গৰাকী স্বৰ্গদেৱেই হৈছে। গুৰু-গোসাঁই সকলো স্বৰ্গদেৱেই আৰু প্ৰতিপালো স্বৰ্গদেৱে নকৰিলে দোষে পাব, সকলো প্ৰকাৰৰ ৰক্ষা কৰাৰ গৰাকীও স্বৰ্গদেৱেই হৈছে।" কন্যাক

অৰ্থাৎ নকৈ হ'ব খোজা আইকুঁৱৰীদেৱক কোৱা হৈছিল, "স্বৰ্গদেৱক মৰম-ৰেখা কৰিবা, যেই কয় তাকে মানিবা। অসূয়া-অপ্ৰীতি নকৰিবা। আপোনাৰ শৰীলতকৈও অধিক আদৰ কৰিবা। দেৱ-দেৱতা যেনেকৈ স্বৰ্গদেৱক ভাবি থাকিবা। অমুক-অমুকজনা আইকুঁৱৰী দেৱতা পূৰ্বে অমুকজনা স্বৰ্গদেৱৰ এনে প্ৰীতিকৰ আছিলে, এনে-তেনে কাম কৰিছিলে, এতিয়াও সেইদৰে কৰিব লাগে।"

অসমৰ স্বৰ্গদেৱ আৰু সম্ভ্ৰান্ত মানুহে বহুবিবাহ কৰিছিল। মাদুৰিয়াল লাইথেপেনা বৰগোহাঁইৰ একুৰি তিনিগৰাকী ভাৰ্যা আছিল বুলি শুনা যায়। আজি কালি পা-পইচা আৰ্জি খোৱাৰ দিনত আৰু পশ্চিমীয়া একবিবাহৰ আদৰ্শৰ প্ৰভাৱত বহুবিবাহ দেশৰপৰা গুচাৰ দৰে হৈছে। আগৰ দিনত ঘৈণী আৰু ল'ৰা-ছোৱালী সৰহ থাকিলে খেতি-বাতি কৰা আৰু ঘৰ-সংসাৰ চলোৱাত সহায় হৈছিল। কথাতে কৈছিল বোলে, "ভঁৰালৰ আগচোতাল সাধিলেও এজনী মানুহক প্ৰৱন্তি দিব পাৰি।" ভঁৰালত ধান, বাৰীত তামোল-পাণ, পুখুৰীত মাছ, ঘৈণী, জীয়ৰী-বোৱাৰী কাপোৰ-কানি বোৱা-কটা আৰু ভুঁই-ৰোৱা ধানু-দোৱাত ব্যস্ত। গতিকে ল'ৰা-ছোৱালী আৰু তিৰোতাৰপৰা পৰিয়ালৰ উপাৰ্জনহে বাঢ়িছিল। উঠন ল'ৰা-ছোৱালীৰ সংখ্যা সৰহ হ'লে গৃহস্থই বেছি মাটি আবাদ কৰিবলৈ সাহ কৰিছিল, আৰু অসমীয়া প্ৰজাপুঞ্জৰদ্বাৰাই আমাৰ এই কৃষিপ্ৰধান দেশৰ সুবিস্তৰ মাটি চাহ হৈছিল। যুদ্ধ-বিগ্ৰহ বা অন্যান্য ৰাজকাৰ্যত কোনো কথাতে মানুহৰ কমি নহৈছিল। প্ৰজা-সংখ্যা টনকিয়াল থকাৰ কাৰণে আগৰ দিনত ৰজাই অতি কম খৰচত আৰু অতি কম সময়ৰ ভিতৰতে দুৰ্জয় পুখুৰী, গড়, আলি, মথাউৰি নিৰ্মাণ কৰা হৈছিল। জয়দৌল আৰু এশএকুৰি পুৰা মাটি জোৰা জয়সাগৰৰ পুখুৰী, দুকুৰি-পাচ দিনৰ ভিতৰত সজা হৈছিল। আগৰ দিনত এজন মানুহে দুকুৰি বছৰ বয়সত কাণসমনীয়া পুতেকক সাৰথি পাই সংসাৰৰ উন্নতিত কাঢ়ি-পাৰি লাগিব পাৰিছিল। বৰ্তমান যুগৰ শিক্ষাৰ দিনত এজন ল'ৰাক সাত বছৰৰপৰা পঁচিশ বছৰলৈকে এই সুদীৰ্ঘ ওঠৰ বছৰ কাল বাপেকে খৰচ-পাতি দি পঢ়াওঁতে জুৰুলা হয়। তাৰ পাচতো সেই ল'ৰাই যে কিবা আৰ্জিব পাৰিব তাৰো নিশ্চয়তা নাই। অসমীয়া প্ৰজা-সংখ্যা কম হোৱাত আৰু খেতি-বাতিৰফালে মানুহৰ আসক্তি কমি অহাত অসমৰ বহুত মাটি ছননি পৰি গ'ল। আৰু সেই ছনপৰা মাটিত বিদেশীয়ে বসতি কৰি ৰঘুমলা হৈ ঘাই গছৰ জীপ্ কাঢ়ি নিছে।

বহুবিবাহত মানুহ ইন্দ্ৰিয়াসক্ত আৰু ভোগবিলাসী হৈ অন্যান্য কামৰ নিমিত্তে অকামিলা হয়, এই অভিযোগ ভাৰতৰ চুলতান মহাৰাজা সকলোৰে বিৰুদ্ধে অনা হৈছে। কিন্তু বুৰঞ্জীবিদসকলে কয় যে তেওঁলোকে ইমান ক্ষমতাৰে ৰাজকাৰ্য চলাব পাৰিছিল যে তেওঁলোকক ইন্দ্ৰিয়াসক্ত বুলি ধৰিব নোৱাৰি। তেওঁলোকে শৰীৰৰ শক্তি অটুট ৰাখিছিল। নামত বহুস্ত্ৰী কিন্তু কাৰ্যত তেওঁলোকে একস্ত্ৰীৰ দৰে চলিছিল। বহুস্ত্ৰী তেওঁলোকৰ পক্ষে অনিবাৰ্য আছিল। কন্যা প্ৰদান বা কন্যা গ্ৰহণ কৰি দেশ-বিদেশৰ ৰজা বাদশ্যাহৰ লগত মিত্ৰতা স্থাপন কৰা ধৰা-বন্ধা নীতি আছিল। জয়ন্তা, কছাৰী, কোচবিহাৰ, কমতা, মণিপুৰৰ কন্যা আহি অসম ৰজাৰ কাৰেঙৰ শোভা বৰ্দ্ধন কৰাৰ কথা বুৰঞ্জীত অলেখ পোৱা যায়। আগৰ দিনৰ শাস্ত্ৰকাৰসকলে ভালকৈ বুজিছিল যে একস্ত্ৰীক হৈ ইন্দ্ৰিয় সংযম কৰিব নোৱাৰি ব্যভিচাৰী হৈ ফুৰাতকৈ বহুবিবাহী হোৱা শতগুণে শ্ৰেয়। আগৰ দিনৰ

বহুবিবাহৰ দিনত অসমীয়াই যিখিনি কৰিলে, আজিকালি একত্ৰী সম্বল কৰি তাৰ এক ধনিষ্ঠামানো সম্পাদন কৰিব পৰা নাই।

ৰজা আৰু কুঁৱৰীসকলৰ ভিতৰুৱা জীৱনৰ এটি চিত্ৰ আগৰ ভাষাৰে আমি তলত তুলি দিলোঁ। প্ৰমত্তসিংহ স্বৰ্গদেৱৰ পুতেকটিক লক্ষ্মীসিংহ স্বৰ্গদেৱে তিপমীয়া গোহাঁই পাতি লগতে ৰাখিছিল। তিপমীয়া গোহাঁইদেৱে স্বৰ্গদেৱক মাৰি ৰাজ ল'ব খুজিছে, এনে ষড়যন্ত্ৰ কৰাৰ কথা থকা কাকত এখনি গোহাঁইদেৱৰ কোঠালীত বন কৰা সহিতা লিগিৰীয়ে কলিতা ফুকনক দিয়ে। এনেতে স্বৰ্গদেৱে মুখ ধোৱা সোণৰ ভোগজৰাত চুণৰ আঁক এটা দেখা পাই তিপমীয়া গোহাঁইৰ দ্ৰোহৰ কথা মনত পৰিল। স্বৰ্গদেৱে ভাবিলে যে কিবা কু-কৃত্য কৰি স্বৰ্গদেৱক মাৰিবৰ মনেৰেহে সোণৰ ভোগজৰাত চুণৰ আঁক দিয়া হৈছে। ভোগজৰা মাজিকুজি যথাস্থানত থোৱাৰ বাব আছিল তামুলী লিগিৰী লংকলি আৰু জৰাধৰা লিগিৰা মোহন এই দুজনাৰ। স্বৰ্গদেৱৰ আৰু দুজনী লিগিৰী আছিল। ৰূপহী আৰু চান্দমতী। এই ৰূপহীৰে, চান্দ আৰু পৰ্বতীয়া কুঁৱৰীৰে একে পিত্ত একে আলচ আছিল। পৰ্বতীয়া কুঁৱৰীয়ে চাওডাঙৰ চমুৱা এটাৰ হাতত তিপমীয়া গোহাঁইলৈ ভাল দ্ৰব্যখন পালে পঠিয়াই দিছিল আৰু পত্ৰাদিও চলাচল কৰিছিল। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ আৰু তিনিগৰাকী কুঁৱৰী আছিল—বৰকুঁৱৰী, ন-কুৱৰী কৃষ্ণপুৰীয়া আৰু তামুলী কুৱৰী কালিন্দ্ৰী। ভোগজৰাত চুণৰ আঁক কোনে দিলে এই কথা উলিয়াবলৈ স্বৰ্গদেৱে পাবেমানে যত্ন কৰিছিল।

"৺দেৱে ন-কুঁৱৰী কৃষ্ণপুৰীয়াকে, তামুলী কুঁৱৰী কালিন্দ্ৰীকে, পৰ্বতীয়া কুঁৱৰীকে, চান্দতে ৰূপহীতে সুধিব দিলত ৰূপহীক গালত চৰায়ো সুধিছিল, তথাপি সৈ নকৰিলে। সেই লেখাত ৺দেৱক হীৰা খুৱাই মাৰিবলৈ ইবোৰলৈ লেখিছিল, আৰু প্ৰীতি-চলোৱা কথাও লিখিছিল। এইৰূপে ইবোৰত স্বৰ্গদেৱে বৰমৰুজত বহি ইবোলাক দুজনা আইকুঁৱৰীদেৱৰ হতোৱা সোধাইছিল দিনচেৰেকো।

"পাচে এনেতে এদিন ৺দেৱে ৰৰমৰঙৰ মিচাঙত বহি তিনিপৰীয়া গা ধোওঁতে বুদু লিগিৰীয়ে পানী আগবঢ়াই দিওঁতে ৺দেৱে বুলিলে বোলে, 'আজি হাতী যুঁজাবলৈ যাওঁ।"

"বুদুৱে নুশুনি বোলে, 'স্বৰ্গদেউ কাকনো হাতী গচকাই মাৰিবলৈ ভিতৰলৈ আনিব দিছে হাতী?"

"৺দেৱে পেংলাইকৈ বোলে, 'মোৰ অহিত চিন্তা তহঁতকে হাতী গচকাই মাৰিম আজি।"

"পাচে বুদুৱে সেই বাক্যকে স্বৰূপ মানি পৰ্বতীয়া আইকুঁৱৰীদেৱত ক'লেগৈ বোলে, 'দেৱতা, ৺দেৱে তোমাক হাতী গচকাই মাৰিবলৈ আজি ভিতৰলৈকে হাতী আনিব খুইছে।"

"পাচে আইকুঁৱৰীদেৱে অতি ভীত হৈ তামুলী-কুঁৱৰীৰ ভৰিত পৰি বোলে, 'বাই, তুমি মোক ৰাখা, মোক হনু আজি হাতী গচকাই মাৰে।"

"পাচে তামুলী-কুঁৱৰীয়ে গৈ এইৰূপে স্বৰ্গদেৱত সুধিলত ৺দেৱে বোলে, 'মই বোলো হাতী যুঁজাবলৈ যাওঁ।' বুদুৱে বোলে, 'কাক মাৰিবলৈ হাতী আনিবলৈ দিছা?' মই

ৰংকৈ বোলোঁ, 'মোৰ অহিত চিন্তা তহঁতকে মাৰিবলৈ আনিব দিছোঁ।' মই এনেকৈ ৰংকৈ বুলিলো। কাহানি পৰ্বতীয়া কুঁৱৰীক মাৰিব খুইছোঁ বুলি তাইত কৈছোঁ ? পৰ্বতীয়া কুঁৱৰীয়ে মোক কি কৰিছে ?'

" পাচে এইৰূপে তামুলী-কুঁৱৰীয়ে আহি ৺দেৱৰ মুখৰ কথা পৰ্বতীয়া কুঁৱৰীত কলতহি কিছু পৰ্বতীয়া আইকুঁৱৰীদেৱৰ মনটি থিৰ হ'ল।

"পাচে এদিন ন-কুঁৱৰীৰ উপায়েৰে পৰ্বতীয়া কুঁৱৰীয়ে ৺দেৱ মৰঙ্গ সোমাওঁতে ৺দেৱৰ পাৱ চুই শপত খালে বোলে, 'তুমি দেৱতা যিটো ভাৱিছা মোৰ কায়-বাক্য-মনেও নাই। যদিহে মিছা কৈছোঁ জীটিবো মূৰ খাম, ময়ো তোমাক সেৱা কৰিবলৈ নেপাম, হত্যচিৰী হ'ম।"

"পাচে ৺দেৱে বোলে, 'মইনো তোক কি বুলিছোঁ ?' এনে বুলি।

"তথাপি বেখাৰ কুঁৱৰী দেখি কথাটোও প্ৰজ্বলিত হৈ বাঢ়ে যেন জানি একো নুবুলিলে, চান্দ লিগিৰীকো একো নুবুলিলে। কিন্তু পেটেৰে দুয়োকো সিমান ভাল নেদেখিলে। ৰূপহীক কোঁৱৰ-কিল-চৰ ৩০কৈ মাৰি কাণ এখন কাটি নলনীবাৰীত খেদি থ'লে। তেতিয়াহে ৺দেৱে ভোগজৰাৰ আঁকৰ কথা বুজিলে, তিপমীয়া গোহাঁইদেৱে ৺দেৱক মাৰিবলৈ মন্দকৰ্ম কৰি ৰূপহীৰ হতুৱাই চূণৰ আঁক দিয়ালে বুলি। পাচে এইৰূপে ভালেদিনো গ'ল।"

# একবিংশতি অধ্যায়

# ৰাজ্যৰ অৱস্থা

**ৰাজ্যৰ সমৃদ্ধি :**

মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ আমোলত অসমৰ অৱস্থা কেনে আছিল তাৰ সঠিক আৰু সম্পূৰ্ণ আভাস দিয়া বৰ গুৰু কাম। কাৰণ, ঠিক সেই কালৰ অৱস্থাৰ বিৱৰণী থকা কোনো সমসাময়িক পুথি এতিয়ালৈকে আমাৰ হাতত পৰা নাই। হাতে লিখা বুৰঞ্জীবোৰত যুদ্ধ-বিগ্ৰহ, কটকী অহা-যোৱা, বিষয়া ভঙ্গা-পতা আদি ঘটনাৱলী বৰ্ণিত আছে। কিন্তু প্ৰজাৰ অৱস্থা, ৰাজ্যৰ সুখ-দুখ আৰু ৰাজ্যশাসনৰ বিবিধ অঙ্গৰ কথা তাত সুকীয়াকৈ পোৱা নাযায়। গতিকে বুৰঞ্জীত বিবৃত ঘটনাৱলীৰপৰা অনুমান কৰি, আৰু আগৰ আৰু পাচৰ ৰজাসকলৰ আমোলৰ বিৱৰণীৰ ওপৰত ভিৰ দি ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনৰ ৰাজ্যৰ অৱস্থাৰ আভাস ন'ললে আৰু আন উপায় নাই। প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনৰেপৰা আহোম ৰাজত্বৰ শেষলৈকে আহোমৰ শাসনপদ্ধতি প্ৰায় একেৰকমেই প্ৰৱৰ্তিছিল। ফ্ৰান্সত অষ্টাদশ শতাব্দীৰ শেষভাগত ৰজা আৰু জমিদাৰ ডাঙৰীয়াসকলক কাটি-মাৰি যেনেকৈ গণতন্ত্ৰ স্থাপিত হ'ল আহোম শাসনৰ দীঘলীয়া ছয়-শ বছৰৰ ভিতৰত তেনে কোনো উৎকট পৰিৱৰ্তন হোৱা নাছিল। গতিকে আহোমৰ চিৰপ্ৰচলিত শাসনবিধি ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত চলি আছিল। পুৰণি অসমীয়া পণ্ডিয়ালৰ পুথিচাঙত 'ৰাজনীতি' নামৰ এখন গ্ৰন্থ পোৱা যায়। তাত ডাঙৰীয়াসকলৰ কি বাব, কাৰ কি মৰ্যাদা, কোনে খেৰবিচনী ব্যৱহাৰ কৰিব পাৰে, কোনে জাপিত সোণৰ চুলা লগাব পাৰে, কোনে কোন খুটাত বহে ইত্যাদিৰ তাৰতম্য নিৰূপিত আছে। কিন্তু আজিকালিৰ পাঠকে আহোমৰ শাসন-প্ৰণালীৰ বিষয়ে যিবোৰ কথা জানিব খোজে, তাক প্ৰাচীন 'ৰাজনীতি' গ্ৰন্থত পোৱা নাযায়।*

মোগল সম্ৰাট্ শ্যাহজাহানৰ আমোল ভাৰতত মোগলৰ প্ৰতিপত্তিৰ সৰ্বাতকৈ সমৃদ্ধিশালী যুগ বুলি ধৰা হৈছে। তাৰ প্ৰায় এশ বছৰৰ পাচৰ স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ

---

*শ্ৰীযুত আনন্দৰাম গোহাঁইদেৱে উজনিৰ শ্ৰীযুত জংবাহাদুৰ সন্দিকৈৰপৰা 'ৰাজনীতি' নামৰ পুথি এখন 'বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ'ৰ হাতত দিছিল। সেই পুথিৰ কথাখিনি কাশীনাথ তামুলীফুকন আৰু হৰকান্ত বৰুৱাৰ বুৰঞ্জীত সন্নিবিষ্ট আছে।

ৰাজত্বকালেই আহোম জাতিৰ অসমদেশ শাসনৰ উন্নতিৰ চূড়ান্ত সীমা বুলি ধৰি উক্ত স্বৰ্গদেৱক 'অসমীয়া শ্যাহজাহান' বুলি অভিহিত কৰিব পাৰি। স্বৰ্গীয় ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা ডাঙৰীয়াই তেখেতৰ 'অসম বুৰঞ্জী'ত কৈছে, "ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনেই আহোমবিলাকৰ গৌৰৱৰ শেষ সময়। দেশ সম্পূৰ্ণ আছিল, আৰু কোনো প্ৰকাৰৰ ৰণ-বিগ্ৰহ আদি নোহোৱাত প্ৰজাসমূহৰ বৰ সুখ হৈছিল।"

ৰায়বাহাদুৰ বৰুৱা ডাঙৰীয়াই 'আসাম-বন্ধু' কাকতত প্ৰকাশিত হোৱা 'আগৰদিন আৰু এতিয়াৰ দিন' শীৰ্ষক প্ৰবন্ধাৱলীৰ এঠাইত কৈছে, "ৰাজেশ্বৰসিংহৰ সময়েই আহোম জাতিৰ অসম দেশ শাসনৰ উন্নতিৰ উচচ সীমা। এই সময়ত আহোমৰ বিদেশীয় আক্ৰমণ শেষ হৈছে। এইজনা ৰজাই অনেক চিৰস্থায়ী আৰু সৎকাৰ্য কৰিছিল। তেওঁ সৰ্বপ্ৰকাৰ বিদ্যাৰ উৎসাহদাতা আছিল। তেওঁৰ এইৰূপ সৎকাৰ্যত বকতিয়ালৰ গেন্ধেলা বা কীৰ্তিচন্দ্ৰ বৰবৰুৱাই সজ পৰামৰ্শ দি সাহাৰ্য কৰিছিল। এওঁৰ দিনতে ৰংপুৰ নগৰত দুটা পকী তলাতল ঘৰ আৰু দুতলীয়া ৰংঘৰৰ ওচৰতে সৰু এটি পকী ৰংঘৰ কৰোৱা হ'ল। দশৰথ বহিখোৱা বৰফুকন, কাঠকটীয়া বৰুৱা আৰু ডেকা বৰবৰুৱাই তিনিটা আলি কৰালে। গুৱাহাটীৰ বশিষ্ঠাশ্ৰম, মণিকৰ্ণেশ্বৰ আৰু চিত্ৰাচলত মন্দিৰ কৰোৱা হ'ল। নেঘেৰীটিঙত এটি মন্দিৰ নিৰ্মাণ কৰিবলৈ আৰম্ভ কৰা হৈছিল। মণিপুৰৰ দেশৰ ৰজাই তেওঁৰ জীয়েকক ৰাজেশ্বৰসিংহ ৰজাক বিবাহ দি মিত্ৰতা কৰিলে। দানশক্তিত স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ বিখ্যাত আছিল, এনে কি যেয়েই যেতিয়াই যি খোজে প্ৰায়ে তাকে দিছিল। ৰজাই সময়ে সময়ে শেন মেলা ৰং চাবলৈ যোৱাত, বা আন সকামত বাহিৰলৈ ওলোৱাত কোনো, লোকে ভিক্ষা কৰিলে, তেতিয়াই দান দিয়া হৈছিল। এইজনা ৰজাই অসমীয়া দেৱনাগৰী আৰু পাৰ্চী আখৰেৰে মোহৰ মৰাইছিল। বিদেশীয় ৰজাসকলেসৈতে এইজনা ৰজাৰ মিত্ৰতা কৰা বৰ আদৰণীয় কাৰ্য আছিল। বিদেশীয় লোক আহিলে ভাল স্নেহ কৰি থাকিবলৈ মাটি-বাৰী দিয়া হৈছিল। মণিপুৰীয়া কুঁৱৰীৰ লগত যিবোৰ মানুহ আহিছিল সেইবোৰক দিচৈৰ কোষতে বহুৱাই দিয়া হ'ল। সেই ঠাইক এই পৰ্যন্তে 'মগলুখাট' বোলে। ৰাজেশ্বৰ-সিংহ স্বৰ্গদেৱ ১৬৯১ শকৰ ২০ জেঠ অৰ্থাৎ ইংৰাজী ১৭৬৯ চনৰ ২ জুনত স্বৰ্গী হয়। তাৰ পাচদিনা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ কনিষ্ঠ পুত্ৰ লক্ষ্মীসিংহ স্বৰ্গদেৱ সিংহাসনত উঠিল। এই সময়ত দেশ ধনে-জনে পূৰ্ণ। ইয়াকেই লোকে সুখীয়া বা শান্তিৰ কাল বোলে। লক্ষ্মীসিংহ ৰজাৰ দিনৰপৰা দেশত হুলস্থূল আৰম্ভ হয়। আহোমৰ জয়-পতাকা সেইসময়ত অচল হ'ল। ইয়াৰেপৰা আহোম শ্ৰীভ্ৰষ্ট আৰু পৰাক্ৰমহীন হৈ শেষত ৰাজ্যভ্ৰষ্ট হ'ল।"

কেপ্টেইন ওৱেলচৰ অসম-অভিযানৰ বুৰঞ্জী প্ৰণেতা মেজৰ জেনেৰেল চাৰ জেমচ্ জনষ্টন্ চাহাবে সমসাময়িক কাকত-পত্ৰ চিঠি-চনদ চাই লিখিছে, "খৃষ্টীয় অষ্টাদশ শতাব্দীৰ মাজভাগত অসম দেশৰ উন্নতি আৰু সমৃদ্ধি চৰম সীমাত উঠিছিলগৈ। ৰাজ্যৰ কেউফালে ওখ ওখ আলি আছিল, তাৰ দুয়োফালে জনাকীৰ্ণ গাওঁ-ভুঁই আছিল। প্ৰজা-বোৰে পাইক প্ৰথামতে নানান ৰাজহুৱা কামত লিপ্ত আছিল। দেশত যে মানুহ ঠাচ খাই আছিল ইয়াৰ প্ৰমাণ পোৱা যায় অসমৰ দুৱলীয়া ৰাজধানী ৰংপুৰ নগৰৰ কাষত থকা শিৱসাগৰ, জয়সাগৰ, ৰুদ্ৰসাগৰ, গৌৰীসাগৰ আৰু অথাইসাগৰ নামৰ পাঁচোটা বিয়াগোম পুখুৰীৰপৰা। কাৰণ, এইবোৰ পুখুৰী আদি নিৰ্মাণ কৰোতে অপৰ্যাপ্ত মানুহ নিযুক্ত কৰিব

লগাত পৰিছিল। এই পাচোঁটাতকৈ সৰু সৰু পুখুৰী ৰাজ্যৰ নানা ঠাইত সিঁচৰতি হৈ পৰি আছে। প্ৰতিডোখৰ মনোৰম ঠাইত এটি মন্দিৰ আছিল। তাৰ নকৈ দীক্ষিত হোৱা ৰজাসকলৰ ধৰ্মস্পৃহাৰ প্ৰমাণ পোৱা যায়। সেই মন্দিৰ দেৱালয়ৰ ডবা-ঘণ্টাৰ ধ্বনিয়ে প্ৰজাসকলক শান্তিময় টোপনিৰ কোলাত নিমগ্ন কৰিছিল। দেশৰ প্ৰজা কঠোৰ নিয়মত শাসিত হ'লেও বৰ সুখী আছিল। সিহঁতে নিজদেশত উৎপন্ন হোৱা মোটা কাপোৰ পিন্ধিছিল। সিহঁতৰ যথেষ্ট পৰিমাণে গৰু-ম'হ আছিল। আৰু অসমৰ মাটি ইমান সাৰুৱা আৰু বৰষুণৰ ইমান স্থিৰতা আছিল যে কামৰূপৰ পূব-অঞ্চলত কোনো কালেই আকালৰ নাম শুনা নগৈছিল। দেশৰ প্ৰজাৰ ভিতৰত হিন্দু আৰু নকৈ হিন্দুধৰ্ম গ্ৰহণ কৰা আহোমেই প্ৰধান আছিল। আহোম মানুহ সাধাৰণতে অলপ বগা আৰু তেওঁলোকৰ গালৰ হাঁড় অলপ উন্নত, এই দুই লক্ষণৰদ্বাৰা তেওঁলোকক অন্যান্য হিন্দুৰপৰা চিনিব পাৰি। মাজে মাজে এখন-দুখন মুছলমান গাওঁ দেখিবলৈ পোৱা যায়।"

চাৰ এডোৱাৰ্ড গেইট চাহাবে তেখেতৰ অসম বুৰঞ্জীত কৈছে, "ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত প্ৰজাই দেশত শান্তি ভোগ কৰিছিল আৰু বিদেশীৰ আক্ৰমণৰপৰা অব্যাহতি লাভ কৰিছিল। প্ৰজাসকলে বৰ সুখ আৰু সমৃদ্ধিত কাল যাপন কৰিছিল। কিন্তু তাৰ লগে লগে আগন্তুক অৱনতিৰ চিনবোৰেও লাহে লাহে দেখা দিছিল। অসমীয়াৰ পূৰ্ব-পুৰুষসকলক অনুপ্ৰাণিত কৰা সামৰিক তেজ প্ৰায় একেবাৰে টুটি আহিছিল। আৰু এই ৰজাৰ দিনতে ডাঙৰ বিষয়াসকলে যুদ্ধ-বিগ্ৰহত লিপ্ত হ'বলৈ অনিচ্ছা প্ৰকাশ কৰাৰ প্ৰমাণ পোৱা যায়।"

স্বৰ্গীয় হলিৰাম ফুকন ডাঙৰীয়াই তেখেতৰ বঙ্গালী ভাষাত লিখা আৰু ১৮২৯ খৃষ্টাব্দত প্ৰকাশিত হোৱা অসমৰ ইতিহাসত কৈছে, "ৰাজেশ্বৰসিংহ যুবা, মহাৰসিক ও বিচক্ষণ ছিলেন। দুই জ্যেষ্ঠ ভ্ৰাতাৰ পুত্ৰ ও পৌত্ৰ প্ৰভৃতি বান্ধৱগণ বেষ্টিত হইয়া পৰম সুখে ৰাজ্যভোগ কৰিতে লাগিলেন। তৎকালে ৰংপৰ নগৰ ধন-ধান্য ৰাজলক্ষ্মীতে পৰিপূৰ্ণ হইল। গীত ও ৰসৰঙ্গ ও নৃত্যগীত ও মৃগয়া কৰিয়া অকুতোভয় হইয়া কালযাপন কৰিলেন। আৰ ও তিনি পাৰসী ও নাগৰী, বাংলা আহোম এই কয়েক প্ৰকাৰ অক্ষৰে মুদ্ৰা নিৰ্মিত কৰিয়া প্ৰচলিত কৰাইলেন, এবং যোৰঘটাপূৰ্ব্বক মণিপুৰেৰ ৰাজাৰ কন্যাৰ পাণিগ্ৰহণ কৰিয়াছিলেন, তদৱধি আসাম ৰাজাৰ সহিত মণিপুৰেৰ ৰাজাৰ আত্যন্তিক সৌহাৰ্দ হইল।"

স্বৰ্গীয় মণিৰাম দেৱান বৰভণ্ডাৰ বৰুৱা ডাঙৰীয়াই তেখেতৰ ১৮৩৮ খৃষ্টাব্দত সঙ্কলিত অপ্ৰকাশিত 'বুৰঞ্জী বিবেকৰত্ন' বা অসম বুৰঞ্জীৰ এঠাইত কৈছে—"ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত লোকসকলে মহানন্দী মহোৎসাহীৰূপে প্ৰৱৰ্তিছিল। ৰজাও পৰ্বতীয়া গোস্বামীৰ দীক্ষা গ্ৰহণ কৰি ঈশ্বৰী ভগৱতীৰ সাক্ষাৎ কৰে। তেওঁৰ কুঁৱৰী চৌব্বিশ জনা, তদ্‌ভিন্ন অনেক চমুৱা কুঁৱৰী আৰু গা-চোৱা ৰাখিছিলে। সেই কালত কুঁৱৰী অনেক হোৱাত কেৰনমান মেল নতুনকৈ বন্দোবস্ত কৰি দিয়ে, তদৱধি বাৰেমেল পূৰা হয়। এই ৰজাৰ আমোলত যুদ্ধ পোৱাৰ কাৰণে ঈশ্বৰৰ ওচৰত সকলোৱে প্ৰাৰ্থনা কৰিছিলে। ৰজায়ো যুদ্ধবিগ্ৰহাদি নোপোৱাত অতিশয় খেদযুক্ত হৈছিল।"

১৮৩৪ চনত কৰ্ণেল এডেন্‌ হোৱাইট্‌ চাহাবে তেওঁৰ অপ্ৰকাশিত টোকাৰ মাজত লিখি থৈ গৈছে, "ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত ৰংপুৰ এখন বৰ সমৃদ্ধিশালী

নগৰ আছিল। শাৰী শাৰী ঘৰ আৰু তামোল-পাণ, চৈঙ্গাৰ বাৰী দেখিলে সকলোৰে মন মুহি নিছিল। বজাৰ কাৰেং, বিষয়াসকলৰ বহাঘৰ, খাৰঘৰ, ৰংঘৰ, দেবালয় আদিৰ পূজাৰ উৎসৱত গোটেই ৰংপৰ নগৰ গুলজাৰ হৈ আছিল। মৰাণ আৰু মানৰ উপদ্ৰৱত মানুহে ৰংপুৰ এৰি যোৱাৰ পাচতো আগৰ জমকজমক বাৰীবোৰ হাবীতলীয়া হোৱাৰ সত্ত্বেও পূৰ্ব্বৰ সমৃদ্ধিৰ কথা সোঁৱৰাই দিছিল।"

## ৰাজ্যৰ সীমা আৰু বিস্তৃতি :

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত অসমৰ সীমা আছিল উত্তৰে ভোটৰ পৰ্বত; পশ্চিমে গোৱালপাৰা জিলাৰ হাবৰাঘাট পৰগণা আৰু মানাহ নদী ; পূবে মিচিমি, চিংফৌ আৰু খামটিৰ পৰ্বত ; দক্ষিণে নগা, মিকিৰ, খাছিয়া আৰু গাৰোৰ পৰ্বত। এই চাৰি সীমাৰ ভিতৰত আহোম স্বৰ্গদেৱৰ একচ্ছত্ৰ ক্ষমতা আছিল। ১৬৮২ খৃষ্টাব্দত স্বৰ্গদেৱ গদাধৰসিংহই ইটাখুলি যুদ্ধত মোগল ফৌজাদাৰ মনচুৰ খাঁ নবাবক পৰাস্ত কৰি গুৱাহাটী সমন্বিতে মানাহলৈকে কামৰূপ ৰাজ্য পুনৰ উদ্ধাৰ কৰাৰ দিনৰেপৰা আহোম ৰাজ্য অৱসানলৈকে এই চাৰি সীমা অটুট হৈ আছিল। এই অসম ৰাজ্য দীঘলে প্ৰায় ৭০০ মাইল আছিল আৰু পথালিয়ে কম-বেছি ৬০ কি ৮০ মাইল আছিল, আৰু ইয়াৰ কালি নদ-নদী বাদ দি প্ৰায় তিনিকুৰি হেজাৰ বৰ্গ মাইল আছিল। সেই কালৰ ইংলণ্ডৰ কালি আছিল প্ৰায় আঢ়ৈ-কুৰি হেজাৰ বৰ্গমাইল। * অসমৰ পূবৰপৰা পশ্চিমলৈ দীঘ-লেচাৰীভাৱে সোঁ-মাজেদি ব্ৰহ্মপুত্ৰ নৈ প্ৰবাহিত হৈছে। ব্ৰহ্মপুত্ৰৰ উত্তৰ অঞ্চলক উত্তৰপাৰ বা উত্তৰকোল, আৰু দক্ষিণ অঞ্চলক দক্ষিণপাৰ বা দক্ষিণকোল বোলা হৈছিল। স্বৰ্গীয় গুণাভিৰাম বৰুৱা ডাঙৰীয়াৰ মতে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত অসমৰ প্ৰজা সংখ্যা চৌব্বিশ লাখ আছিল। তেতিয়া তেনে সৰহ প্ৰজা থকাই সম্ভৱ। কাৰণ প্ৰজাসংখ্যা তাকৰ হলে কীৰ্তিচন্দ্ৰ বৰবৰুৱাই অকল দোৱাল মানুহ তুলিযেই দুকুৰি-আঢ়ৈকুৰি হেজাৰ বণুৱা মণিপুৰ অভিযানৰ কাৰণে যুগুত কৰিব নোৱাৰিলেহেঁতেন। বৰ্তমান অসমীয়াৰ প্ৰজাসংখ্যা প্ৰায় কুৰি লাখ। মৰাণ আৰু মানৰ উপদ্ৰৱত বহুত অসমীয়া প্ৰজা নষ্ট হয় আৰু দেশে-বিদেশে ভাগি যায়, বহুতক চিংফৌ আৰু মানে ধৰি নিযে, ইয়ালৈ চাই, আৰু অসমৰ নানা ঠাইত এৰাবাৰী এৰাপুখুৰী এৰা চাপ এৰা ভেটিৰ দৃশ্যালৈ চালে এতিয়াৰ প্ৰজাসংখ্যা তেতিয়াৰ প্ৰজাসংখ্যাতকৈ মাত্ৰ চাৰি লাখৰহে কম আছিল এনে অনুমান কৰিবলৈ টান হয়। তাৰ উপৰিও সেই কালত বহুবিবাহ প্ৰায় সকলো সমাজতে প্ৰচলিত আছিল। আমাৰ মতেৰে দুশ বছৰৰ পূৰ্বে অসমীয়া প্ৰজাসংখ্যা প্ৰায় দেৰকুৰি লাখমান আছিল।

মীৰজুমলাৰ আক্ৰমণৰ সময়ত অসমৰ বিস্তৃতি আৰু প্ৰজাসংখ্যা কিমান আছিল মোল্লা দৰবেশ নামে নবাবৰ সহযাত্ৰী কবি এজনৰ অসম বৰ্ণনাৰপৰা বুজিব পাৰি, "অসমৰ মানুহে ইমান টালি-ভুলি জানে যে সিহঁতে নিজৰ শৰীৰৰ মাজত পানীৰ বুৰ-বুৰণিৰ দৰে অপৰ্যাপ্ত বতাহ সুমুৱাই থব পাৰে। সিহঁতৰ প্ৰজাৰ সংখ্যা পুনৰুত্থানৰ দিনত কবৰৰপৰা উঠি মনুষ্যসকলতকৈ বেছি। সিহঁতৰ ৰাজ্য সুদূৰ উদয়গিৰিৰপৰা

* ওৱেইড চাহাবে তেওঁৰ অসমৰ ভোগলত (১৮০২ খৃষ্টাব্দ) অসমৰ কালি ৬০ হেজাৰ বৰ্গমাইল বুলি অনুমান কৰিছে। এইটো দেখাতে ভুল। কাৰণ এতিয়াৰ অসম উপত্যকাৰ কালি প্ৰায় ৩০ হেজাৰ বৰ্গমাইল। আগৰ অসম এতিয়াৰ অসম উপত্যকাতকৈ ডাঙৰ নাছিল।

অন্তগিৰিলৈকে ব্যস্ত। এই ৰাজ্যৰ নদ-নদী নৈৰ চৌতকৈ বেছি। ইহঁতৰ কোঁঠৰ সংখ্যা গণিবকে নোৱাৰি, ইহঁতৰ দুৰ্গবোৰ বীৰৰ হৃদয়ৰ দৰে নিৰ্মম, কঠিন আৰু শিলৰ ওপৰত স্থাপিত। এইবোৰ দুৰ্গৰ উচ্চতা দেখি উচ্চতা নিজেই অলৰ-অথৰ হৈছে।" এই বৰ্ণনাত কবিৰ কল্পনা যথেষ্ট আছিল। কিন্তু অসমৰ প্ৰজাৰ আধিক্য আৰু ৰাজ্যৰ বিস্তৃতিৰ কথা উপলব্ধি কৰিহে কবিৰ চিন্তাধাৰা কল্পনামুখী হৈছিল। মীৰজুমলাৰ আক্ৰমণৰ এশ বছৰৰ পাচতো অৰ্থাৎ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনতো অসমৰ অৱস্থাৰ বিশেষ সালসলনি নঘটিছিল।

ৰাজেশ্বৰসিংহ মহাৰাজৰ দিনত অসম ৰাজ্যৰ অৱস্থা যে ধনে-ধানে জয়জয়-মযময় আছিল তলৰ কথাৰপৰা ভালকৈ জানিব পাৰি। বিদেশী ব্যক্তিকৰৰ অলপ ৰং-ধেমালি দেখিয়েই স্বৰ্গদেৱে এহেজাৰ টকা দান কৰিছিল। স্বৰ্গদেৱে তীৰ্থাদি ভ্ৰমণ কৰিবলৈ যাওঁতে মানুহক হেজাৰে হেজাৰে ধন আৰু পেৰাই পেৰাই কাপোৰ-কানি বিলাব পাৰিছিল। ইয়াৰ ডেৰ-কুৰি দুকুৰি বছৰৰ পাচত কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত ৰজাই বঙ্গালী ব্যক্তিকৰৰ ৰং-তামাচা চাই মাখোন দিছিল চাৰিশ টকা। আউনীআটীলৈ যাওঁতে স্বৰ্গদেৱে গোসাঁইক দিছিল সোণ দুটকা আৰু ৰূপ ৩০ টকা, আৰু দক্ষিণপাটতত দিছিল সোণ দুটকা আৰু ৰূপ ৬০ টকা। যুদ্ধ-বিগ্ৰহাদিৰপৰা আজৰি পোৱাত স্বৰ্গদেৱে প্ৰজাৰ হতুৱাই নানান ঠাইত দৌল-দেৱালয় আলি-পুখুৰী কৰাইছিল। কিন্তু এইধৰণৰ ৰাজহুৱা কামৰপৰা দেশৰ আৰ্থিক অৱস্থাৰ কোনো ক্ৰটি নহৈছিল। সম্ৰাট শ্যাহজাহানে তাজমহল মতি-মছজিদ, জুমা-মছজিদ, ময়ূৰ সিংহাসন আৰু নানা ঠাইৰ শালীমাৰ উদ্যান আদিৰ নিৰ্মাণ কাৰ্যত ২৭২।। কোটি টকা খৰচ কৰিছিল, তত্ৰাচ সিংহাসন ত্যাগ কৰাৰ সময়ত ২০ কোটি টকা ৰাজভঁৰালত এৰি যাব পাৰিছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ পাচত আভ্যন্তৰিক বিপ্লৱত দেশ লণ্ডভণ্ড হ'ল, তথাপি গৌৰীনাথসিংহ স্বৰ্গদেৱৰ দিনত কেপ্টেইন ওৱেলচ আৰু তেওঁৰ লগৰ মানুহৰ অসম অভিযানৰ খৰচ ৰূপে অসমৰ ৰাজভঁৰালৰপৰা তিনি লাখ টকা দিয়াৰ বন্দোবস্ত হৈছিল। সমসাময়িক বুৰঞ্জী লিখক শ্ৰীনাথ দুৱৰা বৰবৰুৱাই লিখিছে, "এনেতে কলিকতাৰপৰা বৰচাহাবে 'তাত নেথাকিব' বুলি ডাকতকৈ লিখা এখন দি পঠালে। সেই লিখাত আৰু অনেক লিখিছিল। পাচে কাপ্টানে সেই লিখা পাই যাবলৈ যুক্তি হ'ল। সেইবেলা ৮ৰ ৰংপুৰ বাহৰত যি দ্ৰব্য-বস্তু আছিল, তাক বঙ্গালে নাৱত তুলি ললে। বস্তুৰ লেখা—সোণৰ অলঙ্কাৰ ৪০০,০০০টা, ৰূপৰ ৪০০,০০০টা সোণ ২০,০০০,০০০ টকা। আৰু তাম, কাঁহ, পিতল, বস্ত্ৰ-অলঙ্কাৰ যিমান নিলে তাক লেখি কোনে অন্ত পাব? নাও ২,০০০ খন, দন্তাল হাতী ১টা, মাখুন্দী ১টা, হিলৈ ৪,০০০ টা, এইবোৰ লৈ ১৭১৬ শকৰ জ্যেষ্ঠ মাস সকল চাহাব চিপাহী সৈতে ভটিয়াই কলিকতালৈ গ'ল।"

## মিত্ৰ আৰু কৰতলীয়া ৰাজ্য :

ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত তলত লিখা জাতি আৰু দেশৰে অসমৰ মিত্ৰতা আছিল—চিংফৌ, খামটি, নগা, আবৰ, অকা, দফলা, খাচীয়া, গাৰো, ভোট আদি পৰ্বতীয়া জাতিবিলাক, আৰু কছাৰী, জয়ন্তা আৰু মণিপুৰ ৰাজ্য। ইয়াৰ ভিতৰত চিংফৌ, খামটি, নগা, আবৰ, অকা ডফলা, এইবোৰ জাতিয়ে অসম ৰজাৰ প্ৰভুত্ব স্বীকাৰ কৰিছিল, আৰু সিহঁতৰ দেশৰ উৎপন্ন নানান দ্ৰব্য কৰস্বৰূপে স্বৰ্গদেৱলৈ দিছিল। ১৭৬৭ খৃষ্টাব্দত চিংফৌ আৰু খামটি অসম ৰজাৰ বশলৈ আহিছিল। উপৰোক্ত জাতিবৃন্দৰ মুখিয়াল মানুহে অসমৰ ৰজাৰপৰা বটা স্বৰূপে বছৰেকীয়া বৃত্তি

পাইছিল, আৰু এই বাবে ৰজাঘৰৰপৰা বছৰি প্ৰায় ৩৫,০০০ টকা খৰচ গৈছিল। এইদৰে বৃত্তি আদি দিয়াত কেতিয়াবা হীনদেৱি হলে সিহঁতে নামনীলৈ আহি অসমৰ প্ৰজাৰ ওপৰত উপদ্ৰৱ কৰিছিল। তাক নিবাৰণ কৰিবৰ নিমিত্তে অসম-সীমান্তৰ ঠায়ে ঠায়ে কোঁঠ পাতি সৈন্য-সেনা থোৱা হৈছিল, আৰু সিহঁতক হাত কৰিবৰ উদ্দেশ্যে ডাঙৰ ডাঙৰ লোকক অসমীয়া উপাধি দিয়া হৈছিল, আৰু তেওঁবিলাকেও স্বৰ্গদেৱৰ বশবৰ্তী হৈ থাকিম বুলি শপত খাইছিল। সেই শপত ভঙ্গ কৰি অন্যথা কৰিলে উপহাৰৰ বস্তু দিয়া নহৈছিল। কোনোবাই এইবোৰ আবৰি জাতিক বৰাই দিব পাৰিলে ৰজাঘৰৰ বিশেষ সন্মান আৰু অনুগ্ৰহৰ পাত্ৰ হৈছিল। কছাৰী আৰু জয়ন্তা ৰজাই স্বৰ্গদেৱক বছৰি নিয়মিত কৰ শোধাব লগাত পৰিছিল, আৰু স্বৰ্গদেৱৰ বিৰুদ্ধে কোনো অন্যায় আচৰণ নকৰিবৰ অৰ্থে তেওঁলোক দুয়ো প্ৰতিজ্ঞাবদ্ধ আছিল। পূৰ্বৰ প্ৰতীজ্ঞাৰপৰা কিঞ্চিৎমাত্ৰ স্খলিত হলেও স্বৰ্গদেৱৰপৰা প্ৰাপ্য অনুগ্ৰহৰো তাৰতম্য ঘটিছিল। প্ৰমত্তসিংহ স্বৰ্গদেৱৰ অভিষেকৰ সময়ত কছাৰী আৰু জয়ন্তা কটকীক সভালৈ আনিব লাগে নে নালাগে সেই বিষয়ে আলোচনা হোৱাত বুঢ়াগোহাঁই ডাঙৰীয়াই কৈছিল, "জয়ন্তা কছাৰী দুখন ৰাজ্য স্বৰ্গদেৱৰ পুথাও-প্লুলিনৰ থাপিত সাঁচিত। স্বৰ্গদেৱৰ বুপাৰজা সিহঁতৰ অপৰাধ পাই দুয়ো ৰাজ্য মাৰি তাৰ পাত্ৰ-মন্ত্ৰী সমন্বিতে ৰজাক ধৰি আনিলে। সেয়ে যি নিবন্ধ কৰি গ'ল কছাৰী তাতে ৰহিল, জয়ন্তা নৰহিল। কছাৰীক সভা দেখাব লাগে, জয়ন্তাক দেখাবলৈ ভাল নহয়।"

ডফলাক শান্ত কৰি ৰাখিবৰ কাৰণে ডফলা পৰ্বতৰ নামনিত ন-দুৱাৰ অঞ্চলত কিছুমান অসমীয়া মানুহৰ গাওঁ স্থাপন কৰা হৈছিল, এইবোৰ অসমীয়া মানুহক ডফলা-বহতীয়া বোলা হৈছিল। ইহঁতে ডফলাবোৰৰ যাবতীয় কাম-কাজ কৰি দিছিল, আৰু সিহঁতে খেতি কৰা ধানৰ এক অংশ ডফলাক দিব লাগিছিল। এই ডফলা বহতীয়া পোনতে আহোম মানুহ আছিল, কিন্তু ডফলাৰ ওচৰত থাকি ডফলাৰ সাজপাৰ আৰু মাতকথা লোৱাত ইহঁতৰ আচাৰ-ব্যৱহাৰ কালক্ৰমে ডফলাৰ দৰে হৈছিলগৈ। গদাধৰ-সিংহ মহাৰাজে এবাৰ কছাৰীৰ বিৰুদ্ধে যুদ্ধ কৰিবলগীয়া হোৱাত ডফলাৰ সহায় খোজাত এই ডফলা-বহতীয়াৰ নিয়ম কৰি ডফলাহঁতৰ সাহায্য গ্ৰহণ কৰিছিল।

কছাৰী, জয়ন্তা মণিপুৰ, খৈৰামী বা খাছীয়া আৰু ভোটৰ কটকী অসমলৈ আহিলে তেওঁলোকক যথাযোগ্য আদৰ-সন্মান দেখুৱা হৈছিল। এওঁলোকে অসম সোমাই পোনতে ৰহাচকী, জাগি বা গুৱাহাটীত থাকি সেই সেই ঠাইৰ বৰবিষয়াক নিজৰ অভি-প্ৰায় ব্যক্ত কৰিছিল, বিষয়াই স্বৰ্গদেৱৰ অনুমতিৰ কাৰণে সাৰশেষ লিখি উজনিলৈ মানুহ পঠিয়াইছিল। স্বৰ্গদেৱৰপৰা অনুমতি পালেহে কটকী উজনিলৈ যাব পাৰিছিল। প্ৰত্যেক কটকীৰ লগত পাঁচখন চিঠি অহাৰ নিয়ম আছিল; এখন স্বৰ্গদেৱলৈ এখন বুঢ়া-গোহাঁইলৈ, এখন বৰপাত্ৰগোহাঁইলৈ, এখন বৰগোহাঁইলৈ আৰু এখন বৰবৰুৱালৈ। চিঠিত শিৰোনামা লিখোঁতে কিবা ব্যতিক্ৰম হলে বা আন কিবা ব্যতিক্ৰম হলে কটকীক পূৰ্বধাৰণ মতে চিঠি আনিবলৈ দেশলৈ ওভোতাই পঠিওৱা হৈছিল। যথাৰীতি চিঠি আনিলেহে কটকীক যথাবিধি তোলা হৈছিল। পত্ৰত লিখিব নোৱাৰা কথা কটকীয়ে নিজ মুখেৰেই বুজাই কৈছিল, এনে সমাচাৰক মুখ-জেৱানী বোলা হৈছিল। দুয়ো ৰাজ্যৰ ভিতৰত মনোমালিন্য থকাৰ গতিকে কোনো কটকীয়ে অপ্ৰিয় সমাচাৰ দিব লগাত

পৰিছিল, সেইদেখি দেশ-দস্তুৰৰ বিৰুদ্ধে হ'লেও কটকীৰ ভাগ্যত চকা, কোব, কিল, গতা এনে ধৰণৰ শাস্তিও মাজে মাজে ঘটিছিল। কটকীক অপমান কৰা, বা কটকীয়ে অনা পত্ৰ-সমাচাৰৰ সনিধান নিদিয়াটো দুই জাতিৰ মনোমালিন্যৰ কাৰণ হৈ পৰিছিল, আৰু তাৰপৰা যুদ্ধ-বিগ্ৰহাদিও হৈছিলগৈ।

ডাঙৰীয়া আৰু বৰবৰুৱাই নিজৰ বহাঘৰতে কটকী তুলিছিল। স্বৰ্গদেৱে তুলিব লগা হলে এখন বিৰাট মেল পতা হৈছিল, আৰু কটকীৰ আগত যিমান আড়ম্বৰ দেখুৱাব পাৰি তিমান চেষ্টা কৰা হৈছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে নিজৰ বিষয়া আৰু কৰ্মচাৰীৰ প্ৰাচুৰ্য আৰু সাজ-পোছাকৰ বিলাস দেখুৱাবৰ নিমিত্তে নবাৰ কটকী তুলিবৰ বেলিকা আদেশ দিছিল—ডাঙৰীয়া, বৰবৰুৱা, ফুকন, ৰাজখোৱা, বৰুৱা, হাজৰিকা, শইকীয়া, বৰা পাইক পৰ্যন্তে তিনি সাজকৈ বস্ত্ৰ ভিন্নে ভিন্নে সলাই পিন্ধি আয়ামত ওলোৱা-সোমোৱা কৰিব। নোমটেঙৰ নবাৰ কটকীয়ে আচল উদ্দেশ্যৰ সন্তেদ পাই মাথোন কলে, "হয়, ভাই-ৰজাৰ মানুহ বহুত, তথাপি আলিৰ বন মৰা নাই।"

কটকী আহি ৰজাৰ ৰাজধানীত পদাৰ্পণ কৰিলে তেওঁক কাষৰৰ এডোখৰ ঠাইত ৰোজবাজ দি থোৱা হৈছিল। দিনবাৰ খেন চাই কটকী তোলা সভা পতা হৈছিল। সেইদিনা কটকীক বহাঘৰৰপৰা নি ৰজাৰ চ'ৰাত যথাযোগ্য আসনত বহিবলৈ দিয়া হৈছিল। অসমৰ দাঁতিকাষৰীয়া জাতিৰ কটকীৰ ভাষা বুজা বিষয়া ৰজাৰ চ'ৰাত সদাই পোৱা গৈছিল। চিৰিং ফুকনে খামটি, চিংফৌ, ডফলা, নৰা আদি ভাষা বুজিছিল, আৰু মজুন্দাৰ বৰুৱাই বা আন বিষয়াও অন্যান্য জাতিৰ ভাষা বুজিছিল। সভাঘৰত স্বৰ্গদেৱ পাত্ৰমন্ত্ৰী বিদ্যমানে মজিন্দাৰ বৰুৱাই আৰু আন কোনো গা-লগা কৰ্মচাৰীয়ে কটকীক কথা সুধিছিল, আৰু চিঠি মাতি স্বৰ্গদেৱ আৰু বিষয়াসকলক শুনাইছিল। বিশ্বাসী কথা সাধাৰণতঃ চিঠিত লিখা নহৈছিল, কাৰণ কটকীক বধ কৰি বাটত কোনোবাই চিঠি কাঢ়ি নিলে দুই ৰাজ্যৰ আভ্যন্তৰিক কথা শত্ৰুয়ে জানিব পাৰিব। কটকী তোলা সভাত কটকীক আগ কৰি ভেটাই দিয়া বিষয়াই ৰজা বা ডাঙৰীয়াৰ আদেশমতে সুধিছিল, "তুমি যেতিয়া নিজ দেশ এৰি আহা তেতিয়া তোমাৰ ৰজা প্ৰজাসকলক প্ৰতিপাল কৰি ভালে আছিলেনে?" কটকীয়ে কব, "আমি অহাৰ সময়ত দেশ ৰাজ্য প্ৰতিপাল কৰি ৰজা কুশলে আছিল। ইতিমধ্যে কি হৈছে আমি ক'ব নোৱাৰোঁ।" তাৰ পাচত বিষয়াই সুধিব, "ৰজা যে কুশলে থাকিব আমাৰো ইচ্ছা এইহে। কিন্তু কটকী আহিল বা কোন মাহে? ই ঠাই পাবৰে বা কতোদিন হ'ল? পথত বা কি ভয়-ভ্ৰান্তি পাই আহিল?" ইয়াৰ পাচত কটকীয়ে যথাযথ উত্তৰ দিব, তাৰ পাচত মজুন্দাৰ বা আন বিষয়াই সুধিব, "ৰজাই পত্ৰত লেখি যি জনাইছে তাক বুজিছোঁ। কিন্তু ৰজাই মুখজেৱানে কি জনাইছে কটকীয়ে এতিয়া তাক কব লাগে।" তাৰ পাচত কটকীয়ে চিঠিত নথকা কথাখিনি ক'ব। স্বৰ্গদেৱে আৰু পাত্ৰমন্ত্ৰীয়ে সকলো কথা শুনি অৱশেষত কব, "বাৰু, কটকী এতিয়া বহালৈ যাওক, সকলো সমাচাৰ বিদায়ৰ কালত পাব।" ইয়াৰ পাচত স্বৰ্গদেৱে পাত্ৰমন্ত্ৰীসকলেৰে সৈতে পৰামৰ্শ কৰি যথাসময়ত কটকীৰ হাতত মিত্ৰ ৰজালৈ পত্ৰ আৰু সন্দেশ দি পঠাব, আৰু তাৰ লগতে এটি পত্ৰ-চিহ্নও দিব। বিদেশী কটকীয়ে অসমৰ ৰজালৈ অনা বস্তু লেখি-জুখি কাকত কৰি নিৰ্দিষ্ট ভঁৰাৰত থোৱা হ'ব।

মিত্ৰৰাজ্য আৰু কৰতলীয়া ৰাজ্য নাথাকিলে কোনো ৰজাৰ ৰাজপ্ৰকৃতি সম্পূৰ্ণ নহৈছিল। এই দুয়োবিধ ৰাজ্যৰে বেষ্টিত হৈ মাজত স্বতন্ত্ৰবীয়া ৰজা ৰহি এটি মণ্ডল সৃষ্টি হৈছিল। অসমৰ স্বৰ্গদেৱমণ্ডলত সকলো অঙ্গৰ সংৰক্ষণৰ নিমিত্তে চেষ্টা কৰা হৈছিল। মিত্ৰ ৰাজ্য আৰু কৰতলীয়া ৰাজ্য নাথাকিলে ৰজাক লঠামুৰা চুলং যেন দেখা গৈছিল। আহোমৰ কৰতলীয়া ৰজা আছিল—দৰং, ৰাণী, বেলতলা, লুকী, বৰদুৱাৰ, ভোলাগাও, মৈৰাপুৰ, পানতন, বনগাওঁ, বগাদুৱাৰ, ডুমুৰীয়া, নেলী, গোভা, চহৰী, দন্দুৱা, বাৰেপূজীয়া, টোপাকুচীয়া, খাইঘৰীয়া, পাণবাৰী, স'ৰা, মায়ং, খিং, তেতেলীয়া, শালমৰা, গৰখীয়া, বাঘৰা, ন-দুৱাৰ আৰু ভুৰবন্ধা। এইসকল ৰজা যুদ্ধত পৰাস্ত হোৱাৰ পাচত বা স্বইচ্ছাৰে আহোম স্বৰ্গদেৱৰ বশ্যতা স্বীকাৰ কৰিছিল। এই-সকল ৰজাই নিজ ৰাজ্যৰ ভিতৰত স্বাধীনভাৱে বিচাৰ কৰিব পাৰিছিল। অৱশ্যে তেওঁলোকৰ সিদ্ধান্তৰ বিৰুদ্ধে বৰফুকন, বৰবৰুৱা আৰু স্বৰ্গদেৱৰ ওচৰত আপীল চলিছিল। এজন ৰজাৰ মৃত্যু হ'লে স্বৰ্গদেৱে পাত্ৰমন্ত্ৰীৰে সমালোচনা কৰি পূৰ্বৰ ৰজাৰ ভায়েক বা পুতেকক ৰজাৰ গাদীত বহুৱাইছিল। এওঁলোকে ৰজাক বছৰি কৰ সোধাইছিল, আৰু স্বৰ্গদেৱৰ বিশেষ জৰুৰী হ'লে সৈন্য আৰু পাইকৰ যোগান দিছিল। মোগলৰ লগত যুদ্ধত বিশেষৰূপে সহায় কৰাত ৰাণীৰজাৰ পৰা কোনো বছৰেকীয়া কৰ লোৱা নহৈছিল। উপৰোক্ত ৰজাসকলে নিজ নিজ ৰাজ্যত স্বৰ্গদেৱক নোসোধাকৈ মৃত্যুদণ্ড দিব নোৱাৰিছিল। কিন্তু কোনো ৰজাই কেতিয়াবা স্বৰ্গদেৱৰ বিনা অনুমতিৰে মৃত্যুদণ্ড দিলে আহোম ৰজাঘৰত নিৰ্দিষ্ট জৰিমনা সোধালেই সেই অপৰাধৰপৰা মুক্তি পাইছিল। মুঠৰ ওপৰত এইসকল ৰজাই নিজৰ কাৰ্যত সৰ্বপ্ৰকাৰ স্বাধীনতা ভোগ কৰিছিল, মাত্ৰ জৰুৰী কথাত স্বৰ্গদেৱৰ অনুমতি ল'ব লগাত পৰিছিল। এই ৰজাসকলৰ ভিতৰত দৰং, ৰাণী আৰু বেলতলা মুখ্য আছিল, বাকীবোৰক 'সাতৰজীয়া' আৰু 'পাচৰজীয়া' বোলা হৈছিল, কিন্তু কোনজন ৰজা সাতৰজীয়া আৰু কোনজন পাঁচৰজীয়া তাক সঠিককৈ জনা টান।

অসম ৰাজ্যৰ খাচ প্ৰজা, আৰু এই মিত্ৰ আৰু কৰতলীয়া ৰাজ্য সমষ্টিৰ প্ৰজা, আৰু ওচৰৰ দাঁতিয়লীয়া জাতিবৃন্দৰে প্ৰজা, এই তিনিৰ সমাবেশত এটি অভিনৱ জাতি-সংঘৰ সৃষ্টি হৈছিল। ব্ৰাহ্মণৰ সূক্ষ্মদৃষ্টি আৰু ক্ষত্ৰিয়ৰ সামৰিক তেজ এই দুয়োৰে সঙ্গম হৈছিল এই জাতিসংঘৰ মিলনত। এই জাতিবৃন্দৰ সন্মিলনক ৰাজকীয় উদ্দেশ্যত কাৰ্যকৰী কৰাৰ আয়োজন কৰিছিল মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে। এই জাতিবৃন্দক মিত্ৰতা পাশেৰে আবদ্ধ কৰি বৃহৎ অসমীয়া জাতিসংঘ এটি নিৰ্মাণ কৰি এটি বিপুল সৈন্য বাহিনী সৃষ্টি কৰিছিল। সেই সৈন্যৰ সহায়েৰে তেওঁ বঙ্গ আক্ৰমণ কৰিবলৈ মন কৰিছিল, আৰু বঙ্গদিগ্বিজয় সমাপ্ত হোৱাৰ পাচত পাৰিলে দিল্লীলৈকো চোচা মৰাৰ আকাংক্ষা স্বৰ্গদেৱ ৰুদ্ৰসিংহই অন্তৰি পোষণ কৰিছিল। ডফলা গামে ছয়শ সৈন্য লৈ স্বৰ্গদেৱক বিশ্বনাথ বাহৰত যোগ দিছিলহি। জয়ন্তীয়া ৰজাই চৈধ্য হেজাৰ সৈন্য আৰু কছাৰী ৰজাই দশ হেজাৰ সৈন্য সহিতে ৰণলৈ সাজি হৈ আহি স্বৰ্গদেৱ ৰুদ্ৰসিংহক গুৱাহাটীৰ ৰজাদুৱাৰ বাহৰত সেৱা কৰিছিলহি। দৰং, বেলতলা, ৰাণী, নদুৱৰীয়া, টোপাকুচীয়া, ডিমৰুৱা, জয়ন্তা, কছাৰী এইসকলোৰে মোট দুকুৰি হেজাৰ হৈছিল। স্বৰ্গদেৱৰ খাচ সৈন্য হৈছিল তিনিলাখ তিনিকুৰি হেজাৰ। এই বিপুল সৈন্যবাহিনীয়ে খোৱা-বোৱা

থকা-মেলাত কিবা কষ্ট পায় বুলি স্বৰ্গদেৱে বৰ কৰি কৈছিল, "মোৰ নিজৰ সৈন্যৰ কাৰণে একো চিন্তা নাই। কছাৰী আৰু জয়ন্তাৰ সৈন্য-সেনাই যদি কিবা কষ্ট পালে মই মৰণান্তিক বেজাৰ পাম।" ১৬৩৬ শকৰ আঘোণ মাহত এই সৈন্যবাহিনী বঙ্গৰ অভিমুখে যাত্ৰা কৰিবৰ কথা আছিল, কিন্তু ৰজাদুৱাৰ বাহৰতে স্বৰ্গদেৱ লোকান্তৰ হোৱাত অসমীয়াৰ বঙ্গ আৰু দিল্লী অধিকাৰৰ আশা চিৰকাললৈ নিৰ্বাপিত হ'ল। ইয়াৰ সাত বছৰৰ পূৰ্বে আওৰংজেব পাদশ্যাহৰ মৃত্যু হৈছিল। "সন্দিহান সম্ৰাটৰ দীঘলীয়া শাসনৰ ঢৌত মোগল সাম্ৰাজ্যৰ তৰীখনি ডুবোঁ ডুবোঁ। তেনে অৱস্থাত অসমৰ দুৰ্দমনীয়, সুশিক্ষিত, সকলো কামতে পটু, মৰণক তোচ নকৰা, বাঘৰ আগত অগা-দেইয়া কৰা, দুখ ভাগৰ নজনা, বিলাসৰ মুখ নেদেখা, প্ৰলোভনৰ হাত সাৰিব পৰা, অজেয় চাৰিলাখ সৈন্যৰ অধিপতি শ্ৰীশ্ৰীমহাৰাজাধিৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱ আৰু তেওঁৰ লগৰীয়া গোহাঁই, ফুকন, বৰুৱা, হাজৰিকা, শইকীয়া, দৰঙ, কছাৰী, জয়ন্তীয়া, ৰাণী, বেলতলা, টোপাকুচীয়া আদি সামন্ত-নৃপতিসকলৰ সমবেত সমৰশক্তিয়ে ভাৰত-সাম্ৰাজ্যৰ গতি অইনফালে পোনাব পাৰিলেহেঁতেন। তাৰফলে অসমীয়াৰ কৃষ্টি, অসমীয়াৰ সভ্যতাৰ প্ৰভাৱ আজি কুমাৰিকা অন্তৰীপৰপৰা হিমগিৰিৰ পদপ্ৰান্তলৈকে বিস্তৃত হলহেঁতেন। এনে ছেগ, এনে বিচক্ষণ জ্বলন্ত সম্ভাৱনা অসমৰ জাতীয় জীৱনত এয়ে প্ৰথম আৰু এয়ে শেষ।"*

উপৰোক্ত মিত্ৰ ৰাজ্যৰ বাহিৰেও পাটকাই পৰ্বতৰ সিপাৰে থকা নৰা ৰাজ্যৰে সৈতে আহোম ৰাজ পৰিয়ালৰ সদাই মিত্ৰভাৱ চলিছিল। খৃষ্টীয় ১৩ শতাব্দীত চুকাফা স্বৰ্গদেৱে ভাতৃ-বিৰোধ সূত্ৰে নৰা দেশ ত্যাগ কৰি পাটকাই পৰ্বত পাৰহৈ কামৰূপৰ সোমাৰ খণ্ডত টাই জাতিৰ আধিপত্য স্থাপন কৰে। সেইদেখি নৰা ৰাজ্যৰ প্ৰতি আহোম স্বৰ্গদেৱসকলৰ পিতৃ-ৰাজ্য হেন ভাব আছিল। আৰু দুয়ো দেশৰ ৰজাই পৰস্পৰে 'ভাই ৰজা' বুলি সম্বোধন কৰিছিল, আৰু নৰা ৰাজ্যত দুয়োৰে আদি ঘৰ বুলি বিবেচনা কৰিছিল। দুয়ো ৰাজ পৰিয়ালৰ ভিতৰত কুঁৱৰী অনা-নিয়া বৈবাহিক সম্বন্ধও চলিছিল। আহোম ৰজাৰ আপদ-বিপদ হলে বা বহুত দিন খা-খবৰ নাপালে নৰা ৰজা উৎকণ্ঠিত হৈছিল। মানৰ আক্ৰমণৰ পাচত অসমৰ সিংহাসনত আহোম স্বৰ্গদেৱ নোহোৱা কালত 'ভাই ৰজাৰ কি হ'ল' তাৰ সাৰশেষ সমাচাৰ জানিবৰ কাৰণে নৰা ৰজাই অসমলৈ কটকী পঠিয়াইছিল। দূৰদৃষ্টিসম্পন্ন কোনো অসমীয়া ৰাজনৈতিক পুৰুষে বৃহৎ অসমীয়া জাতি সংগঠনৰ চেষ্টা কৰিলে এই নৰা জাতিকো সেই জাতি সংঘৰ অন্তৰ্ভুক্ত কৰি ল'ব পাৰিলেহেঁতেন। ৰাজ্য বিজয় আৰু ৰাজ্য পৰিচালনা এই দুই বিষয়ত নৰা জাতি অতি বিচক্ষণ আছিল। টাই জাতিৰ বুৰঞ্জীত সুপ্ৰসিদ্ধ নানচাত, চিয়েঙমাই বা কেংমাই, মাত্শ্যান, মগাতঙ্গ আদি দেশ নৰা জাতিৰ কীৰ্তিৰে ভৰপূৰ। নৰা জাতিৰ উপাস্য দেৱতা চোমচেং মূৰ্তি আহোম ৰাজ পৰিয়ালৰো কুলদেৱতা আছিল, আৰু এই চোমচেঙৰ পূজা আদি যথাবিধি চলাবৰ কাৰণে আহোম ৰজা ঘৰত বিস্তৃত আয়োজন কৰা হৈছিল।

---

* "বৰ অসম আৰু বুৰঞ্জীৰ বাণী" প্ৰবন্ধ। আৱাহন, ৩য় বছৰ, মাঘ ১৮৫৩ শক, ৩৮৪ পিঠি।

দৰং :

স্বৰ্গদেৱ প্ৰতাপসিংহ মহাৰজাৰ দিনত ১৫৩৬ শকত ফাগুনত পৰীক্ষিত ৰজাৰ ভায়েক বলীনাৰায়ণ কোঁৱৰে স্বৰ্গদেৱৰ ওচৰত শৰণাপন্ন হলহি। প্ৰতাপসিংহ স্বৰ্গদেৱে আশ্ৰিত বলীনাৰায়ণ কোঁৱৰক নিৰ্ভয় দি আৰু কন্যা, গ্ৰাম, হস্তী-ঘোঁৰা, দাস-দাসী আৰু ৰাজযোগ্য অলঙ্কাৰ উপহাৰ দি দৰঙ্গত ৰজা পাতিলে। তেতিয়াৰপৰা বলীনাৰায়ণ কোঁৱৰ ধৰ্মনাৰায়ণ নামে প্ৰখ্যাত হ'ল। এই দৰং ৰাজ্য সদাই অসম ৰজাৰ অধীনত আছিল। দৰংৰজাৰ ৰাজধানী আছিল মঙ্গলদৈ, আৰু এই দেশ চাৰি ভাগত বিভক্ত আছিল—দেশ দৰং, দেশ চতিয়া, চৰদুৱাৰ আৰু নদুৱাৰ। বৃটিছ গবৰ্ণমেণ্টৰ দিনত কড়িয়াপাৰ, খৰিগুমা আৰু কিলিংদুৱাৰ নামে তিনিখন দুৱাৰ দৰঙৰ অন্তৰ্ভুক্ত কৰা হয়। দৰঙ্গ ৰাজ্যৰ সীমা আছিল—উত্তৰে ভোটৰ পৰ্বত; পশ্চিমে বৰনদী; পূবে চাৰিদুৱাৰ, আৰু দক্ষিণে ব্ৰহ্মপুত্ৰ নদ। দৰঙ্গী ৰজাই অসমৰ স্বৰ্গদেৱক বছৰি ছয় হাজাৰ পাইক দিয়াৰ বন্দবস্ত আছিল। এই পাইকে বৰফুকনৰ অধীনত নিৰ্দিষ্ট কাম কৰিছিল। দক্ষিণ গুৱাহাটীত দৰঙ্গী পাইক থাকিবৰ কাৰণে বৰ্ত্তমান পানবজাৰত নিৰ্দিষ্ট বহাঘৰ আৰু টোল আছিল আৰু সেইমতে উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰতো দৰঙ্গী পাইক থকা-মেলাৰ সুবিধা কৰি দিয়া হৈছিল। এজন দৰঙ্গী পাইকে ঘৰৰপৰা খোৰাখোৰাৰ আহিলাপাতি নানি আন এজন পাইকক সলনি কৰে, তাকে "দৰঙ্গী পাইকৰ সম্বল" বোলা হৈছিল। উপৰোক্ত ছয় হাজাৰ নিৰ্দিষ্ট পাইকৰ সংখ্যা কেতিয়াবা কম বেছি হৈছিল, কিন্তু দহ হাজাৰৰ অধিক আৰু তিনিহাজাৰৰ কম নহৈছিল। দৰঙ্গী ৰজাৰ প্ৰজা যোগাব পৰা শক্তি আৰু বৰফুকনৰ দৰকাৰ, এই দুই কথাৰ ওপৰত পাইকৰ সংখ্যা নিৰ্ভৰ কৰিছিল।

শাসন কাৰ্য, ৰাজস্ব, বিষয়া ভঙ্গাপতা, বৃত্তি বিধান দিয়া আৰু দণ্ড বিষয়ে দৰঙ্গী ৰজাই প্ৰাদেশিক স্বাধীনতা ভোগ কৰিছিল। দৰঙ্গী ৰজাই কোনো সম্ভ্ৰান্ত প্ৰজাক গাওঁৰ বুঢ়া-মেথা আৰু পূৰ্বৰ চহৰীয়াসকলৰ সন্মতি লৈ নকৈ চহৰীয়া খিতাপত অধিষ্ঠিত কৰাৰ নিয়ম আছিল। চহৰীয়া হ'ব খোজা জনে জ্ঞাতি-কুটুম্বক আৰু গাওঁৰ মানুহক ভোজ আৰু সাজ-কাপোৰ দিবলগাত পৰিছিল। চহৰীয়া হলে দোলা ব্যৱহাৰ কৰিব পৰা অধিকাৰ পাইছিল। এই প্ৰথা মঙ্গলদৈ আৰু চিপাঝাৰ অঞ্চলত এতিয়াও প্ৰচলিত আছে।

দৰঙৰ সীমান্তত ভোট আৰু ডফলাই উপদ্ৰৱ কৰিলে দৰঙ্গী ৰজা জগৰীয়া হৈছিল। দৰঙ্গী প্ৰজাই দিয়া ধৰকাৰ বৰ্ত্তমান গুৱাহাটীৰ পূবে থকা খাৰঘুলী নামে ঠাইত খাৰঘৰত থোৱা হৈছিল। আৰু সেই ঠাই খাৰ বটা ঘৰত খাৰ তৈয়াৰ কৰা হৈছিল।

আভ্যন্তৰিক কাৰ্যত যদিও দৰঙ্গ স্বতন্ত্ৰ আছিল তথাপি তাৰ শাসনৰ নিমিত্তে বৰফুকন আৰু তেওঁৰ তলে কাম কৰোঁতা সলালগোহাঁই দায়ী আছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনৰপৰা দৰঙ্গ বৰবৰুৱাৰ ভাগত পৰে। লক্ষ্মীসিংহ ৰজাৰ দিনত স্বৰ্গদেৱৰ সন্মুখত সভা-বিদ্যমানে বৰফুকন আৰু বৰবৰুৱাক চপাই আনি চেকীয়াল ফুকনে সুধিলে, "দৰং কাৰ ভাগৰ ?" ইয়াৰ উত্তৰত কটকীইঁতে কলে, "আগেয়ে দৰং আৰু চতীয়া সলাল গোহাঁইৰ ভাগত আছিল, পাচে কীৰ্তিচন্দ্ৰ বৰবৰুৱাই ৰাজেশ্বৰসিংহ স্বৰ্গদেৱক খুজি ল'লে।" কটকীয়ে এনে বুলি কোৱাত ৰাজচৰাতে বৰফুকন আৰু বৰবৰুৱাৰ তৰ্‌কাতৰ্কি লাগিল।

অসম ৰজাই কামৰূপত মাটি-বৃত্তি দান কৰোঁতে তামৰ ফলীত যেনেকৈ "কামৰূপ দেশৰ বৰুৱা, বৰকায়স্থ, চৌধাৰী, পাটোৱাৰী, তালুকদাৰ আৰু ঠাকুৰীয়া আনোসকলে সাৱধানে জানিব," বুলি আৰম্ভ কৰিছিল। তেনেকৈ দৰঙ্গত মাটি-বৃত্তি দিবলৈ হলে "দৰঙ্গ দেশৰ ৰজা ও ৰাজপুত্ৰ ও চহৰীয়া ও হাজৰীকা ও দুৱাৰয়াৰ সকলো সাৱহিতে জানিব" বুলি আৰম্ভ কৰিছিল।

দৰঙ্গৰ ৰজা কৃষ্ণনাৰায়ণে মোৱামৰীয়া বিদ্ৰোহত অসম দেশ লণ্ডভণ্ড হোৱাৰ ছেগতে নিজৰ স্বাধীনতা পাবৰ কাৰণে চেষ্টা কৰিছিল। কিন্তু কিছু দিন যুদ্ধ-বিগ্ৰহৰ পাচত কেপ্‌টেইন ওৱেলচ্‌ৰ হাতত কৃষ্ণনাৰায়ণ পৰাস্ত হয়। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত চাৰি হাজাৰ দৰঙ্গী প্ৰজাই ৮দেৱৰ আজ্ঞামতে কৰা মাটি পিয়লৰ বিৰুদ্ধে গোচৰ দিবলৈ ৰংপুৰলৈ গৈ আৰাও কৰিছিল। তাকে শুনি বৰগোহাঁই, বৰবৰুৱা আৰু মজুমদাৰ বৰুৱায়ে পৰামৰ্শ কৰি স্বৰ্গদেৱৰ আজ্ঞালৈ দৰঙ্গৰ মাটি পিয়ল সম্প্ৰতিকলৈ স্থগিত ৰাখিলে। এই ঘটনাটো বুৰঞ্জীত এনেৰূপে আছে, "আহিনৰ ৩ দিন যাওঁতে দৰঙ্গৰ ঢেঁকেৰী চাৰি হাজাৰমান বৰবৰুৱাক গোচৰ দিবলৈ আহিল। তাকে শুনি বৰবৰুৱাই শেনচোৱা বৰুৱাত কৈ ৰজালৈ ক'লে বোলে, 'ঢেঁকেৰীয়ে পূৰ্বৰ দৰে আহিব নোপোৱা গুচিল। নগৰ ঢেঁকেৰীয়ে নধৰে। আপুনিয়ে কাতো নোকোৱাকৈ চকী-ঘাটী মাৰি আহিছে।" পাচে চাওডাঙ্গৰ শইকীয়া লেফেৰাকে বৰবৰুৱাৰ টেকেলা ৮ টাকে পঠাই ধৰি ওলটাই নিব দিলে। সিহঁতো গৈ গৌৰীসাগৰত পাই ধৰি দুটাক সাঙ্গুৰি ওলটাই নিবলৈ ধৰিলত ঢেঁকেৰীয়ে বৰবৰুৱাৰ টেকেলাহঁতক পাৰেমানে কিলাই মানুহ কাঢ়িলৈ লৰমাৰি আহি বৰদুৱাৰৰ মুখ পাই তাৰেপৰা চাৰিহাজাৰমানে আৰাও কৰিলে। পাচে বৰবৰুৱাৰ পানী-চোৱাতে শেনচোৱা বৰুৱায়ে ঢেকীয়াল ফুকনে ঢেকেৰীৰ গোটাচাৰেকত সুধিলত বোলে, "আমি অহাত নাওবুৰি মৰিছে কেতেখিনি আহিছোঁ-চাৰিহাজাৰমান, পাচতো আহিব। যদি ইবেলি সোধে আমি দৰঙ্গলৈকে যাম। যদি নোসোধে ইয়াতে মৰিবলৈহে আহিছোঁ। বৰবৰুৱাৰ বাৰুৱতি, টেকেলী, দুৱৰীয়া, লগৰ সলাল, ইহঁতৰ হাতত মৰিবলৈ নাযাওঁ।" পাচে বৰবৰুৱাই শেনচোৱা বৰুৱাৰ আগত বোলে, "সুধিম বুলি থাকা। আতে থাকি খাবলৈ নাপাই বন্দি ঢেঁকেৰী আপুনি মৰিব। আমাৰ কি হ'ল?" পাচ দিন যাওতে বৰগোহাঁয়ে, বৰবৰুৱায়ে, মজুমদাৰে আলচি ন-গোসাঁইৰ হতুৱাই কোৱাই ৰাখিলে মাটি পিয়ল।"

দৰঙ্গৰ ৰজাসকল বৰ বিদ্যোৎসাহী আছিল। তেওঁলোকৰ উৎসাহত সভাৰ পণ্ডিতে বুৰঞ্জী আৰু অন্যান্য গ্ৰন্থ প্ৰণয়ন কৰিছিল।

**কামৰূপ:**

প্ৰাচীন কামৰূপ হিন্দুযুগৰ এখনি অতি সমৃদ্ধিশালী আৰু কীৰ্তিশালী ৰাজ্য আছিল। ইয়াৰ বিস্তৃতি আছিল কৰতোয়া নৈৰপৰা শদিয়ালৈকে। কোনো উচ্চাভিলাষী কামৰূপপতি ৰাজাধিৰাজ ৰাজচক্ৰৱৰ্তী হ'বৰ মনেৰে কৰতোয়া সীমা চেৰাই দূৰ-বিদেশলৈকে দিগ্বিজয় কৰি কামৰূপ সাম্ৰাজ্যৰ বিস্তৃতি কৰিছিল। খৃষ্টীয় অষ্টম শতিকাত কামৰূপৰ ৰজা হৰ্ষদেৱে গৌড় ওড্ৰ কলিঙ্গ আৰু কোশল ৰাজ্যৰো অধিপতি আছিল। মূল কামৰূপ বা শদিয়া আৰু কৰতোয়াৰ মাজত থকা কামৰূপৰ অন্তৰ্গত আছিল ব্ৰহ্মপুত্ৰ উপত্যকা, ভুটান, ৰংপুৰ, কোচবেহাৰ, আৰু মৈমনসিংহ জিলাৰ উত্তৰ-পূব অঞ্চল। খৃষ্টীয় ত্ৰয়োদশ শতিকাত ভগদত্ত বংশীয় ৰজাসকলৰ আধিপত্য অস্ত পৰাত

কামৰূপ ৰাজ্য ডোখৰা-ডোখৰ হৈ পৰে। কৰতোয়াৰপৰা বৰনদীলৈকে কমতা নামে এখন ৰাজ্য সংগঠিত হয়। খৃষ্টীয় পঞ্চদশ শতিকাৰ শেষ ভাগত কমতাৰাজ্য ধ্বংস হোৱাত তাৰ পৰিবৰ্ত্তে কিছুদিনৰ পাচত কোচবেহাৰ ৰাজ্য স্থাপিত হয়। চিলাৰায়ৰ পুতেক ৰঘুদেৱ আৰু ৰঘুদেৱৰ পুত্ৰ পৰীক্ষিতৰ দিনত কোচবেহাৰ ৰাজ্য দুভাগত বিভক্ত হয়; কৰতোয়াৰপৰা সোণকোষলৈকে কোচবেহাৰ ৰাজ্য, আৰু সোণকোষৰপৰা বৰ-নদীলৈকে কোচহাজো ৰাজ্য। আহোমৰ দিনৰ কামৰূপ প্ৰদেশ এই কোচহাজোত কৈয়ো অলপ সৰু আছিল, কাৰণ সোণকোষৰপৰা মানাহালৈকে এই ৰাজ্যখণ্ড আহোমৰ তলতীয়া নাছিল। গতিকে সি আহোমৰ কামৰূপ প্ৰদেশৰ বহিৰ্গত আছিল।

এই কামৰূপ প্ৰদেশৰ সীমা আছিল উত্তৰে ভূটান, দক্ষিণে ব্ৰহ্মপুত্ৰ, পূবে বৰনদী, পশ্চিমে মানাহা নদী। ইয়াৰ শাসনকৰ্তা আছিল বৰফুকন। দক্ষিণে কলিযাবৰ পৰ্যন্তে বৰফুকনৰ আধিপত্য আছিল। কামৰূপৰ উত্তৰপাৰ আৰু দক্ষিণপাৰ এই দুযো-খণ্ডৰ পাৰ্থক্য ৰাখিবৰ কাৰণে কেতিয়াবা কেতিযাবা উত্তৰপাৰকে 'কামৰূপ' বোলা হৈছিল, আৰু দক্ষিণপাৰক 'গুৱাহাটী' বোলা হৈছিল। স্বৰ্গদেৱ কমলেশ্বৰসিংহৰ দিনত ১৭২২ শকত কলিয়াভোমোৰা প্ৰতাপবল্লভ বৰফুকনক দিয়া তামৰ ফলিত কামৰূপ আৰু গুৱাহাটী ৰাজ্যৰ স্বকীয়াকৈ উল্লেখ কৰা আছে, "কামৰূপ দেশৰ বৰুৱা, ও বড়কায়স্থ, ও চৌধাৰী, ও পাটোৱাৰী, ও তালুকদাৰ, ও ঠাকুৰীযা, অগয়ৰহসকলেও সাৱধানে জানিব, সন্দিকৈ বংশৰ শ্ৰীগেন্ধেলা বৰফুকনে কামৰূপ গুৱাহাটী দুয়োখন দেশৰ শত্ৰু নিবাৰণ কৰি দেশ সুস্থিৰ কৰা আপাহত শ্ৰীশ্ৰীস্বৰ্গদেৱে প্ৰতাপবল্লভ নাম দি ব্ৰোহত পৰা হৰদত্ত চৌধাৰীৰ মাটি ১১০ পুৰা বহতা মানুহ ১২৮০ টা তিনিপোৱা সহিতে তাম্ৰপত্ৰ কৰি দিলে।" এইমতে দক্ষিণপাৰৰ বেলতলা, ৰাণী, লুকী, পাণবাৰী, ঘুগুৱা, মায়ং আদি সৰু সৰু ৰাজ্য বৰ্তমান গুৱাহাটী নগৰকে কেন্দ্ৰ কৰি গোটেই অঞ্চলকে গুৱাহাটী বোলা হৈছিল। কিন্তু খাইকৈ দক্ষিণে লতাশিল বা পানীচকী, জয়দুৱাৰ, ধৰমদুৱাৰ, দুৱাৰ-গঁড়িলা, পাণ্ডুৰ চকী, আৰু উত্তৰে কাণাইবৰশীবোৱা, শিলাৰ চকী, সিন্দুৰীঘোপাৰ চকী, শৰাইৰ চকী, ইয়াৰ ভিতৰত থকা অঞ্চলকে গুৱাহাটী বোলা হৈছিল। খেনো মানুহে এই খাই গুৱাহাটীক শৰাইঘাটো বুলিছিল, আৰু আজিলৈকে প্ৰাচীন তৰপৰ মানুহে গুৱাহাটী অঞ্চলক শৰাইঘাট বুলিও কয়।

কামৰূপখণ্ড মোগলৰ তলত থাকোঁতে গুৱাহাটী বা হাজোত ফৌজাদাৰ থাকি ইয়াক শাসন কৰিছিল। মোগল সাম্ৰাজ্যৰ অন্যান্য ঠাইৰ দৰে ইয়াৰ ৰাজস্ব বিভাগত, চৌধাৰী বা চৌহৰ্দী, পাটোৱাৰী, আমিন আদি বিষয়াৰ সৃষ্টি হয়, আৰু জাইগিৰি ধনৰ ব্যৱস্থা কৰা হয়। খৃষ্টীয় ১৬১৩ শকত কোচহাজোৰ ৰজা পৰীক্ষিতনাৰায়ণ মোগলৰ হাতত পৰাস্ত হোৱাত তেওঁৰ ৰাজ্য মোগলৰ তলতীয়া হ'ল। সেই সময়ত দিল্লীৰ সিংহা-সনত আছিল সম্ৰাট জাহাঙ্গীৰ পাদশ্যাহ আৰু বঙ্গৰ চুবেদাৰ আছিল কাছিম খাঁ। সম্ৰাটৰ আজ্ঞাৰে নবাব আবদুল্লা-ইচলাম কোচ-হাজোৰ ফৌজাদাৰ হৈ হাজোত থানা কৰি থাকিল। দিল্লীৰপৰা ছেখ ইব্ৰাহিম কড়োৰী আহি কামৰূপৰ পৰগণা বিভাগ কৰি মোগল শাসনমতে ৰাজস্বৰ ব্যৱস্থা কৰা হ'ল। এই নতুন বিলায়তৰ নাম হ'ল কোচ-হাজো। তাৰ তলত চাৰিখন চৰকাৰ হ'ল, প্ৰথম চৰকাৰ কামৰূপ, দ্বিতীয় চৰকাৰ ঢেঁকেৰী, তৃতীয় চৰকাৰ

দক্ষিণকূল, চতুৰ্থ চৰকাৰ বাঙ্গালভূম। চৰকাৰ কামৰূপৰ তলত কোঁৱৰভাগ, পাতিদৰঙ্গ, বজালী, বাস্কা, হাজো, গুৱাহাটী, কছাৰী মোহন আদি মুখ্য কৰি ৪১ খন মোহল আছিল; চৰকাৰ ঢেঁকেৰীৰ তলত খুটাঘাট, পৰ্বতজোৱাৰ, ধুবুৰী, ঘুৰলা, চাপগড়, কোকলাৰ আদি ১৯ খন মোহল; চৰকাৰ দক্ষিণকূলৰ তলত বগৰিবাৰী, চামুৰীয়া, পাণ্ডু, ডুমুৰীয়া, মেছপাৰা, কড়ৈবাৰী, গাড়োমহল আদি ১০ খন মোহল; চৰকাৰ বাঙ্গালভূমৰ তলত বাহেৰবন্ধ, ভিতৰবন্ধ, চান্দিয়ানী আদি কৰি ৫ খন মোহল। মোটৰ ওপৰত কোচ-হাজো বিলায়তৰ চাৰিখন চৰকাৰ আৰু ৭৫ খন মোহল। *

স্বৰ্গদেৱ চক্ৰধ্বজসিংহৰ দিনত ১৬৬৭ খৃষ্টাব্দত লাচিত বৰফুকনে চৈযদা চানা আৰু চৈযদ ফিৰোজক ইটাখুলীত পৰাস্ত কৰি গুৱাহাটী সমন্বিতে কামৰূপ উদ্ধাৰ কৰাৰ পাচত কামৰূপত মোগলৰ শাসন প্ৰথাকে বাহাল ৰখা হয়, আৰু সেই অনুসাৰে স্বৰ্গদেৱে নতুনকৈ চৌধাৰী, পাটোৱাৰী, নিযমকৈ জাযগিৰি ধন নিবন্ধকৈ দিয়ে। প্ৰত্যেক পৰগণাৰ ভিতৰত পৰগণা বুজি দুখনৰপৰা ছখনলৈকে তালুক আছিল, প্ৰতি তালুকত ছখনলৈকে লাট আছিল, আৰু প্ৰতি লাটৰ ভিতৰত তিনিখনৰপৰা ছখনলৈকে গাওঁ আছিল। প্ৰত্যেক পৰগণা এজন এজন চৌধাৰীৰ এলাকাত আছিল, প্ৰতি তালুকত এজন তালুকদাৰ, লাটত ঠাকুৰীয়া, তাৰ তলে কাকতী, সাৰা বা গাওঁবাৰিক আছিল। চৌধাৰীসকলে নিজ নিজ পৰগণাৰপৰা ৰাজহ তুলি ৰজাঘৰত সোধাইছিল। উজনি অসমত প্ৰতি খেলৰ বিষয়া, বৰুৱা বা ফুকনে সেই খেলৰ প্ৰজাৰপৰা ৰাজহ গোটাইছিল আৰু পাইকে ৰজাঘৰত কাম কৰাত দৃষ্টি ৰাখিছিল। কামৰূপৰ শাসন আৰু ৰাজহ প্ৰথাক পৰগণা-বন্দী আৰু উজনি অসমৰ প্ৰথাক খেল-বন্দী বোলা হৈছিল।

উজনি অসমৰ দৰে কামৰূপতো প্ৰতি পাইকে ৰজাঘৰত কাম কৰি দিয়া বাবে দুপুৰা ৰূপিত মাটি বিনকৰে পাইছিল। ইয়াৰ ওপৰে বেছি মাটি খালে পাইকে পুৰাই পতি এটকাকৈ দিছিল। থকা আৰু বাৰীৰ নিমিত্তে পাইকে জুৰিব পৰাকৈ মাটি লৈছিল, তাৰ কাৰণে বছৰি ঘৰমূৰী বা চকমূৰী এটকাকৈ কৰ সোধাব লগাত পৰিছিল। চৌধাৰী-সকলে নিজৰ সংগৃহীত ৰাজহৰ পাঁচ-ভাগৰ তিনি-ভাগ নিজে ভোগ কৰিছিল, আৰু বাকী দুভাগ ৰজাঘৰত দিছিল। ৰজাঘৰত শোধাবলগীয়া ধনক 'জাইগিৰি ধন' বোলা হৈছিল। প্ৰতি পাইকৰ প্ৰাপ্য দুপুৰা নানকৰ মাটিৰ ওপৰঞ্চি মাটি আৰু বাৰী মাটিৰ খাজনা বুলি নিৰ্দিষ্ট কৰতকৈ চৌধাৰীসকলে মাজে সময়ে সৰহকৈ আদায় কৰি প্ৰজাক জুলুম কৰিছিল। গুৱাহাটীৰ বৰফুকনজন অসজ মানুহ হলে চৌধাৰীসকলৰ অত্যাচাৰ বাঢ়িছিল, কাৰণ চৌধাৰীৰ লাভ হলে বৰফুকনৰো লাভ। সেইদেখি লুভীয়া বিষয়াই ধন খৰচ কৰিও বৰফুকন হৈছিল। বদনচন্দ্ৰ হাজাৰাচিং বঙ্গালক ৬০,০০০ টকা দি বৰফুকন পদত বহিছিল, কলিতা ফুকনে লাহনৰ বৰফুকনক পদবী দিয়ানত চাৰি-কৰি হেজাৰ ৰূপ ৰিচপত খাইছিল।

কামৰূপৰ হৰকান্ত শৰ্মা বৰুৱা, বলৰাম ফুকন প্ৰমুখ্যে জনচেৰেক চৌধাৰীয়ে ১৮৫৩ খৃষ্টাব্দত গৱৰ্ণমেণ্টক দিয়া আৰ্জিৰপৰা ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত কামৰূপৰ

* 'কামৰূপৰ বুৰঞ্জী'ৰ ২৭-২৮ পিঠিত মোগলৰ অধীনৰ কোচহাজোৰ সকলো মোগল আৰু পৰগণাৰ তালিকা সন্নিবিষ্ট কৰি দিয়া হৈছে।

ৰাজস্ব প্ৰথাৰ বিষয়ে অলপ আভাস পাব পাৰি, "আসাম-দেশীয় জিলা কামৰূপেৰ অধীন নীচেৰ লিখিত চৌধাৰীআন্ আমাদেৰ নিবেদন এই,—এই দেশেৰ পূৰ্ব্বাধিপতি ৺ শিৱসিংহ মহাৰাজাৰ আমল অবধি গ্ৰস্তৰাজাৰ আমল পৰ্যন্ত বড়িবাৰী ইত্যাদি ভূমিৰ কৰ ছিল না। কেবল ৰূপিত মাটিৰ ফি পূৰায় ৶ তিন আনা, ও বায়তনীতে ৵ দুই আনা, ও ফৰিজতিতে ৴১০ ডেৰ আনা, ও ফি গোট পাইক অৰ্থাৎ ৰায়তেৰ গোধন ফি গোট ১৷৷ ডেৰ টাকাৰ হিচাপে কৰ লইতেছিলেন।"

কামৰূপৰ বহুত মাটি বিনকৰে আৰু আধাকৰে ৰাইজে ভোগ কৰিছিল। পাইকৰ নানকৰ গামাটি, মন্দিৰত দিয়া দেৱোত্তৰ মাটি, সজ্জন ব্ৰাহ্মণ আদিক দিয়া ব্ৰহ্মোত্তৰ মাটি আৰু সত্ৰ আদিত দিয়া ধৰ্মোত্তৰ মাটি, এইবোৰক বাদ দিলে ৰজাঘৰলৈ অতি কমহে মাটি ৰৈছিল। অকল পৰ্বতীয়া ভট্টাচাৰ্য গোসাঁয়েই কামৰূপৰ অদ্ধৰাজ্য ব্ৰহ্মোত্তৰ পাইছিল বুলি প্ৰবাদ আছে। তথাপি ভালকৈ কামৰূপৰ সৰ্বপ্ৰকাৰ খাজনা তুলিব পাৰিলে ৪০,০০০ টকা জাইখিৰি ধন, আৰু সৰ্বমোট দুই লাখ টকাৰো ওপৰ খাজনা ৰজাঘৰলৈ গলহেঁতেন। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিনত দেশৰ অশান্তি অৱস্থাতো জাইগিৰি ধনৰপৰা ৪৪,০০০ টকা ৰাজভঁৰাললৈ গৈছিল।

১৭৯৪ খৃষ্টাব্দত ১২ ফেব্ৰুৱাৰী তাৰিখে কেপ্টেইন ওবেল্চ আৰু মহাৰাজ গৌৰীনাথসিংহৰ এটি সন্ধি হয়। সেই সন্ধিপত্ৰ মতে "শ্ৰীশ্ৰী স্বৰ্গদেৱ গ্ৰিমেণ্ট কৰেণ, বৰফুকন দিবেক, তাহাৰ আমলেৰ মধ্যে ইস্তক কল্যাবৰ নাগাইদ কাণ্ডাৰ চৌকীৰ খাজানা ছুঙ্গা তুটী সমেত বাজা মহৰি ১,৫০,০০০ একলাখ পঞ্চাশ হাজাৰ টাকা হেনৰেবিল কোম্পানিৰ ফৌজেৰ খৰচ কাৰণে যে ফৌজ আসামেৰ মধ্যে আছে। তাহাৰ ছুৰু ১ ফিব-ৰেল—কৰাৰ প্ৰতি ছয় মাহাতে আদা বৎসৰে দুই কিস্তীতে দেবাক ডেড়লাক দিবে ইতি শ্ৰীযুত শিৱদত্ত বৰফুকন।"

এই সন্ধিপত্ৰৰ লগতে বৰফুকনৰ অধীনৰ কামৰূপ ৰাজ্যৰ সকলো ফালৰপৰা পাবলগীয়া খাজানাৰ এখন ফৰ্দও সন্নিবিষ্ট কৰা আছে। তাৰপৰা বুজিব পাৰি যে কামৰূপৰপৰা মুঠ খাজনা ২,০০,৭০০ টকা তুলিব পাৰি ; তাৰ ভিতৰত ইষ্টইণ্ডীয়া কোম্পানিক ডেড় লাখ টকা দিলেও আসামলৈ ৫০,৭০০ টকা ৰৈছিল। খাজনাৰ তালিকা এই—

| | |
|---|---|
| ডুমৰীয়া .... .... .... | ৫,০০০ |
| কামৰূপ (জাইগিৰ ধন) .. .... | ৪০,০০০ |
| দৰং .... .... .... | ৫০,০০০ |
| বেলতলা .... .... .... | ২,৫০০ |
| ৰাণীগাও .... .... .... | ৬,০০০ |
| নদুৱাৰ .... .... .... | ১৫,০০০ |
| চাওগৰীয়া .... .... .... | ২,০০০ |
| চুটীয়া .... .... .... | ২,০০০ |
| চাৰদুৱাৰ .... .... .... | ৬,০০০ |
| ঘিলাধাৰী .... .... .... | ৩,০০০ |
| ৰায়ং আৰু পাণবাৰী .... .... | ৪০০ |

| | | | | |
|---|---|---|---|---|
| খিং | .... | .... | .... | ২,০০০ |
| সাতৰজীয়া | .... | .... | .... | ১,০০০ |
| পাঁচৰজীয়া আৰু বেবেজীয়া | | .... | .... | ১,০০০ |
| নগাওঁ | .... | .... | .. . | ২,০০০ |
| খৰজী | .... | .... | .... | ২,০০০ |
| চন্দৰীয়া | .... | .... | .... | ৪০০ |
| দুৱৰীয়া | .... | .... | .... | ৪০০ |
| কান্দাহাৰ চৌকী বা বঙ্গালহাটৰ কাটল | | | .... | ২০,০০০ |
| | | | সৰ্বমোট | ২০০,৭০০ |

**প্ৰজা আৰু ৰাজস্ব :**

অসম ৰজাৰ দিনত ৰাজ্যৰ ভূমি ৰজাৰ একচেতিয়া সম্পত্তি আছিল ; আৰু মাটি চাহ কৰোতা পাইকৰ অৱস্থা স্বাধীন প্ৰজাতকৈ বন্দীৰ দৰেহে বেছি আছিল। দেশস্থ সকলো বুজন প্ৰজাকে খেলে খেলে ভগোৱা হৈছিল, প্ৰতি খেলত এহেজাৰৰপৰা ছহেজাৰলৈকে মানুহ আছিল । প্ৰতি খেল নানা গোটত বিভক্ত হৈছিল, প্ৰত্যেক গোটত সাধাৰণত চাৰিটাকৈ পাইক বা ৰায়ত আছিল, আৰু প্ৰতি পাইকক 'এপোৱা পাইক' বোলা হৈছিল । প্ৰতি গোটত এটা পাইকে ৰজাৰ নিৰ্দিষ্ট বিষয়াৰ তলে কোনো ৰজাঘৰীয়া কাম কৰি দিব লগাত পৰিছিল । এটা পাইকে তিনিমাহ ৰজাঘৰত খাটি দিছিল, তাৰ পাচত সেই গোটৰ আন এটা পাইকে আগৰ পাইকক সলাই অভৰাই দিছিল । এইদৰে এগোটৰ চাইটা পাইকে সলনা-সলনি কৰি ৰজাঘৰত বছৰিয়াকে কাম কৰি দিয়া নিয়ম আছিল। ইয়াৰ বাবে গোটৰ চাৰিওটা পাইকে গাইপতি দুপূৰাকৈ মাটি বিনকৰে ভোগ কৰিবলৈ পাইছিল। পাইকে ভোগ কৰা এই নানকৰ মাটিত পাইকৰ কোনো স্বত্ব নাছিল, সেই মাটি খেলৰ সম্পত্তি। কোনো পাইক মৰিলে বা খেলৰপৰা বহিৰ্ভুক্ত হলে সি ভোগ কৰা মাটি খেললৈ উভতি গৈছিল। কিন্তু সচৰাচৰ মৃত বা বহিৰ্ভুত পাইকৰ সলনি তাৰ ভায়েক বা ভতিজাক উক্ত পাইকৰ সলনি খেলভুক্ত হৈ কাম কৰিব লগাত পৰিছিল। তাৰ দ্বাৰা পাইকৰ নানকৰ দুপূৰা মাটি এক নিৰ্দিষ্ট পৰিয়ালৰ ভিতৰতে ভোগ দখল হৈছিল। কোনো পাইক মৰিলে বা হেৰালে তাৰ ঠাইত নতুন পাইক নিযুক্ত নকৰাৰ বাবে খেলৰ বিষয়া দায়গ্ৰস্ত হৈছিল। হেৰোৱা পাইকৰ সলনি নতুন পাইকক খেলভুক্ত কৰাক 'পাইকক খাজি থোৱা' বুলি কোৱা হৈছিল। দেশত পাইক হবলগীয়া মানুহৰ সংখ্যা সৰহ হ'লে কিম্বা নিজৰ নিৰ্দিষ্ট খেল এৰি পাইক সিঁচৰতি হৈ পৰিলে সিহঁতক গোটাই নতুন খেল সৃষ্টি কৰা হৈছিল, তেনে খেলক 'বেবেজিয়া' খেল বোলা হৈছিল, নাইবা সেই ওপৰঞ্চি পাইকক খেলে খেলে হেৰোৱা পাইকৰ সলনি খাজি থোৱা হৈছিল।

এগোট পাইকৰ এজনে ৰজাঘৰত কাম কৰি দিয়া সময়ত পাইকৰ নিজা ঘৰত খেতি-বাতি চলোৱা আদি কাম গাৰঁত থকা সেই গোটৰ বাকী তিনিজন পাইকে সমাধা কৰিছিল। তিনিজন পাইকে চাৰিজন মানুহৰ খেতি-বাতি চলোৱা নিমিত্তে গায়েপতি যি উপৰন্ধা হেঁচা পৰিছিল সেই হেঁচাই হৈছিল ৰজাঘৰীয়া প্ৰাপ্য আৰু তাৰ নিমিত্তে প্ৰতি পাইকে দুপূৰা কল্পিত মাটি বিনকৰে ভোগ কৰিছিল। ইয়াৰপৰা এগোটৰ চাইটা পাইকৰ মাজত বৰ ঐক্য ভাব আছিল। বিশ্বাসৰ মানুহ বা মিত্ৰ কুটুম্ব লৈ এগোট

পাইক সংগঠিত হৈছিল। বৰ্তমান অসমত গোটপ্ৰথা অপ্ৰচলিত হ'লেও মানুহে কথাই পতি কয়, 'আমি একেগোট হৈছোঁ' বা 'সিহঁত একে গোট হৈছে।' এই 'গোট' শব্দ 'গোত্ৰ' শব্দৰ উৎপত্তি হৈছে। ৰজাঘৰত ধনেৰে কৰ নিদি, বা উৎপন্ন শস্যৰ কোনো অংশ নিদি, গাৰে খাতি দি পাইকে ৰূপিত মাটি ভোগ কৰা, আৰু ৰজাঘৰীয়া কামৰ বাবে বিনা অৰ্থে ইমান মানুহক বনুৱা বা যুঁজাৰু কাঁড়ি ৰূপে লাভ কৰা এই প্ৰথা অকল অসমতহে প্ৰচলিত আছিল, অসম ৰাজ্যৰ বিয়াগোম বিয়াগোম পুখুৰী, আলি দ'ল আদি এই গুটীয়া পাইকৰপৰাই নিৰ্মিত হৈছিল।

প্ৰতি পাইকে নানকৰৰ দুপুৰা ৰূপিত মাটিৰ উপৰি থকাঘৰ আৰু বাৰীৰ কাৰণে বস্তি মাটি পাইছিল, কিন্তু ইয়াৰ কাৰণে প্ৰতি পাইকে ঘৰমুৰি বা চকমুৰি ৰজাঘৰত এটকাকৈ কৰ দিব লগাত পৰিছিল। কামৰূপৰফালে সেই কৰক 'কাড়ি-কতনা' বোলা হৈছিল ; আৰু উজনি অসমত ইয়াক 'গাধন' বোলা হৈছিল। যদি কোনো পাইকে নিজৰ নিৰ্দিষ্ট নানকৰৰ দুইপুৰা মাটিতকৈ সৰহ মাটি চহ কৰে তেন্তে ওপৰঞ্চি প্ৰতিপুৰা মাটিৰ কাৰণে এটকা ৰূপ ৰজাঘৰত কৰ শোধাইছিল। বিনকৰে পোৱা দুপুৰা মাটিৰ ওপৰত পাইকৰ কোনো স্বত্ব নাছিল, সেই মাটি হৈছে খেলৰ মাটি, আৰু পাইকৰ পাইকান অৱস্থাতহে সেই মাটি পাইকৰ উপভোগ্য। কিন্তু পাইকৰ বস্তি মাটি আৰু বাৰী পাইকে বিক্ৰী বা আন প্ৰকাৰে হস্তান্তৰ কৰিব পাৰিছিল।

অসমত এনেকুৱা কিছুমান মানুহ আছিল যিবিলাকে নিজৰ ঘৰ বা নিজৰ ঠাই বা ব্যৱসায় আদি এৰি থৈ ৰজাঘৰত কাম কৰি দিবলৈ গলে দেশত সামাজিক আৰু অৰ্থনৈতিক লেমেজালি ঘটাৰ সম্ভাৱনা। যথা সোণাৰীয়ে সোণাৰী কাম এৰি তিনিমাহ ৰজাঘৰত খাতি দিব লগা হ'লে উভতি আহি নকৈ সোণাৰীশাল উভিব লাগিব। ইতিমধ্যে তেওঁৰপৰা গহনা-পাতি কৰি নিয়া মানুহে আগৰ সোণাৰীক নাপাই নতুন সোণাৰীৰ ওচৰলৈ যাবলৈ বাধ্য হ'ব। সেইদৰে গোসাঁই-মহন্ত, বিষয়বৰীয়া মানুহ আদিয়ে ৰজাঘৰত পালমতে খাতি দিব নালাগিছিল। এই ধৰণৰ প্ৰজাক 'অপাইকান চমুৱা' বোলা হৈছিল, আৰু গাৰে খাতি দিবলগীয়া পাইকক 'কাঁড়ি পাইক' বোলা হৈছিল। কাঁড়ি পাইক চমুৱা পাইকলৈ উন্নীত হলে কাঁড়ি কাকতৰপৰা তেওঁৰ নাম কটা গৈ চমুৱা কাকতৰ অন্তৰ্ভুক্ত হৈছিল। চমুৱা পাইকে ৰূপিত মাটি আৰু বস্তি মাটিৰ কাৰণে ৰজাঘৰত নিৰ্দিষ্ট কৰ শোধাব লগাত পৰিছিল।

প্ৰতিগোট পাইকৰ মূল পাইকটোক নি যি সমষ্টি কৰা হয় তাক 'মূল মানুহ' বোলা হৈছিল। কেতিয়াবা বিশেষ প্ৰয়োজন হ'লে প্ৰতি গোটৰপৰা দুজন বা তিনিজনো ৰজাঘৰত খাতি দিব লগাত পৰিছিল। গোটৰ দ্বিতীয় মানুহৰ সমষ্টিক 'দোৱাল মানুহ' আৰু তৃতীয় মানুহৰ সমষ্টিক 'তেৱাল মানুহ' বোলা হৈছিল। দোৱাল সমষ্টিৰ ঘাই বিষয়াজনক 'দুৱলীয়া ফুকন' বা বৰুৱা আৰু তেৱাল সমষ্টিৰ পৰিচালকক 'তেৱলীয়া ফুকন বা বৰুৱা' বোলা হৈছিল। কিন্তু তেৱলীয়া বিষয়া নাম বুৰঞ্জীত কাচিতহে পোৱা যায়। প্ৰতি গোটত মূল দোৱাল আৰু তেৱাল মানুহ তোলা হলে চতুৰ্থজন পাইকৰ ওপৰত কামৰ বৰ হেঁচা পৰিছিল, কাৰণ সি অকলে নিজৰ আৰু অনুপস্থিত তিনিজন পাইকৰ খেতি-বাতি চলাব লগাত পৰিছিল। যুদ্ধ-বিগ্ৰহ আৰু প্ৰয়োজনীয় ৰাজহুৱা কামৰ নিমিত্তে মূল দোৱাল আৰু তেৱাল মানুহ তুলিব লগাত পৰিলে দেশত বস্তুৰ দাম নাবাঢ়িছিল বা

কোনো প্ৰকাৰে অনাতন নহৈছিল, কাৰণ যুদ্ধ-বিগ্ৰহৰ পৰিণাম স্বৰূপে প্ৰত্যেক পাইকৰ পৰিশ্ৰম কৰিব পৰা শক্তিৰ চূড়ান্ত সীমাত উপনীত হৈছিল। এই পাইকান পৰিশ্ৰমে দেশক অৰ্থনৈতিক সংকটৰপৰা পৰিত্ৰাণ কৰিছিল।

যুদ্ধ-বিগ্ৰহ আদি সমস্যাৰ কালত তেৰাল মানুহলৈকে ৰজাঘৰত খাতি দিয়াৰ উপৰিও আন এটা প্ৰথা অৱলম্বন কৰা হৈছিল, চাইটা পাইকৰ সলনি প্ৰয়োজন মতে তিনিটা বা দুটা পাইকৰে প্ৰতিগোট সংগঠিত হৈছিল, আৰু তেনে ধৰণৰ সংক্ষিপ্ত গোটৰ মূল বা দোৱাল মানুহ তুলিলেই ৰজাঘৰীয়া কামৰ বাবে প্ৰচুৰ মানুহ উলিয়াব পৰা গৈছিল।

উক্ত গোট প্ৰথা মতে প্ৰতি পাইকে বছৰত এবাৰকৈ খাতি দিব লগাত পৰিছিল, বনুৱা হজুৱা হিচাপেই হক বা ৰণুৱা হিচাপেই হক। সেইদেখি অসমৰ সকলো পাইক ৰজাঘৰীয়া কামত শিক্ষিত হৈ আছিল। কোনো যুদ্ধ-বিগ্ৰহ উপস্থিত হ'লে নিজ গাৱঁত থকা শিক্ষিত পাইকক অস্ত্ৰ-শস্ত্ৰ দি অতি কম সময়ৰ ভিতৰতে যুদ্ধলৈ সাজু কৰি পঠিয়াব পৰা গৈছিল। প্ৰতি গোটত চাৰিওটা পাইকে ৰজাঘৰত কাম কৰি নিজ নিজ গাৱঁলৈ উভতি অহাত গাৱঁলীয়া মানুহৰ মাজত ৰজাঘৰীয়া কথাৰ আৰু লগে লগে ৰাজস্ব সংক্ৰান্ত শিক্ষা প্ৰচাৰ হৈছিল। এই প্ৰথাই অসমৰ বিশেষ উপকাৰ সাধিছিল, আৰু ইয়াৰ দ্বাৰা দেশৰ যাৱতীয় কাৰ্য নিৰ্বিবাদে আৰু নীৰবে সম্পাদিত হৈছিল।

## বিচাৰ আৰু শাস্তি :

আহোমৰ দিনত বিচাৰকাৰ্য শৃঙ্খলাবদ্ধ আৰু পৰিপাটি আছিল। ফৌজদাৰী বিচাৰত গোচৰীয়াই নিৰ্দিষ্ট বিষয়াৰ আগত গোচৰ কৰিছিল। অপৰাধীক টেকেলা বা চাওডাঙে বিচাৰ শেষ নোহোৱালৈকে বন্দীশালত থৈছিল। কোনোবাই গা কৰিলে বা 'জমিন' হলে অপৰাধীক সম্প্ৰতিকলৈ মুক্তি দিয়া হৈছিল। গোচৰীয়াক গোচৰ চলি থকা অৱস্থাত কোনো শাস্তি দিয়াৰ নিয়ম নাছিল। গোচৰ সিদ্ধান্তৰ সময়ত গোচৰীয়াই মিছাকৈ আনৰ বিৰুদ্ধে অভিযোগ কৰিছে বুলি দণ্ডনীয় হৈছিল। নিৰ্দিষ্ট বিষয়াৰ ঠাইলৈ দূৰণিবটীয়া অপৰাধীক বাটত ৰোৱা ঠায়েপতি গড়াল দি টেকেলাই চকুদি থাকিছিল। ন্যায়-সোধা ফুকন বা চ'ৰাৰ কোনো বিষয়াই বিচাৰ কৰিলে সাক্ষীৰ জবানবন্দী কাকতত লিখা হৈছিল। সাক্ষীয়ে কথা কৈ থাকোঁতে বিচাৰক বা সিপক্ষৰ মানুহে কোনো কথা সুধিব পাৰিছিল। বিচাৰকে জনা কোনো কথা সাক্ষীয়ে কলে তাক বিচাৰকে 'হয়' বুলি স্বীকাৰ কৰিছিল। গোচৰৰ বৰ্ণনা আৰু সাক্ষীৰ জবান-বন্দী লিখা কাকত অপৰাধৰ গুৰুত্ব অনুসৰি বৰবৰুৱা বা স্বৰ্গদেউৰ আগত দাখিল কৰা হৈছিল। সেই কাকত পঢ়ি তাৰ ওপৰত যথাবিধি শাস্তি দিয়া হৈছিল। কোনো কোনো স্থলত বৰবৰুৱাৰ সিদ্ধান্তলৈ বাট নাচাই স্বৰ্গদেৱে নিজেই দণ্ড বিহিছিল। কিন্তু এনেধৰণৰ হেতা-ওপৰা কাম কাচিত-কেতিয়াবাহে হ'ব পাৰিছিল। স্বৰ্গদেৱে যনায় বৰবৰুৱাক নোকোৱাকৈ নিজে দণ্ডবিধান কৰিলে দেশৰ দেশ-মন্ত্ৰৰ ভঙ্গ কৰা বুলি দোষাৰোপ হৈছিল। বিচাৰকৰ আদেশমতে অপৰাধীক চাওডাঙৰ হাতত গটাই দিয়া হৈছিল। শাস্তিৰ ভিতৰত তলত উল্লেখ কৰাবোৰ প্ৰধান আছিল—তৰোৱালেৰে কটা, টাঙনীয়াই মৰা, হাতীৰে গচকাই মৰা, তোম বান্ধি পানীত পেলোৱা, ত্ৰিশূলত দিয়া, শালত দিয়া, কৰতেৰে কটা, হিলৈৰ আগত থৈ হিলৈৰ গুলিৰে মৰা, চকু কঢ়া, আঠুৰ ঢকা কঢ়া, নাক-কাণ কটা, বৰ মাজু বা সৰু বটালীৰে কাণ খোলা, কোৰ-কিল-চৰ-গটা, কপালত হাড়ি বা বৰীয়া আঁক দিয়া, ডিঙিত চূণ সনা, কলহ বন্ধা, কোৰ তপতাই গাত দিয়া, তেলত ভজা, কুঠাৰেৰে ফলা, ভুৰত উটাই দিয়া, গেৰেকনিত পেলাই টিকা চোচৰোৱা।

সেইকালৰ অন্যদেশৰ শাস্তিৰ লগত ৰিজায় চালে আমাৰ দেশৰ শাস্তি যে বিশেষ কঠোৰ আছিল এনে বুলিব নোৱাৰি। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত ইষ্ট ইণ্ডিয়া কোম্পানিৰ আমোলতো তলত দিয়া শাস্তিবোৰ প্ৰচলিত আছিল—শূলত দিয়া, নাক-কাণ কটা, হিলৈৰ গুলিৰে মৰা, নাওৰপৰা গটা মাৰি পানীত পেলাই মৰা, মোনাত ভৰাই পানীত পেলোৱা, চাবুকেৰে এশ বেত দিয়া। মহাৰাষ্ট্ৰ বুৰঞ্জীতো পোৱা যায় যে ৰাজেশ্বৰসিংহ প্ৰায় সমসাময়িক দ্বিতীয় মাধৱ ৰাও পেচোৱাৰ আমোলত এটা চুৰিৰ গোচৰত তলত লিখাৰ দৰে শাস্তি দিয়া হৈছিল—মৃত্যুদণ্ড ২০টা মানুহৰ, সোঁহাত আৰু বাও ভৰি কাটিব ১৩টা মানুহৰ, মাথোন সোঁহাত কাটিব ১৪টা মানুহৰ, সোঁহাত আৰু এখন কাণ কাটিব ৪টা মানুহৰ, সোঁহাত আৰু সোঁভৰি কাটিব এটা মানুহৰ, এখন কাণ কাটিব এটা মানুহৰ। সামান্য চুৰিৰ নিমিত্তে খৃষ্টীয় অষ্টাদশ শতিকাৰ শেষভাগলৈকে মৃত্যুদণ্ড দিয়াৰ প্ৰথা ইংলণ্ডতো প্ৰৱৰ্তিত আছিল।

দেৱানী আৰু ফৌজদাৰী গোচৰৰ কাৰণে হিন্দুৰ ব্যৱস্থা শাস্ত্ৰ আৰু দেশাচাৰ মানি চলা হৈছিল। আহোমৰ এখন স্বকীয়া দণ্ডবিধি আছিল বুলি শুনিছোঁ। দেৱানী আৰু ফৌজদাৰী গোচৰৰ কাৰণে স্বকীয়া বিচাৰক থকাৰ প্ৰমাণ পোৱা নাযায়। আগৰ দিনত এই দুই বিভাগৰ পাৰ্থক্য সংৰক্ষিত নহৈছিল। এনেকি অতি উন্নত মৌৰ্য সাম্ৰাজ্যতো ফৌজদাৰী আৰু দেৱানী এই দুই বিভাগৰ পাৰ্থক্য সংৰক্ষিত নহৈছিল।

অস্ত্ৰৰে কাটি প্ৰাণ মৰা বা কোনো প্ৰকাৰে তেজপাত কৰি হত্যা কৰা শাস্তি বিহিবৰ অধিকাৰী একমাত্ৰ স্বৰ্গদেউহে আছিল। তিনিজনা ডাঙৰীয়া, বৰবৰুৱা আৰু বৰফুকনে টোমত বান্ধি পানীত পেলাই বা আনপ্ৰকাৰে ৰক্তপাত নকৰাকৈ অপৰাধীক প্ৰাণদণ্ড দিব পাৰিছিল। খেলৰ কোনো মানুহে অপৰাধ কৰিলে, আৰু সেই অপৰাধ যদি সৰুসুৰা বিধৰ হয় তেন্তে অপৰাধীক খেলৰ বিষয়াই শাস্তি দিব পাৰিছিল।

ৰাজদ্ৰোহ অপৰাধ বৰ সাৱধানেৰে বিচাৰ কৰা হৈছিল। সাক্ষীৰ প্ৰমাণ কাকতত লিপিবদ্ধ কৰা হৈছিল, আৰু সেই কাকতত সাক্ষীয়ে স্বাক্ষৰ বা টিপচহী দিছিল। সাক্ষীয়ে কোৱা কথা সঁচা নে মিছা তাৰ প্ৰমাণ চাবলৈ চা-চৰিয়া নিযুক্ত কৰা হৈছিল। সাক্ষীৰ জবানবন্দী আৰু চা-চৰিয়াৰ মুখে শুনা কথাৰ যদি মিল হ'ল তেন্তে তিনজনা ডাঙৰীয়া আৰু চ'ৰাৰ বৰুৱা ফুকন আদিৰে সমালোচনা কৰি স্বৰ্গদেৱে অপৰাধীহঁতক শাস্তি দিছিল। অপৰাধীক বন্দীশালৰপৰা চ'ৰালৈ আনি বিচাৰ কৰিলে কেতিয়াবা বাটতে দুৰ্যোগ মিলে বুলি তিনিজনা ডাঙৰীয়া বা বৰুৱা ফুকনে বন্দীশালতে সোধ-পোছ কৰিছিলগৈ। স্বৰ্গদেউ গদাধৰসিংহৰ দিনত লানমাখৰৰ বান্দৰফুকন আৰু লক্ষ্মীসিংহৰ দিনত ভদ্ৰসেন বৰবৰুৱাক বন্দীশালতে বিচাৰ কৰা হৈছিল।

শাস্তি বিধান কৰোঁতে সম্ভ্ৰান্ত অপৰাধী, মজ্জাগত 'ঘাগি' বা অথাইত অপৰাধী এই দুই বিধৰ ভিতৰত মাজে মাজে অলপ তাৰতম্য কৰা হৈছিল। দেশদন্তৰ ৰক্ষা কৰি স্বৰ্গদেৱে কোনো এজন ডাঙৰ বিষয়াক শাস্তিৰ হুকুম দিছিল, কিন্তু তেনেজন বিষয়া শাস্তি পাই নিষ্কৰ্মা হ'লে ৰাজ্য শাসনৰ ক্ষতি হয়। এনেস্থলত ৰজাৰ গুৰুস্থানীয় ৰাজমাও, গোসাঁই, বা আন কোনোজনে ৰজাক বৰকৈ টানি ধৰিলে সেই শাস্তি নিদি অপৰাধীক মুকলি কৰি দিছিল। ১৬৯১ শকত মোৱামৰীয়া বিদ্ৰোহৰ আৰম্ভণিত আহোম সেনাপতি

দুৰবাৰ ঘৰত হৰনাথ ভিতৰুয়াল ফুকনে যুদ্ধ নকৰি মৰাণৰ শৰণ লৈছিল বুলি তেওঁৰ বিৰুদ্ধে অভিযোগ অনা হৈছিল। স্বৰ্গদেৱে শাস্তি দিয়ে বুলি হৰনাথ ফুকনে বঙ্গদেশৰ চিলমাৰিত গৈ পলাই আছিল। মৰাণৰ বিদ্ৰোহ উপশম হোৱাত হৰনাথ ফুকন পুনৰ অসমলৈ আহে। সেই সময়ত পৰ্বতীয়া ভট্টাচাৰ্য গোসাঁয়ে স্বৰ্গদেউৰ বিৰুদ্ধে দ্ৰোহ চিন্তিছিল। হৰনাথ ফুকনে নিজগুৰুক আউনীহাটীক এৰি ভট্টাচাৰ্য গোসাঁইত শৰণ লোৱাত আৰু অন্যান্য অপৰাধৰো প্ৰমাণ পাই ফুকনক শাস্তিৰ কাৰণে চাওডাঙৰ হাতত দিছিল। কিন্তু স্বৰ্গদেউৰ গুৰু ন গোসাঁই আৰু বৰবৰুৱাই প্ৰাৰ্থনা কৰিলে স্বৰ্গদেৱে হৰনাথক সেইবাৰলৈ ক্ষমা দিলে। সেই গোচৰতে প্ৰমত্তসিংহৰ পুতেক তিপমীয়া গোসাঁইদেউ ৰাজদ্ৰোহ অপৰাধত অভিযুক্ত হৈছিল। তেওঁৰ বিচাৰত অপৰাধৰ প্ৰমাণ পোৱাত স্বৰ্গদেৱে যথাযোগ্য শাস্তিৰ বিধান কৰিলে। এইখিনিতে ৰাজমাওদেৱে ক্ষমাৰ কাৰণে স্বৰ্গদেউক প্ৰাৰ্থনা কৰিলে। ইয়াৰ উত্তৰত স্বৰ্গদেৱে কলে, "আইচু, মই মোৰসকলৰ লগৰ হে এটা। সকলে যি বোলে তাক নকৰি পাৰোঁ নেকি? আৰু তিপমীয়া গোহাঁয়ে মোৰ শৰীৰকে মাৰিব খুজিলে এইখিনি নুবুজা কিয়? শাস্তি নকৰি নোৱাৰোঁ,—নামাতিবা।" ইয়াৰপৰা বুজা যায় যে ৰাজমাও গোসাঁই বা আন কোনোৱে প্ৰাৰ্থনা কৰিলেই স্বৰ্গদেৱে অপৰাধীক এৰি দিছিল এনে নহয়।

## ৰাজপ্ৰকৃতি আৰু ৰজা :

কৌটিল্যৰ অৰ্থশাস্ত্ৰত ৰাজপ্ৰকৃতি বৰ্ণনা কৰোতে সাতোটা অঙ্গৰ উল্লেখ কৰা হৈছে—প্ৰথম, স্বামী বা ৰজা, দ্বিতীয়, অমাত্য বা মন্ত্ৰী; তৃতীয়, জনপদ বা প্ৰজা; চতুৰ্থ, দুৰ্গ বা কোঁঠ; পঞ্চম, কোষ বা ৰাজভঁৰাল, ষষ্ঠ, দণ্ড বা সৈন্য; সপ্তম, মিত্ৰ। আহোমৰ শাসন-প্ৰণালীতো ৰাজপ্ৰকৃতিৰ এই সাতোটা অৱয়ৱ ৰক্ষা কৰা হৈছিল। তাৰ উপৰিও আহোমৰ শাসনত আৰু এটি অঙ্গৰ বিশেষ প্ৰতিপত্তি আৰু প্ৰভাৱ, সেয়ে হৈছে গুৰুঘৰ। প্ৰজাৰ ওপৰত এই গুৰুঘৰৰ অখণ্ডনীয় প্ৰভাৱ আছিল। এনে কি মাজে মাজে ৰজাৰ প্ৰাপ্য সন্মান আৰু প্ৰভাৱ গুৰুঘৰৰ ভোগ্য হৈছিল।

ৰাজ্যৰ সৰ্বনিয়ন্তা সৰ্বপ্ৰধান পুৰুষ আছিল ৰজা। তেওঁক মানুহে সাধাৰণতঃ 'স্বৰ্গদেৱ' বা 'স্বৰগৰ দেও' বুলিছিল। ৰুচিয়াৰ সম্ৰাটক যেনেকৈ 'জাৰ' বোলা হৈছিল, জাৰ্মানীৰ সম্ৰাটক 'কেইজাৰ' বোলা হৈছিল, বা জাপানৰ ৰজাক 'মিকাদো' বোলা হৈছিল, সেইদৰে 'স্বৰ্গদেৱ' খিতাপ আহোম ৰাজ্যৰ অধিপতিৰ একচেতিয়া সম্পত্তি আছিল। চীন আদি টাইজাতিৰ ৰজাক ইন্দ্ৰ বা ইন্দ্ৰৰ সন্ততি বুলি বিশ্বাস কৰি সকলোকে স্বৰ্গৰপৰা নামি অহা বুলি এই 'স্বৰ্গদেৱ' উপাধিৰে বিভূষিত কৰা হৈছিল। আহোমমতে ৰজাক 'চাওফা' বোলা হৈছিল, আৰু মোগল আদি বিদেশীয়ে অসমৰ ৰজাক 'স্বৰ্গ-মহাৰাজা' বুলি আখ্যা দিছিল।

ৰাজ্যৰ সকলো বিষয় আৰু সন্মান এই ৰজাৰপৰা সম্ভূত হৈছিল। যুদ্ধ-বিগ্ৰহাদি ডাঙৰ ডাঙৰ কাম ৰজাৰ নামে আৱদ্ধ হৈছিল। কিন্তু সকলোকথাতে ৰজাই পাত্ৰমন্ত্ৰীৰে সমালোচনা কৰি সিদ্ধান্ত কৰিছিল। তিনিজনা ডাঙৰীয়া, বৰবৰুৱা চ'ৰাৰ ফুকন আৰু বৰুৱা আদিৰে সৈতে পৰামৰ্শ নকৰাকৈ ৰজাই কোনো ডাঙৰ কামতে হাত নিদিছিল। ৰজাৰ শৰীৰ পবিত্ৰ বুলি পৰিগণিত হৈছিল, কোনোবাই তাক অপঘাট কৰিবলৈ চেষ্টা কৰিলে আইনমতে দণ্ডনীয় হৈছিল।

ৰজাৰ প্ৰধান কৰ্তব্য আছিল প্ৰজাৰ সুখ-দুখ বিচাৰ কৰা। ৰাইজ সুখত থাকিলে ৰজাৰ পুণ্যলাভ, আৰু ৰাইজ দুখত পৰিলে ৰজা দোষৰ ভাগী হৈছিল। তিল-তৰ্জু পৰিমাণে গুণীক পুৰস্কাৰ আৰু দোষীক দণ্ড দিয়া ৰজাৰ কৰ্তব্য আছিল, যাতে ৰাজ্যত সৎকামৰ নিমিত্তে প্ৰজাৰ উৎসাহ বাঢ়ে, আৰু অসৎ কামৰ নিমিত্তে প্ৰজাৰ বিতৃষ্ণা আৰু ভয় জন্মে। প্ৰমত্তসিংহ স্বৰ্গদেৱে সিংহাসনত বহোঁতে সোণাই বুঢ়াগোহাঁয়ে ৰজাক দিয়া উপদেশৰপৰা ৰজাৰ কৰ্তব্যৰ সাৰমৰ্মৰ বিষয়ে বুজিব পাৰি "চাৰিং ৰজা, তোমাক আমি ৰজা পাতিলোঁ। তোমাক মহাপ্ৰভুয়ে ৰাজপদক দিলে। সন্তক পালন, দুষ্টক দণ্ডি, প্ৰাণীৰ সুখ-দুখ বিচাৰ, তোমাৰ ইহে ধৰ্ম। আৰু ডাঙৰ বৃক্ষৰ আশ্ৰয়ত যেনেকৈ তাপ আদিক নাপায়, ককাই ৰজাদেৱৰ আশ্ৰয়তে তেনেকৈ দেৱকো দেশৰ প্ৰজাৰ দোষে-গুণে নাপাইছিল। আজি ধৰি পৰমেশ্বৰে দোষ-গুণৰ আশ্ৰয় কৰালে। যি কাৰ্যৰপৰা দোষ হয়, যি কাৰ্যৰপৰা গুণ হয়, আকৌ স্বৰ্গদেৱে নিয়ম কৰিব লাগে।" মহাসম্ৰাট অশোকেও তেওঁৰ ষষ্ঠ শৈল অনুশাসনত লিখিছিল, "গোটেই জগতৰ কল্যাণ কামনাতকৈ ডাঙৰ কৰ্তব্য নাই। মই যি ক্ষুদ্ৰ যত্ন কৰিছোঁ ইয়াৰ কাৰণ হৈছে প্ৰাণীসমূহৰ প্ৰতি মোৰ যি ঋণ আছে যাতে সেই ঋণৰপৰা মই মুক্ত হ'ব পাৰো।"

ৰজা সিংহাসনত বহিলে দেওধাই আৰু ব্ৰাহ্মণ পণ্ডিতসকলে ৰাজ-কৰ্তব্যৰ বিষয়ে ৰজাক আহোম আৰু হিন্দুশাস্ত্ৰৰ মতে উপদেশ দিছিল। সেই উপদেশৰ সাৰাংশ এই, "দেশস্থ প্ৰজাক আপোনাৰ সন্তানহেন মানি ৰক্ষা কৰিবা। গুপুতে মানুহ পঠাই প্ৰজাৰ কেনে অৱস্থা তাৰ সততে ভু-বাতৰি লৈ থাকিবা। গভাইত অপৰাধীক যথাবিধি কঠোৰ শাস্তি দিবা। সন্ত-শিষ্ট গুণী মানুহক মান-সন্মান কৰিবা। গো-ব্ৰাহ্মণ ৰক্ষা কৰিবা। ছ-কণীয়া পৰামৰ্শতকৈ চাৰি-কণীয়া পৰামৰ্শলৈ বেছি মনোযোগ দিবা, অৰ্থাৎ দুজন বা ততোধিক মন্ত্ৰীয়ে দিয়া উপদেশতকৈ এজন মন্ত্ৰীয়ে তোমাক ভিতৰ-বিশ্বাসত দিয়া মন্ত্ৰণাক বেছি সাৰোগত কৰিবা। কোনো কাৰ্যত বিলম্ব হলে নানান বিঘিনি ঘটে। সকলো কালতে এবাৰ সিদ্ধান্ত কৰিলে অতি সোনকালে সেই সিদ্ধান্তমতে কাৰ্য কৰিবা। অন্যায় অধৰ্ম আচৰি নীতি আৰু ধৰ্মৰ গতিৰোধ নকৰিবা। দেশ-দস্তুৰ, বিষয়া নিয়োগৰ চলি অহা পদ্ধতি, আৰু নানা ফৈদ আৰু পৰিয়ালৰ নিয়মিত মান-মৰ্যাদা সদায় ৰক্ষা কৰিবা। গুপ্ত মন্ত্ৰণা আৰু ষড়যন্ত্ৰ সম্ভেদ পালে তাক তুৰন্তে দমন কৰিবা। ধনগৰ্বী অহঙ্কাৰী মানুহৰ অহঙ্কাৰ বাঢ়িবলৈ নিদিবা। প্ৰাচীন, বাধ্য আৰু কৰ্তব্যপ্ৰিয়, বিশ্বাসী বিষয়া আৰু বন্দী-বেটাক পুৰস্কাৰ আদিৰে সন্তুষ্ট কৰি ৰাখিবা। তোমাৰ অহিতঁ-চিন্তোতাজনক বিষয় ভাঙি খেদাবা। তোমাৰ পুলিন স্বৰ্গদেউসকলৰ কোনো এজনাক তোমাৰ আহি কৰি ল'বা আৰু তেওঁৰ কাৰ্যকামলৈ স্মৰণ ৰাখি নিজৰ সকলো কাৰ্যসম্পাদন কৰিবা। তোমাৰ কৰিব-লগীয়া কাম অনেক। যাতে সকলো কাম সুকলমে সমাধা কৰিব পাৰা, আৰু মাজে মাজে কামৰপৰা জিৰণি ল'ব পাৰা সেইমতে নিজৰ সময় ভাগ কৰি লবা। এটা কথা মনত ৰাখিবা যে নিজ প্ৰবৃত্তিৰ উপাসক হৈ প্ৰবৰ্তো প্ৰজাসকল সোনকালে ধ্বংসপ্ৰাপ্ত হয়। আমাৰ দৰে প্ৰজা, পাত্ৰ-মন্ত্ৰী বিষয়া আদি যদি কেতিয়াবা ৰাজভক্তিৰপৰা পিছলি পৰে তেনেহলে আমাকো যথাবিধি দণ্ড বিহিব। স্বৰ্গদেউ একো অন্যায় নকৰি মনেৰে বিষম চিন্তিলেও আমাক শাস্তি দিবা। ৰাজদ্ৰোহীক সমূলে ধ্বংস কৰিবা। ধৰ্মতকৈ ক্ষমতা ডাঙৰ নহয়; যিসকলে ক্ষমতাৰ অধিকাৰী হৈ দুৰ্বলমানুহৰ ওপৰত অত্যাচাৰ কৰে তেওঁ-

লোকক ধৰি আনি শাস্তি দিবা। চোৰ ডকাইত বিচাৰি উলিয়াবা, তেহে তোমাৰ ভোগ-কালত মানুহৰ সুখ-শান্তি বাঢ়িব আৰু ৰাজ্য নিষ্কণ্টক হব। তোমাৰ বৰচ'ৰাৰ বুঢ়া-মেথা আৰু বিজ্ঞ মানুহৰ লগত নীৰৱে বহি নানা-কথাৰ আলোচনা কৰিবা, আৰু তেওঁলোকৰপৰা ধৰ্মনীতি আৰু সুশাসনৰ পন্থা শিকি-বুজি ল'বা। তোমাৰ উপৰি স্বৰ্গদেউসকলৰ বিধি-বিধান, আইন-কানুন আৰু বুৰঞ্জী আদি আয়ত্ত কৰিবা আৰু মন্দকৰ্মী ৰজাই কি শাস্তি পাইছিল তাকো গমিপিটি চাবা।"

ইন্দ্ৰৰ নাতি খুনলুং আৰু খুনলাই মৰ্তলৈ নামি অহাৰ পূৰ্বে জাচিংফা বা সৰস্বতীয়ে তেওঁলোকক ৰাজকৰ্তব্য বিশ্লেষণ কৰি যি উপদেশ দিছিল আহোম স্বৰ্গদেউসকলৰ মানত সেই উপদেশ শিলৰ খুটি বুলি পৰিগণিত হৈছিল। জাচিংফাৰ উপদেশৰ ওপৰত অসমদেশৰ দেশ-দস্তুৰ, হিন্দুৰ অৰ্থশাস্ত্ৰ আৰু দণ্ডনীতিৰ প্ৰভাৱ পৰিছিল। আহোম আৰু হিন্দু ৰাজধৰ্মৰ আদৰ্শৰ সংমিশ্ৰণত এটি নতুন আদৰ্শ সৃষ্টি হৈছিল। আহোম স্বৰ্গদেউ-সকলে অসমত আৰ্য আৰু মঙ্গলীয় ৰাজধৰ্মৰ আদৰ্শত অসমদেশ শাসন কৰিছিল। কালক্ৰমে এই নতুন আদৰ্শ শৃঙ্খলাবদ্ধ আৰু নিয়মীয়া হৈ পৰিছিল। ৰজাৰ কি কৰ্তব্য সেই বিষয়ে লিপিবদ্ধ কোনো কাকত নাথাকিলেও আহোম স্বৰ্গদেউসকলৰ কৰ্তব্যৰ বিষয়ে এটি জনমত সৃষ্টি হৈছিল। প্ৰজা আৰু বিষয়াই ৰজাৰপৰা নিশ্চিত শাসন আশা কৰিছিল, আৰু ৰজায়ো সেই আশানুৰূপে শাসন কৰিছিল। ইয়াৰ ব্যতিক্ৰম হলেই ৰজা, ৰাজবিষয়া আৰু প্ৰজাৰ মাজত মনোমালিন্য হৈছিল। সেই মনোমালিন্য ঘণীভূত হৈ মাজে সময়ে বিদ্ৰোহ আৰু বিপ্লৱত পৰিণত হৈছিল।

আহোম স্বৰ্গদেউসকলৰ ক্ষমতা সীমাবদ্ধ আছিল। সকলো কথাতে তেওঁলোকে ডাঙৰীয়া আৰু বিষয়াসকলেৰে পৰামৰ্শ কৰিব লগাত পৰিছিল, আৰু দেশ-দস্তুৰ মানি চলিবলগাত পৰিছিল। তথাপি প্ৰখৰ বুদ্ধি আৰু উদ্যম থকা ৰজাই মন্ত্ৰীসকলক নিজৰ অভিমতৰ অনুগামী কৰিব পাৰিছিল। ৰজা নিজে উদ্যমশীল হলে তেওঁৰ পাত্ৰ-মন্ত্ৰীও উদ্যমশীল হৈছিল। ৰজাৰ উদ্যমেই দেশৰ উন্নতিৰ ঘাই সম্বল আছিল। এনেকি সৈন্যৰ প্ৰাণত চেতনা, দেশপ্ৰেম আৰু ৰণোন্মাদনা সঞ্চাৰ কৰিবলৈ হ'লে ৰজাৰ উদ্যোগ আৰু উদ্যম বিশেষ শক্তিশালী হৈছিল। জয়ধ্বজসিংহ স্বৰ্গদেৱে সৈন্য-সামন্ত থকা সত্বেও নবাব মীৰজুমলাৰ আক্ৰমণ ব্যৰ্থ কৰিবলৈ চেষ্টা নকৰি নামৰূপৰ দুৰ্গম চৰাই-খোৰোঙলৈ পলাই গৈছিল। সেই কাৰণে তেওঁ 'ভগনীয়া ৰজা' বুলি বুৰঞ্জীত জনাজাত হৈছিল। জয়ধ্বজসিংহ নিজৰ জড়তাৰ কাৰণে পোহাৰীৰো হাঁহিয়াতৰ পাত্ৰ হৈছিল। ৰুদ্ৰসিংহৰ দিনত বঙ্গ-দিগ্‌বিজয়ৰ আয়োজন কৰাৰ সময়ত গুৱাহাটী বাহৰত হোৱা ৰণ-মেলত কুঁৱৰগঞা ফুকন বুঢ়াগোহাঁয়ে এই বুলি স্বৰ্গদেউক পৰামৰ্শ দিছিল, "স্বৰ্গদেউৰ পূৰ্বে পুলিন ৰজাদেৱে তেজ-শক্তিৰ বলে ৰঙ্গামাটি চৰাই কৰতোয়া-গঙ্গাত খাওঁ পথালি গৈছিল। তেতিয়া তাক আচল হেন দেখি গুৱাহাটীত থানা কৰি মানাহা সীমাকৈ গৈছিল। জয়ধ্বজ ৰজাদেউৰ দিনত এনে আহিলা-পাতি বহুতো আছিল, তথাপি নাম হ'ল 'ভগনীয়া ৰজা'। অস্ত্ৰ-শস্ত্ৰ আহিলা-পাতি সকলো জড়, স্বৰ্গদেউৰ বন্দী-কেটাহে চেতন, সেয়ে চলালে চলে। তাৰো বলাবল বুজিব লাগে, শত্ৰুৰো বলাবল বুজিব লাগে।"

জয়ধ্বজ ৰজাৰ পাচত চক্ৰধ্বজসিংহ ৰজা হৈ গুৱাহাটী ৰক্ষা কৰি তাক মোগলৰ হাতৰপৰা ৰক্ষা কৰি ৰাখিব পাৰিছিল। ইয়াৰ মূলত আছিল স্বৰ্গদেউ চক্ৰধ্বজ-

সিংহৰ দুৰ্জ্জয় আত্মমৰ্য্যাদা আৰু দেশপ্ৰেম। মোগল ফৌজদাৰে টান কথা কৈ বাকী থকা পেচকচ দাবী কৰাত চক্ৰধ্বজসিংহ মহাৰাজে সিংহাসনৰপৰা চিঞৰি মাত লগাইছিল, "বঙ্গালৰ অধীন হৈ থকাতকৈ মৰণেসে উচিত। মোৰ পুঠাও পুলিন ৰাজাসকলে পৰৰ অধীন হৈ থোৱা নাই। এতিয়া মই লোকৰ তলপ হৈ থাকিব নোৱাৰোঁ। বঙ্গালক খেদি পূৰ্ব্বৰ থানা গুৱাহাটীলৈ দে হঁক।" স্বৰ্গদেউ চক্ৰধ্বজসিংহই বিষয়া আৰু সেনাপতি-সকলৰ অন্তৰত এইদৰে চেতনা সঞ্চাৰ কৰাৰ ফলে আহোম সৈন্যই মোগলক খেদাই গুৱাহাটী উদ্ধাৰ কৰিলে। তেতিয়া চক্ৰধ্বজসিংহ স্বৰ্গদেৱে উল্লাসিত হৈ ক'লে, "মই এতিয়াহে ভাত এগৰাহ সুখেৰে খাও।" তাৰ পিচত মোগলৰ সেনাপতি ৰামসিংহই গুৱাহাটী লবলৈ আহিল। তেওঁৰ লগত প্ৰকাশ্যে যুদ্ধ কৰিবলৈ অসমীয়া সেনাপতিসকলে অলপ পলম কৰাত চক্ৰধ্বজসিংহ মহাৰাজাই তেওঁলোকলৈ ফটা মেখেলা আৰু কুঠাৰ খনচেৰেক পঠিয়াই দি কোৱালে, "বঙ্গালক হৰুৱাই ওভতাব নোৱাৰিলে এই ফটা মেখেলা পিন্ধিব লাগিব, আৰু কুঠাৰেৰে সিহঁতৰ বুকু ফালিম।" এই দৰে চক্ৰধ্বজসিংহ মহাৰাজে সৈন্য আৰু সেনাপতিসকলক দেশপ্ৰেম আৰু বিজয়-স্পৃহা সতেজ কৰি ৰাখিছিল।

ৰজা উদ্যমহীন হলে প্ৰজাক দেশপ্ৰেমেৰে অনুপ্ৰাণিত কৰিব নোৱাৰিছিল। লক্ষ্মীসিংহ স্বৰ্গদেউ টান বিধৰ মানুহ আছিল। তেওঁৰ ৰাজত্বত আৰম্ভণিতে মোৱামৰীয়াই বিদ্ৰোহ আচৰিলেও পাচলৈ ৰজাই নানা উপায়েৰে তাক দমন কৰিছিল। গৌৰীনাথসিংহ স্বৰ্গদেৱে মোৱামৰীয়াক কাটিমাৰি খাস্তাং কৰিছিল মাত্ৰ, কিন্তু বিদ্ৰোহক নিৰ্ব্বীজ কৰিব নোৱাৰিছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই মাত্ৰ যি কৰিছিল। মান অহাৰ সময়তো ৰণুৱা হব পৰা মানুহ আৰু আহিলা-পাতি যথেষ্ট আছিল, কিন্তু ৰজাই সেই সজুঁলি সজাই-পৰাই মানৰ আক্ৰমণ ব্যৰ্থ কৰিব নোৱাৰিছিল, সেইদেখি মানৰ সেনাপতি কিয়ামিঙ্গি বৰগোহাঁয়ে কৈছিল,

> কিয়ামিঙ্গি বোলে শুনা বৰুৱা মমাই।
> তোমাৰ দেশত মহা যোদ্ধাৰু আছয়॥
> মন্ত্ৰী নাই হেতু আমি যুদ্ধক ভঙ্গালোঁ।
> তথাপি আমাৰ বহু সেনাক মৰাইলোঁ॥

সেনাপতি আৰু আন কৰ্ম্মচাৰীৰ অন্তৰত দেশপ্ৰেম আৰু কৰ্তব্যপ্ৰিয়তাৰ চেতনা সঞ্চাৰ কৰি তেওঁলোকৰদ্বাৰা দেশৰ মঙ্গল সধোৱাটোও ৰজাৰ কাৰ্য।

আহোম স্বৰ্গদেৱসকলে তেওঁলোকৰ কোঁৱৰসকলক সৰু সৰু ঠাইৰ ৰাজ-প্ৰতিনিধি পাতি একোখনকৈ মেল দিছিল। সেই সেই কোঁৱৰ সেই সেই মেলৰ সকলো কাৰ্য্যৰ কাৰণে দায়ী আছিল। কিন্তু মেলৰ যাৱতীয় কাৰ্য সেই মেলৰ বৰবিষয়া ফুকন বা বৰুৱাই চলাইছিল, আৰু কোঁৱৰৰ যথেষ্ট আজৰি আছিল, আৰু তেওঁ ৰজাৰ ৰাজ-ধানীত ৰজাৰ লগত থাকিব পাৰিছিল। কোঁৱৰৰ খিতাপ প্ৰধানকৈ চাৰিটা—চাৰিঙীয়া ৰজা, তিপমীয়া ৰজা, নামৰুপীয়া ৰজা আৰু তুংখুঙীয়া ৰজা। এওঁলোকক 'ৰজা' বা 'গোহাঁই' বোলা হৈছিল। সৰ্বপ্ৰথম আহোম বিজেতা চুকাফাৰ বংশধৰসকলে সতি-সন্ততি বাঢ়ি অহাত উপৰোক্ত চাৰি ঠাইত বাস কৰিব ধৰিলে। ইয়াৰ বাহিৰে পাচলৈ অন্যান্য ঠাইতো তেওঁলোকে বাস কৰিছিল। সেইদেখি উজনি অসমত 'কোঁৱৰগাওঁ' নামেৰে

বহু গাওঁ পোৱা যায়। চুকাফাৰ তেজ থকা যেই-সেই কোঁৱৰ ৰাজপদৰ প্ৰাৰ্থী হ'ব পাৰিছিল, সেইদেখি ৰজা নিশকতীয়া হলে উচ্চাভিলাষী কোঁৱৰসকলে লগলৈ মানুহ-দুনুহটো চপাই ৰাজসিংহাসন লবলৈ চেষ্টা কৰিছিল। লক্ষ্মীসিংহ ৰজাৰ দিনত এনে চেষ্টা কেবাবাৰো হৈছিল। আহোম স্বৰ্গদেৱসকলে কোঁৱৰবৃন্দৰ সমস্যা ভালকৈ সিদ্ধান্ত নকৰাত তেওঁলোকৰ সিংহাসনৰ তলত ফেটীগোম সাপে সদায় নুৰা পাতি বহিছিল।

চাৰিঙীয়া, তিপমীয়া, নামৰূপীয়া আৰু তুংখুঙীয়া এই চাৰি ৰাজ খাবৰ নিমিত্তে সিংহাসনস্থ ৰজাৰ পুত্ৰ যথেষ্ট নাথাকিলে তেওঁৰ ভাই বা ভতিজাক সেই খাব দিয়া হৈছিল। সাধাৰণত: উত্তৰাধিকাৰী কোঁৱৰক চাৰিঙীয়া মেল দিয়া হৈছিল। চাৰিঙীয়া ৰজা খিতাপ ইংলণ্ডৰ 'প্ৰিন্‌চ্ অৱ ওৱেলচ্' খিতাপৰ সমকক্ষ। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ দিনত তেওঁৰ পুতেক চাৰুসিংহ মাজুজনা গোহাঁয়ে চাৰিঙীয়া মেল খাইছিল, সৰুজনা বত্নেশ্বৰ গোহাঁয়ে তিপমীয়া মেল, আৰু ৰজাৰ ভায়েক কালশিলীয়া লক্ষ্মীসিংহ গোহাঁয়ে নামৰূপীয়া মেল খাইছিল।

আগৰ দিনত অসমত 'কোঁৱৰ' আখ্যা পোৱা ভালেমান মানুহ আছিল। তেওঁলোক প্ৰকৃততে ৰাজবংশসম্ভূত নাছিল, ৰজাই আদেশ দি তেওঁলোকক কোঁৱৰৰ শ্ৰেণীলৈ নিছিল, যিদৰে আন দেশতো বৰ্তমান কালত সাধাৰণ মানুহে কীৰ্তি লাভ কৰিলে 'প্ৰিন্স' বা কোঁৱৰ উপাধি পায়, যথা প্ৰিন্স বিচমাৰ্ক আৰু প্ৰিন্স দ্বাৰকানাথ ঠাকুৰ। খোৰা-ৰজাদেৱে সৰুমেচলৌ আৰু বৰমেচলৌ নামে দুজনী সোণাৰী ছোৱালীক কুঁৱৰী কৰি লৈছিল। এই দুজনা কুঁৱৰীয়ে নাহৰ নামে এটা সোণাৰী ল'ৰাক পুত্ৰবোধে তুলিছিল, আৰু নাহৰ ডাঙৰ হোৱাত নাহৰৰ নামে আলি পুখুৰী খানি নাহৰৰ বংশ সৰহ বুলি প্ৰমাণ দিছিল। ৰজায়ো কুঁৱৰী দুগৰাকীৰে সৈতে আৰি মাৰি নিজৰ বংশ সৰহ বুলি দেখুৱাবলৈ দেখনিয়াৰ চাই ৬০০ মানুহ গোটাই নিজৰ বংশ বুলি পৰিচয় দি কুঁৱৰী দুজনাৰ লগত আৰি মাৰি জিকিলে। এই নতুন কোঁৱৰসকলক ভোজ খুৱাই ৰাজবংশৰ অন্তৰ্ভুক্ত কৰা হ'ল, আৰু তেওঁলোকৰ প্ৰত্যেককে সোণৰ পানীচৰোৱা হিলৈ একোটি দি 'কোঁৱৰ হিলৈদাৰী খেল' সৃষ্টি কৰা হল। এই খেলৰ সমষ্টি দুটা—প্ৰথম, ভিতৰুৱাল হিলৈদাৰী কোঁৱৰ, এওঁলোকে ভিতৰুৱাল ফুকনৰ তলে থাকি যুদ্ধবিগ্ৰহ কৰিছিল আৰু ৰজাৰ নগৰ ৰক্ষা কৰিছিল, দ্বিতীয়, বাজুৱা হিলৈদাৰী কোঁৱৰ, এওঁলোকে নাওবৈচা ফুকনৰ তলে কাম কৰিছিল।

**ৰজাৰ বিষয়া :**

আহোম ৰাজ্যৰ অধিনায়ক আছিল স্বৰ্গদেউ। কিন্তু তেওঁ সকলো কথাতে বিষয়াসকলৰ পৰামৰ্শ মানি চলিব লগাত পৰিছিল। দুৰ্বল ৰজাই বিষয়াসকলৰ সিদ্ধান্তকে সাৰোগত কৰি চলিছিল, চোকা ৰজাই প্ৰয়োজনমতে বিষয়াসকলক যুক্তি তৰ্ক বা আন উপায়েৰে নিজৰ মতাৱলম্বী কৰিব পাৰিছিল। স্বৰ্গদেউ বিষয়াৰ মুখাপেক্ষী হোৱাৰ কাৰণ এই যে চুকাফা ৰজাই অকল নিজ বাহুবলেৰে অসম দেশ জয় কৰা নাছিল। তেওঁৰ লগত অহা সেনাপতি আৰু মন্ত্ৰীসকলো অসম দিগ্বিজয়ৰ অংশীদাৰ আছিল। গতিকে এই দিগ্বিজয়ৰ যি পৰিণতি অৰ্থাৎ ৰাজ্যভোগৰ অংশীদাৰো লগত অহা সেনাপতি আৰু মন্ত্ৰীসকলৰ প্ৰাপ্য আছিল। আৰু সেই প্ৰাপ্যতা পুৰুষপৰম্পৰায় বৰ্তিত হৈছিল। চুকাফাৰ লগত অহা প্ৰধান সেনাপতি দুগৰাকী চুকাফা ৰজাৰ দিনতে বুঢ়াগোহাঁই আৰু

ৰবগোহাঁইৰ পদ খাইছিল। সেই নিয়মে চুকাফাৰ বংশধৰসকলে ৰাজ্যৰ অধিনায়ক হৈছিল আৰু তেওঁৰ বুঢ়াগোহাঁই আৰু বৰগোহাঁইৰ বংশধৰসকলে এই দুই বিষয় চিৰকাল ভোগ কৰি আহিছিল। সেইদৰে বৰুৱা ফুকন আদি ডাঙৰ বিষয়াও চুকাফাৰ লগত অহা পালি-সেনাপতি আৰু অন্যান্য যুজাৰুৰ মাজত আবদ্ধ আছিল। চুকাফাৰ অনুগামীসকলৰ বাহিৰে আনৰ ওপৰত ডাঙৰ বিষয়-বাব ন্যস্ত হ'লে সেই অনুগামীসকলৰ মাজত অসন্তোষৰ ভাব সৃষ্টি হৈছিল। আদি-বিজেতাৰ অনুগামী সূত্ৰে আহোমৰ সম্ভ্ৰান্ত পৰিয়ালবৰ্গই ৰাজ্য শাসনৰ অংশীদাৰ বুলি স্বীকৃত হৈছিল, আৰু এই প্ৰথামতে আহোমৰ সম্ভ্ৰান্ত পৰিয়ালৰপৰা সদাই বিষয়া নিযুক্ত কৰা হৈছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পুত্ৰ ত্ৰিলোচন ডেকাফুকনে ১৮৩৪ খৃষ্টাব্দত লিখিছিল, "একমাত্ৰ স্বৰ্গদেউকে আহোম ৰাজ্যৰ অধিকাৰী বুলি মানি লোৱাটো ভুল। বুঢ়াগোহাঁই, বৰগোহাঁই আৰু সাতঘৰীয়া আহোমৰ পৰিয়াল এইসকলৰ আহোম ৰাজ্যৰ মাটিৰ ওপৰত পুৰুষানুক্ৰমিক স্বত্ব আছে, আৰু সেই মাটিৰপৰা এইসকলৰ পোহ-পাল যোৱাৰ নিয়ম চলি আহিছে। ৰাজ্যৰ মাটি চাৰিভাগত ভগোৱা হৈছিল; তাৰে দুভাগ আছিল স্বৰ্গদেউৰ, এভাগ ডাঙৰীয়াসকলৰ, আৰু আনভাগ বাকীকেইঘৰ সাতঘৰীয়া আহোমৰ। চুকাফা স্বৰ্গদেউৰ দিনৰেপৰা এই চাৰিভগীয়া অংশ ভোগৰ প্ৰথা চলি আহিছে।"

বৰপাত্ৰ গোহাঁইৰ পদ দিহিঙীয়া ৰজাৰ দিনত সৃষ্টি কৰা হৈছিল, আৰু ৰজাৰ সন্তান কনচেং সৰ্বপ্ৰথম বৰপাত্ৰ গোহাঁই আছিল। নিয়মীয়া আহোমৰ বাহিৰে আনক ডাঙৰ বিষয় দিয়া নহৈছিল। শিৱসিংহৰ ৰজাৰ দিনত ৰজাৰ জেঠেৰিয়েক অৰ্থাৎ ফুলেশ্বৰী বৰকুঁৱৰীৰ ককায়েক হৰিনাথক পোনতে বৰগোহাঁইৰ পদ দিয়াত আগৰ তৰফৰ বিষয়াসকল ক্ষুণ্ণ হৈছিল। বকতীয়াৰৰ ৰূপচন্দ্ৰ আৰু তেওঁৰ পুতেক কীৰ্তিচন্দ্ৰই বৰবৰুৱাৰ বাব পোৱাত প্ৰাচীন মানহে অসন্তোষ কৰিছিল কাৰণ তেওঁলোকৰ মতে বকতীয়াৰৰ বংশ চুকাফাৰ লগত অহা আহোম নাছিল। বহুদিনলৈকে 'ফুকন' পদ আহোমৰ একমাত্ৰ ভোগ্য আছিল। জয়ধ্বজসিংহ স্বৰ্গদেৱে কায়স্থ বংশী বেজদলৈৰ ঘৰত মনথিৰ ভড়ালী বৰুৱাক পৰ্বতীয়া ফুকন পাতি মিৰ্জুমলাৰ বিৰুদ্ধে ১৬৬২ খৃঃ সৈন্যৰ চৰ্দাৰ কৰি পঠোৱাত বৰফুকন আদি পুৰাতন আহোম বিষয়াসকল অসন্তুষ্ট হৈ ৰণলৈ মন এৰিছিল। তাৰ পাচত লক্ষ্মীসিংহ স্বৰ্গদেউৰ দিনত দুজন অনা-আহোম ফুকন হৈছিল। মৰাণ মৰাত আপাহ পাই ডাঙৰীয়া-সকলৰ অনুৰোধত স্বৰ্গদেৱে কেকেৰু কলিতা হাজৰীকাক ১৭৭৪ খৃঃ চোলাধৰা ফুকন পাতিছিল। এই নিয়োগ প্ৰচলিত ৰীতিৰ বাহিৰ হোৱা দেখি বিষয়াসকলে স্বৰ্গদেউক কৈছিল, "কলিতাফুকন যাক বোলে ই হিন্দুৰ ল'ৰা। ই যি যি কাৰ্য কৰিছে ভাল ভাল আহোমে অনেক পুৰুষ স্বৰ্গদেউৰ খাই-পিন্ধি থকাতো এনে কাৰ্য কৰিব পৰা নাই। এতেকে আমাৰ লগৰ ইয়ো এটা। এতেকে চোলাধৰা ভাণ্ডাৰখন ইয়াক দিবলৈ প্ৰাৰ্থনা কৰিছোঁ।" কলিতা ফুকন চোলাধৰা ফুকন হোৱাৰ কিছুদিন পাচতে ব্ৰাহ্মণ কাকতীয়াৰ ঘৰৰ শিৱনাথক খঙীয়াফুকন পতা হয়। এই শিৱনাথে বিশেষ চোকা বুদ্ধিৰ পৰিচয় দিছিল, আৰু লক্ষ্মীসিংহ স্বৰ্গদেউ মৰাণৰ হাতত বন্দী হৈ থকা অৱস্থাত শিৱনাথৰ মাতৃদেৱীয়ে বন্দী স্বৰ্গদেউক আহাৰ-পাতি যোগাইছিল। মনথিৰ ভড়ালীবৰুৱা, কেকেৰু কলিতা হাজৰীকা, আৰু শিৱনাথ শৰ্মা এই তিনি সৰ্বপ্ৰথম অনা-আহোম ফুকন। ইয়াৰ পাচত অনা আহোম ফুকনৰ সংখ্যা ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে, বিশেষতঃ কমলেশ্বৰসিংহ আৰু চন্দ্ৰকান্তসিংহ স্বৰ্গদেউৰ দিনত। বৰুৱা, হাজৰীকা, আদিৰ ফুকনৰ তলতীয়া বিষয় অনা আহোমৰ মাজত অলপ বহুলকৈ প্ৰচলিত আছিল।

কৌটিল্যৰ অৰ্থশাস্ত্ৰত কোৱা হৈছে যে ৰজাই কোনো কোনো ডাঙৰ কাৰ্য কৰাৰ আগতে মন্ত্ৰীসকলৰ লগত পৰামৰ্শ কৰিব, আৰু মন্ত্ৰীসকলৰ সৰহভাগে যি কয় সেইমতে কাৰ্য কৰিব। আহোম স্বৰ্গদেউসকলে সততে ডাঙৰীয়া তিনিজনাৰে সমালোচন হৈছিল, আৰু বিশেষ প্ৰয়োজন থাকিলে বৰুৱা ফুকন আদি বিষয়াকো মাতি মন্ত্ৰণা কৰিছিল। কোনোজনা বিষয়াই ৰজাত ভিতৰি বুজায়-বঢ়ায় কোনো আজ্ঞা আনে নজনাকৈ কৰোৱাই ল'ব নোৱাৰিছিল। কোনোজনে ৰজাক তেনেকৈ ভিতৰি ধৰিলে ৰজাই ডাঙৰীয়ামেল বা ফুকন বৰুৱাৰ মেল চপাই তাৰ মীমাংসা কৰিবলৈ গাত লৈছিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই মণিপুৰীয়া ৰজাক সহায় কৰিব লাগে বুলি ৰাজেশ্বৰসিংহ স্বৰ্গদেউৰ আগত নিবেদন কৰাত ৰজাই এই বুলিহে কৈছিল, "ভাল, বৰুৱাই যে জনাইছে ডাঙৰীয়া তিনিজনাকো জনাওক, ডাঙৰীয়াবোৰতো সোধা হওক।" লক্ষ্মীসিংহ স্বৰ্গদেৱে মৰাণৰ ভয়ত ৰংপুৰ নগৰ এৰি চিন্তামণি গড়ত আশ্ৰয় লয়হি। তেতিয়া বৰফুকনে মৰাণক ৰবিবলৈ আৰু কীৰ্তিচন্দ্ৰই কলিয়াবৰলৈ ভটিয়াই গৈ সৈন্য-সেনা গোটাবলৈ স্বৰ্গদেউক পৰামৰ্শ দিছিল। সেই সময়ত বৰফুকনে কৈছিল, "মনেচোৰা খনিহে কৈছোঁ। দুজন ডাঙৰীয়া, বৰুৱা-ফুকন সকলোকে স্বৰ্গদেৱে চপাই সমালোচন কৰি যেইৰূপে বোলে তাকে আচৰিবহে লাগে।" এনে মন্ত্ৰী-পাৰিষদৰ মেলত সৰহভাগৰ মত মতে কাম কৰা হৈছিল। কোনো বাকপটু বিষয়াই নিজৰ যুক্তিৰদ্বাৰা আনক আৰু স্বৰ্গদেউক নিজ মতলৈ আনিব পাৰিছিল। গতিকে মন্ত্ৰীমেলত বাগ্মিতাৰ আদৰ আছিল। সেই মেলত কোনো বিষয়াই যথাযথভাৱে মাতিব নোৱাৰিলে দণ্ড বা স্বৰ্গদেউৰ ক্ৰোধৰ ভাগী হৈছিল।

বিষয়া বাচোঁতে ডেকামানুহৰ সলনি বয়সস্থ আৰু অভিজ্ঞ মানুহক বিষয়া কৰি লোৱা নিয়ম আছিল। এই নিয়ম লঙ্ঘি বিষয়া নিযুক্ত হ'লে কেতিয়াবা তাৰপৰা কু-ফল ফলিছিল। এজন মন্ত্ৰী একে বিষয়তে বহুদিন থাকিলে তেওঁৰ চাৰিওপাশে বাধ্য-বাধকতাৰ জাল বিস্তীৰ্ণ হৈ পৰে, তাৰ কাৰণে মন্ত্ৰীসকলে যথাবিধি ৰাজকাৰ্য নিৰপেক্ষভাৱে চলাব নোৱাৰা হয়। সেইদেখি সুবিধা বুজি পুৰণা বিষয়াক সলাই নতুন বিষয়া পতাৰ নিয়ম আছিল। মানুহে ঘৰৰ পুৰণা খুটা সলাই নতুন খুটা লগায়। সেইদেখি অসমত প্ৰচলিত নিয়ম আছিল, "নবীন খুটা লগোৱা ভাল।" এই বাক্যষাৰ মন্ত্ৰী নিয়োগতো ব্যৱহাৰ কৰা হৈছিল। স্বৰ্গদেউ চুটিয়াংফা নৰিয়াৰজাক ভাঙি তেওঁৰ পুতেক খহুৱা গোহাঁই বা চাওচাম্ গোহাঁইক ডাঙৰীয়াসকলে ৰজা পাতিলে। নৰিয়াৰজাক পোনতে ৰমণী বজাৰত পাচলৈ ৰংখামত বোজ-বাজ দি থলে। চাওচাম্ গোহাঁই জয়ধ্বজসিংহ নাম লৈ সিংহাসনত বহিল। নতুন ৰজাৰ মাকক নৰিয়াৰজাই সদায় কৈছিল, "পুতেৰ ৰজা হৈছে ভালেই হ'ল। কিন্তু মোৰ ঠেনোকৈ মন্ত্ৰীৰ বশ নহব। পুত্ৰত কৰি পুৰণি খুটা ন নকৰিলে ৰজা হ'বলৈ টান। পুৰণি খুটাকেইটা সলাই ললেহে দিনচাৰেক ৰজা হৈ ৰাজ্য খাব পাৰিব। আৰু ৰাজ্যত প্ৰতিপাল কৰিব। দুষ্টলোকৰ কথা নলব, সামান্য মানুহক ভিতৰুৱালকৈ নলব, ল'ৰা মানুহক বিষয়া নাপাতিব। গুণত পূজা দোষত দণ্ড কৰিব।"

বিষয়া নিয়োগ কৰোঁতে সদায় তেওঁক এই কেইআষাৰ কথা সোঁৱৰাই দিয়া হৈছিল,—তেওঁৰ পূৰ্বপুৰুষৰ বংশানুগত ৰাজভক্তি আৰু বিষয়াৰপৰা বিশেষ আপাহ পাই তেওঁক নিযুক্ত কৰা হৈছে; আৰু সেইদৰে স্বৰ্গদেউৰ কাৰ্যত একান্ত সেৱক হৈ থাকিলে

তেওঁৰ বিষয় চলি থাকিব আৰু ক্ৰমাত পদোন্নতি হ'ব, আৰু তেওঁৰ সতি-সন্ততিও ৰাজ অনুগ্ৰহৰপৰা বঞ্চিত নহব। শিৱসিংহ মহাৰাজে পুখুৰীপৰীয়া মাউত গোহাঁইক বুঢ়া-গোহাঁই পতাৰ সময়ত এই বিষয়ে মন্ত্ৰিপাৰৰ হতুৱাই কোৱাইছিল, "গোহাঁই তোমাক স্বৰ্গদেৱে এইখান বুলিছে বোলে, আগে যেনেকৈ মোত আপাহ লগালে সেই আপাহক পাইহে গোহাঁই পাতিছোঁ। পাচলৈকো যদি কোনো আপাহ পাওঁ তেবে গোহাঁইৰ যি চাউল-কানি হ'ল পো-নাতিলৈকো ৰহিব।" ইয়াৰ উত্তৰত গোহাঁয়ে ক'লে, "স্বৰ্গদেৱে যি বুলিছে, আপাহ পাইহে গোহাঁঞি পাতিছে, মঞি স্বৰ্গদেৱৰ চৰণত কোনোৰূপে আপাহ কৰিছো, ই নহয়, কিন্তু সেৱাৰ লুব্ধ ঈশ্বৰ, সেৱাতে সন্তুষ্টহৈ আপোনাৰ গুণকে প্ৰকাশ কৰেহঁতে তেহে, মোৰপৰা কোনো আখাৰ নহয়। আৰু যি বুলিছে, পাচলৈকো আপাহ পাব লাগে, সিয়ো মোৰপৰা নহয়। মাতৃৰ গৰ্ভত থাকোঁতে বালকক ঈশ্বৰে অনুগ্ৰহ কৰি শিখা-বোধ দি জন্ম কৰায়, সেই ঈশ্বৰে স্বৰ্গদেৱে যদি শিখাই-বুজাই লৈ কোনো কাৰ্য-কামত আপাহ পায়,তেবেসে মোৰ চাউল-কানি হ'ব, পো-নাতিলৈকো ৰহিব। মোৰপৰা কোনোৰূপে নহয়।"

এইভাৱ লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত আদাবৰীয়া সন্দিকৈ ঘৰৰ শিৱৰাম দিহিঙ্গীয়া ফুকনক বৰবৰুৱা পাতোঁতে ৰজাই দিয়া উপদেশ আৰু নতুন বৰবৰুৱাই দিয়া উত্তৰৰপৰা ভালকৈ ফুটি ওলাইছে। লক্ষ্মীসিংহ স্বৰ্গদেউৰ মাক গড়গঞা সন্দিকৈ বৰফুকনৰ জীয়েক আছিল। নিজৰ সম্বন্ধীয় শিৱৰামক বৰবৰুৱা পতাত ৰাজমাও দেৱতায়ো পুতেক স্বৰ্গদেউক খাতিছিল। ইয়াৰ পূৰ্বে আগৰজনা বৰবৰুৱা বকতিয়ালৰ ভদ্ৰসেনক ৰাজদ্ৰোহ অপৰাধত বধ কৰা হৈছিল। শিৱৰাম দিহিঙ্গীয়া ফুকন চ'ৰাৰ মাজত আঠুকাঢ়ি বহিলত সোণামুৰাৰ নগা মজুমদাৰে স্বৰ্গদেৱৰ আজ্ঞা ক'লে, "দিহিঙ্গীয়া ফুকন, স্বৰ্গদেউ ঈশ্বৰে তোমাক বৰবৰুৱা পাতিছে।" ইয়াৰ লগতে কলিতা ফুকনে বিশেষৰূপে ক'লে, "স্বৰ্গদেউ ঈশ্বৰে আৰু বৰবৰুৱাত এইৰূপে ক'ব দিছে, 'অ' কোনোৰূপ কাৰ্যত আপাহ পাই বৰুৱাক মই এইৰূপ ধূলা দিছোঁ এনে নুবুজিব। যিহেতু তাৰ অনেক পুৰুষে আমাক শুদ্ধ সেৱা কৰি গৈছে সেই শুদ্ধ সেৱকৰ সন্তান বুলি, তাতে বিশেষ আপোন সম্বন্ধে আইচু দেৱতায়ো মাতিছে, আৰু কোঁৱৰালি কালত মোৰ নৰিয়াতে অনেক আপাহ পাইছোঁ, এতেকে এইৰূপ ধূলাক দিয়া হৈছে। আৰু যি যি খনিলৈকে মোৰ দেশ সেই সেই খনিলৈকে বৰুৱাৰ আমোল। বৰুৱাৰ ভাগ-মানুহ আছে হয় তথাপি দেশখনতে বৰুৱাৰ শ্ৰেষ্টা। মই যাক বোলে ভোগকৰ্ত্তাহে। দেশৰাজক প্ৰতিপালন কৰোঁতা বৰুৱাহে। এতেকে তেনে তেনে কাৰ্যবোৰৰ ভাৰ বৰুৱাৰ ওপৰত দিয়া গৈছে। এতেকে সেইসকলক প্ৰতিপালন কৰি, খোৱা-লোৱাত মন নিদি প্ৰবৰ্তিলে বৰুৱা সেৱাকে পাইছে; পুত্ৰ-নাতিক্ৰমে এইৰূপ সেৱা পাব পাৰে। বদিহে অনিবন্ধে প্ৰবৰ্তি খোৱাত মন দিয়ে, সম্প্ৰতি চক্ষুৰ গোচৰ হৈছেই। এতেকে নিবন্ধে প্ৰবৰ্তিব।"

ইয়াৰ উত্তৰত শিৱৰাম বৰুৱাই কৈছিল, "স্বৰ্গদেউ ঈশ্বৰে যি মই বন্দীক ধূলা দিছে, বন্দী এইৰূপ ধূলাৰ যোগ্য নহও। তথাপি স্বৰ্গদেউসকলৰ চৰণত স্বৰ্গদেউৰ বন্দী সন্দিকৈ ফুকনকে আদি কৰি স্বৰ্গদেউৰ বুঢ়া বন্দীসকলে সেৱা কৰি গৈছে, সেই শুদ্ধ সেৱক স্বৰ্গদেউৰ বন্দীসকললৈকে চাই, তাতে সন্দিকৈ ফুকনৰ ঘৰত ঈশ্বৰী অৱতাৰ হ'ল, মনুষ্যৰহে সম্বন্ধা-সম্বন্ধি ভাৱ আছে, ঈশ্বৰৰে মনুষ্যৰে ক'ত ইটো সম্বন্ধ

আছে, তেনে ঈশ্বৰীয়েও মাতিলত বন্দীক এইৰূপ ধূলা দিছে। আৰু যি মই বন্দীক জ্ঞান দিছে মই বন্দীৰপৰা একো নহয়। প্ৰভু শ্ৰীৰামচন্দ্ৰৰ কৃপাতহে হনুমন্ত। এতেকে মই বন্দী বান্দৰৰ প্ৰায়, মোৰপৰা কোনো কাৰ্য হ'ব? স্বৰ্গদেউ ঈশ্বৰৰ চৰণে যদি শিকাই বুজাই কোনো কাৰ্য প্ৰবৰ্তায় তেহে হ'ব। পূৰ্বাপৰেও আমি বন্দীৰপৰা কোনো কাৰ্য হৈ গৈছে এনে নহয়। স্বৰ্গদেউসকলৰ উপায় মন্ত্ৰণা আজ্ঞা এইৰূপহে হৈ গৈছে। যিসকলে অনিবন্ধে প্ৰবৰ্তি গৈছে শুনিছোঁও সম্প্ৰতি দেখিছোঁও। যিসকলে শুদ্ধ সেৱা কৰি গৈছে সম্প্ৰতি স্বৰ্গদেউৰ সেৱাকে পাইছে'ও পাইছোঁও। স্বৰ্গদেউৰপৰাহে সকলো কাৰ্যৰ সিদ্ধি। আমি বন্দীৰপৰা কোনখানি হ'ব।"

আহোম ৰাজবিষয়া ঘাইকৈ ডাঙৰীয়াসকলৰ সহায়-সহানুভূতি নহলে যে কোনো কাৰ্য সুচাৰুৰূপে সমাধা কৰা টান তাক সকলোৱে বিশ্বাস কৰিছিল। কলিতা ফুকনে লক্ষ্মীসিংহ৮ৰ অনুগ্ৰহ লাভ কৰি অহঙ্কাৰ-মত্ত হৈ ফুৰিছিল। ডাঙৰীয়াসকলে ৰজাক খাটিলে যে কলিতাক শাস্তি দিব লাগে। স্বৰ্গদেৱে হেজাৰ চেষ্টা কৰিও কলিতাক মন্ত্ৰীসকলৰ ক্ৰোধৰপৰা ৰক্ষা কৰিব নোৱাৰিলে। সেইদেখি সেই সময়ত লক্ষ্মীসিংহৰ মুখৰপৰা এই শ্লোক-ফাকি নুগুচিছিল,

চক্ৰঃসেব্যো নৃপঃ সেব্যো ন সেব্যো কেবলোঃ নৃপঃ।
অহো চক্ৰস্য মাহাত্ম্যং মাধবো ভূততাং গত : ॥

খোৱা ৰজাদেৱৰ দিনত এবাৰ কছাৰী ৰজাই কৈছিল, "পূৰ্বাপৰো ৰাজা-ৰাজ্যৰ প্ৰীতিগোট ডাঙৰীয়াসকলৰ হস্তেহে প্ৰকাশ-বৃদ্ধি হয়। যেমনে প্ৰফুল্লিত পদ্ম সূৰ্যৰশ্মিৰ দৰুণত জাতিবিকাশ হয় তেমনে ডাঙৰীয়াসকলৰপৰাহে হ্ৰস্ব-দীৰ্ঘ বৃদ্ধি হয়।" লক্ষ্মীসিংহ স্বৰ্গদেৱক ৰাজমাওদেৱতাই ডাঙৰীয়াসকলৰ বিৰুদ্ধে আচৰণ কৰিবলৈ কওঁতে স্বৰ্গদেৱে উত্তৰ দিছিল, "আইচু, মই মোৰ সকলৰ লগৰহে এটা। সকলে যি বোলে তাক নকৰি পাৰোঁনেকি?"

স্বৰ্গদেৱ ডাঙৰীয়াসকলৰ মুখাপেক্ষী আছিল সঁচা, তত্ৰাচ তেওঁ সেই সেই ডাঙৰীযাক দোষ পালে শাস্তি দি মাৰিবও পাৰিছিল। কলিতা ফুকনৰ অপৰাধ আৰু শাস্তি সম্পৰ্কে ৰজা আৰু ডাঙৰীয়াৰ মাজত মতভেদ হোৱাত স্বৰ্গদেৱ লক্ষ্মীসিংহই এবাৰ কৈছিল, "মৰাণ উঠি দেশকে ললেহি, মোকো যি ৰূপ কৰিলে। মনত পৰিলে আজিকোপতি মোৰ শৰীৰ নসহে। সিহঁতে আমাৰ জহত ভাল খাই পিন্ধি ডাঙৰ মৰ্যাদা লৈ আছিল, তথাপি মৰাণলৈ কোনো আগ নেবাঢ়িলে। একেটা হিন্দু ল'ৰাৰ মন্ত্ৰণাতহে মোৰ শৰীৰ ৰক্ষা পৰিল। সিবোৰেও আপুনি বৰগোহাঁই বুঢ়াগোহাঁই বোলাই খাব লাগিছে। এতেকে তেনে মৰাণ মৰা আপাহ পাই মই এটা হিন্দু লৰাক বেথা কৰিছোঁ, তাকে যে নসৈ এনে কথা মোৰ আগত কয়, ক'ব পায়নে? মইনো কোনো কথা কৰিলে সিহঁতক কোনে ৰাখিব? এনে বঢ়া কথা কিয় কৰে?"

কৃতিত্বৰে ৰাজকাৰ্য সম্পাদন কৰাৰ পুৰস্কাৰ নানাভাৱে দিয়া হৈছিল। সাধাৰণ উপহাৰ কেৰু-মণি, সাজ-পাৰৰ উপৰিও বিষয়াৰ মৰ্যাদা বঢ়াই দিয়া হৈছিল। তাৰ উপৰিও বিষয়াৰ সাধাৰণ নাম গুচাই এটা সম্ভ্ৰমসূচক নাম দিয়া হৈছিল, আৰু বিষয়াৰ কাৰ্যৰ উপযোগীকৈ সেই নামকৰণ কৰা হৈছিল। সেইদৰে মোগলৰ প্ৰায় সকলো নবাবৰে নাম এইধৰণৰ ৰাজদণ্ড নাম; তেওঁলোকৰ জন্মগত সাধাৰণ নাম উলিয়াব লগা হ'লে বুৰঞ্জী ঘাটিব লাগে। নবাব মীৰজুমলা বা মাজুমখাঁৰ আচল নাম আছিল মীৰমহম্মদ। নুৰজাহানৰ পিতৃ ইতিসংদৌল্লাৰ নাম আছিল মীৰ্জা গীয়াছ বেগ। এতিয়াও দাক্ষিণাত্যৰ হায়দৰাবাদত এই নিয়ম আছে।

গড়গঞা কাকতী বা কাইথ বৰুৱাৰ বৰুৱাৰ আদি পুৰুষৰ নাম আছিল দুৰ্গাচৰণ বসু। খোৰাৰজাদেৱৰ দিনত কোঁচৰ ৰজাই কেচু ৰসেৰে লিখি অসমলৈ এখন চিঠি পঠিয়ায়। সেই চিঠি কোনেও মাতিব নোৱাৰিলে। দুৰ্গাচৰণে ৰাতিৰ আন্ধাৰত সেই চিঠি লৈ পঢ়াত তাৰ আখৰবোৰ মাণিকহেন জিলিকিবলৈ ধৰিলে। তাকে দেখি "পাচে স্বৰ্গদেৱে বোলে আন্ধাৰত যে কাকত মাতিলে কাথক মাণিক নাম দি বঢ়াপ্ৰসাদ দিলে।" তেতিয়াৰেপৰা তেওঁ মাণিকচন্দ্ৰ বৰকায়স্থ বুলি পৰিচিত হ'ল।

কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ আগৰ নাম আছিল গেন্ধেলা, "মন্ত্ৰণাৰ বলে কছাৰীৰ ৰজাৰ বাবে দদায়েক সন্ধিকাৰী এজনা, মানতৰা যুদ্ধত ভঙ্গ হৈ কছাৰীৰ মাটিত থকা মেখেলিৰ জয়সিংহ ৰজা এজনা, এই দুজনাক বিনাযুদ্ধে আনি সেৱা কৰাই কীৰ্তিচন্দ্ৰ নাম ল'লে। গোহাঁইবোৰৰ সন্মান ললে, আৰোৱান খনিহে নললে।"

কলীয়াভোমোৰা বৰফুকনৰো নাম আছিল গেন্ধেলা। স্বৰ্গদেৱ কমলেশ্বৰসিংহ মহাৰাজে তেওঁৰ আচল নাম গুচাই "প্ৰতাপবল্লভ" নাম দিছিল। ১৭২২ শকৰ এখন ফলিত আছে, "সন্দিকৈ বংশৰ শ্ৰীগেন্ধেলা বৰফুকনে কামৰূপ গুৱাহাটী দুয়োখন দেশৰ শত্ৰু নিবাৰণ কৰি দেশ সুস্থিৰ কৰা আপাহত শ্ৰীশ্ৰীস্বৰ্গদেৱে প্ৰতাপবল্লভ নাম দি দ্ৰোহত পৰা হৰদত্ত চৌধাৰীৰ মাটি ১১০ পূৰা, বহতা মানুহ ১২৮ টা তিনিপোৰা সহিতে তাম্ৰপত্ৰ কৰি দিলে।"

আহোমৰ বিষয়া নিযোগ কাৰ্যত মাজে মাজে 'লিগেল্ ফিকছন' বা 'ন্যায়সঙ্গত অৰীতি'ৰ প্ৰৱৰ্তন হৈছিল। যি কথা ৰীতি অনুযায়ী নহয়, বা সি কথাৰ প্ৰচলন নাই তাক দস্তুৰসিদ্ধ কৰিবলৈ এটা নতুন অলীক কথাৰ ভেজনি লবলগাত পৰে। এইদৰে অসত্যৰ ভেজনি লোৱাকে 'লিগেল ফিকছন' বোলে। ইংলণ্ডত কোনো মানুহৰ সাবালিকা জীয়েকক কোনোবাই ফুচুলাই বা পলুৱাই নিলে আইনৰ আশ্ৰয় লৈ অপৰাধীক শাস্তি দিবলৈ বা জীয়েকক উদ্ধাৰ কৰিবলৈ বাপেকৰ কোনো উপায় নাই। তেতিয়া বাপেকে জীয়েকক 'বেটী' বুলি বৰ্ণনা কৰি মোকৰ্দমা কৰিব লাগিব এই বুলি, "অমুকী মেৰী মোৰ বেটী, তাই মোৰ ঘৰৰ যাৱতীয় বন-বাৰী কৰে, ঠাই সাৰে, চাহ কৰে, ৰন্ধা-বঢ়া কৰে। এতিয়া অমুক মিঃ ব্ৰাউনে মোৰ বেটীক মোৰ ঘৰৰপৰা আঁতৰাই নি মোক মহা মস্কিলত পেলাইছে। মই তাৰ প্ৰতিকাৰ বিচাৰোঁ।"

ৰজাৰ মেলত তিনিজনা ডাঙৰীয়া, বৰবৰুৱা, বৰুৱা, ফুকন আদি বহিব পাৰে। বিষয়াসকলৰসৈতে ৰজাই ৰাজত্ব সংক্ৰান্ত নানান গোপনীয় কথা আলোচনা কৰে তাতৈ বিষয়বাব নোহোৱা অন্য মানুহৰ যাবৰ অধিকাৰ নাই লাগিলে তেওঁ হেজাৰেই সম্ভ্ৰান্ত ডাঙৰ মানুহ হওক। কিন্তু তামোল-কটা, আৰোৱান ধৰা, পিকদান ধৰা, লিগিৰা আদি যাব পাৰে; ৰাজনৈতিক আলোচনাত যোগ দিবলৈ নহয়, মেলৰ মানুহৰ আল ধৰিবলৈ, বা মানুহ-দুনুহটো চপাবলৈ। মোটৰ ওপৰত ৰজাৰ মেলত সোমাবলৈ বা বহিবলৈ নিৰ্দিষ্ট লিগিৰাৰ অধিকাৰ আছিল, যি অধিকাৰ বিষয়-ৰবীয়া মানুহৰ বাহিৰে আনৰ নাছিল। দিহিঙৰ সত্ৰাধিকাৰ প্ৰভুক ৰজাৰ মেলত বহুৱাই তেওঁৰেসৈতে বেতিয়া মোৱামৰীয়াৰ বিষয়ে আলোচনা কৰিব লগীয়াত পৰিছিল তেওঁক লিগিৰা বাব দি মেলত বহিবলৈ অধিকাৰ দিয়া হৈছিল। ৰজাৰ লিগিৰাৰ বাব সন্মানসূচক আছিল। শিৱসিংহৰ লিগিৰা বুদুৱে ভাগৱত লিখিছিল, সেই ভাগৱত পুথি ছবি বা 'প্ৰতিমাৰে' অঙ্কিত কৰি বুদু লিগিৰাই

স্বৰ্গদেৱ শিৱসিংহ আৰু তেওঁৰ বৰকুঁৱৰী অম্বিকা দেৱীক উপহাৰ দিছিল। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ তিনিজন লিগিৰা আছিল—পিজলী, কাম আৰু লাখৰ। এওঁলোক বৰ সুচতুৰ কৰ্মপটু মানুহ আছিল, আৰু স্বৰ্গদেৱৰ বৰ বিশ্বাসী হৈ পৰিছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত স্বৰ্গদেৱ লক্ষ্মীসিংহই ৰংপুৰ এৰি যাওঁতে পিজলী, কাম আৰু লাখৰ স্বৰ্গদেৱৰ লগতে গৈছিল। মোৱামৰীয়াৰপৰা ৰংপুৰ উদ্ধাৰ কৰাৰ পাচত স্বৰ্গদেৱে পিজলীক খনিকৰ বৰুৱা, কামক তিপমীয়া ফুকন আৰু লাখৰক শেনচোৱা বৰুৱা পাতিছিল। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ নাতি ভুধৰসিংহ গোহাঁয়ে লক্ষ্মীসিংহৰ বিৰুদ্ধে বিদ্ৰোহৰ আয়োজন কৰোঁতে এইবুলি লিখা এখন দিছিল, "কাৰ্য হলে লেখাখন চাই তাৰ দৰে দণ্ড কৰিব লাগে। স্বৰ্গদেৱক বোলে, কলীয়াবাৰক ডিঙ্গৰাত ভৰাই দহদিনমান পানীত থৈ মাৰিম। ৰাজমাও দেৱক বোলে, বুঢ়ীক নাক-কাণ কাটি চকু কাঢ়ি আমগুৰিত মেলিম। তামুলী আই-কুঁৱৰীক বোলে, চাউল-কৰালীক নাক-কাণ কাটি নগা হাড়ীলৈ দিম। গোহাঁইদেৱক বোলে, পুতেকক নিয়মৰূপে দণ্ড কৰি আমাৰ ঘৰৰ পৰা এমাহৰ মূৰত চাউল পাঁচকঠা দি এঠাইত দৰ লগাই থম। কলিতা ফুকনক ভৰিত পৰালৈকে মূৰত ননৈকৈ ত্ৰিশূল দি থম। কাম, লেফেৰা, পিজলী, লাখৰ এই চাৰিক বৰগীত দিম।" ইৰাণ দেশৰ বুৰঞ্জীত পোৱা যায় যে বহুত লিগিৰা বা 'মামলুকে' প্ৰভুৰ বিশ্বাস ভাজক সময়ত সামন্ত প্ৰদেশ আৰু নকৈ অধিকাৰ কৰা ৰাজ্যত শাসনকৰ্তা হৈছিল। ভাৰতৰ সৰ্বপ্ৰথম আফগান চুলতান কুতুবুদ্দীন আইবাক মহম্মদ ঘোৰীৰ ক্ৰীতদাস আছিল। প্ৰাচীন এথেন্সতো লিগিৰাই ৰক্ষা শিক্ষক আৰু বেজৰ কাম কৰিছিল। গ্ৰীচৰ দৰে অসমতো লিগিৰাক পৰিয়ালৰে এজন বুলি ধৰা হৈছিল; লিগিৰাৰ প্ৰতি ব্যৱহাৰত কোনো ইচ্ছাকৃত তাচ্ছিল্য বা ঘৃণাৰ ভাব নাছিল। তেনেকৈ লিগিৰীৰ শাৰীৰপৰা খেনোৱে স্বৰ্গদেৱৰ পাটমাদৈ হৈছিলগৈ।

### বস্তুৰ দাম :

ৰাজেশ্বৰসিংহৰ দিনত বস্তুৰ দাম কিমান আছিল, তেওঁ সিংহাসনত উঠাৰ বাৰ বছৰৰ আগৰ অৰ্থাৎ ১৬৬১ শকৰ এখন ফলিৰপৰা জানিব পাৰি (১৪)। যদিও এই ফলিখন বাৰ বছৰৰ আগৰ তথাপি তাত উল্লেখ থকা বস্তুৰ দাম ৰাজেশ্বৰসিংহৰ দিনৰ বুলিও ধৰিব পাৰি; কাৰণ এই বিভ্ৰাটশূন্য বাৰ বছৰত বস্তুৰ মূল্যৰ বেছি পৰিবৰ্তন হোৱাৰ সম্ভৱ নাই।

| | | | |
|---|---|---|---|
| লোন | /১ সেৰ | .... | ১০ গণ্ডা |
| তেল | /১ সেৰ | .... | ১০ গণ্ডা |
| ঘিউ | /১ সেৰ | .... | ।• অনা |
| তামোল টকাৰ | | .... | ৮ পোন |
| পাণ প্ৰায় | ১ গুচি | .... | ৫ গণ্ডা |
| গুৰ | /১ সেৰ | .... | ৫৬ ,, |
| চৰ গোটে | | .... | ॥ |

### চাউল-সমলীয়া :

আজিকালিৰ কমিছেৰিয়েট (Commissariat) বিভাগে সৈন্যক বস্তুদ-পাতি যোগাৰ দিয়ে। আগৰ দিনত সমলীয়াবোৰে এই কাম কৰিছিল, সৈন্যৰ আহিলাৰ প্ৰধান দ্ৰব্য আছিল চাউল, সেইদেখি সমলীয়াক চাউল-সমলীয়া বোলা হৈছিল। হৰনাথ ভিতৰুৱাল ফুকনৰ তলে যাত্ৰা কৰা লতাকটা ৰণত চাউলৰ বিকল হোৱাত আমাৰ সৈন্যৰ

দোৰ্ধোৰ থিলৈ হ'ল। যুদ্ধৰ আয়োজনত চাউলৰ দিহা কৰা যে প্ৰধান, তাহানিৰ ৰাজমন্ত্ৰী গিদাসুকলি আতন বাহঁগৰীয়া বুঢ়াগোহাঁয়ে চক্ৰধ্বজসিংহক দিয়া পৰামৰ্শৰপৰা ভালকৈ বুজিব পাৰি, "ৰজা হলে শত্ৰুক মাৰি-কাটি আপোনাৰ সীমনাক ৰাখিব লাগে, তেবেসে জয়-ধৰ্ম বৃদ্ধি হয়। এতেকে ৮দেৱে উত্তমহে কৈছে, কিন্তু ৰাইজো ভাগিছে, এতিয়াহে দেৱে চপাই আনি পূৰ্বৰ ঠায়ে ঠায়ে পাতিছে, তাৰ চাউলকঠা, কানিখন হৈছে নহৈছে তাক বিচাৰ কৰিব লাগে, সকলো দ্ৰব্যত কৰি চাউল-কঠাহে প্ৰধান। তাৰ বিকল হলে কোনো কাৰ্য সিদ্ধ নহয়, আৰু নাওনাৱৰাখন আহিলাপাতি ভাগে ভাগে যি দিব লাগে এতিয়া দেৱে সুধিলে বুলিব, "আছে, জোৰাই দিব পাৰিম", কাৰ্যৰ বেলা দিব নোৱাৰিব। তেতিয়া তাক মাৰিলে কাটিলে কোনোখান ন'হব। কোনো সময়ত নাও আহিলা-পাতি সমস্তো পৰিবলৈ আছে আৰু যদি দুই চাৰি বৎসৰ লাগি থকা গ'ল, এতিয়া ভণ্ডাৰত অধিক অধিক নহলে তেতিয়া কিৰূপে জোৰাই দিয়া যাব ? এতিয়া বিচাৰ কৰি নিয়ম নকৰিলে সময়ত কাটিলে মাৰিলে কাৰ্য নহ'ব। আৰু কাঁড়ী পাইকে পড়লীয়া চাউল একঠা খাবৰ নিমিত্তে দুকৰা কাঁড়ৰ চৰু এটি আনে, সকলো শুনি এবুঢ়ি কাঁড়ৰ বেহানি, যেয়ে হানি হয তলিত, কাণত, দুবাৰ তিনিবাৰ টুকুৰিয়াই চাইহে আনে। আৰু চৰায়ে গছত বাসা লৈ পোৱালি জগায়। কিছু শকত হলে ইফালে সিফালে লৈ ফুৰায়, উৰিব পাৰিলেহে মাটিলৈ নমায়, তাতো আপুনি আহাৰ কৰিব পাৰিলেহে লগ এৰে। এনেৰূপে প্ৰমাণ কৰি দেৱে যদি কাৰ্যত মন দিব তেবে শত্ৰুক মাৰি পূৰ্ব সীমনাত ৰাজ্য ৰাখিব পাৰিব।" মটকৰ মাটিবৰ, সেনাপতিৰ লগত ডেভিদ্ স্কট্ চাহাবৰে কৰা সন্ধি-পত্ৰত সেনাপতিয়ে ৪২ গোট চাউল-যোগনীয়া ৰাজ্য-সমলীয়া ৰাখিবলৈ গাত লৈছিল (১৫)।

## বোৱা-কটা :

বহুতৰ বিশ্বাস যে তিৰোতাৰ এটা প্ৰধান কৰ্ম কাপোৰ বোৱা আৰু সূতা কটা। পৃথিবীৰ আদিম নাৰী ইভে সূতা কাটিছিল বুলি বহুতৰ অনুমান। নাৰী জাতিৰ এই স্বাতন্ত্ৰ্য অসমত বিশেষকৈ ৰক্ষা হৈছিল যাতে দেশৰ তিৰোতাই বোৱা-কটা এৰি বস্ত্ৰৰ কাৰণে পৰৰ মুখাপেক্ষী হ'ব লগাত নপৰে তাৰ কাৰণে বুঢ়া ৰজা প্ৰতাপসিংহৰ দিনত মোমাই তামুলী বৰবৰুৱাই ৰাজ্য সংগঠন কৰোঁতে এইটো নিয়ম প্ৰচলিত কৰে যে প্ৰতি-জনী তিৰোতাই শোৱাৰ আগতে দুটা সূতলাহী পকাব আৰু মুনিহ পতি পাচি বা খৰাহি এটা সাজিব। গাৱঁৰ বাৰিকে বা গাওঁবুঢ়াই পাচদিনা ঘৰে ঘৰে গৈ চাই ফুৰিব সেই আজ্ঞা পালন হৈছে নে নাই ; অন্যথা হলে যথোচিত শাস্তি দিয়া হ'ব। ইয়াৰ উপৰিয়ো ঘৰমুৰি ৰজাক এটকা মূল্যৰ পাট বছৰি যোগাব লগাত পৰিছিল। এই নিয়মৰ কাৰণে অসমীয়া তিৰো-তাই বিচক্ষণ শিপিনী বুলি আজিকালিও সকলোৰেপৰা সমাদৰ পাইছে (১৬)। আইন জাৰি কৰি দেশৰ তিৰোতাক বোৱা-কটাত উৎসাহ দিবলৈ ইংলণ্ডৰ ৰাণী এলিজাবেথেও যত্ন কৰিছিল।

## কানি :

অসমত কানিৰ খেতিৰ কেনেকৈ প্ৰচলন হ'ল তাৰ বিষয়ে ঘাইকৈ দুটা মত। স্বৰ্গীয় গুণাভিৰাম বৰুৱাই কয়, "গৌৰীনাথসিংহ ৰজা কাপ্তান ওৱেলচ্ চাহাবে সহায় কৰিবলৈ আহোঁতে জহনী আৰু গ্ৰহণীত অনেক লোকৰ প্ৰাণ নষ্ট হোৱাত, কাপ্তানৰ লগত অহা সৈন্যৰ হাতত থকা আফিং খাই অনেক লোকৰ আৰোগ্য হয়। তেতিয়া কাপ্তানৰ সৈন্যৰপৰা গুটি লৈ প্ৰথমতে তাৰপৰা কানিৰ খেতি কৰা হয়। ইয়াৰ আগতে

দৰৰ বুলি ডাঙৰ লোকসকলে মাথোন ব্যৱহাৰ কৰিছিল (১৭)।" স্বৰ্গীয় মণিৰাম দেৱানে কয়, "লক্ষ্মীসিংহ ৰজাৰ দিনত বঙ্গাল দেশৰপৰা অসমত আফুগুটি অনা হয়, আৰু পোন প্ৰথমে বেলতলাত ইয়াৰ খেতি হয়। কিন্তু এই সময়ত মাথোন কেইজনমান ডাঙৰ লোকে কানি খাইছিল ; তলৰ খাপৰ মানুহে তাক ব্যৱহাৰ নকৰিছিল। বুঢ়া গোহাঁই, বৰগোহাঁইসকলে আফুৰ খেতি প্ৰচলনত বিষম হৈ হকা-বধা কৰিছিল (১৮)।"

দুই মতৰপৰা এইটো সিদ্ধান্ত কৰিব পাৰি যে খৃষ্টীয় অষ্টাদশ শতিকাৰ শেষ ভাগত হিন্দুস্থানী চিপাহীয়ে অনা আফুগুটিৰপৰা অসমত কানিৰ প্ৰচলন হয়। খেনোৰ মতে এই চিপাহীবোৰ কাপ্তান ওৱেলচ্‌ৰ লগত গৌৰীনাথসিংহৰ দিনত অসমলৈ আহিছিল, খেনোৰ মতে লক্ষ্মীসিংহৰ দিনত দৰঙৰ ৰজাৰ পুতেক কৃষ্ণনাৰায়ণৰ তলত কামকৰা বৰকান্দাজবিলাকে বেলতলাত পোন প্ৰথমে কানিৰ খেতি কৰে।

## এই বৰকান্দাজবিলাক কোন ?

গৌৰীনাথসিংহৰ দিনত ইহঁতে বঙ্গদেশৰপৰা অসমত সোমাই নানা ঠাইত লুট-পাট আৰম্ভ কৰে, আৰু সিহঁতৰ উপদ্ৰৱ দমাবৰ নিমিত্তে কাপ্তান ওৱেলচ্ অসমলৈ অহাৰ উদ্দেশ্য। দৰঙৰ ৰজা কৃষ্ণনাৰায়ণৰ অধীনত কিছুমান বৰকান্দাজে কাম কৰিছিল। এখন সমকালীয়া বিৱৰণীত বৰকান্দাজবিলাকক ডকাইত, অধৰী, আৰু যোত্ৰহীন বুলি বৰ্ণনা কৰিছে। সিহঁতে বাৰিষা হলে অসমত সোমাই কোনো ৰজা বা মন্ত্ৰীক ধৰি বা ভয় খুৱাই সৈন্যবিভাগত নিযুক্ত হয়। এইদৰে ৰজাৰ অধীনত কামত সোমাই নিৰীহ প্ৰজাৰ ওপৰত অত্যাচাৰ কৰে (১৯)।

এই বৰকান্দাজবিলাকে অসমত অশান্তিৰ কানি বিহৰ গুটি সিচাৰ উপৰিও কানিৰ প্ৰচলন কৰি অসমীয়া প্ৰজাক কিদৰে নিশকতীয়া কৰিছে তাক সকলোৱে জানে।

আমাৰ অনুমান ৰাজেশ্বৰসিংহৰ দিনতো অসমৰ কিছু মানুহে কানি খাইছিল, এই কানি কৰপৰা আহিছিল কব নোৱাৰি। আমাৰ অনুমান অকাট্য বুলি আমি ডাঠি কব নোৱাৰোঁ। কিন্তু কিহৰ ওপৰত এই অনুমান কৰা হৈছে তাক কোৱা যাওক।

অপ্ৰকাশিত দুখন অসম বুৰঞ্জীত আমি কানিৰ কথা উল্লেখ পাইছোঁ।

১ম, গদাধৰসিংহৰ দিনৰ এখন আহোম বুৰঞ্জীত (২০) এইদৰে আছে— "ব্ৰাহ্মণ পণ্ডিতসকলক ধৰি অনা হ'ল, আৰু কানি খুউৱা হ'ল।" ইয়াৰপৰা কানিৰ প্ৰচলন নুবুজায়, মাথোন শাস্তি স্বৰূপে কানি খুউৱাৰহে প্ৰমাণ পোৱা যায়। ২য়, ১৬৯১ শকৰ পৰা ১৭০২ শকলৈকে (খৃষ্টাব্দ ১৭৬৯-১৭৮০) লক্ষ্মীসিংহৰ ৰাজত্ব। এওঁৰ ৰাজত্বৰ আদিছোৱাত মৰাণৰ বিদ্ৰোহ হয়। লক্ষ্মীসিংহ স্বৰ্গদেৱে পুনৰ সিংহাসনত প্ৰতিষ্ঠিত হৈ এইবোৰ বিদ্ৰোহৰ সোধ-পোচ কৰে। তেনে এটা সোধত সাক্ষীৰ জবানবন্দীত লিখা আছে, "আমি ৰজা ভাঙ্গি ৰজা পাতিব খুজিছোঁ। .............আৰু গোচৰীয়াহঁতে কৈছে আমি তাবিজৰ তলৈ গলোঁ, বোলো তোৰ এখেলৈ সোতোৰায়ে পঠাই দিছে। সি বোলে কেনৈ পঠাইছে ? পাচে আমি কলো,—এই কথাৰে পঠাইছে। সি বোলে, "ভাং, কানি খাই কলি সঁচাকৈ ক।" আমি বোলো সঁচাকৈ কৈছোঁ। পাচে সি বোলে বাৰু মঞি সোতোৰাৰ তলৈ যাম, তহঁত যাগৈ, পাচে আমি আহিলোঁ।" (২১) এই সোধৰ সময় আনুমানিক ১৬৯৬ শক বা ১৭৭৪ খৃষ্টাব্দ।

ভাং-কানি খোৱা মানে এইখিনিতে বোধকৰো জ্ঞান আৰু সুস্থ শৰীৰ অভাৱ বুজাইছে, যেনে অৱস্থা মানুহৰ ভাং-কানি খাই সচৰাচৰ হয়। আৰু বিশেষতঃ ভাং-কানি খোৱা সাক্ষীৰ জবানবন্দীৰপৰা যে বিচাৰ কাৰ্যত অন্যায় ঘটা সম্ভৱ তাক অসমীয়া ৰাইজে ভালকৈ জানিছিল। মণিৰাম দেৱানে গৱৰ্ণমেণ্টক দিয়া আবেদনত এই বিষয়ে উল্লেখ আছে, "দেৱানী আদালতত কানীযা মানুহৰ জবানবন্দী লোৱাৰপৰা বিষম অন্যায় ঘটিছে।" এইদৰে এটা বস্তু থকা বচনত ব্যৱহাৰ হোৱাৰপৰা তাৰ প্ৰচলনৰ অলপ বিস্তৃতি আৰু দীৰ্ঘকাল অনুমান কৰিব পাৰি।

## দ্বাবিংশতি আধ্যা

# স্বৰ্গদেৱ ৰাজেশ্বৰসিংহৰ দিনৰ ফলি

স্বৰ্গদেৱ ৰাজেশ্বৰসিংহ মহাৰাজৰ দিনত সত্ৰ, মন্দিৰ, ধৰ্মপ্ৰাণ যোগ্য পুৰুষৰ প্ৰৱৰ্তনৰ কাৰণে ফলি কৰি মাটি-বৃত্তি দিয়া হৈছিল। মন্দিৰ নিৰ্মাণ কৰি তাৰ গাত শিলৰ ফলিত নিৰ্মাণৰ বিৱৰণ লিপিবদ্ধ কৰিছিল। তেনে খনচেৰেক ফলিৰ পাঠ সংগ্ৰহ কৰি তলত তুলি দিয়া হ'ল। তাৰপৰা ধৰ্মৰ প্ৰতি স্বৰ্গদেৱৰ আস্থা আৰু সহায়ৰ প্ৰমাণ পোৱা যায়।

### (১) হাজোৰ কেদাৰৰ গড়ৰ দুৱাৰৰ গদ্য

স্বস্তি সমস্ত সুৰাসুৰশিৰোমণিয়মণি শ্ৰীশ্ৰীহৰিহৰ গৌৰীচৰণ নখচন্দ্ৰচকোৰ বাসববংশ সৰোৰুহ মণিকৰ দিনকৰ কামৰূপ সৌমাৰেশ্বৰ ধৰ্মধাৰ্মিক পালনপৰায়ণ শ্ৰীশ্ৰীৰাজেশ্বৰসিংহ ধৰাধিনাথস্তৎপদাৰবিন্দ মধুকৰ দুৱৰান্বয়সম্ভূত শ্ৰীযুত তৰুণ গদাধৰ বৃহৎফুকনাত্মজ সকল গুণনিধান ৰত্নাকৰ শ্ৰীদশৰথ দুৱৰা বৃহৎফুকনেন মদনগিৰিবৰে কেদাৰাখ্যাশিৱমন্দিৰ বেষ্টকামেষ্টকালয় প্ৰকাৰ দ্বাৰৌ নিৰ্মিতৌ। 'আকাশদন্তাবলৰসেন্দু শাকে। ১৬৮০ ॥

### (২) মণিকৰ্ণেশ্বৰ দেৱালয়ৰ ফলি

স্বস্তি সমস্তসংসাৰী সংসাৰ পাৰাবাৰজাতনাবাৰনিবাৰণ চতুৰতৰ সুৰবৰ শিৰোমণি মণীশ্বৰ মহেশ্বৰ চৰণ চায়ানুসৰণ পৰায়ণ প্ৰণমদৱনীশগণ মৌলিমালাপ্ৰভাৰাজিবিৰাজিত পাদপীঠতলসকল ভূমণ্ডল পুৰন্দৰকুল কুমুদবান্ধবসম সমৰসীম নিঃসীম ভীমবিক্ৰম প্ৰজ্ঞা-বজ্ঞাত গীষ্পতি নীতিক্ৰম মহামহিম শ্ৰীশ্ৰীমদ্ৰাজেশ্বৰসিংহ নৃপসিংহ প্ৰিয়তম সেনাপতি প্ৰধান ধন্য ব্ৰহ্মণ্য জনাগ্ৰহীতি পিণ্ডপাণ্ডুৰ সুন্দৰ কীৰ্ত্তিনিকৰ কৰদুৰ্জ্জয় বৈৰীবৰবাধন-বিদাৰণদাধনপঞ্চানন মহিত মহাশয় স্বৰ্গাৱৰোহাবধি স্বৰ্গেশবংশ নৃপেশসেৱী বংশাৱতংশ শ্ৰীতৰুণ বৃহৎফুকন তনয় শ্ৰীযুদ্দশৰথদুৱৰা বৃহৎফুকন-তন্নৃপসিংহাপ্তয়া মণিগিৰিবৰে শ্ৰীশ্ৰীমণীশ্বৰ মহেশ্যধন্য ৰচিৰ মঠমিমৰচয়দ্ধয়গিৰিৰম শশী শাকে। ১৬৭৭ ॥

---

পাদটীকা(১)—ফলিৰ পাঠ শ্ৰীযুত গোণাৰাম চৌধুৰী ডাক্তৰীয়াৰপৰা পোৱা গৈছে। 'উদাসীন সত্যসুৰাৰ আসাম ভ্ৰমণতো' এই ফলিৰ পাঠ মুদ্ৰিত হৈছে, কিন্তু তাত বহুত ভুল সোমাইছে।

পাদটীকা(২)—এই ফলিৰ পাঠ শ্ৰীযুত গোণাৰাম চৌধুৰী ডাক্তৰীয়াই ১৪শ বছৰ ১১শ সংখ্যা 'বাঁহীত লিখা 'কেইখনমান নষ্ট হৈ যোৱা শিলৰ ফলিৰ পাঠ সংগ্ৰহ' প্ৰবন্ধৰপৰা লোৱা হৈছে। মণিকৰ্ণেশ্বৰ মন্দিৰ ৰবৰ্ত্তুইকপত ভাগি নষ্ট হৈছে। এই মন্দিৰটি অতি সুন্দৰ ঠাইত আছিল, সন্মুখত বৰনদী আৰু ব্ৰহ্মপুত্ৰ।

